# বৰেণ্য ব্যক্তিত্ব

সংকলন ঃ সম্পাদনা

লক্ষ্মীনাথ তামুলী



অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৭৮১ ০২১

BARENYA BYAKTITWA a biographical anthology of reknown personalities of various tribes of Assam in Assamese and Compiled, published & edited by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati-781 021, Assam, India

First edition March 2005 Price Rs 125 00

অসম প্ৰকাশন পৰিষদ



প্ৰকাশক

লক্ষ্মীনাথ তামুলী আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী- ৭৮১ ০২১

প্ৰথম প্ৰকাশ : মাৰ্চ, ২০০৫

মূল্য : ১২৫ ০০ টকা

মুদ্ৰক

হেমকোষ প্ৰিন্টাৰ্ছ

জু-নাৰেঙ্গী ৰোড তিনিআলি, গুৱাহাটী-৭৮১ ০২১

# সম্পাদকীয়

## ঘাইসুঁতিত বালিচৰ

স্বাধীনতাৰ আগৰ ৰব অসমখনৰ জনজাতীয় জনগোষ্ঠীৰ লোকসকলে ঘাইসুঁতিৰ অসমীয়াক সাধাৰণতে 'ককাই' সম্বোধনেৰে মাতিছিল। স্বাধীনতাৰ পাছৰ দুই দশকমানলৈকে দস্তুৰটো প্ৰচলিত আছিল। এইটো আজি পঞ্চাশৰ দেওনা পাৰ হোৱা আটায়ে জনা কথা। অসমীয়া ভাষাত সামাজিক সম্পৰ্ক বুজোৱা আটাইতকৈ আপোন, মৰম-শ্ৰদ্ধা আৰু গুৰুত্ব সম্বোধন বুজোৱা শব্দবোৰৰে অন্যতম সম্বোধন 'ককাই'। 'ককাইদেউ'ৰ চুটি ৰূপ। জনজাতীয় লোকৰ পৰা ঘাইসুঁতিৰ অসমীয়াই অকল 'ককাই' সম্বোধনটোৰেইহে যে পাইছিল তেনে নহয়, সম্বোধনটোৰে সাঙোৰা মান, সম্মান, শ্ৰদ্ধা, সমীহ আৰু সম্ভ্ৰম আটাইবোৰ পাইছিল। ঘাইসুঁতি শব্দটো ব্ৰহ্মপুত্ৰৰ আকাৰ-প্ৰকাৰ আৰু চৰিত্ৰৰ পৰা আহৰণ কৰা। 'ককাই'ইতে কিন্তু জনজাতীয় লোকক 'ভাই' বুলি সম্বোধন কৰা মনত নপৰে। বয়সৰ লেখেৰে আজি পঞ্চাশৰ দেওনা পাৰ হোৱা ঘাইসুঁতিৰ অসমীয়াৰ সৰহখিনি মানুহে এই কথাটোও অস্বীকাৰ নকৰিব। নিজৰ 'ককাই' স্বীকৃতি প্ৰত্যাখ্যান নকৰিলে, কিন্তু তেওঁলোকক 'ভাই'ৰ স্বীকৃতি দিবলৈ পাহৰি থাকিল। ঘাইসুঁতিৰ লোকৰ চিন্তা-চৈতন্যত এইটো তেতিয়া নেখেলালেই যে নৈ-উপনৈ অবিহনে ঘাইসুঁতিৰ অস্তিত্বই থাকিব নোৱাৰে। বিস্তৃতিত বিশাল আৰু গভীৰ ব্ৰহ্মপুত্ৰৰ আৰ্হিৰ আধাৰত ব্ৰহ্মপুত্ৰৰ দুয়োপাৰৰ অসমীয়াই ঘাইসুঁতি নামেৰে নিজৰ পৰিচয় দিবলৈ শিকিলে সঁচা, কিন্তু দুয়োপাৰৰ অজস্ৰ নৈ-উপনৈক নিজৰ বুকুত সামৰি লৈহে ব্ৰহ্মপুত্ৰ ঘাইসুঁতি হিচাপে স্বীকৃত হোৱাৰ বাস্তৱতাৰ পৰা তেওঁলোকে নিশিকিলেও আৰু যেন শিকিবলৈকো নিবিচাৰিলে। 'ককাই'ৰ দায়িত্ব পালনত তেওঁলোক লাজ লগাকৈ বিফল হ'ল অথবা পুতৌ লগাকৈ অমনোযোগী হৈ ৰ'ল। তাৰ বিপৰীতে তেতিয়াৰ সময়ৰ ধৰ্মীয় আৰু সামাজিক দস্তুৰ মতে 'ভাই' হঁতক ঘৃণা আৰু অৱজ্ঞা-অৱহেলাৰে 'পৰিয়াল'ৰ বাহিৰৰ মানুহৰ দৰে নিলগাইহে ৰাখিলে।

ষোড়শ শতিকাত শংকৰদেৱৰ এক শৰণ ভাগৱতী ধৰ্মৰ মাৰফৎ যি ধৰ্মীয় আৰু সামাজিক ভ্ৰাতৃত্ব, সৌহাৰ্দ্য আৰু সান্নিধ্যৰ বাতাৱৰণ এটাৰ সৃষ্টি হৈছিল, সিয়ে বিভিন্ন জনগোষ্ঠীক সামৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াটো আৰম্ভ হৈছিল। আহোম স্বৰ্গদেউসকলৰ প্ৰশাসন আৰু মনোভাৱ জাতি গঠন প্ৰক্ৰিয়াৰ অনুকূলে থকাত ছশ বছৰীয়া আহোম ৰাজত্বত জাতি-বিদ্বেষ আৰু ধৰ্মীয় বিদ্বেষ অথবা জাতি-ধৰ্মৰ বিবেচনাৰে সাম্প্ৰদায়িক সংঘৰ্ষৰ

এটিও ঘটনা ঘটাৰ নজিৰ নাই। সৰ্বোপৰি সোতৰ শতিকাৰ আৰম্ভণিতে প্ৰৱৰ্তন কৰা খেল-ব্যৱস্থা, খেল-ব্যৱস্থা প্ৰৱৰ্তনৰ কাৰণে এনেকে আহঁিত কৰা সামাজিক পুনৰ্গঠনে জাত বা ধৰ্মৰ পৰিবৰ্তে বৃত্তি সমাজ গঠনৰ আধাৰ হৈ পৰিছিল। খেল-ব্যৱস্থাত জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে খেলটোৰ গোটেইখিনি মানুহ এটা পৰিয়ালৰ দৰে হৈ পৰিছিল। খেল-ব্যৱস্থাৰ পূৰ্ণ বিকাশৰ স্তৰত এনে হৈছিলগৈ যে গাইগুটীয়া পৰিয়ালৰ ধাৰণা বিলুপ্ত হৈ খেলটোৱেই এটা পৰিয়ালত পৰিণত হৈছিল। আনকি সন্তান এটা জন্ম হ'লে সন্তানটোক খেলৰ উমৈহতীয়া সন্তান হিচাপে গণ্য কৰা হৈছিল। খেলৰ মানুহ মৰিলে, খেলৰ ল'ৰা-ছোৱালীৰ বিয়া-বাৰু হ'লে পৰিয়ালটোৰ পৰিবৰ্তে গোটেই খেলটোৱেই উমৈহতীয়া দায়িত্ব বুলি পালন কৰিছিল। সোতৰ শতিকাতে প্ৰৱৰ্তন কৰা পাইক প্ৰথাই তিনি বা চাৰিজনীয়া পাইকৰ গোটটোৰ সদস্যসকলৰ পৰিয়ালৰ মাজত বিৰল ভ্ৰাতৃত্বৰ সম্বন্ধ আৰু সম্পৰ্ক এটা প্ৰতিষ্ঠা হৈছিল। সত্ৰসমূহত প্ৰচলিত থকা শৰণ ব্যৱস্থাটোৱে সৃষ্টি কৰা 'হৰি-ভকত'ৰ সম্পৰ্কটোৰ দৰেই পাইক আৰু খেল প্ৰথাই নিৰ্ভৰযোগ্য কাৰ্যকৰী ভ্ৰাতৃত্ববোধৰ সামাজিক সম্পৰ্কৰ সৃষ্টি কৰিছিল য'ত জাত আৰু বৰ্ণ বৈষম্য আৰু বিদ্বেষৰ মামৰ সৃষ্টি হ'বই পৰা নাছিল। আহোম স্বৰ্গদেউসকলে বিভিন্ন জনজাতিলোকৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰাটো কম গুৰুত্বপূৰ্ণ দিশ নাছিল। সত্ৰ-ব্যৱস্থাৰ ক্ষয়িষ্ণুৰ কালতহে অসমীয়া সমাজত জাত-পাতৰ হিচাপ লোৱা আৰম্ভ হৈছিল। বৃটিছে আহোম ৰাজ্য দখল কৰি লোৱাৰ আগলৈকে সত্ৰসমূহে সকলো জাতৰ মানুহক শৰণ-ভজন দিছিল। বামুণীয়া প্ৰভাৱ দপ্‌দপাই থকা ব্ৰহ্ম সংহতিৰ সত্ৰসমূহেও সকলো জাত আৰু জাতিৰ লোকক শিষ্য সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত কৰিছিল।

আহোম স্বৰ্গদেউসকলৰ কোনোৱেই কোনোটো পাহাৰীয়া জনজাতিৰ বিৰুদ্ধে স্থায়ী দমনমূলক আৰু শত্ৰুতাৰ নীতি গ্ৰহণ কৰা নাছিল। কোনো এটা পাহাৰীয়া জনগোষ্ঠীয়ে আহোম ৰাজ্য দখলৰ উদ্দেশ্যে আক্ৰমণ কৰা নাছিল আৰু কোনো এজন আহোম স্বৰ্গদেৱে পাহাৰীয়া জনজাতি বসতি প্ৰধান অঞ্চল বা কৃষিপ্ৰধান অঞ্চল স্থায়ীভাৱে দখল কৰি লোৱাৰ প্ৰচেষ্টা হাতত লোৱা নাছিল। পাহাৰৰ নামনিৰ আহোম ৰাজ্যৰ সীমান্তত চলি থকা বিনিময় প্ৰথাৰ হাটবোৰত বিনিময়কাৰীৰ মাজত হোৱা বিবাদেই আহোম ৰাজ্য আৰু পৰ্বতীয়া লোকৰ মাজত লগা বিবাদবোৰৰ মূল কাৰণ। সেযে সাধাৰণতে সৌহাৰ্দ্য আৰু সহিষ্ণুতাৰ পৰম্পৰা এটাৰ অন্তঃস্ৰোত বৈ আছিল। এই সৌহাৰ্দ্যৰ আকৰ্ষণতে পাহাৰীয়া জনজাতি লোকসকলৰ মাজত ভঙা-ভঙা অসমীয়া ভাষা পাহাৰ-ভৈয়ামৰ মাজতেই নহয়, পাহাৰৰো বিভিন্ন উপ-ভাষাৰ জনগোষ্ঠীৰ মাজত একমাত্ৰ যোগাযোগৰ ভাষা হৈ পৰিছিল।

বৃটিছে দখল কৰি লোৱাৰ আগলৈকে আহোম ৰাজ্য সামন্তীয় আহঁিৰ আছিল সঁচা, কিন্তু ইউৰোপৰ দৰে সামন্তীয় আৰ্থ-সামাজিক ব্যৱস্থাৰ পূৰ্ণৰূপ অনুপস্থিত আছিল।

অসমৰ সমাজত আহোম প্ৰশাসনৰ স্বাৰ্থত পশ্চিমীয়া সমাজৰ দৰে শ্ৰেণী (Class) নাছিল, বৃত্তিহে (Profession) আছিল। বিভিন্ন বৃত্তিৰ ভিত্তিতে খেল-প্ৰথা সংগঠিত আৰু প্ৰবৰ্তন কৰা হৈছিল। একে বৃত্তিৰ মানুহৰ মাজত উচ্চ-নীচৰ ভেদ জ্ঞান নাছিল। আনকি এটা বৃত্তিৰ মানুহখিনিৰ লগত আন আন বৃত্তিৰ মানুহৰ উচ্চ-নীচৰ ভেদভাৱ নাছিল। বৃত্তি হিচাপে সৰু-বৰ নিৰ্বিশেষে সকলো বৃত্তিৰ মানুহেই প্ৰশাসনৰ আৰু সমাজৰ গুৰুত্বপূৰ্ণ কামৰ দায়িত্ব পালন কৰিছিল কাৰণে বৃত্তিগতভাৱেও সৰু-বৰৰ ভেদভাৱ সমাজত নাছিল। এইকালৰ পৰা আহোম শাসন-ব্যৱস্থা বহুবোৰ সামন্তীয় শাসন-ব্যৱস্থাতকৈ সুকীয়া আছিল। এনে পৰম্পৰা আহোম ৰাজত্বৰ শেষলৈকে বৰ্তি আছিল।

বৃটিছ অহাৰ লগে লগে ইউৰোপীয় শ্ৰেণী বিভক্ত সমাজৰ ধাৰণা আৰু আৰ্হিও আহিল। স্থানীয় মানুহৰ ঐক্যত বৃটিছ শাসনৰ ভেটিৰ স্থায়িত্ব নিৰ্ধাৰিত কৰি লৈছিল। এখন সমতা আৰু ভ্ৰাতৃত্ববোধৰ সমাজ বৃটিছৰ ভয় আৰু চিন্তাৰ কাৰণ আছিল। সেয়ে তেওঁলোকে সৰ্বপ্ৰথম অসমৰ সমাজ-ব্যৱস্থাত সম্ভ্ৰান্ত আৰু সাধাৰণ শ্ৰেণী চিনাক্ত কৰি উলিয়াই শ্ৰেণী বিভাজন কৰিছিল। ৰাজবংশ, আহোম প্ৰশাসনৰ বিষয়াবাব খোৱা লোক আৰু সেই সময়ত ভূমি, ৰাজহ আদিৰ হিচাপ-নিকাচৰ বাবে প্ৰয়োজন হোৱা লেখা-পঢ়া জনা লোকক বৃটিছ প্ৰশাসনে সহযোগী হিচাপে বাছি লৈছিল। এইখিনি মানুহক 'সম্ভ্ৰান্ত' লেবেলটো লগাই দিছিল। বাকীবোৰ সাধাৰণ লোক। সম্ভ্ৰান্তসকলক সাধাৰণ প্ৰজাই সম্মান, শ্ৰদ্ধা, সমীহ আৰু সম্ভ্ৰম কৰিব লগাৰ নতুন প্ৰচলন কৰা হ'ল। নতুন শাসক হিচাপে বৃটিছেও থলুৱা সম্ভ্ৰান্ত আৰু সাধাৰণ দুয়ো শ্ৰেণীৰ পৰা সম্ভ্ৰম, সম্মান আৰু সমীহ বলপূৰ্বকভাৱে হলেও আদায় কৰি নতুন দস্তুৰ প্ৰবৰ্তন কৰোৱাইছিল। বৃটিছক সহায়-সহযোগ কৰি আৰু নতুন প্ৰশাসনৰ নতুন নতুন চাকৰি-বাকৰিবোৰ ভোগ কৰিবলৈ পাই আহোমৰ প্ৰশাসনীয় ব্যৱস্থাৰ তৃতীয়-চতুৰ্থ শ্ৰেণী অথবা তাতোকৈয়ো নিম্নথাপৰ পদবীৰ লোক একেকোবেই সম্ভ্ৰান্ত হৈ পৰিল। লেখা-পঢ়া নজনাৰ বাবে আৰু অসমত বৃটিছ সাম্ৰাজ্যৰ নিৰাপত্তাৰ স্বাৰ্থত আহোম ৰাজবংশ আৰু আহোম প্ৰশাসনৰ প্ৰথম আৰু দ্বিতীয় শ্ৰেণীৰ বিষয়াবৰ্গক বৃটিছ প্ৰশাসনে নিলগাই ৰাখিছিল। সেয়ে উনবিংশ শতিকাৰ পৰা আৰম্ভ কৰি কুৰি শতিকাৰ আৰম্ভণিৰ দশকলৈকে বৃটিছ অসমৰ প্ৰশাসনতেই হওক অথবা অসমীয়া সাহিত্যতে হওক ৰাজবংশৰ বংশধৰ, বৰগোহাঁই, বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা, বৰফুকন আদি পৰিয়ালৰ মানুহ হয় বিচাৰি পাবলৈ নাই, নহয় কেৱল নামমাত্ৰ।

সেই বৃটিছ প্ৰশাসনে সৃষ্টি কৰা নতুন 'সম্ভ্ৰান্ত' শ্ৰেণীটো আৰু তেওঁলোকৰ সতি-সন্ততিয়ে অসমৰ সমাজ, প্ৰশাসন আৰু ভাষা-সাহিত্য তেওঁলোকৰ দখলত ৰাখিবলৈ সক্ষম হৈছিল। পূৰ্বৰ আহোম শাসন কালৰ ভেদভাৱহীন বৃত্তিভিত্তিক সমাজৰ পৰিবৰ্তে 'সম্ভ্ৰান্ত' আৰু 'সাধাৰণ' বিভাজনেৰে সৰ্বপ্ৰথম হলিৰাম ঢেকিয়াল ফুকনে ১৮২৯ চনত

'আসাম বুৰঞ্জি' লেখি নিজা খৰচত প্ৰকাশ কৰি বিনামূলীয়াকৈ বিতৰণ কৰিছিল। ১৮৮৪ চনত প্ৰকাশিত গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ত হলিৰামৰ বক্তব্য আৰু ধাৰাৰ পুনৰাবৃত্তি ঘটিছিল। তেনেকৈয়ে অসমৰ সমাজ-ব্যৱস্থাত নতুন শ্ৰেণী বিভাজন প্ৰবৰ্তন কৰোৱা হৈছিল। 'সম্ভ্ৰান্ত' শ্ৰেণীভুক্ত হোৱাৰ উদগ্ৰ বাসনাৰেই ঊনবিংশ শতিকাৰ শেষৰ দশক দুটাত অসমীয়া সমাজৰ বহুতেই বুৰঞ্জী আৰু বংশাৱলীত নিজৰ নিজৰ সম্ভ্ৰান্ত বংশত শিপা বিচাৰি নামৰ পাছত উপাধি সংযোগ কৰি লৈছিল। আহোমৰ ৰাজত্ব কালত অসমীয়া মানুহৰ উপাধি লেখাৰ দস্তুৰ নাছিল। নামৰ পাছত উপাধি যেন লগা সেইবোৰ বিষয় বা পদবীহে আছিল। বিষয় আৰু পদবীবোৰ সাধাৰণতে উত্তৰাধিকাৰ সূত্ৰে নাপাইছিল। বুৰঞ্জী পুথিবোৰত বহুসময়ত বিষয়াজনৰ নামৰ পৰিবৰ্তে বিষয় বা পদবীটোৰহে উল্লেখ পোৱা যায়।

বৃটিছে নিজৰ প্ৰশাসনীয় স্বাৰ্থৰ প্ৰয়োজনত অসমত আধুনিক শিক্ষা-ব্যৱস্থা প্ৰবৰ্তন কৰিছিল। সেই নৱজাত সম্ভ্ৰান্ত শ্ৰেণীটোৱেই নতুন প্ৰশাসনীয় ব্যৱস্থাত আনুষ্ঠানিক শিক্ষাৰ অপৰিহাৰ্যতা বুজি উঠিছিল আৰু সাধাৰণ শ্ৰেণীৰ তুলনাত আৰ্থিকভাৱে টনকিয়াল হোৱাৰ কাৰণে ইংৰাজী শিক্ষা গ্ৰহণো তেওঁলোকৰে একচেটিয়া হৈ পৰিছিল। বৃটিছ শাসনৰ আৰম্ভণি কালত আনুষ্ঠানিক শিক্ষাত শিক্ষাহীন অথবা অল্প শিক্ষাৰেই তেওঁলোকে নতুন প্ৰশাসনত আৰু প্ৰশাসনৰ মাৰফৎ স্থানীয় সমাজত সম্ভ্ৰান্ত হিচাপে স্বীকৃতি লাভ কৰিছিল ; এতিয়া নতুনকৈ প্ৰৱৰ্তন কৰা শিক্ষাৰে শিক্ষিত হৈ সেই নৱজাত সম্ভ্ৰান্ত শ্ৰেণীটোৱেই অসমীয়া সমাজৰ অভিভাৱক আৰু মুখপাত্ৰও হৈ পৰিল। তেওঁলোকক বাধা দিবলৈ, তেওঁলোকক প্ৰতিবাদ কৰিবলৈ পিছত জাতি হিচাপে জন্ম লাভ কৰা অসমীয়া জাতিটোৰ কেৱল ভ্ৰূণটোহে অংকুৰিত হৈছিল।

ঊনবিংশ শতিকাৰ শেষৰ দশক দুটাত কলকাতাত পঢ়িবলৈ যোৱা নৱজাত সম্ভ্ৰান্ত শ্ৰেণীটোৰ সন্তান কলেজীয়া চেঙেলীয়া ডেকা ল'ৰা এমুঠিমানে কলকাতাৰ ভাৰাতীয়া মেছত ১৮৮৮ চনত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জন্ম দিছিল। অসমীয়া ছাত্ৰ সংগঠনৰ সিয়েই আদিমতম্ ৰূপ আছিল।

আনন্দৰাম - গুণাভিৰাম - হেমচন্দ্ৰ আদিয়ে আৰম্ভ কৰা ভাষা-যুদ্ধখনত তেওঁলোকে মিচনেৰীসকলৰ পৰাও খাৰ-বাৰুদ, ঢাল-তৰোৱাল আৰু আনকি পিছলি নপৰা আধাৰ-ভূমি এখনো পাইছিল। আধাৰ-ভূমি বুলি এই কাৰণেই কোৱা হৈছে যে বিদেশী মিচনেৰীসকলে হাতে-কামে দেখুৱাই দিয়াৰ আগলৈকে আমি 'অসমীয়াই' আমাৰ লিখিত চহকী ভাষা এটা আছিল, আৰু সেইটো ভাষা যে আন ভাষাতকৈ পৃথক, অৰ্থাৎ সুকীয়া বৈশিষ্ট্যপূৰ্ণ, গমেই পোৱা নাছিলো। পুৰুষানুক্ৰমে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহ এখিনিয়ে পৰস্পৰে ভাব-বিনিময় কৰাৰ এটা নিৰ্দিষ্ট মাধ্যম ব্যৱহাৰ কৰি আহিছিল, আৰু আধুনিক কালত সেই মাধ্যমটোৱেই অসমীয়া 'ভাষা' নামেৰে জনাজাত আৰু বিখ্যাত হৈ পৰিছিল,

তেতিয়ালৈকে সেইটো কথা আমি জনাই নাছিলো। সেই মাধ্যমটো প্ৰকাশৰ যিবোৰ চিহ্ন ব্যৱহৃত হৈছিল, সেইবোৰক যে ভাষাটোৰ লিপি বুলি কয় আৰু সেই লিপিৰে সেই ভাষাৰ লিখিত কথাখিনিয়েই যে সাহিত্য, মিচনেৰীসকলে নোকোৱালৈকে কোনো এজন 'অসমীযাই' সেইটো গমেই পোৱা নাছিল। পাশ্চাত্য জগতৰ ভাষা-ভিত্তিক জাতীয়তাবাদ ঊনবিংশ শতিকাৰ আৰম্ভণি কালৰে পৰাই গঢ় লৈ উঠিছিল কাৰণে ভাষা-সাহিত্যৰ দিশটোৰ প্ৰতি মিচনেৰীসকলৰ দৃষ্টি পৰাটো স্বাভাৱিক আছিল। তাৰোপৰি ধৰ্ম প্ৰচাৰত আটাইতকৈ সহজবোধ্য বাহুবা মাধ্যমবোৰ চিনাক্ত কৰি লোৱাটো তেওঁলোকৰ মিচনৰ পূৰ্বচৰ্ত আছিল। সেয়ে মিচনেৰী চাহাবে অসমীয়াক মাতৃভাষা আৰু সেই মাতৃভাষাৰ সাহিত্যৰ লগত চিনাকি কৰি দিয়াৰ আগলৈকে আমি সন্তানবোৰৰ পৰিচয় প্ৰতিষ্ঠাই হোৱা নাছিল। পৰিহাসৰ কথা এয়ে যে নিজ মাতৃৰ পৰিচয় পোৱাৰ পিছত মাতৃস্থানীয়া আনবোৰক পাহৰি যোৱাটো আৰু পৰৱৰ্তী কালত সেইসকলৰ লগত বৈৰিতাত ব্যস্ত হোৱাটোক অসমীয়া ভাষাৰ অগ্ৰণী সন্তান সকলে বহুতে পবিত্ৰ কৰ্ম বুলি জ্ঞান কৰিবলৈ লৈছিল। মাতৃ-পৰিচয়ৰ আগলৈকে হলিৰাম ঢেকিয়াল ফুকনে চাহাব প্ৰশাসকে অসম মুলুকৰ ইতিহাস আৰু দেশ-সম্ভৱ বুজিব পৰাকৈ বাংলা ভাষাত 'আসাম বুৰঞ্জি' লেখি প্ৰকাশ কৰিছিল, মণিৰাম দেৱানে বাংলা ভাষাৰ লগত অসমীয়া সংস্কৃত ভাষা মিহলাই 'বুৰঞ্জী বিবেকৰত্ন' লিখিছিল আৰু স্বয়ং আনন্দৰাম ঢেকিয়াল ফুকনে 'দেশীয় ভাষাত' অৰ্থাৎ বাংলা ভাষাত 'দেৱান কায়দা বন্দি' আৰু 'আইন ও ব্যৱস্থা সংগ্ৰহ' নামেৰে দুখন গ্ৰন্থ লেখি প্ৰকাশ কৰিছিল। এইবোৰৰ পূৰ্বেই মিচনেৰীসকলে শ্ৰীৰামপুৰৰ প্ৰেছৰ পৰা ১৮১৩ চনত বাইবেলখনৰ অসমীয়া অনুবাদ প্ৰকাশ কৰিছিল। 'অৰুণোদই'ৰ প্ৰকাশৰ আগতে ১৮৪৪ চনত কাশীনাথ তামুলি ফুকনৰ 'আসাম বুৰঞ্জী পুথি'খন ছপা কৰি উলিয়াই মিচনেৰীসকলেহে ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰা মানুহখিনিৰ সুকীয়া ভাষা এটা থকাৰ কথা প্ৰমাণ কৰে।

পৰিহাসৰ কথা ইয়ো আছিল যে ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়া ভাষাৰ 'স্বাধিকাৰ প্ৰতিষ্ঠাৰ' বাবে কৰা যুঁজখনৰ আক্ৰমণৰ ঘাটি (Operational base) কিন্তু কলকাতা আছিল আৰু বাঙালী লোকৰ ছপাশালবোৰেই অস্ত্ৰ-শস্ত্ৰ আৰু খাৰ-বাৰুদ নিৰ্মাণৰ কাৰখানা আছিল। সংৰক্ষণমূলক প্ৰতিক্ৰিয়াখিনি প্ৰকাশ হওঁতে আক্ৰমণাত্মক ৰূপ লৈছিল, আৰু এই সংৰক্ষণমূলক প্ৰতিক্ৰিয়াৰ আক্ৰমণাত্মক (কোনো কোনোৱে ইয়াক আত্মৰক্ষামূলক বুলিয়ো কোৱাৰ চেষ্টা কৰিব পাৰে যদিও তেনে যুক্তি বৰ দুৰ্বল হ'ব) বহিঃপ্ৰকাশেই আছিল কলকাতাত পঢ়ি থকা অসমীয়া ডেকাসকলে কলকাতাকে মুখ্য কাৰ্যালয় হিচাপে লৈ জন্ম দিয়া 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'। সভাৰ মুখপত্ৰ হিচাপে ১৮১০ শকৰ মাঘ বিহুৰ দিনা অৰ্থাৎ ১৮৮৯ চনৰ তেৰ জানুৱাৰী তাৰিখৰ পৰা মাহেকীয়া 'জোনাকী' প্ৰকাশ কৰা হৈছিল। উদ্দেশ্য ব্যাখ্যা কৰি 'জোনাকী'ৰ উদ্যোক্তাসকলে

লেখিছিল যে "নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে, উদ্দেশ্য দেশৰ উন্নতি 'জোনাক'। . আমি নিজকে যোগ্য নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ , অযোগ্য অধঃপতনলৈ যাব - Survival of the fittest পাঠকে দায় নধৰিব।"

দায় তেতিয়া কোনেও নধৰিছিল। দায় ধৰিবলৈ বলি নাৰায়ণ বৰাৰ 'মৌ'ৰ ১৮৮৭ চনৰ মাৰ্চতে মৃত্যু হৈছিল। আনন্দৰাম-গুণাভিৰাম-হেমচন্দ্ৰইঁতৰ বাংলাৰ বিৰুদ্ধে ভাষা-যুদ্ধখন বিপথে যোৱা দেখি বলিনাৰায়ণ বৰাই অত্যন্ত নিৰ্ভীকতাৰে স্পষ্ট ভাষাত তাৰ বিপৰীত সুৰত ৰণশিঙাত ফু দিছিল। বলিনাৰায়ণ বৰাই 'মৌ'ৰ যোগেদি দাঙি ধৰা অন্যান্য বিষয়ৰ বহুবোৰ মতামত বিতৰ্কমূলক, একদিশদৰ্শী, আনকি প্ৰতিক্ৰিয়াশীল আৰু অবাস্তৱ আছিল , কিন্তু ভাষা-সাহিত্যৰ সম্পৰ্কত তেখেতৰ দৃষ্টিকোণ তেতিয়াৰ দিনত বৈপ্লৱিক আছিল বুলিয়েই ক'ব লাগিব। 'মৌ'ৱে প্ৰদৰ্শন কৰা পথৰ ইংগিতত তাৰ পৰৱৰ্তী বছৰবোৰত জোনাকী, বিজুলী, উষা, বন্তি, বাঁহী আদিৰ মাধ্যমত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু সমাজত দ্ৰষ্টা আৰু স্ৰষ্টা হিচাপে প্ৰতিষ্ঠা লাভ কৰা তেতিয়াৰ কলকাতাস্থ অসমীয়া শিক্ষিত ডেকাসকল জাঙুৰ খাই উঠি 'মৌ' মাৰিবলৈ টঙালি বান্ধি ওলাইছিল। বৃদ্ধ বয়সত 'মোৰ জীৱন সোঁৱৰণ'ত লক্ষ্মীনাথ বেজবৰুৱাই অনুশোচনাৰে লিখিছিল যে "আমি তেতিয়া বঙলুৱা কাকতৰ বিদ্যাৰে খুন্দ খোৱা অসমীয়া ছাত্ৰৰ মোনা। আমাৰ মুৰ মেলি দিলে বিদ্যাৰ মাহ সৰিয়হ ওলাই পৰে। নতুন কংগ্ৰেছৰ ৰাজনৈতিক মতৰ কমাৰশালে আমাৰ মন পুৰি ৰঙাকৈ থৈছিল। আমাৰ অচিনাকি আওবাটে 'মৌ'ক যোৱা দেখি আমি টিঙৰি তুলা যেন হলোঁইক। আৰু আমি যেতিয়া দেখিলোঁ যে কংগ্ৰেছ বিৰোধী 'ইংলিশমেন' কাকতত 'মৌ'ৰ প্ৰশংসা ওলাল আমাক পায় কোনে? আমি প্ৰতাপচন্দ্ৰ চাটুৰ্জীৰ লেনৰ মেছৃত বহি সভাৰ উপৰি সভা কৰি 'মৌ' মাৰিবলৈ কঁকালত টঙালি বান্ধি উঠিলোঁইক। দুখৰ বিষয় আমাৰ misdirected energy অৰ্থাৎ কু-পথেদি নিয়োজিত শক্তিৰ বলত 'মৌ'ৱে বাহ লোৱা গছ পৰিল হালি। মৰিল 'মৌ'। আমি লৰালি কৰি তেতিয়া নুবুজিছিলোঁ যে 'মৌ'ৰ নিচিনা এনে ভাল কাকত এখন বধ কৰি আমাৰ দেশৰ কি অনিষ্টকে সাধন কৰিলোঁ।"

নিঃসন্দেহে নিষ্পাপ অনুশোচনাৰ স্বীকাৰোক্তি। তাৎপৰ্যপূৰ্ণ এয়ে যে স্বীকাৰোক্তিটোৱে অসমৰ জাতীয় জীৱনৰ বহু বিতৰ্কিত সমস্যা এটাৰ ঐতিহাসিক বাস্তৱতাৰ সাক্ষ্য বহন কৰি আছে। 'মৌ'ৰ বক্তব্যৰ বিপৰীতত নিজৰ স্থিতি কটকটীয়া কৰি ৰখা জোনাকী যুগৰ অসমৰ অগ্ৰজ বৌদ্ধিক সমাজে কেৱল 'মৌ'ৱে অনিষ্ট সাধন কৰা নাছিল, সেইসকল শ্ৰদ্ধেয় অগ্ৰজৰ অদূৰদৰ্শী স্বাজাত্যাভিমানে পৰৱৰ্তীকালত অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াটোকে বিভ্ৰান্ত আৰু বিদীৰ্ণ কৰি তুলিলে। যি জাতীয়তাবাদী ভাবাদৰ্শৰ কমাৰশালে ('নতুন কংগ্ৰেছৰ ৰাজনৈতিক মতৰ কমাৰশাল') তেওঁলোকৰ

চিন্তা-ভাৱনা 'পুৰি ৰঙাকৈ থৈছিল', অদূৰদৰ্শিতাৰ হাতুৰিৰ কোবত অসমৰ জাতি গঠনৰ আধাৰটোৱেই খণ্ড-বিখণ্ড হৈ গৈছিল। আজি আমাৰ বহুতৰ বাবে অস্বস্তিকৰ যেন লাগিলেও এই ঐতিহাসিক বাস্তৱক অস্বীকাৰ কৰিব নোৱাৰি যে জাতীয়তাবাদ (Nationalism) আৰু বৰ্ণবাদক (Castism) একাকাৰ কৰি পেলোৱাৰ কাৰণেই উত্তৰ স্বাধীন কালত অসমখন ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিসত্তাৰ আত্মনিয়ন্ত্ৰণ বা আত্মস্বাতন্ত্ৰ্যবোধৰ তত্বৰ আখৰাৰ সৰ্বোৎকৃষ্ট উৰ্বৰ ভূমি হৈ পৰিল। ভাষাৰ ভিত্তিত অসমৰ প্ৰান্তীয় বা আঞ্চলিক জাতীয়তাবাদ গঢ় লৈ উঠিছিল কাৰণে অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰীসকলৰ দাম্ভিক প্ৰচাৰ আৰু প্ৰসাৰমুখিতাই সুকীয়া সুকীয়া কথিত ভাষাৰ 'ব্যৱহাৰ থকা থলুৱা জনগোষ্ঠীসমূহক অধিক আত্ম-সচেতন আৰু আত্মৰক্ষামূলক কৰি তোলাত উদ্‌গনি দিছিল। 'উষা'ৰ পঞ্চম ভাগ ৫ম সংখ্যাত পদ্মনাথ গোহাঞিবৰুৱাই 'জোনাকী'ৰ সুৰতে ঘোষণা কৰিছিল যে "ভাৰতবৰ্ষত যেনেকৈ হিন্দীৰ সৰ্বত্ৰ প্ৰভুত্ব আসাম তেনেকৈ ভাৰতবৰ্ষৰ আৰ্হি আৰু আসামত তেনেকৈ অসমীয়াৰ সৰ্বত্ৰ প্ৰভুত্ব চলিব লাগিছে আৰু চলি থাকিব" (পদ্মনাথ গোহাঞিবৰুৱাৰ উষা আৰু বিজুলীৰ অৱদান—লেখক—উপেন্দ্ৰ বৰকটকী, অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস, ১৯৯৮)। পৰিণাম স্বৰূপে আহোম ৰাজত্বৰ কালতকৈ অধিক অঞ্চল আৰু অধিক থলুৱা জনগোষ্ঠীক সামৰি ইয়াণ্ডাবু সন্ধিৰ পৰবৰ্তী কালত বৃটিছৰ প্ৰশাসনীয় ব্যৱস্থাত যি নতুন অসমীয়া জাতি গঠনৰ আধাৰ এটাৰ সৃষ্টি হৈছিল, বৰ্ণবাদৰ দাম্ভিকতাত সেই আধাৰ ভাগি পৰিল। বৃটিছ সাম্ৰাজ্যবাদেও বিভিন্ন আইনগত, প্ৰশাসনীয় আৰু প্ৰৰোচনামূলক ব্যৱস্থাৰে জাতি গঠনৰ প্ৰক্ৰিয়াটোক বাধাগ্ৰস্ত কৰি তুলিছিল। "এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ , অযোগ্য অধঃপতনলৈ যাব, - Survival of the fittest " 'জোনাকী'ৰ এই উদ্দেশ্য ব্যাখ্যাত সেই বৰ্ণবাদী দাম্ভিকতাৰ সুৰ অত্যন্ত স্পষ্ট। এনেধৰণে কৰা ঘোষণাৰে আজিৰ দিনত বাদেই, স্বাধীনতালাভৰ সময়তো অসমত আলোচনী-বাতৰি কাকত আদি প্ৰকাশ কৰি জীয়াই ৰখা সম্ভৱ নহ'লহেঁতেন। 'জোনাকী'ৰ পৰা আৰম্ভ কৰি স্বাধীনতালাভৰ সময়লৈকে অসমৰ বাতৰি কাকত আৰু আলোচনীবোৰৰ আয়ুস কম হোৱাৰ ইয়ো এক কাৰণ হ'ব পাৰে। কিয়নো আলোচনী বাতৰি কাকতবোৰৰ বৰ্ণবাদী উচ্চাভিমানবোধৰ কাৰণে অসমৰ সকলোবোৰ থলুৱা জনগোষ্ঠীৰ কাৰণে গ্ৰহণযোগ্য হৈ উঠা নাছিল। সেই সময়ত তেওঁলোকে বোধকৰোঁ ভাবিবই পৰা নাছিল যে পৰিবৰ্তিত সময় আৰু সমাজত শিক্ষা কেৱল উচ্চবৰ্ণ, অভিজাত আৰু চহকী সকলৰ একচেটিয়া স্বত্ব হৈ নাথাকিব। সাৰ্বজনীন শিক্ষাক বাধ্যতামূলক কৰাটো ৰাষ্ট্ৰীয় নীতিত পৰিণত হ'ব বুলি তেওঁলোকে তেতিয়া অনুমানো কৰিব নোৱাৰিছিল। সেই সময়ত 'অযোগ্য' বুলি ভবা থলুৱা ভাষিক জনগোষ্ঠীবোৰৰ মাজতো এসময়ত শিক্ষিত শ্ৰেণী এটাৰ জন্ম হৈ নিজৰ নিজৰ গোষ্ঠীগত পৰিচয়ৰে আত্মপ্ৰতিষ্ঠাৰ যোগ্যতা অৰ্জনৰ স্পৃহা জাগ্ৰত হ'বগৈ পাৰে আৰু তেওঁলোকেও

নিজৰ যোগ্যতা প্ৰমাণ কৰিব পৰাকৈ শিক্ষিত আৰু সুদক্ষ হৈ উঠিব পাৰে বুলি অসমীয়া ভাষা যুদ্ধৰ ৰথী-মহাৰথীসকলে কল্পনা কৰি চাবলৈকো যত্ন কৰাৰ প্ৰমাণ বিচাৰি পাবলৈ নাই। 'জোনাকী' আৰু তাৰ পিছৰ কালৰ ভাষা-যুঁজৰ দ্ৰোণাচাৰ্য সকলে ভাবিবই পৰা নাছিল যে বিনাদ্বিধাই বৃদ্ধাঙুলি দক্ষিণা হিচাপে আগবঢ়াই দক্ষতাহীন হ'বলৈ আধুনিক কালৰ একলব্যসকলৰ আধুনিক সংস্কৰণটো মান্তি নহ'বগৈয়ো পাৰে।

মান্তি নহ'লো। দুৰ্ভাৰ্গ্যজনক কথা এয়ে যে নিজে নামি লোৱা পানীত নিজে তোলা ঢৌত ভাষা-যুঁজৰ ৰথী-মহাৰথী আৰু তেওঁলোকৰ পদানুসৰণকাৰী সকলক তেতিয়াৰ অসমৰ জাতীয় জীৱনত সামাজিক সম্ভ্ৰমৰ ঢৌৰ বলয়ৰ লহৰত সগৌৰৱেৰে আৰু গুৰু-গাম্ভীৰ্যৰে ভাহি ফুৰা শুকুলা ৰাজহংস যেনেই লাগিছিল। কিন্তু তেতিয়াৰ পৰাই সেই ঢৌৰ খলকনিয়ে যে তেওঁলোকৰ গাৰ কাষৰ পাৰতেই গৰাখহনীয়াৰ সৃষ্টি কৰিব, সেই কথা তেওঁলোকৰ উপলব্ধিৰো অগোচৰ আছিল। ভাবি চালে আশ্চৰ্যৰ কথা ইযো যে কুৰি শতিকাৰ ষাঠিৰ দশকৰ পৰা যেতিয়া অসমত সামাজিক আৰু ৰাজনৈতিক গৰাখহনীয়া আৰম্ভ হৈছিল, তেতিয়াও অসমীয়া সাহিত্য আৰু সমাজত সম্ভ্ৰম বুটলি ফুৰা জোনাকী যুগৰ উত্তৰাধিকাৰ আৰু অনুগামীসকলে অসমীয়া ভাষা প্ৰসাৰৰ বৰটোপ ফুটোৱাই ৰাজ্য ভাষা আইনখন চৰকাৰৰ হতুৱাই প্ৰণয়ন কৰোৱাই, ঢৌৰ লগতে ধুমুহাও সৃষ্টি কৰি, অসমীযা ভাষা-সাহিত্যৰ অৱশিষ্ট পৃষ্ঠভূমিকণো নিঃশেষ কৰি পেলোৱাৰ ব্যৱস্থাহে কৰিলে। আজিও অসমত সেই ভাষা-যুদ্ধৰ পিতামহসকলৰে কেইগৰাকীমান জীৱিত, প্ৰ-পিতামহসকলৰ ইতিমধ্যেই দেহাৱসান ঘটিছে, কিন্তু তেখেতসকলৰ লগতে পূৰ্বসূৰীসকলৰ কাৰ্য-অকাৰ্যৰ পৰিণাম সম্পৰ্কে আত্মসমালোচনা বা আত্মোপলব্ধি ৰাজহুৱাকৈ প্ৰকাশ কৰিবলৈ বেজবৰুৱাৰ সৎসাহস তেওঁলোকে গোটাব পৰা নাই।

স্বাধীনতাৰ চুক্তিৰ পাছত যিখন প্ৰশাসনিক আৰু ভৌগোলিক অসমৰ জন্ম হৈছিল, সেইখন অসমৰ বহুসংখ্যক জনসংখ্যাৰ মাতৃভাষা অসমীযা আছিল। অৰুণাচল (নেফা), নাগালেণ্ড (নগা পাহাৰ জিলা), মিজোৰাম (লুচাই পাহাৰ জিলা), মেঘালয (গাৰো আৰু খাচীয়া-জয়ন্তীয়া পাহাৰ জিলা) আদিত ভগা ভগা অসমীয়া ভাষাই ভাব বিনিময়ৰ একমাত্ৰ মাধ্যম হিচাপে ব্যৱহৃত হৈ আছিল। প্ৰশাসনীয়ভাৱে নহ'লেও সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক সমন্বয় আৰু সৌহাৰ্দ্যৰ বাবেই উত্তৰ পূৰ্বাঞ্চলৰ এইটো অংশত এসময়ত পৰ্বত পাহাৰৰ জনগোষ্ঠীসমূহে ভাব বিনিমযৰ উমৈহতীয়া আৰু সহজ মাধ্যম হিচাপে অসমীয়া ভাষা ব্যৱহাৰৰ সম্ভাৱনাই আটাইতকৈ উজ্জ্বল আছিল। কিন্তু Survival of the fittest অৰ্থাৎ আটাইতকৈ যোগ্যসকলৰ বাবেহে বসুন্ধৰা ভোগ্য তত্ত্বত বিশ্বাসী ভাষা-যুঁজৰ সেইসকল ৰথী-মহাৰথীয়ে স্বাজাত্যাভিমানৰ অমঙ্গলীয়া আধাৰত গঢ় দিয়া অসমৰ ভাষাকেন্দ্ৰিক জাতীয়তাবাদৰ স্বাৰ্থত অসমীয়া ভাষাতত্ত্ব আৰু শব্দতত্ত্বৰ শিপা বিচাৰি আৰ্যাবৰ্তলৈ ঢাপলি মেলিছিল। তেওঁলোকে চুবুৰীয়া ভাষা-দোৱানৰ

শব্দবোৰক অনাৰ্যসম্ভূত বুলি পূৰ্বধাৰণা কৰি লৈ পৰিভাষাৰ সন্ধানৰ ক্ষেত্ৰতো দেৱ-ভাষাৰ ব্যাকৰণ-অভিধানহে চলাথ কৰিছিল। বৃটিছ প্ৰশাসক-লিখক, ইউৰোপীয় ভাষাতত্ত্ববিদ সকলৰ দৃষ্টান্ত থকা সত্ত্বেও প্ৰাক্-স্বাধীনতা আৰু উত্তৰ-স্বাধীন কালৰ প্ৰথম দশক কেইটাত কোনো অসমীয়া পণ্ডিতে থলুৱা আৰু ওচৰচুবুৰীয়া জনজাতীয় লোকৰ ভাষা-সংস্কৃতিৰ প্ৰভাৱ অসমীয়া ভাষা-সংস্কৃতিত কিমান অথবা অসমীয়াৰ জনজীৱনত স্থানীয় জনজাতীয় জীৱনধাৰাৰ প্ৰভাৱ কিমান সেই সম্পৰ্কে গৱেষণা কৰা বা কৰোৱা পৰিলক্ষিত নহ'ল। সাহিত্য সভাই তেতিয়াও বাৰ্ষিক অধিবেশন পাতি ৰাজকীয় জাকজমকতাৰে সভাপতি আদৰাৰ খৰচী চথতে গোটেই অনুষ্ঠানটো ব্যস্ত ৰাখিছিল আৰু আজিও তাৰেই পুনৰাবৃত্তি কৰি আছে। থলুৱা আৰু চুবুৰীয়া জনজাতীয় লোকৰ ভাষাৰ পৰা, তেওঁলোকৰ সামাজিক-সাংস্কৃতিক জীৱনধাৰাৰ পৰা এটাও শব্দ গ্ৰহণ নকৰাকৈ অসম সাহিত্য সভাই তেতিয়াই অবিভক্ত অসমত অসমীয়া ভাষাটোক আইনৰ জোৰত জাপি দিছিল। অসমীয়া ভাষা আইনৰ বিৰোধিতা কৰা সকলৰ বিৰুদ্ধে অসম সাহিত্য সভাৰ বিষয়বাব আৰু চীলমোহৰ মাৰি যুক্তি (অযুক্তি ?) প্ৰদৰ্শন কৰি প্ৰবন্ধ লিখা আৰু পুস্তিকা প্ৰকাশ কৰা অসমীয়া ভাষা-সাহিত্যৰ স্বনামধন্য ব্যক্তিসকলৰ লিখাসমূহ ইয়াত উদ্ধৃত কৰি প্ৰবন্ধটো দীঘলীয়া কৰাৰ পৰা বিৰত থাকিলোঁ। কিন্তু অসমীয়া জাতীয় অস্তিত্বই অনিশ্চিত হৈ উঠাৰ সময়ত জাতীয় বিপন্নতাৰ শিপডাল বিচাৰি যেতিয়া উত্তৰকালৰ সমাজে ইতিহাসলৈ মনোযোগ দিব, তেতিয়া আজি অতীত হৈ পৰা অগ্ৰজ সকলক ইতিহাসে কিদৰে মূল্যাংকন কৰিব সেইটো সেই সময়ৰ প্ৰজন্মইহে নিৰ্ণয় কৰিব পাৰিব।

ভালকৈ গমি চালে দেখিবলৈ পোৱা যাব যে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ ভ্ৰূণাৱস্থাতেই— 'জোনাকী'ৰ চেঙেলীয়াহঁতৰ হাতত অসমীয়াই জাতীয় নেতৃত্ব এৰি দিছিল। যোৱা ১১৬ বছৰ ধৰি সেই পৰম্পৰা অব্যাহত আছে। ভাষা-সাহিত্য আৰু সমাজৰ নেতৃত্ব ১৮৮৯ চনতে কলেজীয়া ছাত্ৰৰ হাতত এৰি দিয়াৰ পৰিণাম আমি ইতিমধ্যে ওপৰত উল্লেখ কৰিছোঁ। পৰম্পৰাটোৱে অসমৰ ভৌগোলিক অখণ্ডতাৰ কি ৰূপ দিবগৈ সেইটো ভৱিষ্যতবাণী কৰিব নোৱাৰি। একেদৰেই অসমীয়া জাতিৰ পৰিচয়ৰ বাবে ভৱিষ্যতে কি দস্তাবেজ বাচি থাকিবগৈ, সেইটোও আজি অনুমান কৰিব নোৱাৰা বিষয় হৈ পৰিল।

গণতান্ত্ৰিক শাসন আৰু সমাজ-ব্যৱস্থাত ক্ষুদ্ৰ ক্ষুদ্ৰ ভাষিক আৰু নৃ-গোষ্ঠিক জাতি-সমূহবো সম-বিকাশ নিশ্চিত কৰাটো ৰাষ্ট্ৰৰ কৰ্তব্য। কেৱল সেয়ে নহয়, সামাজিক সমতাও নিশ্চিত কৰাটো অপৰিহাৰ্য , কিয়নো অসমৰ দৰে বহুভাষিক, বহু নৃ-গোষ্ঠিক আৰু বহুধৰ্মীয় সামাজিক জন-গাঁথনিৰ ৰাজ্য এখনত প্ৰতিটো জাতি বা গোষ্ঠীৰ উমৈহতীয়া বৰঙণিৰেহে বহল অসমীয়া সমাজ গঢ় ল'ব পাৰিব। তাৰবাবে যিমানেই ক্ষুদ্ৰ জাতিসত্তা

বা জনগোষ্ঠী নহওক লাগিলে, শিক্ষা-দীক্ষা আৰু অৰ্থ-সম্পদেৰে তেওঁলোকৰ নিকা স্থিতি যেনেকুৱাই নহওক লাগিলে, তেওঁলোকৰ প্ৰত্যেকেই সম-মৰ্যাদাৰ, সম-আত্মীয়তাৰ কেৱল আনুষ্ঠানিক স্বীকৃতি নহয়, ঘাইসুঁতিৰ পৰা ব্যৱহাৰিক স্বীকৃতি পাব লাগিব। আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত অসমীয়া এজনে সুনাম-সুখ্যাতি অৰ্জন কৰিলে ভাৰতে আৰু বিশ্বই যিদৰে তেওঁক প্ৰথমে ভাৰতীয় বুলি আৰু তাৰ পিছতহে অসমীয়া বুলি স্বীকৃতি দিব, ঠিক তেনেদৰেই অসমৰ ভৌগোলিক সীমাই সামৰা অঞ্চলৰ যিকোনো জনগোষ্ঠীৰ লোকৰ সুনাম-সুখ্যাতিয়ে সৰ্বপ্ৰথমে তেওঁৰ অসমীয়া পৰিচয়টোহে দাঙি ধৰিব।

এই দৃষ্টিকোণৰ পৰাই অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিগত বৰেণ্য ব্যক্তিত্বসমূহৰ জীৱনী এখন সংগ্ৰহ কৰি একত্ৰে প্ৰকাশৰ পৰিকল্পনা এটা হাতত লোৱা হৈছিল। প্ৰতিটো জনগোষ্ঠীৰ বৰেণ্য ব্যক্তিসকলে অজস্ৰ প্ৰতিকূলতা সত্ত্বেও নিজৰ নিজৰ সাধ্যানুসাৰে স্ব-গোষ্ঠীৰ শিক্ষা, সমাজ, সাহিত্য, সংস্কৃতি আৰু ৰাজনীতিলৈ যথাযোগ্য বৰঙণি আগবঢ়াই তাৰ মাধ্যমেৰে বৃহত্তৰ অসম আৰু অসমীয়া সমাজলৈকো স্মৰণীয় বৰঙণি আগবঢ়াই থৈ গৈছে। সেইসকল ব্যক্তি কেৱল তেওঁলোকৰ স্ব-গোষ্ঠীৰ ভিতৰতেই শ্ৰদ্ধেয় আৰু স্মৰণীয় নহয়, অসমৰ প্ৰতিটো জনগোষ্ঠীৰেই শ্ৰদ্ধেয় আৰু স্মৰণীয়। কিন্তু সেইসকল শ্ৰদ্ধেয় আৰু স্মৰণীয় ব্যক্তিক অন্য অন্য জনগোষ্ঠীৰ কথা বাদেই, স্ব-গোষ্ঠীৰে শতকৰা আশীজনেই নাজানে। কোনোৱে হয়তো নামটোকেই শুনা নাই। নাম শুনা সকলৰে শতকৰা আশীজনেই আকৌ তেওঁলোকৰ বিশেষত্ব আৰু বৰঙণি সম্পৰ্কে দুটা বাক্যও ক'ব নোৱাৰে। এনে বাস্তৱতাক আমাৰ জাতীয় দুৰ্ভাগ্য বুলিয়েই ক'ব লাগিব।

'বৰেণ্য ব্যক্তিত্ব' নামকৰণেৰে আমি ইয়াত অসমৰ দহটা জনগোষ্ঠীৰ ৪৩ জন বিগত বৰেণ্য ব্যক্তিৰ চমু জীৱনী সংকলন পাঠকলৈ আগবঢ়াইছোঁ। কম সময়ৰ ভিতৰত যুগুতাই উলিওৱাৰ কাৰণে জীৱনীসমূহত তথ্যৰ আৰু আন খুঁত ৰৈ যোৱাটো স্বাভাৱিক। সময়ৰ অভাৱৰ কাৰণে সংকলনটোত অন্তৰ্ভুক্ত প্ৰতিজন ব্যক্তিৰ সম্পৰ্কীয় তথ্যসমূহ পুনঃপৰীক্ষা কৰি চাব নোৱৰাৰ কাৰণেই তেনে আসোঁৱাহ ৰৈ যোৱাৰ সম্ভাৱনা বেছি। যদি কিবা ভুল হৈছে, সেইসকল ব্যক্তিৰ পৰিয়ালৰ লোকেই হওক বা পৰিচিত বন্ধুৱেই হওক, তথ্য সহকাৰে অসম প্ৰকাশন পৰিষদক জনালে, দ্বিতীয় সংস্কৰণত প্ৰয়োজনীয় সংশোধন কৰি দিব পাৰিব। সংকলনখনিয়ে অসমীয়া ভাষা-সাহিত্য আৰু সমাজৰ এই অৱহেলিত দিশটোৰ আংশিক ক্ষতিপূৰণ কৰিব বুলি আমি আশাবাদী।

গুৱাহাটী
মাৰ্চ, ২০০৫

লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

# কৃতজ্ঞতা

জীৱনীখন সংকলন কৰিবলৈ লৈহে আমাৰ অভিজ্ঞতা হ'ল যে অসমৰ বিভিন্ন জনজাতীয় জনগোষ্ঠীৰ বৰেণ্য ব্যক্তিসকলৰ জীৱন-কথা— অন্য জনগোষ্ঠী লোকৰ কথা বাদেই, স্ব-গোষ্ঠীৰেই আটাইতকৈ শিক্ষিত চামটোৰো অধিকাংশৰ বাবেই অজানা। ব্যক্তিগৰাকী সম্পৰ্কে চাৰি-পাঁচটা বাক্যতকৈ তেওঁলোকৰ বহুতেই একো নাজানে। সেয়ে আমাৰ হাবাথুৰি খাবলগীয়া হ'ল। ডিমাছা আৰু তিৱাসকলৰ বিগত বৰেণ্য ব্যক্তিসকলৰ চমু জীৱনী একোখন লেখি দিবলৈ এজনো লেখক বিচাৰি উলিয়াব নোৱাৰিলোঁ। মোৰ চাকৰি জীৱনৰ বন্ধু ভাৰতীয় প্ৰশাসনীয় সেৱাৰ বিষয়া শ্ৰীবীৰভদ্ৰ হাগ্‌জেৰে তেখেতৰ দেউতাক জয়ভদ্ৰ হাগ্‌জেৰ, সোণাৰাম থাওছেন আৰু সুৰথ চন্দ্ৰ দৌলাগাপু সম্পৰ্কীয় মূল তথ্যখিনি ইংৰাজীতে টাইপ কৰি মোৰ হাতত দিছিল। অনুজ বন্ধু পৰমানন্দ মজুমদাৰৰ হতুৱাই সেই তিনিজন ব্যক্তিৰ চমু জীৱনী তিনিখন প্ৰস্তুত কৰোৱা হৈছে। উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ উপায়ুক্ত বন্ধুবৰ শ্ৰীঅনিল [illegible] তেওঁলোকৰ জীৱনী-লেখক বিচাৰি উলিয়াব নোৱাৰি হাফলং সম্পৰ্কে স্মৃতিগ্ৰন্থ এখনত প্ৰকাশিত তথ্যকে মোলৈ পঠিয়াই দিছিল। আনহাতে তিৱা জনগোষ্ঠীৰ বিগত বৰেণ্য লোকসকলৰ জীৱনী যুগুতাই দিয়াৰ দায়িত্ব লৈ সেই সম্প্ৰদায়ৰে অধ্যাপক এজনে ছমাহমানৰ মূৰত হা-না একো নকৈ আমাৰ পৰা এৰাই চলা আৰম্ভ কৰিলে। অৱশেষত গুৱাহাটী বিশ্ববিদ্যালয়ৰ মোৰ সহপাঠী বন্ধু, বৰ্তমান মৰিগাঁও জিলাৰ জিলা পৰিষদৰ মুখ্য কাৰ্যবাহী বিষয়া, জনপ্ৰিয় গল্পকাৰ ঔপন্যাসিক অসম অসামৰিক সেৱাৰ বিষয়া শ্ৰীনৃপেন্দ্ৰ নাথ শৰ্মাক অনুৰোধ কৰিহে চাৰি গৰাকী তিৱা জনগোষ্ঠীৰ বৰেণ্য ব্যক্তিৰ জীৱনী সংগ্ৰহ কৰি আনি সংকলনটোত সন্নিবিষ্ট কৰিব লগা হৈছে।

আনহাতে অসমৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহৰে অন্যতম ফাকিয়াল আৰু শ্যামসকলৰ মাজত জীৱনী সংকলনটোৰ বাবে নিৰ্দিষ্ট কৰি লোৱা মানদণ্ডৰ বিগত ব্যক্তিত্ব অত্যন্তই বিৰল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত তাই ভাষাৰ পণ্ডিত হিচাপে একালত চাকৰি কৰা আইম্যাখেং গোহাঁইৰ জীৱনীখন তেখেতৰ জোৱাই তিপেধৌন গোহাঁয়েহে প্ৰস্তুত কৰি উলিয়াব লগা হ'ল। শ্যাম জনগোষ্ঠীৰ শাসনবংশ ভিক্ষু হিচাপে পৰিচিত ভদন্ত শাসনবংশ মহাথেৰৰ জীৱনীখন আমাৰ অনুৰোধ ৰক্ষা কৰি অধ্যাপক ললিত শ্যামে অতি কম সময়ৰ ভিতৰতে যুগুতাই দিছে।

বড়ো জনগোষ্ঠীৰ জীৱনীকেইখনৰ বাবে শ্ৰীৰত্নেশ্বৰ বসুমতাৰী আৰু কাতীন্দ্ৰ স্বৰ্গীয়াৰীয়ে লোৱা তৎপৰতাইহে আমাক উদ্ধাৰ কৰিলে। তৰেন বড়ো আৰু ড° মঙ্গল সিং হাজোৱাৰীৰ বৰগুণিও এই ক্ষেত্ৰত স্মৰণীয়।

আমাৰ অনুৰোধ ৰক্ষা কৰি এবাৰো সোঁৱৰাই নিদিয়াকৈয়ে ড° উপেন ৰাভা হাকাচামে ৰাভা জীৱনীকেইখন, শ্ৰদ্ধেয় ৰং বং তেৰাং ভাগুৰীয়াই কাৰ্বি, ভাৰতীয় পুলিচ সেৱাৰ বিষয়া ড° যতীন মিপুনে মিছিং জনগোষ্ঠীৰ বৰেণ্য ব্যক্তিৰ জীৱনীকেইখন সময়মতেই পৰিষদক জমা দিয়াটোক কৃতজ্ঞতাৰে স্বীকাৰ কৰিব লাগিব। ভাৰতীয় ডাক-সেৱাৰ প্ৰাক্তন বিষয়া সু-লেখক বন্ধুবৰ শ্ৰীইন্দিবৰ দেউৰীয়ে দেউৰী জনগোষ্ঠীৰ জীৱনীকেইখন যুগুতাই দিছে। চাহ জনজাতি জনগোষ্ঠীয়ে বহুকেইজন বৰেণ্য ব্যক্তিৰ জন্ম দিছে। কিন্তু তেওঁলোকৰ শ্ৰমিকসকল যিদৰে সংগঠনৰ শৃংখলাৰে শৃংখলিত, শিক্ষিতসকল সেই বান্ধোনৰ বাহিৰ হৈ পৰাৰ কাৰণে তেওঁলোকৰ বিগত বৰেণ্যসকলৰ জীৱনী সংগ্ৰহ কৰোঁতে যথেষ্ট কষ্টৰ সন্মুখীন হ'ব লগা হ'ল। আমাৰ উপলব্ধি মতে স্ব-জাতি স্ব-গোষ্ঠীৰ বিগত পৌৰুষ আৰু ব্যক্তিত্বক উত্তৰ-পুৰুষে কেৱল চিনি পোৱাই নহয়, যথাযোগ্য শ্ৰদ্ধা জনোৱা আৰু স্বীকৃতি দিবলৈ পাহৰিলে সমাজ-জীৱনৰ অৰ্থ আৰু সমাজ সেৱাৰ উদ্দেশ্যই ধোঁৱা হৈ যাব। তাৰ পৰিণাম সামাজিক আৰু বৌদ্ধিক অৰাজকতাও হ'ব পাৰে।

জীৱনী সংগ্ৰহটোত নিজে লেখি অথবা আনৰ হতুৱাই লেখোৱাই সহায় কৰাৰ কাৰণে সৰ্বশ্ৰী তৰেন বড়ো, বিৰূপাক্ষ গিৰি বসুমতাৰী, ৰত্নেশ্বৰ বসুমতাৰী, ড° মঙ্গল সিং হাজোৱাৰী, ড° উপেন ৰাভা হাকাচাম, ইন্দিবৰ দেউৰী, ষড়ানন দেউৰী, ৰং বং তেৰাং, বিদ্যাছিং ৰংপি, মানিক চন্দ্ৰ দাৱ, নবীন টায়ে, কৃষ্ণৰাম মিৰি, মনোমতী দলে পাতিৰি, পদুমী গাজলু, কপিলাচ তাঁতী, কমল তাঁতী, ললিত শ্যাম, গুিপেখৌন গোহাঁই, পৰমানন্দ মজুমদাৰ, ভূপেন্দ্ৰ নাথ শৰ্মা, মিলেশ্বৰ পাতৰ, ড° যতীন মিপুন, অনিল বৰুৱা আৰু বীৰভদ্ৰ হাগজেৰলৈ অসম প্ৰকাশন পৰিষদে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছে।

গুৱাহাটী
মাৰ্চ, ২০০৫

লক্ষ্মীনাথ তামুলী
সচিব
অসম প্ৰকাশন পৰিষদ

# সূচী-পত্ৰ

# ৰূপনাথ ব্ৰহ্ম

বিৰূপাক্ষ গিৰি বসুমতাৰী

অসমৰ অনাদৃত অৱহেলিত সমাজৰ আকাশত উজ্জ্বল জ্যোতিষ্কৰ দৰে আৱিৰ্ভাৱ হৈছিল ৰূপনাথ ব্ৰহ্ম। সকলো দিশতে পিছপৰা জনজাতীয় সমাজৰ শিক্ষা সাহিত্য আৰু সংস্কৃতিৰ বিকাশত এইজনা ব্যক্তিয়ে অনন্য অৱদান আগবঢ়াই থৈ গৈছে।

এতিয়াৰ কোকৰাঝাৰ চহৰৰপৰা এক কিলোমিটাৰ নিলগত অৱস্থিত ওবাবাৰী গাঁৱৰ এটি সম্ভ্ৰান্ত পৰিয়ালত ১৯০২ চনৰ ১৫ জুনত ৰূপনাথ ব্ৰহ্মাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ধৱজেন্দ্ৰ ব্ৰহ্ম আৰু মাতৃৰ নাম খীৰ্মামতী ব্ৰহ্ম আছিল।

তেতিয়াৰ দিনত কাঠৰ এজন প্ৰসিদ্ধ ব্যৱসায়ী ৰূপে প্ৰতিষ্ঠিত ধৱজেন্দ্ৰ ব্ৰহ্মাৰ ঘৰত সোণৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰিছিল ৰূপনাথ ব্ৰহ্মাই। প্ৰকৃতিৰ কিনন্দীয়া পৰিৱেশত উমলি-জামলি ডাঙৰ হৈছিল ৰূপনাথ। মুক্ত আকাশ, মুক্ত পৰিৱেশৰ মাজত এটি মুকলিমূৰীয়া মন লৈ ডাঙৰ হোৱা ৰূপনাথে লগৰীয়াৰ স'তে কেতিয়াবা শাল বনৰ তলে তলে দৌৰি ফুৰিছিল। মাজে মাজে থাবং নৈত হেঁপাহ পলুৱাই গা ধুইছিল আৰু কেতিয়াবা বাওখুংগ্ৰী, নাৰ্জাংগুৰি পাহাৰ বগাবলৈ গৈছিল। শৈশৱতে মাতৃহাৰা হোৱা ৰূপনাথক বিমাতা সত্তেশ্ৰীয়ে তুলি তালি ডাঙৰ-দীঘল কৰে। সেই সময়ত এতিয়াৰ দৰে গাঁৱে গাঁৱে পঢ়াশালি নাছিল। আজিৰ দৰে শিক্ষা লাভৰ সুবিধাও নাছিল। সেয়ে ৰূপনাথক দেউতাকে কোকৰাঝাৰৰ তেতিয়াৰ দিনৰ একমাত্ৰ প্ৰাথমিক বিদ্যালয়ৰ বৰ্ডিংত ৰাখি পঢ়ুৱায়। ৰূপনাথ ব্ৰহ্মাই প্ৰাথমিক বিদ্যালয়ৰ তৃতীয় শ্ৰেণীৰ চূড়ান্ত পৰীক্ষাত ছাত্ৰবৃত্তি লাভ কৰি উত্তীৰ্ণ হয়। ইয়াৰ পিছতে ১৯১৪ চনত ধুবুৰীৰ হাইস্কুলত পঢ়িবলৈ লয়। দশম শ্ৰেণীত পঢ়ি থকা সময়তে দময়ন্তী ব্ৰহ্মাৰ লগত বিবাহপাশত আবদ্ধ হয়। ৰূপনাথ ব্ৰহ্মাৰ পঢ়াৰ মাধ্যম বাংলা ভাষা আছিল। সেই সময়ত অসমৰ শিক্ষানুষ্ঠানত শিক্ষাৰ মাধ্যম হিচাপে বাংলা ভাষা চলিছিল। ১৯২০ চনত কৃতিত্বৰে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নামভৰ্তি কৰে। কটন কলেজৰ পৰা ১৯২৫ চনত স্নাতক হৈ কলিকতা বিশ্ববিদ্যালয়ত এম এ আৰু বি এল পঢ়িবলৈ লয়। শাৰীৰিক কাৰণত এম এ পঢ়া আধৰুৱা কৰি থৈ বি এল ডিগ্ৰী লৈ অসমলৈ উভতি আহে আৰু ধুবুৰীৰ ক'ৰ্টত ওকালতি আৰম্ভ কৰে। কিন্তু ওকালতি বৃত্তিত মন নবহাত ওকালতি এৰি দিয়ে। সেই সময়তে তেওঁ ধুবুৰী লোকেল ব'ৰ্ডৰ সদস্য হয়। ধুবুৰীৰ লোকেল ব'ৰ্ডৰ সদস্য হৈ

থকা সময়তে অসমৰ অনগ্ৰসৰ জনজাতি সমাজক শিক্ষাত অগ্ৰসৰ কৰাই ৰাজনীতিত সচেতনতা আনিবলৈ ৰাজনৈতিক মঞ্চ গঠনৰ পণ লয়। এই উদ্দেশ্যেৰে সেই সময়ত শিক্ষিত সচেতন ব্যক্তি ডিব্ৰুগড় জিলাৰ দেউৰী সম্প্ৰদায়ৰ নেতা ভীমবৰ দেউৰীৰ লগে লগে আৰু অন্যান্য পিছপৰা জনগোষ্ঠীক লৈ ১৯৩৩ চনত ট্ৰাইবেল লীগ গঠন কৰে। তেওঁলোকৰ সুনেতৃত্বত ১৯৩৬ চনত এটি শক্তিশালী ৰাজনৈতিক সংগঠন হিচাপে প্ৰতিষ্ঠা লাভ কৰে। ট্ৰাইবেল লীগৰ মূল উদ্দেশ্য আছিল জনজাতিসকলৰ স্বাৰ্থৰ হকে মাত মতা আৰু অস্তিত্ব ৰক্ষা কৰা, বিভিন্ন দাবীৰ লগতে অসম বিধান সভাত ট্ৰাইবেলৰ কাৰণে সংৰক্ষিত আসনৰ ব্যৱস্থা কৰা আদি। ট্ৰাইবেল লীগৰ দাবী মানি তেতিয়াৰ ব্ৰিটিছ চৰকাৰে অসম বিধান সভাত পাঁচখন আসন সংৰক্ষণৰ নিৰ্দেশ দিছিল। ৰূপনাথৰ যত্নত ট্ৰাইবেল লীগৰ ৰাজনৈতিক মঞ্চৰ ভিত্তি দৃঢ় আৰু শক্তিশালী হয়। সেই সময়তে ব্ৰহ্মৰ পিতৃ বিয়োগ ঘটে। শোকত কাতৰ হৈ থকা অৱস্থাতে গুৰুদেৱ কালীচৰণ ব্ৰহ্মৰ সান্নিধ্য লাভ কৰে। গুৰুদেৱ আছিল শ্ৰীমত্ স্বামী শিৱনাৰায়ণ পৰমহংসৰ ব্ৰহ্ম ধৰ্মৰ প্ৰচাৰক, সমাজ সংস্কাৰক, সংগঠক আৰু সমন্বয়-সম্প্ৰীতিৰ বাহক। বড়ো সমাজৰ অগ্ৰগতিৰ মূল কাণ্ডাৰী আছিল গুৰুদেৱ কালীচৰণ ব্ৰহ্ম। গুৰুদেৱৰ আশীষ-ধন্য হৈ তেওঁ সমাজৰ কামত মনোনিৱেশ কৰে। ১৯৩৭ চনৰ নিৰ্বাচনত বিনা প্ৰতিদ্বন্দ্বিতাৰে অসম বিধান সভালৈ নিৰ্বাচিত হৈ ১৯৩৮ চনত ছাদুল্লা নেতৃত্বাধীন অসম কংগ্ৰেছ মন্ত্ৰী সভাৰ কেবিনেট মন্ত্ৰী হয়। পিছত ছাদুল্লা মন্ত্ৰী সভাৰপৰা ওলাই আহি গোপীনাথ বৰদলৈৰ কংগ্ৰেছ মন্ত্ৰীসভা গঠনত অৰিহণা যোগোৱাৰ লগতে মন্ত্ৰীসভাত যোগদান কৰে। তেনেকৈ ১৯৩৭ চনৰ পৰা ১৯৬৭ চনলৈ অসম বিধান সভাৰ বন, পঞ্চায়ত, আইন, চিকিৎসা, জনস্বাস্থ্য, বাণিজ্য আদি বিভাগৰ মন্ত্ৰী তথা বিধায়ক হবলৈ সুযোগ লাভ কৰাই নহয়, এজন নিষ্ঠাবান মন্ত্ৰী হিচাপে অসম তথা সমগ্ৰ ভাৰতবৰ্ষতেই প্ৰতিষ্ঠিত হৈ সেৱা আগবঢ়াইছিল। জীৱনৰ শেষ বয়সত ১৯৬৮ চনত তেওঁ লোকসভালৈও নিৰ্বাচিত হৈছিল। ৰাজনীতি জগতত প্ৰৱেশ কৰিয়েই তেওঁ অসমৰ সমাজ বিশেষকৈ জনজাতি সমাজৰ দুখ-দৈন্য নিৰাময়ৰ কাৰণে যত্ন কৰিছিল। ১৮৮৬ চনৰ অসম 'ভূমি আৰু ৰাজনীতি'ৰ সংস্কাৰ কৰি ১৯৪৭ চনত এটি নতুন অনুচ্ছেদ অন্তৰ্ভুক্তিৰে অনুসূচীত জাতি আৰু অনগ্ৰসৰ জাতিৰ সংৰক্ষণাৰ্থে ট্ৰাইবেল বেল্ট এণ্ড ব্লক গঠন কৰা হয়। এই আইন প্ৰণয়নত ৰূপনাথ ব্ৰহ্মৰ যথেষ্ট অৱদান আছে। ১৯৫৭ চনত কোকৰাঝাৰ মহকুমা গঠনতো ৰূপনাথ ব্ৰহ্মৰ উল্লেখনীয় অৱদান আছিল। ইয়াৰ উপৰিও বিভিন্ন স্থানত চিকিৎসালয়, স্কুল-কলেজ, মঠ-মন্দিৰ, চৰকাৰী কাৰ্যালয়, ৰাস্তা-ঘাট, দলং নিৰ্মাণ, সংঘ আদি স্থাপন কৰিছিল। তেওঁৰ আপ্ৰাণ চেষ্টাত বড়ো ভাষাই প্ৰাথমিক আৰু মাধ্যমিক বিদ্যালয়ৰ মাধ্যম হিচাপে স্বীকৃতি লাভ কৰে। অসম সঙ্গীত নাট্য একাডেমীৰ তেওঁ অন্যতম সদস্য আছিল। অসমৰ বিভিন্ন সংস্থা-সংঘ আদি অনুষ্ঠানৰ বিভিন্ন পদবী তেওঁ অলংকৃত কৰিছিল। শিলঙৰ অনাথ আশ্ৰমৰ তেওঁ অকল সদস্যই নাছিল, বিভিন্ন অনাথ ল'ৰা-ছোৱালীৰ

পঢ়া-শুনাৰ দায়িত্বও বহন কৰিছিল। খিদমতৰ বিষ্ণুপুৰত থকা নিজৰ মাটিডোখৰ শংকৰদেৱ মিচনৰ নামত দান কৰিছিল। কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ বহল মাটিডোখৰ তেওঁৰেই দান। কোকৰাঝাৰ জিলাত শিক্ষাৰ বিস্তাৰ আৰু সাংস্কৃতিক আন্দোলনত তেওঁ অগ্ৰণী ভূমিকা পালন কৰিছিল। এই কথাখিনি তেওঁৰ কৃপাধন্য হোৱা বাইজে আজিও কৃতজ্ঞতাৰে স্মৰণ কৰে।

বড়ো ভাষা-সাহিত্যৰ বিকাশত ৰূপনাথ ব্ৰহ্মৰ অৱদান সাহিত্যৰ বুৰঞ্জীত অম্লান হৈ ৰ'ব। ছাত্ৰ অৱস্থাতে অবিভক্ত গোৱালপাৰা জিলাৰ শিক্ষিত ছাত্ৰসকলৰ লগ লাগি এটি অনুষ্ঠানৰ জন্ম দিয়ে। অনুষ্ঠানটিৰ নাম আছিল 'বড়ো ছাত্ৰ সম্মিলনী'। পিছত ই 'আসাম বড়ো ছাত্ৰ সম্মিলনী' হিচাপে পৰিচিত হয়। এই অনুষ্ঠানৰ সম্পাদক আছিল ৰূপনাথ ব্ৰহ্ম। এই সম্মিলনীৰ প্ৰচেষ্টাত সতীশ চন্দ্ৰ বসুমতাৰীৰ সম্পাদনাত সংগঠনৰ মুখপাত্ৰ 'বিবাৰ' ১৯২৪ চনত প্ৰকাশিত হয়। বড়ো ভাষা-সাহিত্যৰ বিকাশত এই আলোচনী মাইলৰ খুঁটি স্বৰূপ আছিল। এই আলোচনীৰ জৰিয়তে ৰূপনাথ ব্ৰহ্ম, মদাৰাম ব্ৰহ্ম, সতীশ চন্দ্ৰ বসুমতাৰী, জলধৰ ব্ৰহ্ম আদি বিশিষ্ট সাহিত্যিকৰ জন্ম হয়। ৰূপনাথ ব্ৰহ্মই এই আলোচনীৰ জৰিয়তে কবিতা-গীত-প্ৰবন্ধ আদি প্ৰকাশ কৰিছিল। সেই সময়ত বড়ো সমাজত ধৰ্মক লৈ হোৱা বিশৃঙ্খলতা, খামখেয়ালি, বিভেদ, স্বকীয়তা ত্যাগ, বাথৌ ধৰ্ম এৰি ধৰ্মান্তৰিত হোৱাৰ প্ৰৱণতা বেছিকৈ দেখা দিছিল। এনে ঘটনাই তেওঁৰ মনত গভীৰ দুখ দিছিল। সেয়ে তেওঁ স্বজাতিলৈ কবিতাৰ মাজেৰে আহ্বান জনাইছিল।

"দানাগাৰ দানাগাৰ আইফীৰ আফাফীৰ
নীংসীৰ গাওনিথৌ দানাগাৰ
দাথাং মাসায়নাও নীংসীৰ
গাওনিথৌ নাগাৰ নাগাৰ।"

(নেৰিবা আই-বোপাইহঁত স্বকীয়তাক নেৰিবা। আত্মপৰিচয় এৰি আনক আঁকোৱালি নল'বা।)

'কিঞ্চিত নিবেদন' নামৰ ৰচনাটিৰ জৰিয়তে সম মৰ্যাদা - সম বিকাশ হ'লেহে যে অসমৰ শান্তি-প্ৰগতি সম্ভৱ— এই কথা ব্যক্ত কৰিছে। "বৰ্তমান শিক্ষিত আসামী নব্য যুবকগণ উন্নতি প্ৰকল্পে, আসামী জাতি গঠন বলিয়া চীৎকার করিতেছেন এবং সভা সমিতিতে এই সমস্ত বিষয়ে লম্বা বক্তৃতা দিয়া 'বাহবা'ও পাইতেছেন। কিন্তু আসামী জাতি গঠন করিতে হইলে তাঁহাদিগকে প্রথমে কোথায় হাত দিতে হইবে, উক্ত উন্নতিকামী দীর্ঘভাষী নব্য যুবকদল তাহা ভুলিয়া যান অথবা একেবারেই জানেন না। এই অতীত গৌৰবে গৌৰবান্বিত পরাক্রান্ত রাজবংশধর বোরো জাতি এবং অপরাপর অনুন্নত শ্রেণীর "মূক মুখে ভাষা" দিতে নাপারা পর্য্যন্ত যে আসামী জাতি গঠন সম্পূর্ণ হওয়া একেবারে অসম্ভব, তাঁহারা বোধহয় ভাবিয়াও দেখেন নাই।"

ৰূপনাথ ব্ৰহ্মাই মদাৰাম ব্ৰহ্মাৰ স'তে লগ লাগি 'খন্দাই-মেথাই' নামৰ গীত-কবিতাৰ পুথি সম্পাদনা কৰি উলিয়ায় ১৯২৩ চনত। এই সংকলনত ৰূপনাথ ব্ৰহ্মা- মদাৰাম ব্ৰহ্মাৰ গীত-কবিতাৰ উপৰিও ৰতিকান্ত ব্ৰহ্মা, সতীশ চন্দ্ৰ বসুমতাৰী, সুৰেন্দ্ৰনাথ ব্ৰহ্মাৰ কবিতা প্ৰকাশ হৈছে। জাতীয় ভাবধাৰাৰ গীত-কবিতাবোৰে সেই কালত যথেষ্ট অনুপ্ৰেৰণাৰ সৃষ্টি কৰিব পাৰিছিল। বড়ো ভাষা-সাহিত্যৰ বিকাশৰ উদ্দেশ্যে গঠিত এটি অনুষ্ঠানৰ নাম 'বড়ো লিটাৰেৰী ক্লাব। ১৯৫০ চনৰ ২৮ চেপ্তেম্বৰত ধুবুৰীৰ বড়ো ছাত্ৰসকলৰ উদ্যোগত এই অনুষ্ঠানৰ জন্ম হয়। এই অনুষ্ঠানৰ উদ্যোগত ১৯৫২ চনত বাসুগাওঁত অনুষ্ঠিত বড়ো জাতীয় অভিবৰ্তনৰ মুকলি অধিবেশন উদ্বোধন কৰিছিল ৰূপনাথ ব্ৰহ্মাই। এই অধিবেশনতে ১৯৫২ চনৰ ১৬ নবেম্বৰত 'বড়ো সাহিত্য সভা'ৰ জন্ম হয়। ৰূপনাথ ব্ৰহ্মা এজন উচ্চ পৰ্যায়ৰ কবি আছিল। তেওঁৰ কবিতাবোৰৰ কেইটিমান হৈছি 'ঈশ্বৰনি নাম গোঁদে' (ঈশ্বৰৰ নাম মিঠা), 'মোনহাছোয়ৈ' (অস্পৰ্শীয়), 'ঠৈনায়খৌ মানৌ হুৰৌ' (মৰণক কিয় দিয়ে), 'আংনি দাবুং আফা' ( মোৰ বুলি নকবা পিতাই) 'বিবাৰ' (ফুল), আহ্বান (বাংলা) , মিলন সঙ্গীত (অসমীয়া) আদি। তেওঁৰ ঈশ্বৰনি নাম গোঁদে, মোনহাছোয়ৈ আদি কবিতাক Mystic কবিতা আখ্যা দিব পাৰি। অন্যান্য ৰচনাৰ ভিতৰত 'বড়ো জাতিৰ পৰিচয়' ; 'ভ্ৰমণ-বৃত্তান্তৰে সৈতে' , 'Bodo-Kacharis and their Culture' আদি উল্লেখযোগ্য। অসমৰ বনমন্ত্ৰী হৈ থকা কালত ৰচিত ভ্ৰমণ-বৃত্তান্ত— কাছাৰ ভ্ৰমণ আৰু তেজপুৰ ভ্ৰমণৰ বৰ্ণনাত ফুটি উঠিছে তেওঁৰ প্ৰকৃতি-প্ৰেম আৰু ৰসজ্ঞ মনৰ পৰিচয়। অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশন (ডিচেম্বৰ, ১৯৫৬ চন)ৰ বুৰঞ্জী শাখাৰ সভাপতি পদ অলংকৃত কৰি তেওঁৰ ইতিহাস-জ্ঞানৰ পৰিচয় দিছিল। তেওঁ প্ৰাদেশিক ভাষাৰ সপক্ষে যুক্তি আগবঢ়াইছিল। অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত স্বৰ্গীয় আনন্দ চন্দ্ৰ আগৰৱালাক প্ৰভৃত সহায়ৰ হাত আগবঢ়াইছিল। ইয়াৰ বাহিৰেও ধুবুৰী মহকুমাৰ উত্তৰ অঞ্চলৰ প্ৰাইমাৰি, মজলীয়া আৰু হাইস্কুলত অসমীয়া ভাষা প্ৰচলন কৰিবৰ বাবে স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীৰ সৈতে কঠোৰ পৰিশ্ৰম কৰিছিল। সমন্বয়ৰ প্ৰতীক ৰূপনাথ ব্ৰহ্মা এজন মানৱতাবাদী, শান্তিকামী ব্যক্তি আছিল। সেয়ে তেওঁ কথাই-কামে সমন্বয়ৰ সপোন দেখিছিল। তেওঁ প্ৰকাশ কৰিছিল ভাৰত যেনে বৈচিত্ৰ্যময় দেশ, কিন্তু এই বৈচিত্ৰ্য আৰু বৈষম্যৰ মাজতো আমি একতা আৰু মিলনৰ ভাব ৰক্ষা কৰিবই লাগিব। এয়ে ভাৰতৰ আদৰ্শ। ভাৰত যেনে বৈচিত্ৰ্যময় - আমাৰ অসম ৰাজ্যও তেনে বৈচিত্ৰ্যময় -যেন সমগ্ৰ ভাৰতৰ বৈচিত্ৰ্যৰাজি আমাৰ অসমতেই কেন্দ্ৰীভূত হৈ আছে। অসমৰ পৰ্ব্বত-ভৈয়ামত, কৃষ্টিগত, ধৰ্মগত ভাষাগত কিছু বৈষম্য থাকিলেও আমি অসম দেশৰ আৰু অসমীয়া জাতিৰ মানুহ হিচাপে একতাবদ্ধ হৈ একমন একপ্ৰাণ হৈ কাম কৰি যোৱাৰ ঐকান্তিক অনুভূতি আৰু প্ৰেৰণা জগাই তুলিব লাগিব।"

ৰূপনাথ ব্ৰহ্ম শেষ বয়সত স্বৰ্ণময়ী ব্ৰহ্মৰ লগত বিবাহপাশত আবদ্ধ হয়। তেওঁৰ প্ৰথমা পত্নীৰ সন্তানসকল হৈছে - (১) কমলা দেউৰী (স্বৰ্গীয় ভীমবৰ দেউৰীৰ পত্নী), (২) দয়াৱতী কছাৰী (বকুৰাম কছাৰীৰ পত্নী), (৩) স্বৰ্গীয় জ্যোতিৰ্ময়ী ব্ৰহ্ম (বিয়া হোৱাৰ আগতে এওঁৰ মৃত্যু হয়) (৪) প্ৰসেনজিৎ ব্ৰহ্ম (৫) পদ্মাৱতী দেউৰী (বলী দেউৰীৰ পত্নী) (৬) স্বৰ্গীয় সুসেনজিত ব্ৰহ্ম (৭) সন্ধ্যাৰাণী ব্ৰহ্ম চৌধুৰী (সমৰ ব্ৰহ্মচৌধুৰীৰ পত্নী) (৮) ৰাজলক্ষ্মী কছাৰী (ৰাজকুমাৰ বৰুণেন্দ্ৰ দেৱ নাৰায়ণৰ পত্নী) (৯) বনলক্ষ্মী কছাৰী (হৰিদাস কছাৰীৰ পত্নী)। দ্বিতীয় পত্নীৰ ফালৰ সন্তানসকল হৈছে (১) মঞ্জিৎ কুমাৰ ৰূপ বিক্ৰম ব্ৰহ্ম আৰু (২) অমৰজিৎ ৰূপ বিক্ৰম ব্ৰহ্ম। এটা বৃহৎ পৰিয়ালৰ দায়িত্ব তেওঁ নিযাৰিকৈ পালন কৰিব পাৰিছিল। প্ৰতিটো সন্তানৰ শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত যত্নৰ ত্ৰুটি কৰা নাছিল। সন্তানৰ বিয়া-বাৰুৰ ক্ষেত্ৰতো তেওঁ মহান আদৰ্শ দেখুৱাই থৈ গৈছে। তেওঁ যেনেকৈ সমন্বয়ৰ বাণী প্ৰচাৰ কৰিছিল কৰ্মক্ষেত্ৰতো তাৰ নিদৰ্শন দেখুৱাই থৈ গৈছে। নিজৰ সন্তানৰ উপৰিও শিক্ষা-দীক্ষাত অতিকৈ পিছপৰা আৰু নিজৰ ভাষা-সংস্কৃতি গীত-মাত আদিৰ চৰ্চা কৰিবলৈ সংকোচ কৰা বড়ো সমাজক উদ্ধাৰ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। লগতে নিজৰ ভাষা-সংস্কৃতি চৰ্চা কৰি সুনাম অৰ্জন কৰা লোকসকলক যথেষ্ট উৎসাহ যোগাইছিল। নিজৰ ল'ৰা ছোৱালীক নিজৰ ভাষা-সংস্কৃতি লৈ সদায় গৌৰৱ কৰাৰ কাৰণে প্ৰেৰণা যোগাইছিল। তেওঁ নিজৰ ভ্ৰমণ কালত ল'ৰা ছোৱালীক লগত নি বিভিন্ন জ্ঞান-অভিজ্ঞতাৰে সমৃদ্ধ কৰি তুলিছিল। সময় উলিয়াই সকলোকে পুথিগত আৰু অভিজ্ঞতামূলক বিভিন্ন জ্ঞান দিছিল। সকলো শ্ৰেণীৰ মানুহৰ কাৰণে তেওঁৰ শিলঙৰ 'তপোৱন'ৰ দুৱাৰ সদায়ে খোলা আছিল। তেওঁ সকলোকে আতিথ্য দিছিল আৰু নিস্বাৰ্থভাৱে সহায়ৰ হাত আগবঢ়াইছিল। এনেদৰে নিস্বাৰ্থভাৱে দেশৰ সেৱা আগবঢ়োৱা দ্বিতীয়জনা ব্যক্তিৰ নিদৰ্শন পোৱাটো বিৰল। অসমৰ সিংহপুৰুষ শৰৎ চন্দ্ৰ সিংহৰ ভাষাত 'কোনেও আঙুলি টোৱাব নোৱাৰা ৰূপনাথ ব্ৰহ্ম এক নিষ্কলঙ্ক চৰিত্ৰ, ৰাজহুৱা জীৱনৰ নৈতিকতাত, এগৰাকী উচ্চ আদৰ্শ পুৰুষ, জনসেৱাৰ কাৰণে ত্যাগ কৰা ত্যাগী ব্যক্তিত্ব, বিচক্ষণতা সম্পন্ন এগৰাকী ৰাজনীতিবিদ, এগৰাকী পিছপৰা লোকসকলৰ দৰদী নেতা, জনজাতি কল্যাণৰ বাবে এগৰাকী অৱতাৰী ব্যক্তি।'

এই মহান ব্যক্তিগৰাকীৰ জীৱনাৱসান ঘটে ১৯৬৮ চনৰ ২৩ জানুৱাৰীত। ২০০২ চনত ৰূপনাথ ব্ৰহ্মৰ জন্মৰ শতবৰ্ষ পালন কৰাৰ পৰতো চৰকাৰী তথা বেচৰকাৰীভাৱে তেওঁৰ স্মৃতি ৰক্ষাৰ্থে যি উদ্যোগ লব লাগিছিল সেইখিনি লোৱা হোৱা নাই। কোকৰাঝাৰ চহৰৰ মাজত প্ৰতিষ্ঠিত আৱক্ষ মূৰ্তি আৰু ৰূপনাথ ব্ৰহ্ম মেম'ৰিয়েল চিকিৎসালয়ৰ বাহিৰে তেওঁৰ স্মৃতি ৰক্ষাৰ্থে লোৱা আন নিদৰ্শন পাবলৈ নাই। অৱশ্যে তেওঁ আগবঢ়াই যোৱা সাহিত্য-সংস্কৃতি, শিক্ষা-সমাজ সেৱাৰ বিভিন্ন নিদৰ্শনবোৰে তেওঁৰ স্মৃতি চিৰস্মৰণীয়া কৰি ৰাখিব।

# মদাৰাম ব্ৰহ্ম

ড° মঙ্গলসিং হাজোৱাৰি

অবিভক্ত গোৱালপাৰা জিলাৰ কোকৰাঝাৰ মহকুমাৰ গুণীখাটা (ঘুনঘুনীখাটা) নামৰ গাঁৱত ইং ১৯০৩ চনৰ জুন মাহৰ ২৭ তাৰিখৰ আবেলি ৩-৫০ বজাত এটি চহকী পৰিয়ালত মদাৰাম ব্ৰহ্মৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম ৰোম্না ব্ৰহ্ম আৰু মাকৰ নাম বৈসাগী ব্ৰহ্ম আছিল। পিতৃ-মাতৃ দুয়ো সৎ চৰিত্ৰৰ আৰু ধৰ্মপৰায়ণ আছিল। মদাৰাম ব্ৰহ্মৰ বংশ পৰিয়াল শিক্ষিত আৰু নামজ্বলা ব্যক্তি আছিল। সেই সময়তে চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰা প্ৰাক্তন চিভিল চাৰ্জন খগেন ব্ৰহ্ম, অৱসৰপ্ৰাপ্ত শিক্ষক জয়চন্দ্ৰ ব্ৰহ্ম, প্লেইনচ ট্ৰাইবেল এডুকেচনৰ পৰিদৰ্শক বলেন্দ্ৰ নাথ ব্ৰহ্ম, প্ৰাক্তন অধ্যক্ষদ্বয় জগদীশ চন্দ্ৰ ব্ৰহ্ম আৰু মুকুন্দ ব্ৰহ্ম আদি বহুতো শিক্ষিত আৰু জনাবুজা বংশধৰৰ লোক।

সৰু বয়সৰ পৰাই মদাৰাম ব্ৰহ্মই সৎ সাহস, উচ্চাকাংক্ষা, সকলো কামতে পাৰ্গতালি দেখুৱাইছিল। নজনা কথা জানিবলৈ, নেদেখা বস্তু চাবলৈ, নুশুনা কথা মনোযোগেৰে শুনিবলৈ বৰ হাবিয়াস কৰিছিল। পাঁচ-ছয় বছৰ বয়সতে তেওঁৰ মোমায়েক সুকুৰাম ব্ৰহ্মই বৰ্ণমালা শিকায়। অতি কম সময়ৰ ভিতৰতে দিনক দিনে মদাৰামে স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণ লিখা আৰু পঢ়াত আৰু লগতে যুক্তাক্ষৰ, বৰ্ণবিন্যাস, বিভিন্ন বস্তু, জন্তু, চৰাই-চিৰিকতিৰ নাম লিখাত পাকৈত হয়। তেওঁৰ খুৰাদেউ জাহাবৰে পুৱা আৰু গধুলি সময় উলিয়াই ৰামায়ণ-মহাভাৰতৰ দুই এটা বিস্ময় আৰু মনত লগা কাহিনী শুনাইছিল। এই গল্প, কাহিনীবোৰে কম বয়সীয়া মদাৰাম ব্ৰহ্মৰ মনত গভীৰ ৰেখাপাত কৰে আৰু অনুপ্ৰেৰণাৰ বীজ সিঁচি দিয়ে। ৰামৰ নিচিনা সত্যৰ পূজাৰী, ধৰ্ম নীতি, আদৰ্শৰ ৰক্ষাকৰ্তা, সহিষ্ণু কিন্তু ৰাৱণৰ দৰে অসত্য আৰু অত্যাচাৰীহঁতক দমন অথবা ধ্বংস কৰাৰ দৃষ্টান্তই তেওঁৰ অন্তৰত দ সাঁচ বহুৱায়। ঠিক সেইদৰে মহাভাৰতৰ পঞ্চপাণ্ডৱৰ সহিষ্ণুতা, ধৰ্মপৰায়ণতা, জ্ঞানী-গুণী, পাৰ্গতালি, ঈশ্বৰ সেৱা আৰু শ্ৰেষ্ঠজনক সন্মান প্ৰদৰ্শন কৰা আদি সৎচৰিত্ৰ তথা সৎঅভ্যাস শিকি লয়। নিজৰ জীৱন-নিৰ্বাহৰ পথত এইবোৰে বহুখিনি সহায়ক হয়। তেতিয়াৰ দিনত অসমৰ পশ্চিম প্ৰান্তত থকা গোৱালপাৰা জিলাত বিদ্যালয়ৰ

সংখ্যা নিচেই কম আছিল। ঘুনঘুনীখাটাত প্ৰাথমিক বিদ্যালয় নাছিল। সেয়ে নাতিদূৰৈত থকা ফুটকিবাৰী প্ৰাথমিক বিদ্যালয়ত মদাৰামক ভৰ্তি কৰোৱা হয়। ইং ১৯১৪ চনত মদাৰামে ফুটকিবাৰী উচ্চ প্ৰাথমিক বিদ্যালয়ৰ পৰা সুখ্যাতিৰে পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ টিপকাই মাধ্যমিক ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰে। তাৰ পৰা উৰ্ত্তীৰ্ণ হৈ ধুবুৰী চৰকাৰী উচ্চ বিদ্যালয়ত পঢ়িবলৈ লয় আৰু ইং ১৯২৩ চনত মদাৰাম ব্ৰহ্মাই অংক, সংস্কৃত আৰু বঙ্গালীভাষাত লেটাৰ নম্বৰ লৈ প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উৰ্ত্তীৰ্ণ হয়। সেই শিক্ষাবৰ্ষতেই তেখেতে গুৱাহাটীৰ কটন কলেজত উচ্চ শিক্ষাৰ বাবে নাম ভৰ্ত্তি কৰি লয়। সেই সময়ত অসমত কটন কলেজেই একমাত্ৰ উচ্চ শিক্ষানুষ্ঠান আছিল। ইং ১৯২৫ চনত মদাৰাম ব্ৰহ্মাই পিতৃ বোম্না ব্ৰহ্মাৰ নিৰ্দেশানুসাৰে গাঁৱৰ ওচৰৰ কাতিমল ব্ৰহ্মাৰ কন্যা ৰূপেশ্বৰী ব্ৰহ্মাৰ লগত বিবাহপাশত আবদ্ধ হয়। তেতিয়াৰ মদাৰামে ইন্টাৰমেডিয়েট পৰীক্ষা দি ঘৰত সোমাইছিল মাথোন। ইন্টাৰমেডিয়েট পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ তেখেতে কটন কলেজ বি এ মহলাত নাম ভৰ্তি কৰি লয়। কিন্তু বি, এ, পৰীক্ষাত উৰ্ত্তীৰ্ণ হ'ব নোৱাৰিলে বিভিন্ন ঘৰুৱা আৰু সামাজিক আহুকালৰ বাবে মাধ্যমিক আৰু উচ্চ বিদ্যালয়ৰ লেখিয়া কলেজীয়া জীৱনত তেখেতে বিভিন্ন সাংগঠনিক কামত জড়িত হৈ পৰিছিল। সতীশ চন্দ্ৰ বসুমতাৰী, ৰূপনাথ ব্ৰহ্মা আৰু মদাৰাম ব্ৰহ্মা এই ত্ৰিমূৰ্তিয়ে একেলগ হৈ বড়ো ছাত্ৰ সম্মিলন, বড়ো সমাজ আৰু জাতিবৰ্ণ নিৰ্বেশেষে সকলো শ্ৰেণীৰ ৰাইজৰ বাবে কাম কৰিছিল ছাত্ৰাৱস্থাৰ পৰাই। অতি কম বয়সতেই মদাৰাম ব্ৰহ্মাই চাৰিটা দিশত প্ৰতিজ্ঞাবদ্ধ হৈছিল। তেখেতে (১) সমাজ সেৱা কৰিব, (২) সময়ৰ সং ব্যবহাৰ কৰিব, (৩) টকা-পইচাত মিতব্যয়ী হ'ব আৰু (৪) স্বাৱলম্বী হ'ব। মৃত্যুৰ আগলৈকে এই প্ৰতিজ্ঞা তেখেতে পালন কৰিছিল।

ছাত্ৰাবস্থাৰ পৰাই মদাৰাম ব্ৰহ্মাই সাহিত্য সেৱাত ব্ৰতী হৈছিল যদিও সাহিত্যিক হিচাপে বিকাশ লাভ কৰিবলৈ সুবিধা পোৱা নাছিল। ইং ১৯১৯ চনত বড়ো ছাত্ৰ সম্মিলনী প্ৰতিষ্ঠা কৰি ইয়াৰ জৰিয়তে বড়ো ভাষা, সাহিত্য, সংস্কৃতি, সভ্যতাৰ বিকাশ আৰু উন্নতিৰ বাবে পথ প্ৰশস্ত হয়। মদাৰাম ব্ৰহ্মাই ছাত্ৰ সংগঠনৰ হৈ গাঁৱে-ভূঁইয়ে ঘূৰি ফুৰিব লগা হোৱাত বিভিন্ন ধৰণৰ অভিজ্ঞতা, বড়ো সমাজৰ আৰ্থিক, আচাৰ নীতি, ধৰ্মাচৰণ, সাধুকথা, গল্পসমূহ সংগ্ৰহ কৰি লিপিবদ্ধ কৰি লোৱাৰ সুবিধা পায় আৰু সেইবোৰ সংকোমত খটুৱায়। অতীতৰ বড়ো ৰজাসকলৰ ৰাজ্য শাসন, বড়ো ৰাজ্যৰ পতনৰ লগতে ডিমাপুৰ ৰাজ্যৰ ধ্বংসৰ বিষয়ে তেখেতে অতীতৰ ককা, আজু ককাৰ মুখৰ পৰা শুনিবলৈ পাইছিল। সেইবোৰ মদাৰামে লিপিবদ্ধ ৰাখিছিল আৰু কবিতা, প্ৰবন্ধ, গল্প, সাধুকথা আৰু নাটকৰ মাজেৰে প্ৰচাৰ কৰিছিল। কিন্তু কিছুমান অপ্ৰকাশিত হৈয়ে থাকি গ'ল। মদাৰাম ব্ৰহ্মা আৰু ৰূপনাথ ব্ৰহ্মাই যুটীয়াভাৱে সম্পাদনা কৰা 'খন্থায়-মেথায়' নামৰ গ্ৰন্থখন ইং ১৯২৩ চনত প্ৰকাশ পায়। ইং ১৯২৪ চনত 'বড়ো ছাত্ৰ সম্মিলনী'ৰ প্ৰচেষ্টাত সতীশচন্দ্ৰ বসুমতাৰীৰ সম্পাদনাত 'বিবাৰ' আলোচনীৰ বোগেদি আৰু 'বড়োনি গুদি সিবসা আৰৌ আৰোজ'

নামৰ কবিতা পুথিৰ উপহাৰেৰে বড়ো সাহিত্য সেৱাৰ নিদৰ্শন দেখুৱায় ১৯২৬ চনত। কিতাপখনত বাথৌৰ গভীৰ তত্ত্বসমূহ কবিতাৰ মাজেৰে বুঢ়া মানুহে বুঢ়ীৰ আগত প্ৰকাশ কৰিছে। তেখেত মূলতে মিষ্টিক কবি আছিল। তেখেতৰ সমসাময়িক 'বিবাৰ' আৰু 'অলংবাৰ' যুগৰ মিষ্টিক কবি আছিল ৰূপনাথ ব্ৰহ্ম আৰু প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম।

মদাৰাম ব্ৰহ্মাই 'ৰায়মালী', 'ডিমাপুৰ', 'বায়নায়', 'সদাং বৈৰাগী' নামৰ নাটক ৰচনা কৰিছিল। সেইবোৰ নাটক ঠাই বিশেষে প্ৰদৰ্শন কৰা হৈছিল। কিন্তু সেইবোৰ নাটক প্ৰকাশৰ মুখ নেদেখিলে। ইং ১৯২৬ চনত মাযথায়াও তেখেতে 'ৰায়মালী' নামৰ সামাজিক নাটখন ৰচনা কৰিছিল। ইয়াত বড়ো সমাজৰ স্বভাৱ চৰিত্ৰ, আচাৰ নীতিৰ ছবি অঙ্কন কৰি দেখুৱাইছে। 'ডিমাপুৰ ৰায়জো বাযনায়'খন মদাৰাম ব্ৰহ্মাৰ অইন এখন কালজয়ী নাটক। ডিমাপুৰ ৰাজ্য কেনেকৈ ধ্বংসপ্ৰাপ্ত হ'ল আৰু বড়ো ৰজা-প্ৰজাৰ দুখলগা অৱস্থাই তেখেতে এইখন নাটকৰ জৰিয়তে প্ৰতিচ্ছবি দাঙি ধৰিছে। ইয়াৰ আগতে তেখেতে 'ফাংসেয়াও বিবাৰবাৰনৈ' (এডাল গছত দুটি ফুল) নামৰ গল্প পুথি লিখি উলিয়াইছিল। গাঁৱলীয়া অকৰা-আকৰি বড়োলোকৰ স্বভাৱ চৰিত্ৰ এই গল্পপুথিৰ মাজেদি প্ৰকাশ পাইছে। ইয়াত মৰম বা প্ৰেমিক-প্ৰেমিকৰ ঘটনা অথবা কাহিনী নাই। মানৱ জীৱন-নিৰ্বাহৰ হাবিয়াস, আশা-আকাংক্ষা, আৰ্থিক অনাটন, সমাজৰ উচ্চ-নীচৰ লোক আৰু মনৰ উগুল-থুগুল স্বভাৱ চৰিত্ৰৰ মাজেদি মানবিক আৰু সামাজিক চিত্ৰ আঁকিছে। ব্ৰহ্মাৰ আন এখন নাটক হ'ল 'সদাং বৈৰাগী'। এই নাটখন এটি সাধু কথাৰ কাহিনী লৈ ৰচনা কৰা হৈছিল। এই নাটকৰ কাহিনী তেখেতে কলেজীয়া জীৱনত সংগ্ৰহ কৰিছিল। ইয়াৰোপৰি সময় সাপেক্ষে তেখেতে কবিতা ৰচনা কৰিছিল। বিভিন্ন আলোচনীত তেখেতৰ কবিতাসমূহ প্ৰকাশ হৈ গৈছে। বৃদ্ধ বয়সলৈ মদাৰাম ব্ৰহ্মাই বিভিন্ন সমস্যাৰ মাজেদিও সাহিত্য-সেৱালৈ বৰঙণি আগবঢ়াইছিল। ইয়াৰে ফলশ্ৰুতি হিচাপে তেখেতে ইং ১৯৮৮ চনত ভিন্ ভিন্ প্ৰতিষ্ঠিত লিখকৰ কবিতা, প্ৰবন্ধ, গল্প, আলোচনাসমূহ একত্ৰিত কৰি 'ৰূপেশ্ৰী প্ৰায়থায় খম্থায়' নামৰ এখন গ্ৰন্থ সম্পাদনা কৰি উলিয়াইছিল। বড়ো ভাষা-সাহিত্যৰ অগ্ৰদূত, অক্লান্তকৰ্মী, সুসাহিত্যিক পদ্মশ্ৰী মদাৰাম ব্ৰহ্মাৰ এইবোৰ নিদৰ্শন চিৰস্মৰণীয় হৈ ৰ'ব।

ইয়াৰোপৰি তেখেতে বড়ো সমাজত প্ৰচলিত বিভিন্ন জনশ্ৰুতি, গীত-মাত, সাধুকথা সংগ্ৰহ কৰি এখন গ্ৰন্থ প্ৰণয়নৰ বিষয়ে চিন্তা কৰিছিল। তেখেতে নিজৰ জীৱনী লিখাৰ প্ৰস্তুতি চলাইছিল বুলি জনা যায়। এইবোৰ প্ৰকাশিত হ'লে বড়ো ভাষা-সাহিত্যলৈ অমূল্য বৰঙণি যোগোৱা হ'লহেতেন। তেখেতৰ বহুতো লিখনিয়ে প্ৰকাশকৰ মুখ নেদেখিলে। গ্ৰন্থ প্ৰণয়ন আৰু সম্পাদনা কৰাৰ উপৰিও মদাৰাম ব্ৰহ্মাই সাহিত্য সভাৰ সভা সমিতি, বড়োছাত্ৰ সন্থাৰ অধিবেশন আদিত উপস্থিত হৈ শিক্ষা, সমাজ, ধৰ্ম, আচাৰ-নীতিৰ বিষয়ে বজ্ৰসূলীয়া বক্তব্য ৰখাৰ লগতে সাহিত্যৰ বিষয়ে সাৰগৰ্ভ বক্তৃতা দিছিল। সেইবোৰ অমূল্য, যুক্তিপূৰ্ণ বক্তৃতাই মানৱ সমাজত গভীৰ প্ৰভাৱ পেলাবলৈ সক্ষম

হৈছিল। পদ্মশ্ৰী মদাৰাম ব্ৰহ্মৰ কবিতা, প্ৰবন্ধ, নাটক, গল্প আলোচনাসমূহ একত্ৰিত কৰি সংকলন আকাৰত প্ৰকাশ কৰাৰ প্ৰয়োজন আছে বুলি ক'ব পাৰি।

বড়ো ভাষা-সাহিত্যত মদাৰাম ব্ৰহ্মাই দিয়া অৱদানৰ বাবে সদৌ বড়ো ছাত্ৰ সন্থাই তেখেতক মানপত্ৰ দি অভিনন্দন জনাইছিল। ইং ১৯৭৯ চনত অসম চৰকাৰে সাহিত্য জগতত অহৰ্হ অৰিহণা যোগোৱাৰ বাবে মদাৰাম ব্ৰহ্মালৈ তিনিহেজাৰ টকা এককালীন বঁটা প্ৰদান কৰে। ইয়াৰ বিতং বিবৃতি সেই বছৰৰ ২৫ জানুৱাৰী তাৰিখৰ বাতৰি কাকতত প্ৰকাশিত হৈছিল। তেখেতে সাহিত্যসেৱক হিচাপে স্বীকৃতি পোৱা চৰকাৰৰ উক্ত বঁটাৰ টকা এপইচাও নিজে খৰচ নকৰিলে। অসম মাধ্যমিক শিক্ষা পৰিষদৰ জৰিয়তে উক্ত টকা উচ্চ বিদ্যালয়ৰ শেষান্ত পৰীক্ষাত বড়ো এম. আই. এল. (আধুনিক ভাৰতীয় ভাষা)ত সকোলতকৈ বেছি নম্বৰ পোৱা ছাত্ৰ বা ছাত্ৰীক মাহত পচিশ টকা হিচাপে বিশ বছৰীয়া শিক্ষা বৰ্ষৰ বাবে বৃত্তি আগবঢ়োৱাৰ ব্যৱস্থা কৰে।

ইং ১৯৮১ চনত কোকৰাঝাৰ জিলা বড়ো সাহিত্য সভাই মদাৰাম ব্ৰহ্মক সাহিত্যিক হিচাপে মানপত্ৰ প্ৰদান কৰে। ইং ১৯৮৯ চনত বড়ো লেখকা ফথুম Bodo Writers' Academyৰ ফালৰ পৰা তেখেতে বড়ো ভাষা-সাহিত্যলৈ যোগোৱা অৰিহণাৰ বাবে তেখেতৰ বাসভৱনত আহি সম্বৰ্ধনা জনায় আৰু অভিনন্দন পত্ৰ প্ৰদান কৰা হয়। অসম চৰকাৰে ইং ১৯৮৫ চনৰ পৰা মদাৰাম ব্ৰহ্মালৈ সাহিত্যিক পেঞ্চন আগবঢ়ায় একান্ত সাহিত্য আৰু সমাজ সেৱক মদাৰাম ব্ৰহ্মালৈ ভাৰত চৰকাৰে ইং ১৯৮৮ চনৰ ২৬ জানুৱাৰীত 'পদ্মশ্ৰী' উপাধিৰে বিভূষিত কৰে। এয়া তেখেতৰ গোটেই জীৱন সমাজ আৰু সাহিত্য জগতলৈ আগবঢ়োৱাৰ স্বীকৃতি।

ইং ১৯৩২ চনৰ পৰা মদাৰাম ব্ৰহ্মাই তেৰবছৰ মানৰ বাবে হৰিছিঙা উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰা সময়ত হৰিছিঙাত মদাৰাম ব্ৰহ্মাই শিক্ষা জগতত কিছুমান দিশত পৰিবৰ্তন আনিবলৈ সক্ষম হৈছিল। তেখেতে লক্ষ্য কৰিছিল বিদ্যালয়ত পাঠুৱীসকলৰ নিৰ্দেশ মৰ্মে শিক্ষা প্ৰদান কৰা হয়। চৰকাৰৰ নিয়ম-নীতি, পাঠ্যক্ৰম অনুসৰি কোনো মানি চলা নহয়। বিদ্যালয়খন যেন চাহাবৰ নিজৰ কাৰখানাহে। মদাৰাম ব্ৰহ্মাই প্ৰচেষ্টাৰ ফলত জেভিচ চাহাবক বুজনি দি শৈক্ষিক পৰিবেশৰ উন্নতিৰ বাবে পাঠ্যক্ৰম অনুসৰি বিদ্যালয়ত শিক্ষা প্ৰদানৰ ব্যৱস্থা লবলৈ সক্ষম হৈছিল। প্ৰধান শিক্ষকৰূপে হৰিশিঙা মধ্য ইংৰাজী বিদ্যালয়ত তেখেতে যেনেধৰণৰ কাৰ্যনিৰ্বাহ কৰিছিল, ইয়াৰ সম্বন্ধে এ. চি জেভিচৰ প্ৰমাণ-পত্ৰৰ কথাবাৰে স্পষ্টকৈ প্ৰকাশ কৰে। মদাৰাম ব্ৰহ্মাই বিদ্যালয়খন এৰি যোৱাত থকা সময়ত প্ৰমাণ-পত্ৰখন তেখেতৰ বাসভৱনলৈ পিয়নৰ হতুৱাই অৰ্পণ কৰিছিল। এ. চি জেভিচে তাত এনেদৰে উল্লেখ কৰিছিল 'মইও কথাষাৰ অতি আনন্দেৰে প্ৰকাশ কৰো যে, শ্ৰীমদাৰাম ব্ৰহ্মাই হৰিছিঙা মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে পাৰ্যমানে শিক্ষাৰ মানদণ্ড উন্নতিৰ পথত আগবঢ়াই নিবলৈ চেষ্টা কৰিছিল।

হৰিছিঙাৰ পৰা উভতি আহি মদাৰাম ব্ৰহ্মই —শাক-পাচলিৰ খেতিত মনোযোগ দিছিল। কিন্তু বৰ বেছি লাভবান নোহোৱাত তেওঁ এই ব্যবসায় পৰিত্যাগ কৰে আৰু বাইজৰ বৰঙণিৰে নানা আহকালৰ মাজেৰে ইং ১৯৩৬ চনত কোকৰাঝাৰ উচ্চ বিদ্যালয় স্থাপন কৰে আৰু নিজে প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰে। এইখন বিদ্যালয়ৰ দায়িত্ব গ্ৰহণ কৰাৰ আগতে মদাৰাম ব্ৰহ্মক সাপটগ্ৰাম (গোৱালপাৰা জিলাৰ অন্তৰ্গত বাসী বাইজেও তেখেতসকলৰ নতুনকৈ স্থাপন কৰা উচ্চ বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে বিচাৰিছিল। মদাৰাম ব্ৰহ্মই কিংকৰ্তব্য বিমূঢ় হৈ বৌমাৰী জ্যোতি আশ্ৰমৰ অধ্যক্ষ ফাৰ্লাং বাবাজীৰ পৰামৰ্শ বিচাৰি গৈছিল। বাবাজীয়ে কোকৰাঝাৰত থকাই শ্ৰেয় বুলি তেখেতক পৰামৰ্শ দিছিল। তেখেতে কাকৰাঝাৰতেই থাকিবলৈ লয়।

অসমৰ জিলা কেইখনত সেই সময়ত লকেল বোৰ্ড গঠন কৰা হৈছিল। মদাৰাম ব্ৰহ্মই প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰা সময়ত সাত বছৰ, ইং ১৯৩৮ চনৰ পৰা ইং ১৯৪৫ চনলৈ ধুবুৰী লকেল বোৰ্ডৰ সদস্য আছিল। থানা এলেকাৰ পৰাও একোজন সদস্য থকা হিচাপে ব্ৰহ্মই বিজনী থানাৰ পৰা প্ৰতিদ্বন্দিতা কৰি বিপুল ভোটত বিজয়ী হৈছিল। সেই সময়ত ল'কেল বোৰ্ডৰ চেয়াৰম্যান সন্তোষ কুমাৰ বৰুৱা আছিল। মদাৰাম ব্ৰহ্মৰ সাত বছৰীয়া সদস্য নিৰ্বাচিত সময়ছোৱাত বোৰ্ডৰ নিৰ্বাচন দুবাৰ অনুষ্ঠিত হৈছিল। দুয়োবাৰতো তেখেত নিৰ্বাচিত হৈছিল দ্বিতীয়বাৰত চেয়াৰম্যান পদবী লৈ কাঢ়া-যুঁজ হ'ল। সেইবাৰ হিন্দু সদস্য বৃন্দই জনজাতি সদস্য মদাৰাম ব্ৰহ্মক চেয়াৰম্যানৰূপে প্ৰস্তাৱ আগবঢ়াইছিল। কিন্তু প্ৰস্তাৱটি গৃহীত নহ'ল আৰু ধুবুৰী চহৰৰ উকিল জাহানুদ্দিন সৰকাৰ নিৰ্বাচিত হৈছিল।

মদাৰাম ব্ৰহ্মই প্ৰধান শিক্ষক হিচাপে ইং ১৯৪৬ চনলৈ আছিল। ইয়াৰ মাজতে বাইজৰ কাম কৰিলেও বিদ্যালয়ৰ উন্নতিৰ বাবে সমানে দৃষ্টি ৰাখিছিল। তেখেতে প্ৰথমতে কোকৰাঝাৰ উচ্চ বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ বাবে ইউনিফৰ্ম ব্যৱহাৰ কৰোৱাৰ ব্যৱস্থা লৈছিল। পাঠ্যক্ৰমৰ বাহিৰেও প্ৰধান শিক্ষকে খেল-ধেমালি, উৎসৱ-পাৰ্বনৰ প্ৰতিও মনোযোগ দিছিল। বিদ্যালয়ত ফুটবল, ভলীবল, বেডমিণ্টন আদি খেলিবলৈ দিয়া নহৈছিল। কৃষ্টি-সংস্কৃতি বিভাগৰ প্ৰতি বৰ বেছি গুৰুত্ব দিব পৰা নাছিল যদিও প্ৰধান শিক্ষকে ছাত্ৰ-ছাত্ৰীৰ সহযোগিতাত সময় বুজি গীত-মাত, বাদ্য বাজনা আৰু নাটকৰ আয়োজন কৰা হৈছিল। অসমীয়া আৰু বড়ো ভাষাৰে অভিনয় প্ৰদৰ্শন কৰা হৈছিল। প্ৰধান শিক্ষকে ছাত্ৰ-ছাত্ৰীক অভিনয় কৰাৰ কৌশল, পদ্ধতিৰ বিষয়ে শিকাইছিল। মদাৰাম ব্ৰহ্মৰ যত্নতেই বিদ্যালয়ত পুথিভঁৰাল, ছাত্ৰ-ছাত্ৰীৰ নৈতিক শিক্ষাৰ ওপৰত গুৰুত্ব দিয়া হৈছিল।

ইং ১৯৪৪ চনৰ পৰা মদাৰাম ব্ৰহ্মই তেখেতৰ ভাৰ্যা কপেশ্বৰীৰ নামত জীৱন বীমা নিগমৰ এজেন্সী লৈছিল। তেখেতে বুজাই বৰাই মানুহক পতিয়ন নিয়াই বহু টকাৰ নগদ ধন দিছিল। তেখেতৰ কামত সন্তুষ্ট হৈ কোম্পানীয়ে তেখেতক ইন্সপেক্টৰ পদ যাচিছিল। দকৈ ভাবিচিন্তি চাই বিদ্যালয়ৰ চাকৰি ইস্তফা দি ইং ১৯৪৬ চনত মদাৰামে

নতুন চাকৰিত যোগদান কৰে। এই চাকৰিত তেখেতে দুই বছৰ কটাইছিল যদিও মনত সন্তুষ্টি নাছিল। সেয়ে ইং ১৯৪৮ চনৰ ২৮ অক্টোবৰত মদাৰাম ব্ৰহ্মাই বি ডি অ হিচাপে নিযুক্তি পায়। প্ৰথমে তেখেতক ধুবুৰীত যোগদান কৰিব দিয়া হৈছিল। চৰকাৰী চাকৰিয়াল হিচাপে মদাৰাম ব্ৰহ্মৰ কোনো গৌৰৱ বা অহংভাৱ নাছিল। বহুত সময়ত কাৰ্যালয়ত পিয়ন নগঠাই'নিকেই হাজিৰ হৈ বিভাগীয় চামলাইগিৰি বা অভিজ্ঞ মানুহৰ দিহা পৰামৰ্শ লৈছিল। সাধাৰণ গাঁৱলীয়া জনেও তেখেতৰ ওচৰ চাপি আদৰ-কায়দা, দিহা পৰামৰ্শৰে কৃতাৰ্থ মানিছিল। ইয়াৰ সম্পৰ্কে উমেশ চন্দ্ৰ বৰদলৈয়ে এটি উন্নয়ন বিভাগৰ সভাত মদাৰাম ব্ৰহ্মক বহুতো প্ৰশংসা কৰিছিল।

পঞ্চায়ত নীতিৰ প্ৰয়োগ কৰাৰ বাবে ইং ১৯৫৩ চনত মদাৰামক ধুবুৰীৰ পৰা দতমালৈ বদলি কৰি অনা হয়। সেই সময়ত বিভাগীয়ে সঞ্চালক আছিল টি এছ হেলি। মদাৰাম ব্ৰহ্মাই মাহিলী কাৰ্যাৱলীৰ অগ্ৰসৰৰ সম্পৰ্কে সঞ্চালকক জনাব লাগে। এবাৰ তেখেতে প্ৰতিবেদনত লেতেৰা চাহ দোকানৰ বিষয়ে উল্লেখ কৰি সেইবোৰ জনজাতি মানুহৰ মাজত সংক্ৰামক বেমাৰৰ বীজাণু বিয়পাই দিয়া বুলি দেখুৱাই দিয়ে। সম্ভৱ হ'লে এইবোৰ দোকান বন্ধ কৰি দিবলৈ পৰামৰ্শ আগবঢ়ায়। চাহ দোকানী শাৰীৰিকভাৱে সুস্থ আৰু সবল হোৱা দৰ্কাৰ, দোকানৰ-ঘৰ চাফ-চিকুন আৰু মিঠাই, খোৱা বস্তুবোৰ মহ, মাখি, ধূলি বালি নপৰাকৈ ঢাকি ৰাখিব লাগে বুলি ব্ৰহ্মাই জনায় দিলে।

চাহাবে বুজিলে। দুলিন মানৰ পিছতেই ল'কেল বোৰ্ডৰ ওচৰত নিৰ্দেশ আহিল। খাদ্য পৰিদৰ্শকৰ সহযোগত চাহ দোকানবোৰ পৰিদৰ্শন কৰাৰ পিছত 'অনুজ্ঞা' দিয়াৰ ব্যৱস্থা কৰা হ'ল। খাদ্য বিভাগৰ পৰিদৰ্শকজন সেই সময়ত যজ্ঞেশ্বৰ দাস আছিল। তেখেতৰ যত্ন আৰু মদাৰামৰ প্ৰচেষ্টাত চাহ দোকানবোৰ চাফ-চিকুন হ'ল। বেমাৰ নথকা বা নিৰোগী কাম-বন কৰা মানুহে চাহ দোকানত চাহ বিক্ৰী কৰাৰ অনুজ্ঞা পায়।

কোকৰাঝাৰ চহৰৰ আশে-পাশে গাঁও অঞ্চলত বাট-পথৰ, যাতায়তৰ সুচল কৰা হয়। গাঁও অঞ্চলত খোৱাপানীৰ অভাৱ কিছু পৰিমাণে হলেও দূৰীকৰণৰ চেষ্টা কৰিছিল মদাৰাম ব্ৰহ্মাই। পঞ্চায়তৰ দ্বাৰা যোগান ধৰা শিল, বালি আৰু চিমেণ্টৰে বনোৱা ৰিংবোৰ গাঁৱলীয়া মানুহে বিনামূল্যত লৈ গৈছিল আৰু নিজৰ খৰচত কুঁৱা বনোৱাই লোৱাৰ ব্যৱস্থা আছিল। বাইকে প্লেটফৰ্মবোৰ পকা কৰিবলগীয়া হৈছিল। তেনেদৰে একোটা চাৰিফুটিয়া ব্যাসাৰ্ধ বহল পকা কৰা কুঁৱাৰ দাম অথবা খৰচ সেই সময়ত ৯৩৬.০০ টকা ধৰা হৈছিল।

মদাৰামৰ নেৰানেপেৰা প্ৰচেষ্টাত অসংখ্য গাঁৱত একোখনকৈ পুথিভঁৰাল স্থাপন কৰা হয়। ঘৰ, বেঞ্চ, ডেস্ক, চকী, টেবুল আদি বাইকে দান-বৰঙণি দিলে। চৰকাৰৰ ফালৰ পৰা কিতাপ কিনি দিয়া হ'ল। কম-বেছি পৰিমাণে হ'লেও মানুহবিলাকৰ মাজত কিতাপ পঢ়া অভ্যাস গঢ়ি উঠিল। চৰকাৰে পুথিভঁৰাল আৰু কিতাপ দিলেও মদাৰাম ব্ৰহ্মাই মানুহ বিলাকক পুথিভঁৰাল স্থাপন কৰি কিতাপ পঢ়িবলৈ অনুপ্ৰেৰণা দিছিল।

তেখেতৰ উৎসাহ-উদ্দীপনা লৈ গাঁৱৰ প্ৰাথমিক বিদ্যালয়সমূহ ৰাইজে ভালকৈ বাদ্ধি লবলৈ প্ৰয়াস কৰে। ছাত্ৰ-ছাত্ৰীৰ সহযোগত ফুলৰ বাগান, কল, আনাৰস, কমলা আদি বিভিন্ন গছ-গছনি ৰুবলৈ তেখেতে শিক্ষকসকলক পৰামৰ্শ দিছিল।

গাঁৱলীয়া ৰাইজৰ ওপৰত অইন ৰাজ্যৰ ধনী বেপাৰীয়ে যাতে শোষণ-নিষ্পেষণ আৰু ঠগ-প্ৰবঞ্চনা কৰিব নোৱাৰে তাৰ বাবে তেখেতে ঠাই বিশেষে কো-অপাৰেটিভ ছ'চাইটি স্থাপন কৰি দিছিল। ইয়াৰ সহায়ত গ্ৰাম্য ৰাইজে নিত্যনৈমিত্তিক বস্তু সামগ্ৰীসমূহ ঘৰতেই পাব আৰু বস্তু বাহানিৰ দামো বেছি দিব নালাগিব— এয়েই আছিল মদাৰামৰ লক্ষ্য। এদিনাখন ডি চি লক্ষেশ্বৰ শৰ্মাই মদাৰাম ব্ৰহ্মাক লগত লৈ ৰামফলবিল কো-অপাৰেটিভ চোছাইটি চাবলৈ গৈছিল। তাত গৈ নানা খেলিমেলি দৃষ্টিগোচৰ হ'ল। মূলধন কমি গৈছে আৰু ছ'চাইটি বন্ধ হোৱাৰ উপক্ৰম হৈছে। ডি চি শৰ্মাই ৰাইজৰ উদ্দেশ্যে ভাষণ দিলে- 'জাৰ্মান দেশত কো-অপাৰেটিভৰ সহায়ত স্কুল, কলেজ আদি অনুষ্ঠান স্থাপন কৰা হৈছে। দেশত ধনী-গৰীবৰ প্ৰভেদ পৰিত্যাগ কৰি শক্তিশালী অৰ্থনীতি ৰক্ষা কৰিবলৈ ইযাৰ প্ৰয়োজনীয়তা আছে। সম্পূৰ্ণ জয়ী হ'ব নোৱাৰিলেও আমাৰ কো-অপাৰেটিভসমূহ নকৈ স্থাপন কৰিব লাগিব।' মদাৰামে বড়ো ভাষাত ডি চি শৰ্মাৰ ভাষণ ৰাইজৰ আগত ভাঙিপাতি দিযে।

এইদৰে বিভিন্ন গাঁৱত বাট-পথ, প্ৰাথমিক বিদ্যালয, খোৱা পানীৰ বাবে কুঁৱা, কো-অপাৰেটিভ আদিৰ বাহিৰেও গাঁওবাসীৰ উন্নতিৰ বাবে বোৱা-কটা, কুটীৰ শিল্প বিভাগত ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰে মদাৰাম ব্ৰহ্মাই পৰিদৰ্শন আৰু দিহা-পৰামৰ্শৰ জৰিযতে। কোকৰাঝাৰ ৰূপনাথ ব্ৰহ্ম চিভিল হস্পিতাল, কোকৰাঝাৰ ছোৱালী বিদ্যালয, শক্তি আশ্ৰম ভ'কেছনেল উচ্চ ইংৰাজী বিদ্যালয়, কোকৰাঝাৰ কলেজ, কোকৰাঝাৰ পোষ্ট গ্ৰেজুৱেট ট্ৰেইনিং কলেজ (বৰ্তমান গ'ভ্ট কলেজ অফ টিচাৰ এডুকেচন, কোকৰাঝাৰ), গৌহাটী ইউনিভাৰচিটি, কোকৰাঝাৰ আদি বিভিন্ন অনুষ্ঠান তথা প্ৰতিষ্ঠান স্থাপনৰ ক্ষেত্ৰত মদাৰাম ব্ৰহ্মাৰ অৱদান উল্লেখযোগ্য। সেই সময়ত অবিভক্ত গোৱালপাৰা জিলা তথা অসমৰ চুকে-কোণে মদাৰাম ব্ৰহ্মাৰ নাম মানুহৰ মুখে মুখে। তথাপিও তেখেত বিভিন্ন ঘাত-প্ৰতিঘাত, নানা সমস্যাৰ সন্মুখীন হোৱা নাছিল এনে নহয়।

এবাৰ সাধাৰণ নিৰ্বাচনৰ সময়ত উন্নয়ন বিভাগৰ বিষয়া ব্ৰহ্মাই ভোট কেন্দ্ৰ সমূহ চোৱা-চিতা কৰিবলৈ লক্ষীগঞ্জলৈ গৈছিল। সেই সমষ্টিত কংগ্ৰেছৰ প্ৰতিদ্বন্দ্বিতাত মুছলিম লীগৰ সদস্যও যুঁজিছিল মদাৰামৰ এজন নিকট আত্মীয়ই এই প্ৰতিদ্বন্দ্বিতাত নামিছিল। ফলাফল ঘোষণাত দেখা গ'ল যে মুছলিম লীগৰ সমৰ্থিত প্ৰাৰ্থীজন পৰাজিত হৈছে। তেওঁলোকে ভোট গ্ৰহণ কেন্দ্ৰত উন্নয়ন বিভাগৰ বিষয়া ব্ৰহ্মাই নিজৰ ইচ্ছানুযায়ী কাম কৰিছে বুলি ডি চি ৰ ওচৰত আপত্তি দৰ্শালে। এই সম্পৰ্কে ডি চি.য়ে প্ৰশ্ন কৰাত ব্ৰহ্মাই জনালে যে, তেখেত প্ৰিজাইডিং অফিচাৰ নহয়, চৰকাৰৰ বিষয়া হিচাপেহে নিৰ্বাচন কেন্দ্ৰ চাবলৈ গৈছিল। তেখেতে ভোট কেন্দ্ৰত নীতিবৰ্হিভূত অথবা দুৰ্নীতি কৰাৰ প্ৰশ্নই

অযুক্তিকৰ আৰু অবাস্তব। আপত্তিকাৰীয়ে আইন অনুযায়ী হাইকোৰ্টত নিৰ্বাচন বন্ধ কৰাৰ আবেদন জনাব পাৰে। তেখেতৰ প্ৰত্যুত্তৰত আপত্তিকাৰীসকল নীৰৱতা অৱলম্বন কৰিবলৈ বাধ্য হ'ল। হাইকোৰ্টত আবেদন দাখিল কৰা নহ'ল।

তদুপৰি এবাৰ বিজনী অঞ্চলৰ পৰা উন্নয়ন বিষয়া মদাৰাম ব্ৰহ্মাই বৃহৎ পৰিমাণৰ ধন অপচয় কৰা বুলি ডি চি ৰ ওচৰত আপত্তি উত্থাপন কৰা হ'ল। তেখেতে বিজনীত গৈ তদন্ত লগালে। ব্ৰহ্মাক মাতি পঠিওৱা হ'ল। ডি চি য়ে আপত্তিকাৰীসকলৰ সাক্ষী গ্ৰহণ কৰিলে। তেখেতে বাইজৰ পৰা প্ৰমাণ দাখিল কৰিবলৈ দিলে। কোনো এজন ব্যক্তিয়েই ব্ৰহ্মাৰ বিপৰীতে সাক্ষী নিদিলে। প্ৰমাণৰ অভাৱত আপত্তিকাৰীয়ে পৰাজয় বৰণ কৰিবলগীয়া হ'ল। মদাৰাম ব্ৰহ্মাই হাড়ে হিমজুৱে বুজিলে, সমস্যা অথবা বিপদ আহিলেও সৎপথত থাকিলে-কামত কৃতকাৰ্যতা লাভ কৰিব পাৰি।

ইং ১৯৫৭ চনৰ গণতন্ত্ৰ দিবস উদ্‌যাপনৰ সময়ত উন্নয়ন বিষয়া হিচাপে বড়ো কৃষ্টি দলৰ সৈতে মদাৰাম ব্ৰহ্মাই নতুন দিল্লীত গৈছিল। কৃষ্টি দলৰ নেতৃত্ব দিছিল কোকৰাঝাৰ ভাতাৰমাৰীৰ চন্দ্ৰমনি ব্ৰহ্মাই। কিন্তু দলৰ সকলো দিশতে পৰামৰ্শ তথা ব্যৱস্থাৰে সুন্দৰ আৰু গ্ৰহণযোগ্য কৰি তুলিছিল মদাৰাম ব্ৰহ্মাই। বড়ো তিৰোতাৰ সপোন ৰচনাৰ লেখিয়া বিভিন্ন ৰং-বিৰঙৰ দখনা, ফুলেৰে ভৰা ফাদ্ৰা, আৰ'নাইবোৰ প্ৰায় ত্ৰিশখনমান মদাৰাম ব্ৰহ্মাৰ কেম্পৰ দুৱাৰ মুখত চাৰিওফালে মনোৰম কৈ আৰি সজাই ৰখা হৈছিল। ওপৰত ইংৰাজী ভাষাৰে লিখা হৈছিল "Assam Bodo Cloth"। লগতে আছিল বহুতো এৰি চাদৰ। বিভিন্ন দেশৰ মানুহক ৰং-বিৰঙৰ কাপোৰৰ নানা ফুল আৰু ডিজাইনবোৰে সঁচাকৈ মোহিত কৰিব পাৰিছিল। বাঘ, ভালুক, গঁড়, হাতী, বান্দৰেৰে ভৰা অৰণ্যভূমি অসমৰ বড়োসকলৰ ওপৰত থকা আগৰ ভুল ধাৰণাসমূহ সেই সময়ৰ পৰা কিছু পৰিমাণে পৰিবৰ্তন হৈছিল।

বড়ো ডেকা গাভৰুৱে গণতন্ত্ৰ দিৱসত 'বাগুৰুম্বা' আৰু 'মাই গাইনায়' লোক-নৃত্যক সুমধুৰ বড়ো গীত-মাত আৰু লইলাস নৃত্য পৰিবেশনৰ জৰিয়তে পৰিবেশন কৰে। মদাৰাম ব্ৰহ্মাই পোনতে উল্লেখ কৰা নৃত্যসমূহ তালৈদৰে প্ৰশিক্ষণ দি লৈছিল। তেখেতৰ তৃতীয় গৰাকী ছোৱালী অঞ্জলী ব্ৰহ্মাও নৃত্যত ভাগ লৈছিল। ওস্তাদ কামিনী কুমাৰ নাৰ্জাৰীয়ে নৃত্যৰ প্ৰশিক্ষক হিচাপে গৈছিল। প্ৰতিযোগিতাত দুয়োটি নৃত্যই উচ্চ মানদণ্ডৰ শাৰীত অনুমোদন লাভ কৰিছিল। অসমৰ বড়ো লোক নৃত্যৰ জৰিয়তে অসম নামজ্বলা হ'ল। তাৰ বাবে অসমবাসীয়ে মদাৰাম ব্ৰহ্মাক ৰখানিব লাগিব। কিয়নো নৃত্য কিশাকৰ প্ৰয়োজনীয় গীত-মাত ৰচনা কৰি কেনেদৰে নৃত্যৰ সৈতে বজিতা খুৱাব লাগে আৰু গীত গাব লাগে সেইবোৰ আখৰাত শিকোৱা হৈছিল।

দিল্লীত গণতন্ত্ৰ দিবস পালনত বড়োসকলৰ নৃত্য চাই বিখ্যাত বাতৰি কাকত "Statesman" ত ইং ১৯৫৭ চনৰ ২৮ আৰু ২৯ জানুৱাৰীত এইদৰে লিখিছিলঃ "After the interval came one of the last dances the "Maigainay". by the

Bodo people of Assam, the women wore a blaze of yellows and oranges, tightly wound round slender hips and swayin in gentle and excellent time, they made these gentle flowing blowing movements that remind one more of Mangolian and Malaya dances of India They carried genuine farming implements, the men's spades were the same they use in their fields, with the earth of Assam still clivging "

তেনেদৰে ইং ১৯৫৭ চনৰ ২৯ জানুৱাৰীত প্ৰকাশিত 'Times of India' বাতৰি কাকতৰ পৃষ্ঠাত এনেকৈ লিখিছিল ঃ

"It (Bodo dance) throws a pleasant surprise The sound of flute (Boro) is superb and madening "

এমাহৰ পিছত ভাৰত চৰকাৰে এটি ঘোষণা কৰিলে— 'অসম ৰাজ্যৰ বড়োৰ 'বাগুৰুম্বা নৃত্য'ক ভাৰতৰ 'জাতীয় নৃত্য' (National Dance) ৰূপে স্বীকৃতি দিয়া হ'ল।' খবৰ শুনি মদাৰাম ব্ৰহ্মৰ চকুলো ওলাই পৰিল সুখ আৰু আনন্দৰ সমগ্ৰ বড়ো সমাজৰ গৌৰৱ কঢ়িয়াই অনাত সমৰ্থ হোৱাৰ বাবে।

সমাজ সেৱা আৰু সমাজক নেতৃত্ব দিয়াৰ কাম-কাজত মদাৰাম ব্ৰহ্মই অক্লান্তভাৱে নিজক উছৰ্গা দিয়াৰ প্ৰতিদৃষ্টি ৰাখি সেই সময়ৰ ছাত্ৰবোৰৰ কিছুমানে মদাৰাম ব্ৰহ্মক 'বুকাৰ ৱাছিংটন' বুলি অভিহিত কৰিছিল। সমসাময়িক বয়সৰ কিছুমানে 'বড়ো ৰজা' বুলি মাতি ভাল পাইছিল। এই কথাত তেখেতে খুবেই খং কৰিছিল। সাম্প্ৰতিক কিছুমান ধৰ্মভীৰু ব্যক্তিয়ে তেখেতক 'আচাৰ্য' বুলি কব বিচাৰে। তেখেতৰ পত্নী ৰূপেশ্বৰী ব্ৰহ্ম স্বভাৱ-চৰিত্ৰ, আচাৰ ব্যৱহাৰত গুণী আৰু ঘৰ সংসাৰ চলোৱাত পাকৈত আছিল। ইং ১৯৭২ চনৰ দুখজনক মাজনিশা তেখেতৰ মৃত্যু হয়। ইয়াৰ আগতে হঠাৎ সত্যকুমাৰ ব্ৰহ্ম আৰু মাকৰ পিছত নবকৃষ্ণ ব্ৰহ্মৰ মৃত্যুয়ে মদাৰামক ব্যথিত কৰি তুলিছিল।

ঘৰুৱা সুস্থ পৰিৱেশ আৰু সৰু বয়সতে গুৰুদেৱ কালীচৰণ ব্ৰহ্মৰ ধৰ্মনীতি গ্ৰহণ কৰাৰ পৰিপ্ৰেক্ষিতত মদাৰামৰ অন্তৰত ধৰ্মচিন্তাৰ নিজৰা বয়। ডেকা বয়সত কৌমাৰী জ্যোতি আশ্ৰমৰ ফৌলাং বাবাজীৰ সান্নিধ্য, আশীৰ্বাদ আৰু কাম-কাজত চিৰঙৰ গাঁওৰ দ্বিতীয় কালীচৰণৰে সম্পৰ্ক বঢ়াই ৰখাত তেখেতৰ মন ব্ৰহ্ম ধৰ্মৰ প্ৰতি আকৰ্ষিত হৈছিল। শাস্ত্ৰ অধ্যয়ন আৰু ধৰ্ম চৰ্চাত তেওঁ খুব ব্যস্ত আছিল। সংসাৰৰ ধৰ্ম পালন কৰি কৰ্মৰ মাজেদি কায়মনোবাক্যৰে ঈশ্বৰৰ প্ৰতি মন উছৰ্গা কৰিছিল গোৱালপাৰা, কামৰূপ, দৰং এই তিনিখন জিলাত বিভিন্ন ঠাইৰ ধৰ্মানুষ্ঠানত ব্ৰহ্ম ধৰ্মৰ দৰ্শন, নীতি-আচাৰ তত্ত্বসমূহ ৰাইজৰ আগত দাঙি ধৰিছিল আৰু ধৰ্মাচৰণৰ কামেৰে সহজ কাম কৰিছিল। মহালয়া, মাঘী পূৰ্ণিমা আৰু নতুন বছৰৰ উৎসৱ, ধৰ্মালোচনাত যোগদান কৰি কেতিয়াবা সভা পাতি আৰু কেতিয়াবা মুখ্য অতিথি অথবা আলোচক হিচাপে আসন শুৱনি কৰিছিল। সময় সাপেক্ষে তেখেতে পুৰোহিতৰ কাৰ্য সম্পাদন কৰিছিল। মহালয়া, ন-ভাত খোৱা, দমাহী, সৰস্বতী পূজা, লক্ষ্মী পূজা আৰু নতুন বছৰত যজ্ঞাহুতি দিছিল। শুভবিবাহ আৰু

অনুষ্ঠান প্ৰতিষ্ঠানৰ শুভ দিন তথা শুভ লগনত তেখেতে পুৰোহিতৰ কাম চলাইছিল। কিন্তু মদাৰাম ব্ৰহ্মাই বেপেৰোৱা পুৰোহিতৰ দৰে দান দক্ষিণা গ্ৰহণ কৰা নাছিল।

মদাৰাম ব্ৰহ্মাই প্ৰত্যক্ষভাবে ৰাজনীতিত সম্পৰ্ক ৰক্ষা কৰা নাছিল। তেখেতে কোনো দিন বিধায়ক মন্ত্ৰী অথবা সাংসদ হোৱাৰ সপোন দেখা নাছিল। তথাপি সমাজৰ প্ৰতি কৰণীয় ৰাজনীতিৰ চিন্তা-চৰ্চাত অংশ গ্ৰহণ কৰিছিল। প্ৰধানকৈ বড়ো বা ট্ৰাইবেল সমাজৰ উন্নতিৰ কাৰণে ৰাজনৈতিকভাৱে সমস্যা সমাধানৰ প্ৰতি গুৰুত্ব আৰোপ কৰিছিল। তেওঁ আৰু ট্ৰাইবেল নেতাৰ নেতৃত্বত জনজাতিৰ বিভাৰভেল্ক (Tribal Belt and Block)ৰ দাবী সেই সময়তেই চৰকাৰৰ ওচৰত উত্থাপন কৰা হৈছিল আৰু পিছলৈ চৰকাৰে মানিবলৈ বাধ্য হৈছিল।

ইং ১৯৬৭ চনৰ ২৭ ফেব্ৰুৱাৰীত কোকৰাঝাৰত অনুষ্ঠিত আৰু সংগঠন হিচাপে গঠিত অসম ভৈয়াম জনজাতি পৰিষদ (Plains Tribal council of Assam)ৰ সভাত মদাৰাম ব্ৰহ্মাই সভাপতিৰ আসন গ্ৰহণ কৰি অলংকৃত কৰিছিল। তেখেতে সভাপতি আসনৰ পৰা সুপৰামৰ্শ প্ৰদানেৰে সুভাষণ সুপৰিচালনা কৰে আৰু মিছিংৰ পৰা বিবেচন দলেক সভাপতি আৰু বড়োৰ পৰা চৰণ নাৰ্জাৰীক সম্পাদক হিচাপে লৈ এটি ৰাজনৈতিক দল গঠন কৰা হয়। বৃদ্ধ বয়সলৈ তেখেতে অক্লান্তভাৱে সমাজৰ কাম কৰিছিল। ইং ১৯৮৮ চনৰ ২৬ জানুৱাৰীত ভাৰত চৰকাৰে মদাৰাম ব্ৰহ্মাক 'পদ্মশ্ৰী' উপাধিৰে বিভূষিত কৰে। এইজনা সমাজকৰ্মী তথা আদৰ্শ পুৰুষে ইং ১৯৯০ চনৰ ৬ চেপ্তেম্বৰ দিনাখন সকলোকে কন্দুৱাই ইহলীলা সম্বৰণ কৰে।

# সতীশ চন্দ্র বসুমতাৰী

ড° মঙ্গলসিং হাজোৱাৰি

ৰড়ো সাহিত্যৰ 'বিবাৰ যুগ'ৰ প্ৰতিষ্ঠাপক, 'বিবাৰ' আৰু 'জেনথখা' আলোচনীৰ সম্পাদক, বিভিন্ন সভা-সমিতি আৰু সংগঠনৰ জন্মদাতা আৰু ঘাইহোতা, বড়ো সমাজ আৰু সংস্কৃতিৰ পূজাৰী, সমাজ সংস্কাৰক, ৰাজনীতিবিদ, অক্লান্ত সমাজকৰ্মী সতীশ চন্দ্ৰ বসুমতাৰী এজন লেখত লবলগীয়া সু-সাহিত্যিক আছিল। সেই সময়ৰ ট্ৰাইবেল লীগৰ প্ৰধান সম্পাদক, বড়ো সাহিত্য সভাৰ সভাপতি, বড়ো সম্পাদনা সমিতিৰ সভাপতিৰ আসন অলংকৃত কৰাৰ লগতে বিভিন্ন সংগঠন আৰু সভা-সমিতিৰ লগত জড়িত হৈ সমাজ সেৱক ৰূপে নিজকে বিসৰ্জন দিয়া সতীশ চন্দ্ৰ বসুমতাৰীয়ে সাহিত্য সৃষ্টিৰ কামত সমানে লাগি গৈছিল। তেখেতে 'বিবাৰ', 'জেনথখা' আলোচনী ছাত্ৰ জীৱনছোৱাত আৰু 'নাইফিনজায়ে', 'বিথানিঅৰ', 'দাৰসীন জাইহীলাও', 'ৰাণী লাইমুথী' নাটকসমূহ চাকৰি জীৱনৰ সময়ছোৱাত ৰচনা কৰিছিল। এফালে চাকৰি আৰু আনফালে জাতি, সমাজ আৰু সাহিত্য সৃষ্টিৰ গধুৰ দায়িত্ব বহন কৰিছিল সতীশ চন্দ্ৰ বসুমতাৰীয়ে। দৰাচলতে এটা সময়ত সুপ্ত অৱস্থাত থকা বড়োসকলৰ মাজত সাহিত্য সেৱা আৰু ভাষা-সাহিত্যৰ সৃষ্টিৰ হেতু পৰিৱেশ ৰচনা কৰিবলৈ সমৰ্থ হৈছিল সতীশ চন্দ্ৰ বসুমতাৰীৰ সু-নেতৃত্বত জন্ম লাভ কৰা 'বিবাৰ' আৰু 'জেনথখা'ৰ জৰিয়তে। তেখেতৰ সুপৰিচালনা আৰু সংস্পৰ্শত বহুতো লেখক সাহিত্য-সেৱা কৰিবলৈ আগবাঢ়ি আহে আৰু তেওঁলোকৰ সাধ্যানুসৰি বৰঙণি আগবঢ়াবলৈ সমৰ্থ হয়। 'বিবাৰ', 'জেনথখা'ৰ পিছত 'অসংবাৰ', 'হাথখিহালা', 'মুসিৰি আৰো সানসিৰি' (ৰূপ ও চিন্তাধাৰা), 'খন্থায়-মেথায়', 'বড়োনি গুদি সিবসা আৰো আৰ'জ' পুথি প্ৰকাশ পায়। ক'বলৈ গ'লে সতীশ চন্দ্ৰ বসুমতাৰীৰ নেতৃত্বত সাহস পাই পিছৰ যুগত চামে চামে লেখকৰ জন্ম হৈছিল। সেয়েহে সতীশ চন্দ্ৰ বসুমতাৰীৰ নাম বড়ো সমাজ আৰু সাহিত্য জগতত সোণালী আখৰেৰে তথা স্পষ্টভাৱে লেখা থাকিব।

সতীশ চন্দ্ৰ বসুমতাৰীৰ সম্পাদনাত 'বিবাৰ' আলোচনীৰ জন্ম হৈছিল। বিংশ

শতিকাৰ 'আসাম বড়ো ছাত্ৰ সম্মিলন'ৰ জন্ম দিছিল সতীশ চন্দ্ৰ বসুমতাৰী, শোভাৰাম ব্ৰহ্ম চৌধুৰী, ৰূপনাথ ব্ৰহ্ম, জয়চন্দ্ৰ ব্ৰহ্ম, নমল চন্দ্ৰ ব্ৰহ্ম, খগেন্দ্ৰ ব্ৰহ্ম, মদাৰাম ব্ৰহ্মৰ লগতে কেইগৰাকীমান সমাজ সেৱক বড়ো নেতৃবৃন্দই ঐক্যবদ্ধভাৱে ইং ১৯১৯ চনত। এই সংগঠনৰ পৰাই 'বিবাৰ' নামৰ তিনিমহীয়া আলোচনী প্ৰকাশ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। 'বিবাৰ' আলোচনীৰ গধুৰ দায়িত্ব বহন কৰিছিল সতীশ চন্দ্ৰ বসুমতাৰীয়ে। বিত্তীয় অভাৱৰ কাৰণে প্ৰথমাৱস্থাত ইয়াক হাতে লিখাৱস্থাত প্ৰচাৰ কৰা হয় আৰু ই ১৯২৪ চনৰ অক্টোবৰ মাহৰ পৰা ছপা কৰি উলিয়ায়। 'বিবাৰ' আলোচনীখন সৰ্বমুঠ অষ্টম সংখ্যালৈকে প্ৰকাশ হৈছিল।

'বিবাৰ'খনেই বড়ো ভাষাৰ প্ৰথম আলোচনী। বড়ো ভাষা-সাহিত্য সৃষ্টিৰ খাইল স্তম্ভ। এই বিবাৰ আলোচনীৰ জৰিয়তে সেই সময়ৰ বহুতো মহৎ লেখক, প্ৰবন্ধকাৰ, গল্পকাৰ আৰু আলোচকৰ জন্ম হৈছিল। আৰু বড়ো ভাষা-সাহিত্যৰ জগতত বৰঙণি যোগাইছিল। তেখেতসকলৰ মাজত সতীশ চন্দ্ৰ বসুমতাৰী, ৰূপনাথ ব্ৰহ্ম, নমল চন্দ্ৰ ব্ৰহ্ম, বনবাসু কছাৰী, যুধিষ্ঠিৰ হাজুংগসুমাৰী (হাজোৱাৰী), জলধৰ ব্ৰহ্ম, মণিকান্ত ব্ৰহ্ম, বিষ্ণুচৰণ বসুমতাৰী, যোগেন্দ্ৰ নাথ কছাৰী, মণিৰাম ইসলাৰী, কবীন্দ্ৰ নাৰায়ণ ব্ৰহ্ম, পৰশুৰাম ব্ৰহ্ম, পঞ্চানন কছাৰী, শতীশ্বৰ সোণোৱাল, কীৰ্ত্তিনাথ দাস, চৈয়দ মহছেন আলি আহমদ, ব্ৰহ্মচাৰী দেৱব্ৰত, ইন্দুমতী কছাৰীনি, নীলমণি ফুকন, জগতসিং কছাৰী, যদুনাথ খাখলাৰী (দাস), ৰবিচন্দ্ৰ কছাৰী, বলীৰাম কছাৰী, মনেশ্বৰ পাটৰ আদিৰ নাম প্ৰণিধানযোগ্য। সতীশ চন্দ্ৰ বসুমতাৰীয়ে কেতিয়াবা 'বংদিনীফান্সী' ছদ্মনামেৰে 'দাউসংবাইনায়', (কুকুৰা চৰাই অন্বেষণ), বাগ্ৰানি ছেৰে সলো (কথাৰ ছলেৰে গল্প), 'গমহনায় ননিবাগ্ৰা' (আচৰিত লগা ধৰকা কথা), কেতিয়াবা ব্ৰহ্মচাৰী দেৱব্ৰত ছদ্মনাম লৈ 'প্ৰেৰণা', 'নবীন যুবক', 'চেতনা' আৰু নাম নথকা 'সীতানাথ ৰুংবাস্ব ( ' সীতানাথ ভাইটি), গান লিখি প্ৰচাৰ কৰিছিল।

সম্পাদক হিচাপে সতীশ চন্দ্ৰ বসুমতাৰীয়ে 'পত্ৰ সূচনা'ত এনেদৰে পাতনি মেলিছে ঃ "কালেৰ অনন্ত স্ৰোতে কত বস্তু নিত্য উৎপন্ন ও লীন হইতেছে, তাৰ ইয়াত্তা নাই। একদিকে সৃষ্টি, অন্যদিকে বিনাশ, একদিকে উত্থান, অন্যদিকে পতন এমনিভাবে সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড চলিতেছে। হতভাগ্য বড়ো জাতিৰ ভাগ্যও তাহাৰ ব্যতিক্ৰম নাই। একদিন এই বড়োজাতি আপন ক্ষমতা ও শৌৰ্য বিৰ্য্যেৰ গুণে প্ৰায় সমগ্ৰ আসামেৰ একচ্ছত্ৰ অধিপতি আছিল, কিন্তু বৰ্তমানে তাহাৰ দুৰ্দশা ও অবনতি দেখিয়া তাহা বিশ্বাস কৰা দূৰে থাক, মনে কৰিতে পাৰা যায়না। ইয়াৰ অন্য সহস্ৰ কাৰণ দূৰে ৰাখিয়া আমৰা কেবল বলিতে চাই ইহা কালচক্ৰেৰ পৰিণতি এবং ইহাই নিয়তি।"

" আমাদেৰ সুখ অৰ্থাৎ সুদিন এক সময় ছিল এক্ষনে তাহা চলিয়া গিয়াছে এবং তাহাৰ স্থানে দুঃখ অৰ্থাৎ দুৰ্দিন আসিয়াছে। কালক্ৰমে এই দুৰ্দিনত

যাইবে সুদিন আসিয়া আমাদিবকে নূতন সুখ নূতন আনন্দ নূতন শিক্ষা নূতন জ্ঞান ও নূতন জীবন দিয়া যাইবে।

" বৰ্তমানে আমাদেব প্রধান ও প্রথম কর্তব্যই হচ্ছে, আমাদেব পরস্পরের ভিতব পবিচয় ও সহানুভূতিব ভাব বৃদ্ধি কবা। এই কাজ প্রধানতঃ দুইতি উপায়ে সাধিত কবা যায়। (১) সভা সমিতি প্রতিষ্ঠা ও (২) পত্রিকা প্রচাব। কারণ ব্যক্তিগত মনোভাব ব্যক্ত কবিবাব জন্য যেমন ভাষাব, দেশ, সমাজ বা জাতিগত ভাব, আশা ও আকাঙ্ক্ষা ব্যক্ত ও প্রচাব করিবার জন্য তেমনি ক্ষুদ্রভাবে সভা-সমিতি ও বৃহৎভাবে পত্রিকায প্রযোজন। ইচ্ছাতে যেমন ব্যক্তিগত মতামত সমন্বয় পূর্বক জাতীয উন্নতিকব কার্যেব সুবিধা হয়, তেমনি এই সব কার্যেও আলোচনায আকৃষ্ট হইযা বিভিন্ন স্থানেব জাতীয় ভাইগন পবস্পবেব সহিত পবিচিত ও মিলিত হইবাব জন্য আগ্রহান্বিত হইযা উঠেন। তখন আমাদেব উন্নতি কিছু কিছু হইয়াছে, কিন্তু পত্রিকা আমাদেব একখানিও নাই। এই মহান অভাব দুবীকবণার্থে আমাবা 'বিবাব' পত্রিকা বাহিব কবলাম। আশা কবি ববো মাত্রেই সাহায্য ও সহানুভূতিতে ইহা চিব সঞ্জীবিত বহিবে।"

সম্পাদক সতীশ চন্দ্র বসুমতাৰীয়ে প্রথম বছৰ দ্বিতীয সংখ্যা "বিবাৰ' পত্রিকাত সম্পাদকীয় কলমত "বড়ো ছাত্র সম্মিলনী"ৰ বিষয়ে চুটিকৈ প্রকাশ কৰিছে।

দ্বিতীয় সংখ্যা "বিবাৰ" পত্রিকাত তেনেকৈ সম্পাদকীযব লগতে ভ্রম সংশোধন, কমলসিংযে শিক্ষাব সুব্যবস্থা, খন্থায-মেথায়, বোবো কি এনিমিত্ত? কাউন্সিল ও সম্প্রদায, লেখক গনেব প্রতি, কৃতজ্ঞতা স্বীকাব, ডাঙ্গবী (কছাবী) যুবক সম্মিলনী, "বিবার" এব নিয়মানুবলী, লেখকগনেব প্রতি, লিখনিৰ উপৰিও বিজ্ঞাপন, বিজ্ঞাপন দাতা গনেব প্রতি জাননী প্রচাৰ কৰিছিল।

"বিবাব" তৃতীয় সংখ্যাত সম্পাদক সতীশ চন্দ্ৰ বসুমতাৰীয়ে হুন্টুগাওঁ মধ্য ইংৰাজী বিদ্যালয়ত অনুষ্ঠিত "হুন্টুগাঁও সম্মিলনী" বড়ো ছাত্র সম্মিলনীব ষষ্ঠ বার্ষিক অধিবেশন"ৰ সম্বন্ধে আৰু আগতে অনুষ্ঠিত হোৱা অধিবেশনৰ বিষয়ে বহলকৈ আলোচনা কৰিছে। তেখেতে শেষাংশত এনেদৰে লিখিছে— "উপসংহারে আমাদেব বক্তব্য, যাঁহারা জাতিব উন্নতি চাহেন, তাঁহাদেব আব সুখে বলিলে কোন কাজ হইবেনা। সকলেই হাতে সুখে লাগিযা যাউন, তবে আমবা সিদ্ধিলাভ কবিব পরেব সুখ চাহিয়া বা পরের সভ্যতায় লোভ করিযা কাজ কবিলেও চলিবেনা। নিজেব ভিতব দিযাই হইতে হইবে। আমবা আগামী বারে সভাপতির অভিভাষনের আলোচনা কবিব।" ইয়াবোপবি "প্রবন্ধ সাৰাংশ", গ্ৰন্থপ্রাপ্তি, শোক সংবাদ, বিবাব সম্বন্ধে জ্ঞাতব্য (নিযমাবলী), লেখক-লেখিকা, বিজ্ঞাপন প্রচাৰ কৰিছিল।

চতুর্থ সংখ্যা "বিবাৰ"ৰ সম্পাদকীয়ত তেখেতে "ডাঙ্গরী কছাৰী যুবক সম্মিলনী (চতুর্থ অধিবেশন), তাত গৃহীত প্রস্তাৱসমূহ, গোৱালপাৰা বায়ত সভা, পূর্ব

গোৱালপাৰা যুবক সম্মিলনী, শুভ বাৰ্তা, সদৃষ্টান্ত ও সৎকাৰ্য, সম্মিলনী সংবাদ, পুস্তক প্ৰাপ্তি, শোক সংবাদ, আসাম বৰো ছাত্ৰ সম্মিলনী কাৰ্যকৰী সমিতিৰ ৭।২।১৯২৫ ইংৰেৰ অধিবেশনে গৃহীত প্ৰস্তাবসমূহৰ বিষয়ে থূলমূলকৈ আলোচনা কৰিছে।

দ্বিতীয় বছৰ প্ৰথম সংখ্যা 'বিবাৰ'ত সম্পাদক সতীশ চন্দ্ৰ বসুমতাৰীয়ে "নববৰ্ষে" নামৰ কবিতাত এনেদৰে লিখিছে ঃ

"হে বিবাৰ, হে কুসুম, আসিয়াছ যদি
মানৱ সমাজে, তবে
দেখাও মহিমা তব দেখাও গৌৰব
ছিল যাহা পুৰকালে সাগৰ অবধি।"

সম্পাদকীয়ৰ পৰিবৰ্তে "চয়নিকা" ঃ 'মানুহৰ পূৰ্বপুৰুষ জন্মিছিল ক'ত', চীনদেশৰ আচৰিত প্ৰাণী, বিচিত্ৰ বাহন, সভা-সমিতি ঃ গোৱালপাড়া ডিষ্ট্ৰিক্ট এসোসিয়েসন, কামৰূপ বোৰো সমাজ সংস্কাৰ চেষ্টা, বিলাগুড়ি পুৰস্কাৰ বিতৰণী সভা, দশ কথা, আলোচনী ঃ সাধু সম্মিলনীৰ কথা, টিপকাই টেকনিকেল এম.ই. স্কুল, প্ৰাপ্তি স্বীকাৰ ও শোক সংবাদ যুগল মূৰ্তি, শোভাৰাম ব্ৰহ্মচৌধুৰী, লোদৰাৰাম কাছাৰী, ভাহাবৰ ব্ৰহ্মৰ বিষয়ে লিখি প্ৰচাৰ কৰে।

'বিবাৰ' দ্বিতীয় বছৰ দ্বিতীয় সংখ্যা (জুলাই, ১৯২৫ ইং)ত সতীশ চন্দ্ৰ বসুমতাৰীয়ে "বলবাৰ কিছু" প্ৰবন্ধত সমালোচনা কৰি এনেদৰে লিখিছে — "সহযোগিনী 'চেতনা' তাহাৰ নিমীলিত চক্ষু হঠাৎ খুলিয়া 'বিবাৰ' ও 'বৰোজাতি' সম্বন্ধে কিছু বলিয়া ফেলিবাৰ চেতনা পাইয়াছেন দেখিয়া আমৰা কৃতাৰ্থস্মন্য হইলাম। ইতিপূৰ্বে 'বিবাৰ' যখন নিতান্ত কয়েক মাসেৰ শিশু মাত্ৰ ছিল তখন আমৰা গৌহাটী কলেজেৰ কোন বৰো ছাত্ৰেৰ মাৰফতে কয়েকখানি 'বিবাৰ' পাঠাইয়া 'চেতনা'ৰ চেতনাময় সহানুভূতি পাইবাৰ আশায় হাত পাতিয়াছিলাম। কিন্তু তখন সহযোগিনীৰ কৃপাকনা পাইবাৰ মত অদৃষ্ট হইয়া উঠে নাই বোধহয় আমাদেৰ।"

" সে যাই হোক, সহযোগিনী যখন কৃপাদৃষ্টি করিয়াছেন, তখন আমরা ইহাৰ পর হইতে আরও অনেক বিষয়ে অনেক সময়ে উপদেশ পাইব বলিয়া আশা করি। তিনি 'বিবাৰ'এর বাঙ্গলা ৰচনাৰ প্ৰতি কটাক্ষপাত কৰিয়া বাঙ্গলা ভাষায় তাঁহার 'উৎকট' জ্ঞানেৰ যে পৰিচয় দিয়াছেন, তজ্জন্য তাঁহাকে অজস্ৰ ধন্যবাদ জানাইতেছি। আশা কৰি "ভবতি বিজ্ঞতম ঃ ক্ৰমশো নবঃ" এই প্ৰবাদ তাঁহাতেই চূড়ান্তৰূপে খাটিবে।"

ইয়াৰোপৰি চৰদাৰ বাহাদুৰৰ পেন্সন, টিপকাই মাইনৰ স্কুল, সম্মিলন কথা— (১) আসাম বৰো ছাত্ৰ সম্মিলনী, বোডো মহাসম্মিলনীৰ সম্বন্ধে থূলমূলকৈ আলোচনা কৰিছে।

দ্বিতীয় বছৰ তৃতীয় সংখ্যা 'বিবাৰ' পত্ৰিকাত সম্পাদক সতীশ চন্দ্ৰ বসুমতাৰীয়ে

'আহ্বান কবিতাত এইদৰে লিখিছে ঃ

"ওঁ আয়াহি জননী দেবী পরমজ্যোতি ব্রাহ্মবে
সঞ্চযিতে হৃদযে শকতি দিগ্‌দিগন্ত আলো কবে
সাজা মা ভাবত নৃতন কবিযা সামগানে যাক ভূবন ভবিযা
বাজাগো জননী একতাব বীণা ভাবত জন-অন্তবে।"

হযতো সম্পাদকে সম্পাদকীয পৰিবৰ্তে ইয়াকেই বাণী (Message) হিচাপে প্রকাশ কৰিছিল।

সেই সময়তেই সতীশ চন্দ্র বসুমতাৰীয়ে সম্পাদনা কৰা "জেনথ'খা" (বৰো পত্রিকা) প্রকাশনৰ বাতৰি আৰু পঢ়ুৱৈ অথবা ৰাইজে "জেনথ'খা"ক কিদৰে গ্রহণ কৰিব লাগে ইয়াৰ বিষযে চমুকৈ প্রকাশ কৰিছে। ইয়াৰোপৰি 'পাওযা বই ও কাগজ' নামৰ বাতৰি শিৰোনামাৰে পদ্মশ্ৰী মদাৰাম ব্রহ্মাৰ "বৰোনি গুদি সিবসা আৰী আৰোজ"ৰ সম্পৰ্কে চমুকৈ এইদৰে প্রচাৰ কৰিছিল— "নব্য ববোদলেব উদীযমান প্রতিভা কটন কলেজেব তৃতীয বার্ষিক শ্রেণীতে অধ্যযনবত শ্রীমান মদাবাম ব্রহ্ম বচিত ববোদর্শন সম্বন্ধীযে দুইটী ও স্তোত্র তেইশটী মোট পচিশটি স্তবকে সজ্জিত একখানি ববো ভাষাব পুস্তিকা। সকল গুলিই ভাবপূর্ণ ও কবিত্বময। শ্রীমানেব শক্তিতে বাস্তবিকই আমরা মুগ্ধ হইযাছি। নবীন কবিকে উৎসাহ দেওযাব সুযোগ মাতৃভাষাব গৌবব মন্দিবে ভক্তি পুষ্পাঞ্জলি দিবাব ইহা প্রকৃষ্ট অবসব। দামে ঠেকিবে না, কাবণ ভ্রমণ সুন্দব মূল্যবান পুস্তিকাব দাম মাত্র দুই আনা ১০ পযসা।"

দ্বিতীয বছৰ চতুৰ্থ সংখ্যা (জানুৱাৰী, ১৯২৬) 'বিবাব' পত্রিকাত সতীশ চন্দ্র বসুমতাৰীযে "গান" নামৰ ছয়টি স্তবক (১-৬) লিখনিৰ মাজেৰে 'বিবাৰ'ৰ বিষযবস্তুৰ পাতনি মেলিছে। ইযাতেই বাতৰি আকাৰত "ডাঙৰী যুবক সম্মিলনী, পূর্ব গোয়ালপাবা যুবক সম্মিলনী, চিদলী যুবক সম্মিলনী, লালুং সম্মিলনী, কামৰূপ ববো উন্নতি সাধনী সভা, গ্রামহিতৈষিণী সমিতি গোযালপাবা ডিষ্ট্রিক্ট এছোচিয়েছনৰ চমু চমুকৈ প্রচাৰ কৰাৰোপৰি "নিবেদন" প্রবন্ধত এনেদৰে লিখিছে —"আমবা জানি যে 'বিবাব' আপনাদেব সেবায় প্রিযপাত্র হইতে পাবিযাছে, অধঃপতিত বড়োজাতিকে উজ্জ্বল আলোক বর্ত্তিকা হস্তে উন্নতিব পথ দেখাইযা স্বল্পকালেব মধ্যে অপবেব বিস্ময বিজডিত দৃষ্টিব মধ্যে একমাত্র 'বিবাব'এব দ্বাবাই সম্ভবপর হইযাছে, ইযাতেও আব বোধহয় কাহাবও সন্দেহ থাকিতে পাবেনা।"

". . . দেশেব ও সমাজেব অকপট সেবা কবিবাব আন্তবিক ইচ্ছা আমাদেব আছে বলিয়াই এবং 'বিবাব'এব উপব আপনাদেব অগাধ প্রীতি ও সহানুভূতি আছে বলিযা বিশ্বাস কবিয়াই আমবা ইহাব তৃতীয় বর্ষেব আযোজন কবিয়া আবাব নূতন বৎসরেব কার্যক্ষেত্রে অবতীর্ণ হইলাম। আশা কবি, আমাদেব আয়োজন আপনাদেব আন্তবিকতায সাফল্য ও সার্থকতা লাভ করিতে পাবিবে।"

'বিবাৰ' আলোচনীত সতীশ চন্দ্ৰ বসুমতাৰীয়ে 'ৰংদিনী ফাগ্নি' আৰু ক'বলাত 'শ্ৰীমতী ৰংদিনী ফাগ্নি' ছদ্মনামেৰে 'দাও-সংবায়নায়', 'বাথ্ৰানি সৌৱে সল', 'গমহ্নায় ন'নি বাথ্ৰা' নামৰ প্ৰবন্ধ আৰু গল্প লিখি প্ৰচাৰ কৰিছিল।

'দাও-সংবায়নায়' গল্পৰ ছলেৰে লিখকে বাৰ্তালাপৰ মাজেৰে ধৰ্ম্মকৰ কাৰণে হ'লেও বড়ো সমাজৰ চিত্ৰ অঙ্কন কৰিছে।

'বাথ্ৰানি সৌৱে সল' প্ৰবন্ধৰ মাজেৰে লিখকে সেই সময়ৰ 'বিবাৰ' আলোচনীৰ সম্পাদকৰ দায়িত্ব লৈ পোৱা তিক্ত অভিজ্ঞতা, ৰংদিনী ছদ্মনামৰ বাবে জাউবিয়ে জাউবি প্ৰশ্নবাণৰ সম্মুখীন হ'ব লগা হোৱা আদিৰ বিষয়ে প্ৰকাশ কৰিছে।

'গমহ্নায় ন'নি বাথ্ৰা (দেহতত্ত্ব) প্ৰবন্ধৰ বিষয়ে (ৰংদিনী ফাগ্নিয়ে লিখা) 'বিবাৰ'ৰ সম্পাদক সতীশ চন্দ্ৰ বসুমতাৰীয়ে এইদৰে প্ৰকাশ কৰিছিল— 'বৰ্ত্তমান নিবন্ধে জাতীয় ভাষায় অতি সহজ ও চিত্তাকৰ্ষকরূপে দেহযন্ত্রের বিষয় বুঝান হইয়াছে। আমরা শরীর রক্ষার সাধারণ অথচ অবশ্য জ্ঞাতব্য বিষয় গুলি পর্য্য জানিনা এবং জানিবার চেষ্টাও রাখিনা। তাই আমাদেরই দুঃখ দুর্দশা দিন দিন বাড়িতেছে। তাই এ বিষয়ে সকলের দৃষ্টি আকৃষ্ট হওয়া কর্ত্তব্য বর্ত্তমান নিবন্ধে আমাদের শরীরের (বাহির ও ভিতরের) অঙ্গ-প্রত্যঙ্গের (চোক, কাণ, ফুস্ ফুস্ হৃদপিণ্ডাদি" কার্য্য ও গুণ সমূহ বিস্তৃত রূপে বিবৃত হইয়াছে।"

সাহিত্যিক সতীশ চন্দ্ৰ বসুমতাৰীৰ সম্পাদনাত 'জেনথখা' নামৰ আন এখন আলোচনীৰ প্ৰকাশ হয়। সেই সময়ৰ 'জেনথখা'ই পাঠুৱৈ সমাজৰ কেনেকুৱা আদৰ বা আবদাৰ পাইছিল তাক এই কেইশাৰী কথাৰ পৰাই অনুমান কৰিব পাৰি ঃ তেখেতে লিখিছিল 'জেনথখা'ৰ পৰিচয় আপনাকে আৰ না দিলেও বোধহয় চলিব। শাৰদীয় অবসরের সম্মিলন দিবস ইহা অনেকের প্রাণের জিনিস বলিয়া জানা গিযাছে। ইহাৰ বাহিরেও অন্য সময় অনেক স্থানে ইহার এত আদর হইয়াছে যে, কোন কোন খানে কাড়া কাড়ি পর্য্যন্ত হইয়া গিয়াছে। সরল, কৌতুক, সরলভাষা কাহার প্রাণে না আনন্দ সঞ্চার করিয়া থাকে। প্রথম সংখ্যা অতি অল্পই আছে যাহারা এখনও ইহা পাইবার সৌভাগ্য লাভ করেন নাই, তাহারা সত্বর আমাদিগকে লিখুন। শেষে কিন্তু আপশোষ করিবেন না, বা আমাদের দোষ দিবেন না। দাম না বলিলেও চলে।

ম্যানেজার "জেনথখা"

বড়ো হোষ্টেল, ধুবুড়ী

সতীশ চন্দ্ৰ বসুমতাৰী এজন সুকবি আছিল। তেখেতৰ (১) বিমা-ফিসা, (২) হাবাব ফংবায় গদায়, (৩) সা হাবাব আৰু (৪) হাবাব দিনৈলাই কবিতাবোৰেই তেখেতক এজন সুপ্ৰতিষ্ঠিত কবি বুলি পৰিচয় দিয়ে।

সতীশ চন্দ্ৰ বসুমতাৰীৰ "বিমা-ফিসা" (মাতৃ-সন্তান) কবিতাত মাতৃয়ে সন্তানক লেখা-পঢ়া শিকিবলৈ আৰু জনাবুজা হ'বলৈ অনুপ্ৰেৰণা দিছে। বড়ো সমাজৰ ঘৰুৱা পৰিৱেশৰ ছবি আঁকি কবিয়ে মাতৃৰূপে সন্তানক জগাই তুলিছে। পুৱতি নিশা কুকুৰাই মাত দিয়াৰ লগে লগে সূৰ্যোদয় হ'ল, তিৰোতাবিলাকে ধান-চাউল ফুকাইছে আৰু মতাবিলাকে খেতি পথাৰলৈ গৰু-হাল লৈ গৈছে, যাৰ যি কৰ্তব্য সকলোৱে কৰিবলৈ প্ৰস্তুত হৈছে, কাৰো শুই থকাৰ সময় নাই।

"হাবাব ফংবায গদায" (হেৰা সৰু ভাইটি) কবিতাৰ মাজেদি কবিয়ে সৃষ্টিকৰ্তা ঈশ্বৰক পাবলৈ উগুল-থুগুল হোৱা মানুহৰ হাবিয়াসৰ কথা ব্যক্ত কৰিছে। মানুহে ঈশ্বৰক পাবলৈ প্ৰয়াস কৰে। অনেকে আলাই-আথানি ঘূৰি ফুৰে। কোনো দিন দেখা সাক্ষাৎ নোপোৱা ঈশ্বৰক পাবলৈ উদগ্ৰীৱ হোৱা সৰু ভাইটিক সেযে ককাইটিৰ ৰূপত এনেকৈ পাই বুজনি দিছে ঃ

"মন থিৰ কৰা, হাত জোকাৰিবা, উগুল-থুগুল মন ব্যাকুল নহ'বা, ঈশ্বৰৰ প্ৰতি আকুল প্ৰাৰ্থনা জনাবা, বিপদ-আপদত ধৈৰ্যচ্যুত নহ'বা।"

"যা হাবাব" কবিতাৰ মাজেদি কবি সতীশ চন্দ্ৰ বসুমতাৰীয়ে সাম্প্ৰতিক বড়ো জাতিক বিজয়ী কৰিবলৈ হ'লে নিজৰ স্বকীয় ধৰ্মক আঁকোৱালি লৈ জীযাই ৰাখি আৰু চিৰস্থায়ী ৰূপে গঢ় দি এই যুদ্ধক্ষেত্ৰ স্বৰূপ বিশ্ব-ব্ৰহ্মাণ্ডত শ্ৰেষ্ঠ বীৰৰূপে যুদ্ধত অৱতীৰ্ণ হ'ব লাগিব আৰু আগবাঢ়ি যাব লাগিব বুলি উনুকিয়াইছে। বৰ্তমানৰ যুগ শুই থকাৰ যুগ নহয। আৰু হাত সাবটি থকাৰো সময় নাই। সকলোৱে জাগৃত হৈ, বুকু ফিন্দাই, ভয-সংকোচ ত্যাগ কৰি আগুৱাই যোৱা অথবা কাম কৰি যোৱাৰ সময়।

কৰি সতীশ চন্দ্ৰ বসুমতাৰীৰ অইন এটি কবিতা "হেৰা আজি" (হাবাব দিনৈলাই)ৰ যোগেদি কবিয়ে ব্ৰহ্মনগৰৰ পুখুৰীৰ চাৰিওফালে প্ৰকৃতিৰ বিতোপন দৃশ্যৰাজি, চৰাই-চিৰিকতি, জীৱ-জন্তুৰ আৰু তাত থকা মানুহবোৰে সমাজৰ ভাল-বেযা কথা চিন্তা কৰা আৰু ৰহি পৰিস্পৰে আলোচনা কৰা প্ৰকাশ কৰিছে। সাম্প্ৰতিক আমাৰ সমাজৰ দুৰ্কপলীয়া পিতৃ-মাতৃয়ে পুত্ৰক লেখা-পঢ়া নিশিকাই ডাঙৰ মানুহ বা জনা-শুনা ব্যক্তি গঢ়ি তোলাত অসমৰ্থ হৈ মাথোন সপোন দেখা বুলি কবিয়ে আক্ষেপ কৰিছে।

বসুমতাৰীৰ কবিতাৰ ভাষা সৰল, মিঠা, ভাববাশি সহজ আৰু ছন্দযুক্ত।

সতীশ চন্দ্ৰ বসুমতাৰী এজন নাট্যকাৰ বুলিও জনাজাত। ছাত্ৰাৱস্থাৰ পৰাই প্ৰবন্ধ, কবিতা, গল্প আদি লিখিবলৈ লোৱা আৰু বিভিন্ন আলোচনী সম্পাদনা কৰা সতীশ চন্দ্ৰ বসুমতাৰীয়ে কমলসিং এম ভি. বিদ্যালয়ত শিক্ষকৰ দায়িত্ব বহন কৰা সময়তে "নায়ফিনজায়ে", "বিথানিত্ৰব", "দীৰসীন জাহীলা শু" আৰু "ৰাণী লাইমুখী" নাটক লিখে। তেখেতে লিখা একাঙ্কিকা নাটক "নাগাবুহা"'ক কোকৰাঝাৰ

চহৰত অনুষ্ঠিত "বড়ো ছাত্ৰ সন্মিলন"ৰ প্ৰথম অধিবেশনত প্ৰদৰ্শন কৰা হৈছিল।

বড়ো নাট্য জগতত সতীশ চন্দ্ৰ বসুমতাৰীয়ে উচ্চ আসন গ্ৰহণ কৰি আছে। তেখেতেই বড়ো নাট্য সাহিত্যৰ জন্মদাতা। তেঁওৰ অনুপ্ৰেৰণাতেই ৰূপেন্দ্ৰ নাথ বসুমতাৰী, কালীকুমাৰ লাহাৰী, ভবেন ফাৰাংগিৰি (স্বৰ্গীয়াৰি), সন্তোষ কুমাৰ বসুমতাৰী, গুণেশ্বৰ দৈমাৰী, মথুৰামোহন বসুমতাৰী আদিয়ে যাত্ৰাগান আৰু নাটক সৃষ্টি কৰি, লগতে গাঁৱে-ভূঁঞে নাটক দেখুওৱাৰ পৰিবেশ ৰচনা কৰি পাহৰণিৰ গৰ্ভত থকা বড়ো ভাষা-সাহিত্য, সংস্কৃতিৰ পুনৰুত্থানৰ বাবে তথা প্ৰসাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত অভূতপূৰ্ব বৰঙণি দিছিল। সতীশ চন্দ্ৰ বসুমতাৰীক ৰাবেন, কালীকুমাৰ, ভবেন আদিয়ে শিক্ষাগুৰু বা ওস্তাদ হিচাপে মানি সন্মান প্ৰদৰ্শন কৰিছিল। গুৰু শিষ্য লগ লাগি বড়ো ভাষা-সাহিত্য, আৰু সংস্কৃতিৰ উন্নতিকল্পে কায়মনোবাক্য নিজকে উছৰ্গা দিছিল। নব বৈষ্ণৱ যুগ বা শংকৰী যুগত মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱে ভাওনা আৰু নাটৰ জৰিয়তে অসমীয়া ভাষা-সাহিত্য, কৃষ্টি-সংস্কৃতি আৰু অসমীয়া সমাজক সংস্কাৰ আৰু জাগৰণ আনিবলৈ সক্ষম হোৱাৰ দৰে সতীশ বসুমতাৰীয়ে বড়ো নাটক আৰু যাত্ৰাগানৰ জৰিয়তে বড়ো সমাজত জাগৰণ আনিছিল। সেই সময়ৰ পৰা বড়ো গীত-মাত, নৃত্য, বাদ্য-বাজনাৰ চৰ্চা কৰিবলৈ শিকে আৰু অসমীয়া-বঙালী ভাষাৰ পৰা বড়ো ভাষাত অনুবাদ কৰি প্ৰদৰ্শন কৰা হৈছিল। প্ৰণিধানযোগ্য যে সতীশ চন্দ্ৰ বসুমতাৰীক বড়ো নাট্য সাহিত্যৰ জনক আৰু পথ প্ৰদৰ্শক বুলি কোৱা হয়।

সতীশ চন্দ্ৰ বসুমতাৰীয়ে ছাত্ৰাবস্থাৰ পৰাই সাহিত্য সেৱা আৰু সৃষ্টিৰ হেতুকে নিজকে উছৰ্গিছিল আৰু বৃদ্ধ বয়সলৈ বজাই ৰাখিছিল। তেখেতৰ অনুপ্ৰেৰণাত বিবাৰ যুগৰ সাহিত্যিকবৃন্দ যেনে— ৰূপনাথ ব্ৰহ্ম, পদ্মশ্ৰী মদাৰাম ব্ৰহ্ম, ৰূপেন্দ্ৰ নাথ বসুমতাৰী, কালীকুমাৰ লাহাৰি, অলংকাৰ যুগৰ প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম, ইসান মোসাহাৰি আৰু পিছৰ যুগৰ প্ৰজন্মই ন-ন সাহিত্য সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। বিবাৰ যুগৰ ছাত্ৰবিলাকৰ ভিতৰত ৰূপনাথ ব্ৰহ্ম আৰু পদ্মশ্ৰী মদাৰাম ব্ৰহ্মাই লগ লাগি 'খন্থায়-মেথায়' কবিতা পুথি (গীতি কবিতা) প্ৰকাশ কৰিছিল। সতীশ চন্দ্ৰ বসুমতাৰীয়ে বড়ো ভাষাৰ প্ৰথম কবিতা পুথি হিচাপে ইয়াক অন্তৰেৰে স্বাগতম জনায় আৰু 'বিবাৰ' আলোচনীৰ জৰিয়তে এইদৰে আন্তৰিক শুভেচ্ছাবাণী প্ৰচাৰ কৰিছিল। "বোৰো ভাষায় নব্য বোৰো প্ৰকাশিত প্ৰথম পুস্তক। নিজেৰ অতীত গৌৰব জাতিৰ সন্মুখে ধৰিয়া দিবায় উপযুক্ত সময় আসিয়েছে। এস, বোৰো সন্তানগণ, তোমাদেৰ প্ৰাণেৰ জিনিষ বুকে তুলিয়া নিয়া হৃদয়ে সুশীতল কৰ। ইহা তোমাদেৰ প্ৰত্যেকেৰ নিজস্ব সম্পত্তি। স্বভাৱ কবি ৰূপনাথ ও মদাৰাম তোমাদেৰ জন্য বোৰো জননীৰ অক্ষয় ভাণ্ডাৰ হইতে যে কয়েকটি মণিময় উজ্জ্বল বস্তু লইয়া আসিয়াছেন, তাহা সকলেই তুলিয়া নিয়া জীৱন সাৰ্থক কৰ। প্ৰাণে শান্তি পাইবে।" ঠিক তেনেদৰে

মদাৰাম ব্ৰহ্মৰ "বৰোনি গুদি সিবসা আৰৌ আৰোজ"ৰ ওপৰতো মূল্যবান শুভেচ্ছা বাণীৰে "বিবাৰ" পত্ৰিকাত প্ৰচাৰ কৰিছিল। সেই সময়তেই অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সীতানাথ ব্ৰহ্ম চৌধুৰীয়ে "কদমকলি" কবিতাপুথি ছপাই প্ৰচাৰ কৰিছিল আৰু এইখনৰ ওপৰত সাৰগৰ্ভ ভাষাৰে শুভেচ্ছা-বাণী প্ৰকাশ কৰি প্ৰেৰণা যোগাইছিল। কবিতা, প্ৰবন্ধ, গল্প, নাটক, সমালোচনা আদি সকলো বিষয়তে দখল থকা সতীশ চন্দ্ৰ বসুমতাৰী এজন সকলোৰে প্ৰিয়পাত্ৰ, সহায়ক আৰু অনুপ্ৰেৰণাদাতা ৰূপে দায়িত্ব বহন কৰিছিল। এজন সৎচিন্তা, উদাৰ আৰু পবিত্ৰ মনৰ ব্যক্তিয়েহে তেনেদৰে সকলোকে প্ৰেৰণা যোগাব পাৰে। তেখেতৰ বড়ো আৰু অসমীয়াৰ বাহিৰেও বাঙলা, ইংৰাজী, সংস্কৃত আৰু হিন্দী ভাষাৰ ওপৰত দখল আছিল আৰু কবিতা, প্ৰবন্ধ, আলোচনা, ৰচনা, সম্পাদকীয় আদি লিখিব পাৰিছিল।

সতীশ চন্দ্ৰ বসুমতাৰীৰ লিখনিত সৰল আৰু স্পষ্টতাৰ উমান পোৱা যায়। বহু ভাষাৰ ওপৰত দখল থকা সতীশ চন্দ্ৰ বসুমতাৰীৰ ভাষা মিঠা আৰু যুক্তিপূৰ্ণ। কবলগা অথবা প্ৰকাশ কৰিব বিচৰা কথাখিনি যুক্তিৰে সুস্পষ্ট ভাষাৰে প্ৰকাশ কৰাই আছিল তেখেতৰ ভাষা ব্যৱহাৰৰ বৈশিষ্ট্য।

'বিবাৰ' যুগৰ পৰাই বৰ্তমানলৈ চলি অহা বড়ো, বৰো অথবা বোডো শব্দৰ বিতৰ্কৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰি সতীশ চন্দ্ৰ বসুমতাৰীয়ে এনেদৰে লিখিছিল— "বোৰো বলিতে অনেকে কেবল গোয়ালপাড়ার কাছাড়ী গনকেই মনে করেন। এরূপ মনে কৰিবাৰ কোন কাৰণ বা যুক্তি নাই। "কাছাড়ী" বলিতে পূৰ্বে "কাচাখাতি" দেবীব পূজক বোৰো বা বড়ৰাজাব বংশধৰ বলিয়া সম্প্ৰদাযেৰ পৰিচয় নেওয়াই ভাল। আবার অনেকে ইহাও ভুল কৰিয়া থাকেন যে "বোৰো" বলিতে ঐতিহাসিক ব্যাখ্যা মতে যাহাৰা পূৰ্বে বড্ড ৰাজাব বংশধৰ গনেৰ অন্তৰ্ভুক্ত ছিল, কিন্তু এক্ষণে কালস্ৰোতে পৃথক হইলেও পূৰ্বপুৰুষেৰ অনেক বিশেষত্ব লইয়া ভিন্ন সম্প্ৰদায়েৰ সৃষ্টি করিযাছে, তাহাদেরই বুঝায। কিন্তু বোৰো বুলিলে কেবল কোচবিহাৰ, জলপাইগুড়ি ও গোয়ালপাড়াৰ 'মেচ', 'বোৰো', 'কছাৰী', কামৰূপেৰ, নগাঁওয়েৰ, দৰংয়েৰ ও সিবসাগৰেৰ কছাৰী, লক্ষীমপুৰেৰ সোণোয়াল প্ৰভৃতি "কছাৰী" এবং কাছাৰেৰ "হৈড়িম্বি" গণকেই বুঝায়। বৰ্ত্তমান এই বোডো ছাত্ৰ সম্মিলনী কেবল বোৰোদেৰ নিয়াই চলিতেছে।"

"বোৰো কি এনিমিষ্ট?" নামৰ সম্পাদকীয়ত সতীশ চন্দ্ৰ বসুমতাৰীয়ে পোনপটীয়া আৰু তীক্ষ্ণ বাণেৰে এনেকৈ লিখিছিল "বাস্তবিক বোৰোগণকে এনিমিষ্ট পৰ্যায়ভুক্ত করা চরকার বা সেন্সাস রিপোর্টার গণের মহাভুল হইয়াছে। ইহাদের পূজাপদ্ধতি আলোচনা কৰিয়া দেখিলে ইহা ভুলেই বলিতে হইবে। ...... প্ৰাচীন পূজা পদ্ধতি বা "বাথৌবরায়"এৰ উপাসনার বিবয় ৰূপনাথ বাবুর প্ৰবন্ধে সম্পূৰ্ণ বিবৃত হইয়াছে। হিন্দুর অখাদ্য গ্ৰহণের জন্য যদি ইহাদিগকে এনিমিষ্ট বলা যায়

তবে বেঙ্গলেৰ ছোট জাত আসামেৰ আহোম, চুতিয়া প্ৰভৃতিও এনিমিত্ত শ্ৰেণীভুক্ত। সুতৰাং সরকাৰ বাহাদুর এবিষয়ে ভুল কৰিয়াছেন বলিয়া বোধ হয়।"

সতীশ চন্দ্ৰ বসুমতাৰী বড়ো সাহিত্য সভাৰ দ্বিতীয় গৰাকী সভাপতি আছিল। তেওঁ সভাৰ দুধনৈৰ খাৰা (গোৱালপাৰা জিলা)ত ইং ১৯৬৮ চনত অনুষ্ঠিত নৱম অধিবেশনৰ সভাপতি আছিল। সেই সময়ত সম্পাদক আছিল গৌৰীকান্ত ব্ৰহ্ম। ইং ১৯৫২ চনত বড়ো সাহিত্য সভাৰ হৈ যোগেন্দ্ৰ কুমাৰ বসুমতাৰী, বীৰেন্দ্ৰ নাৰায়ণ ব্ৰহ্ম পাটগিৰি, ধৰণীধৰ বসুমতাৰী, মদাৰাম ব্ৰহ্ম আৰু সতীশ চন্দ্ৰ বসুমতাৰীৰে গঠিত এটা প্ৰতিনিধি দলে বড়ো ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ দাবী জনাই তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিক স্মাৰক পত্ৰ প্ৰদান কৰে। সতীশ চন্দ্ৰ বসুমতাৰী সেই সময়ত "বড়ো ভাষা আৰু সাহিত্য" (Bodo Language and Literature) উপ-সমিতিৰো সভাপতি আছিল। ইং ১৯৫২ চনৰ ১৬ নৱেম্বৰত বাসুগাঁৱত জন্ম লাভ কৰা বড়ো সাহিত্য সভাৰ ১৫ আৰু ১৬ নৱেম্বৰত দুয়োদিনাই প্ৰতিনিধি সভাত তেওঁ সভাপতিত্ব কৰিছিল। বড়ো সাহিত্য সভাৰ প্ৰথমখন কেন্দ্ৰীয় কাৰ্যনিৰ্বাহক কমিটিৰো তেওঁ প্ৰতিষ্ঠাপক সদস্য আছিল। বড়ো ভাষাক মাধ্যমিক স্তৰলৈকে শিক্ষাৰ মাধ্যম কৰাৰ দাবীত চলা আন্দোলনৰ পৰিপ্ৰেক্ষিতত ১৯৬৮ চনৰ ৩১ মাৰ্চত চিলঙত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ সৈতে বড়ো সাহিত্য সভাই আলোচনা কৰাসকলৰ ভিতৰত সতীশ চন্দ্ৰ বসুমতাৰীও এজন আছিল। তেওঁ কোকৰাঝাৰ সাহিত্য সভাৰ প্ৰতিষ্ঠা কালৰো কাৰ্যকৰী সভাপতি আছিল।

# লক্ষেশ্বৰ ব্ৰহ্ম

**ড° মঙ্গলসিং হাজোৱাৰি**

(জন্ম ঃ বিজনী অঞ্চলৰ বাথোফাৰা (ভাট'পাৰা) লাংদাংপাৰা গাঁৱত ইং ১৯৪১ চনৰ ১ মে' তাৰিখ। পিতৃৰ নাম স্বৰ্গীয় দমাসু ব্ৰহ্ম আৰু মাতৃৰ নাম হাময়ে ব্ৰহ্ম।

মৃত্যু ঃ ইং ১৯৮৩ চনৰ ২ চেপ্তেম্বৰৰ বিয়লি ১-১৫ বজাত বঙাইগাঁও চিভিল হস্পিতাল।)

বড়ো সমাজপ্ৰেমী, বড়ো সমাজৰ চিন্তাশীল ব্যক্তি আৰু অক্লান্তকৰ্মী, বড়ো ভাষা-সাহিত্য, সংস্কৃতি, ধৰ্ম-সভ্যতাৰ পূজাৰী তথা বড়ো সাহিত্য সভাৰ প্ৰাক্তন সভাপতি লক্ষেশ্বৰ ব্ৰহ্মাই ক্ষন্তেকৰ কাৰণে আমাৰ সমাজত জন্ম লাভ কৰি অকালতে মৃত্যুবৰণ কৰি এই বিনন্দীয়া সংসাৰ ত্যাগ কৰে। এই ক্ষন্তেক সময়ছোৱাত তেখেতে বড়ো তথা মানৱ সমাজৰ কাৰণে যিদৰে অৱদান দি গ'ল তাৰ বাবে তেখেত চিৰস্মৰণীয় হৈ ৰ'ব। এই প্ৰবন্ধত সানজাবাং লক্ষেশ্বৰ ব্ৰহ্মাৰ বিভিন্ন দিশৰ পৰা ফালৰি কাটি তেওঁৰ বড়ো সাহিত্য, সংস্কৃতি, সমাজ, ধৰ্ম আৰু ৰাজনীতি দিশত আগবঢোৱা অৱদানৰ বিষয়ে সংক্ষেপে আলোচনা কৰা হৈছে।

বড়ো সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সানজাবাং লক্ষেশ্বৰ ব্ৰহ্মাই ছাত্ৰ জীৱনৰ পৰাই বড়ো, অসমীয়া, ইংৰাজী ভাষাত কবিতা, প্ৰবন্ধ, গল্প আৰু একাঙ্কিকা নাটক লিখিবলৈ লৈছিল। নৱম শ্ৰেণীত পঢ়ি থকা অৱস্থাতেই তেখেতে বড়ো ভাষাৰ "বাৰদৈসিখ্লা" নামৰ আলোচনী সম্পাদনা কৰি হাতেৰে লিখি প্ৰচাৰ কৰিছিল। উচ্চ বিদ্যালয়ত পঢ়া সময়ত তেখেতে অসমীয়া ভাষাৰ বহুত কবিতা ৰচনা কৰিছিল বুলি জনা যায়। কিন্তু সেইবোৰ কবিতাই ছপাৰ মুখ নেদেখাৰ আগতেই হেৰাই যোৱা বুলি এই লিখকৰ আগত প্ৰকাশ কৰিছিল। সানজাবাং লক্ষেশ্বৰ ব্ৰহ্মাই ৰে'লৱে বিভাগত চাকৰি কৰা সময়ত গুৱাহাটীৰ মালিগাঁৱত আছিল আৰু "সিফুং" নামৰ এখন আলোচনী সম্পাদনা কৰি উলিয়াইছিল। সেই সময়ৰ এখনি উচ্চমান বিশিষ্ট আলোচনী আছিল আৰু সকলোৰে আদৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল।

"সিফুং" আলোচনীত তেখেতৰ সম্পাদকীয়, প্ৰবন্ধ, গল্প আৰু আলোচনাসমূহ প্ৰকাশ পাইছিল। "সিফুঙ"ৰ বাহিৰেও বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধ, কবিতা, গল্প আৰু আলোচনাই প্ৰমাণ কৰে যে লক্ষেশ্বৰ ব্ৰহ্মা এজন লেখত ল'বলগীয়া

সাহিত্যিক আছিল। "বৈসাগু আৰৌ হাবিমু" (ব'হাগ বিহু আৰু সংস্কৃতি) নামৰ কিতাপত সাহিত্যিক সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্মই বড়োসমাজৰ বঙালী বিহুৰ সৈতে বড়ো সংস্কৃতিৰ সম্পৰ্ক কেনেকুৱা তাক ফঁহিয়াই দেখুৱাইছে। ইয়াৰোপৰি বঙালী বিহুৰ সম্বন্ধে বহলকৈ ব্যাখ্যা কৰিবলৈ গৈ বড়োসকলে বৈসাগু কেনেধৰণে পালন কৰে, বৈসাগু নৃত্য, বোৱা-কটা, বৈসাগু গীতত প্ৰেম-প্ৰীতি, ঠাট্টা-মস্কৰা গীত, বৈসাগু গীতত সমাজ-জীৱন, অইনৰ মাজত বৈসাগু, দেশৰ আৰু অইন দেশৰ বৈসাগু, অসমীয়া হিন্দুৱে উদ্‌যাপন কৰা "বিহু", বৈসাগু শব্দৰ পৰা উদ্ভৱ হোৱা শব্দসমূহ, বৈসাগু আৰু ইয়াৰ ভৱিষ্যতৰ বিষয়ে বিস্তৃতভাৱে প্ৰকাশ কৰিছে। বড়ো সাহিত্যৰ বুৰঞ্জীত এইখন উচ্চমান বিশিষ্ট গ্ৰন্থ। এই গ্ৰন্থৰ বিষয়ে পাতনি লেখি সেই সময়ৰ বিধায়ক তথা সাংসদ অধ্যাপক চৰণ নাৰ্জাৰীয়ে এনেদৰে মন্তব্য কৰিছিল— "Prof Brahma has dewelt at length on the origin and development of the 'Boisagu' festival of the Bodos and its tremendous influence upon the neighbouring' Assamese Culture, and in support of his arguments he has profusely quoted from the authors " এই কিতাপখনেই তেখেতক এজন সংস্কৃতি পূজাৰী, গ্ৰন্থ অধ্যয়নশীল আৰু সুসাহিত্যিক বুলি পৰিচয় দিয়ে। ইয়াৰোপৰি 'বড়ো', 'বৈৰাথী', 'গীদান থাব্দে', 'বাৰদৈসিখ্‌লা' আলোচনীত বিভিন্ন বিষয়ৰ ওপৰত লিখা আৰু বড়ো সাহিত্য সভাৰ বছৰেকীয়া প্ৰকাশিত বিভিন্ন স্মৃতিগ্ৰন্থত তেখেতৰ লিখনি প্ৰকাশ পাইছিল। অধ্যাপক ব্ৰহ্মৰ বড়ো সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনত (বৰমা অধিবেশন ইং ১৯৭৬ চন) প্ৰকাশ হোৱা "থাম্‌ৰাপ বিসম্বি"ত প্ৰচাৰিত "Development of Tribal language" প্ৰবন্ধত জনজাতি সকলৰ ভাষা-সাহিত্যৰ উন্নতিৰ প্ৰয়োজনীতা আৰু সেই সময়ত দেখা দিয়া সমস্যা বিলাকৰ বিষয়ে আলোচনা কৰিছে। অধ্যাপক ব্ৰহ্মই ইং ১৯৭৭ চনৰ পৰা ইং ১৯৮০ চনলৈ বড়ো সাহিত্য সভাৰ সভাপতি আছিল। ইয়াৰ আগতে তেখেত বিজনী প্ৰাথমিক বড়ো সাহিত্য সভাৰ প্ৰধান সম্পাদক, কোকৰাঝাৰ জিলা বড়ো সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব পালন কৰি বড়ো সাহিত্য সভাৰ সাংগঠনিক আৰু সাহিত্য দিশত বৰঙণি যোগাইছিল। তেখেতে সভাপতি আসনৰ পৰা দিয়া (ছপোৱা) বিবৃতিসমূহ বড়ো সাহিত্য সভাৰ মূল্যবান বিষয় আৰু উৎস, বড়ো সাহিত্য সভাক সুপৰিচালিত কৰাৰ প্ৰতিশ্ৰুতি। সেইবোৰ অভিভাষণত অধ্যাপক ব্ৰহ্মৰ চিন্তা-চৰ্চা আৰু জ্ঞান-গৰিমাৰ কথাই পূৰ্ণভাৱে প্ৰকাশ পাইছে। সাহিত্যিক লক্ষেশ্বৰ ব্ৰহ্মৰ বড়ো সাহিত্যলৈ যোগোৱা অৱদানৰ বিষয়ে সুসাহিত্যিক মনোৰঞ্জন লাহাৰীয়ে এনেদৰে মন্তব্য কৰিছে— "বিভিন্ন আলোচনী আৰু পাঠ্যপুথিত প্ৰবন্ধৰ ব্ৰহ্মাই গভীৰ মননশীল আৰু মূল্যবান লিখনি আগবঢ়াইছিল। বাইথায় বিহং (প্ৰবন্ধ সংকলন)ত প্ৰকাশিত "গাঁজৌয়ায়" (শান্তি) আৰু "বড়োনি

বাগ্লাভাও আবৌ সুবুং ফৌথাইনায়" (বড়োৰ জটুৱা ঠাঁচ আৰু লোকবিশ্বাস) লিখনিসমূহ সাহিত্য অলঙ্কাৰৰ বিভিন্ন দিশ। ইয়াৰোপৰি তেখেতে বিভিন্ন সময়ত বিভিন্ন প্ৰবন্ধপাতি, কবিতা, পৰম্পৰা গীত-মাত, প্ৰবাদ, সাধুকথা, গল্প সংগ্ৰহ কৰি প্ৰচাৰ কৰিছিল। সেইবোৰৰ কিছুমান হেৰাই গ'ল আৰু কিছুমান পুৰণি হৈ নষ্ট হ'ল। জানিব পৰা মতে এতিয়াও প্ৰকাশ নোহোৱা কিছুমান লিখনি আছে। সেইবোৰ সংগ্ৰহ কৰি গ্ৰন্থ ৰূপত প্ৰকাশ কৰিলে বড়ো সাহিত্যৰ ভঁৰাললৈ মূল্যবান অৱদান যোগোৱা হ'ব। তেখেতে "বৌৰ্লি" (বলি) নামৰ একাঙ্কিকা নাটক লিখিছিল। উল্লেখযোগ্য যে বিজনী সিঙৌ প্ৰেছৰ প্ৰকাশনত এই লেখকৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহনত প্ৰফেছৰ লক্ষেশ্বৰ ব্ৰহ্মৰ ৰচনাসম্ভাৰ (প্ৰফেছৰ লক্ষেশ্বৰ ব্ৰহ্মনি ৰনসাইমালা) নামেৰে এখনি গ্ৰন্থৰ প্ৰকাশ পায়।

লক্ষেশ্বৰ ব্ৰহ্মই বহুতো কবিতা, প্ৰবন্ধ, গীত-মাত আৰু নাটকৰ ওপৰত পাতনি (Forward) লিখি ন-পুৰণি লিখকক উৎসাহ যোগাইছিল। সাহিত্য সমালোচনাৰ এইবোৰ মূল্যবান অৱদান। এইবোৰ পাতনিৰ পৰাই তেখেত এজন সাহিত্য সমালোচক বুলি প্ৰতীয়মান হয়। তেখেতে পাতনি লিখা শ্ৰীনবীন কুমাৰ ব্ৰহ্মৰ "থৰসে হাথৰ্খি" (এটি তৰা), শ্ৰীজয়েশ্বৰ ব্ৰহ্মৰ "হায়না মৌনাবিলি" (সম্মোহিনী আবেলি) আৰু শ্ৰীমালেশ্বৰ বসুমতাৰীৰ "হাবিলাস" (হাবিয়াস) গ্ৰন্থত কবিতা আৰু ইয়াৰ বৈশিষ্ট্যৰ সম্পৰ্কে আলোচনা কৰাৰ উপৰি ন-লিখক কবিক ন-ন সৃষ্টিত ব্ৰতী হ'বলৈ অনুপ্ৰাণিত কৰিছিল। এই লেখক (ড মঙ্গলসিং হাজোৱাৰি)ৰ "সিমান" (সৈমান) গ্ৰন্থত নাটকৰ জন্ম, ইয়াৰ বিভাগ, লক্ষণ আৰু সাম্প্ৰতিক বড়ো নাটকৰ উন্নতিৰ বিষয়ে বিস্তৃতভাৱে আলোচনা আগবঢ়াইছে। ইযাৰোপৰি শ্ৰীলকিন বড়ো আৰু শ্ৰীউদ্ভৱ মৌসাহাৰিৰ লিখিত "খেৰাই মৌসানাযনি সানথৌ" (খেৰাই নৃত্যৰ দৰ্শন) গ্ৰন্থত বড়ো সমাজত খেৰাই নৃত্য আৰু বাথৌ ধৰ্মৰ প্ৰভাৱৰ বিষয়ে প্ৰকাশ কৰিছে। লক্ষেশ্বৰ ব্ৰহ্মই বুৰঞ্জী বিষয়ৰ অধ্যাপক হিচাপে কোনোবা ঠাইত ভ্ৰমণাৰ্থে গ'লে অথবা সভা-সমিতি আৰু অধিবেশনত যাবলগীয়া হ'লে সেই অঞ্চলৰ বুৰঞ্জী, সমাজৰ আচাৰ-নীতি, ধৰ্ম, অৰ্থনীতি, সমাজনীতি আৰু ৰাজনীতি পৰিৱেশৰ সম্বন্ধে সংগ্ৰহ কৰি 'ডায়েৰী'ত লিখি থোৱা অভ্যাস আছিল। সেইবোৰ সংগৃহীত আৰু ভ্ৰমণ কৰি প্ৰাপ্ত অভিজ্ঞতাৰ কথা লিখিত ৰূপত আৰু প্ৰকাশ কৰিবলৈ যত্নপৰ হৈছিল। কিন্তু সেইবোৰ মনৰ আশা পূৰণ হোৱাৰ আগতেই তেওঁ ইহলীলা সম্বৰণ কৰে। থূলমূলকৈ ইয়াকেই ক'ব পাৰি যে, লক্ষেশ্বৰ ব্ৰহ্ম এজন পৈণত প্ৰবন্ধকাৰ, বুৰঞ্জী আলোচক, গীতি-কবিতাৰ ৰচক, সাধু কথা, গল্প লিখক আৰু সুসাহিত্যিক আছিল।

ইং ১৯৭৭ চনৰ কোকৰাঝাৰ ভাতাৰমাৰীত অনুষ্ঠিত বড়ো সাহিত্য সভাৰ

ৰূপালী জয়ন্তী অধিবেশনত সানন্তাবাং লক্ষেশ্বৰ ব্ৰহ্মা বড়ো সাহিত্য সভাৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছিল। ইয়াৰ আগতে তেখেত কোকৰাঝাৰ জিলা বড়ো সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু সভাপতি আছিল। বড়ো সাহিত্য সভাৰ এজন গুৰি ধৰোতা আৰু অক্লান্ত কৰ্মী হিচাপেই তেখেত বড়ো সাহিত্য সভাৰ সম্মানীয় আৰু গুৰুত্বপূৰ্ণ দায়িত্ব বহন কৰিবলগীয়া হৈছিল। বড়ো ভাষা সাহিত্যৰ প্ৰতি অসীম শ্ৰদ্ধা তথা সেৱকৰ মাজত তেখেতো এজন আছিল। ইং ১৯৭৪-৭৫ চনৰ ৰোমান লিপিৰ আন্দোলনত তেখেত দুবাৰ জেল-হাজোতত থাকিবলগীয়া হৈছিল আৰু ঘৰত পুলিচ, চি আৰ পি এফৰ দ্বাৰা নানা জুলুম আৰু হাৰাশাস্তিৰ লগতে নিজেও থানাত পুলিচৰ দ্বাৰা মাৰপিট খাইছিল। সেই সময়ৰ পৰাই তেখেতৰ ঘৰুৱা আৰ্থিক অৱস্থা আগতকৈও বেযাৰ ফালে ঢাল খায়। তথাপিও বড়ো সাহিত্য সভাৰ সভা অৰ্থাৎ বা অধিবেশনত আইনৰ টকা-পইছা ধাৰত লৈ হ'লেও উপস্থিত হৈ যথাযথ বচন আৰু দিহা-পৰামৰ্শ দিবলৈ পাহৰা নাছিল। ঘৰুৱা সীমাহীন আৰ্থিক অনাটনেও তেখেতৰ বড়ো ভাষা-সাহিত্য সেৱাত কোনো বাধা দিব পৰা নাছিল। সেয়েহে বড়ো সাহিত্য সভাৰ শীৰ্ষপদ সভাপতিৰ আসনত অধিষ্ঠিত হ'ব পাৰিছিল।

বড়ো সাহিত্য সভাৰ সভাপতি হিচাপে এই সংগঠন কিদৰে পৰিচালনা কৰিব তেখেতৰ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণৰ পৰা বুজিব পাৰি। বড়ো সাহিত্য সভাৰ উনৈশতম্ অধিবেশন (গড়চুক আহোম গাঁও) গুৱাহাটীৰ সভাপতিৰ অভিভাষণত তেখেতে লিখিছিল— " আমাৰ ভাষা প্ৰচাৰ আৰু উন্নতিৰ কাৰণে শীঘ্ৰে আৱশ্যক হৈ পৰিছে— (১) এখন উচ্চমান বিশিষ্ট অভিধান (Standard Dictionary), (২) কিছুমান বাতৰি কাকত আৰু (৩) সকলো ধৰণৰ গ্ৰন্থ (Ancillary Books)।

তেতিয়াহে আমাৰ আচল Lacuna পূৰ্ণ হ'ব। কিন্তু দুখৰ বিষয় যে, তেনেকুৱা অভিধান অথবা গ্ৰন্থবোৰ যেনে ধৰণৰ প্ৰকাশ হ'ব লাগিছিল বৰ্তমানলৈকে তেনে ধৰণৰ প্ৰকাশ হোৱা নাই। যাৰ বাবে আমাৰ ছাত্ৰ-ছাত্ৰীসকলে বাহিৰা জ্ঞান আহৰণ কৰাৰ সুযোগ পোৱা নাই।" তেখেতে আকৌ এনেদৰে অভিভাষণ দিছিল— "সেয়ে আমাৰ শিক্ষিত তথা বুদ্ধিজীৱী সকলৰ চিন্তাধাৰা বা দৃষ্টি (outlook) সলনি কৰিবৰ হ'ল। ভাৰতৰ উত্তৰ-পূবৰ বিশাল ৰাজ্যৰ পৰ্বত-ভৈয়াম, উপত্যকা, নদ-নদীৰ দাঁতি-কাষৰীয়া অঞ্চলত থকা বৃহৎ বড়ো জাতিৰ (Great Bodo race) বিভিন্ন নাম লোৱা ঠাল যেনে— বড়ো-কছাৰী, সোণোৱাল, ঠেঙাল, লালুং, ডিমাছা, বৰ্মন (বৰুৱন), বৰক, গাৰো (Hill Bodos), কোঁচ (Western Bodos) সকলৰ ভাষা লিখিত ৰূপত আনি বৃহৎ বড়ো ভাষা-সংস্কৃতি পুনৰ্গঠন আৰু ঐক্যতা বজাই ৰাখিবলৈ বহল দৃষ্টিভঙ্গী ল'ব লাগিব।"

ছাত্র অৱস্থাৰ পৰাই লক্ষেশ্বৰ ব্ৰহ্মাই সমাজৰ কাম কৰিবলৈ ভাল পাইছিল। তেখেত বিজনী বান্ধৱ উচ্চ বিদ্যালয়ত থকা সময়ত সৰস্বতী পূজাত বড়ো ছাত্র-ছাত্রীৰ বাবে সুকীয়া 'জজ্ঞাহুতি'ৰ ব্যৱস্থা, বড়ো ছোৱালীয়ে বিদ্যালয়ত দখনা দখনা পিন্ধি অহাৰ বাধ্যবাধকতা কৰা কাৰ্যত প্ৰধান ভূমিকা লৈছিল আৰু কৃতকাৰ্যতা লাভ কৰিবলৈ সক্ষম হৈছিল। সমাজৰ কাম কৰিবলৈ লক্ষেশ্বৰ ব্ৰহ্মাই জন্মলাভ কৰিছিল। সেয়ে বোধহয় ইং ১৯৬৮ চনত বুৰঞ্জী বিষয়ত এম এ পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ মালিগাঁও ৰেলৱে বিভাগৰ চাকৰি এৰি জন্মস্থান বিজনীলৈ উভতি গৈ আৰু বিজনী কলেজ স্থাপনাৰ্থে দেহেকেহে লাগি যায় আৰু বুৰঞ্জী বিভাগৰ মুৰব্বী হিচাপে কাৰ্যনিৰ্বাহ কৰে। চাকৰিয়েই তেখেতৰ পেচা আছিল যদিও সামাজিক কামতহে বেছিভাগ সময় কটাইছিল। বিজনী কলেজ স্থাপনৰ জৰিয়তে তেখেত বিজনী অঞ্চলৰ মানুহৰ মাজত সমাজসেৱক ৰূপে পৰিচিত হয় আৰু ৰাইজৰ কাম কৰাৰ দায়িত্ব পালন কৰাৰ সুযোগ পায়। বিজনী প্ৰাথমিক বড়ো সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু পিছলৈ বড়ো সাহিত্য সভাৰ সভাপতি, বিজনী কালচাৰেল ইনষ্টিটিউটৰ প্ৰধান সম্পাদকৰ গধুৰ দায়িত্ব বহন কৰি সমগ্ৰ মানৱ সমাজৰ সেৱা কৰিবলৈ সুযোগ পাইছিল। তদুপৰি বিজনী আঞ্চলিক স্পৰ্টস এছোচিয়েছনৰ প্ৰধান সম্পাদক নিৰ্বাচিত হৈ বিজনীত ষ্টেডিয়াম নিৰ্মাণ কাৰ্যসূচী গ্ৰহণ কৰিছিল। ইয়াৰ কাম আগবাঢ়িছিল যদিও তেওঁ জীয়াই থকালৈ সম্পূৰ্ণ হোৱা নাছিল। তেখেতৰ জন্মস্থান বাথৌবাৰীৰ নাতিদূৰৈত স্থিত পাণবাৰী উচ্চ বিদ্যালয় স্থাপন কৰাৰ গুৰিতেই আছিল লক্ষেশ্বৰ ব্ৰহ্ম বুলি ক'ব পাৰি। উক্ত অনুষ্ঠানৰ সভাপতি হৈ তেখেতে ভিতৰুৱা গাঁৱে-ভূঞে শিক্ষাৰ পোহৰ বিলাই দিবলৈ যত্নপৰ হৈছিল। ইয়াৰোপৰি "বিজনী আঞ্চলিক খেৰাই আফাদ" স্থাপন কৰি বিজনী অঞ্চল ভিত্তিত ফুল প্ৰসাদ বিধিৰে খেৰাই উদ্‌যাপন কৰাৰ কাৰ্যসূচী গ্ৰহণ কৰিছিল আৰু এই প্ৰথা বৰ্তমানো চলি আছে।

সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্ম সৰুকালৰ পৰাই এজন সৎ স্বভাৱৰ মানুহ আছিল। ধৰ্মৰ প্ৰতি তেখেতৰ অগাধ বিশ্বাস আছিল। সৰু কালত লক্ষেশ্বৰ ব্ৰহ্মাই ঘৰ এৰি পলাইছিল। এয়া বেলেগ কোনো কাৰণৰ বাবে নহয় 'সাধু' হ'ব নোপোৱাৰ বাবে। সৰু পৰাই ধৰ্মৰ চিন্তা-চৰ্চা তেওঁৰ মগজুত কিদৰে বাহ লৈছিল ই সঁচাকৈ ভাবিবলগীয়া। ঘৰত ব্ৰহ্ম ধৰ্মৰ আচাৰ-নীতি পালন কৰা হেতু তেখেতেও এই নীতি-আচাৰকেই পালন কৰিছিল। মাজ ভাগত তেখেতে 'লেংটা বাবা'ৰ নিয়ম-পদ্ধতি গ্ৰহণ কৰিছিল যদিও পিছৰ ভাগত তাক এৰি ব্ৰহ্ম (ভাংখ্ৰাও) ধৰ্মৰ মত মানি চলিছিল। সকলো ধৰ্মৰ প্ৰতি উদাৰ লক্ষেশ্বৰ ব্ৰহ্মাই বাথৌ ধৰ্মৰ বাথৌ ফুজা, খেৰাই ফুজা আৰু ব্ৰহ্ম ধৰ্মৰ সভা অথবা মহাসভাত অতিথি, প্ৰধান বক্তা ৰূপে উপস্থিত

থাকি যুক্তিপূৰ্ণ আৰু বহমূলীয়া বক্তব্য ৰাখিছিল। নিচেই সোকমোকালিতে উঠি গা পা ধুই বাথৌবেদীত পৱিত্ৰ ফুলপাহ প্ৰদান কৰি সেৱা জনোৱাই আছিল তেখেতৰ দৈনন্দিন কাৰ্যসূচী। এই নিয়ম-নীতি তেখেতে বিভিন্ন ঠাইত পৰিভ্ৰমণ কৰা সময়তো সময়-সুযোগ আৰু পৰিবেশ অনুযায়ী পালন কৰিছিল। ডাঙৰৰ প্ৰতি শ্ৰদ্ধা আৰু সন্মান জনোৱা তথা সৰুৰ প্ৰতি মৰম, স্নেহ আৰু আদৰ জনোৱাই আছিল তেখেতৰ ধৰ্মীয় আচৰণ মানি চলাৰ পথ। এই আদৰ্শ মানি চলিবলৈ তেখেতে সকলোকে দিহা-পৰামৰ্শ দিছিল।

সানজাবাং লক্ষেশ্বৰ ব্ৰহ্ম এজন সংস্কৃতিৰ পূজাৰী লোক আছিল। সৰু বয়সৰ পৰাই বাঁহী বজোৱাত নিজকে ব্যস্ত ৰখা লক্ষেশ্বৰ ব্ৰহ্মাই এটা সময়ত লগতে এটা বাঁহী লৈ ফুৰিছিল আৰু সময় তথা সুযোগ লৈ বাঁহী বজাই সকলোকে মুগ্ধ কৰিছিল। বিজনীৰ পৰা গুৱাহাটীলৈ গৈ বসতি স্থাপন কৰি থকা সময়ত লগত এটা বাঁহী লৈ যোৱা লক্ষেশ্বৰ ব্ৰহ্মাই আকৌ গুৱাহাটীৰ পৰা বিজনীত উঠি অহা সময়ত বাঁহীটো পাহৰি থৈ অহা নাছিল। কিন্তু গুৱাহাটীত বহতো বাঁহীবাদক ওস্তাদ লগ পাই সকলোকে মুহিব পৰা বাঁহীবাদক হৈ উভতি আহিল। কটন কলেজৰ হোষ্টেলতো ৰেগিঙৰ সময়ত লক্ষেশ্বৰ ব্ৰহ্মাক বাঁহী বজাবলৈ দিয়া হৈছিল। সুমধুৰ তথা সুললিত সুৰেৰে বাঁহী বজাওঁতা লক্ষেশ্বৰ ব্ৰহ্মৰ বাঁহী বজোৱা শুনি সকলো ছাত্ৰই তবাধ মানিবলৈ বাধ্য হৈছিল আৰু লক্ষেশ্বৰক জুইন ছাত্ৰৰ লেখীয়া গধুৰ শাস্তি স্বৰূপ ৰেগিং কৰা নাছিল। তেওঁক সহজে ৰেহাই দিয়া হৈছিল। তেখেতে গুৱাহাটীত থকা সময়ত অসমৰ সুগায়ক-গায়িকা জয়ন্ত হাজৰিকা, দিপালী বৰঠাকুৰৰ সৈতে ঠাই বিশেষে ঘূৰি-পকি বাঁহী বজাইছিল। কটন কলেজত থকা সময়ত ইং ১৯৬০ চনৰ আগষ্টেৰাত যোৰহাটত অনুষ্ঠিত "অল আসাম ইণ্টাৰ কলেজ মিউজিক কম্পিটিছন"ত কটনিয়ানৰ শিল্পীবৃন্দৰ সৈতে লক্ষেশ্বৰ ব্ৰহ্মায়ো ভাগ লৈছিল। সেই প্ৰতিযোগিতাত তেখেতৰ দলে শ্ৰেষ্ঠ দল হিচাপে ঘোষিত হৈ পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। কটন কলেজত পঢ়ি থকা অৱস্থাত লক্ষেশ্বৰ ব্ৰহ্মাই অসমৰ সুগায়িকা তথা কোকিলকণ্ঠী দিপালী বৰঠাকুৰক বড়ো লোকগীত গাবলৈ শিকাইছিল। দিপালী বৰঠাকুৰৰ সুমধুৰ সুৰৰ স্বৰ লক্ষেশ্বৰ ব্ৰহ্ম সুললিত বাঁহীৰ সুৰে তাল, মান, লয়ৰ ঐক্যৰ তালেৰে আৰু বেছি সুমধুৰ কৰিছিল। তেতিয়াই কটন কলেজৰ শিল্পীবৃন্দই সকলোতকৈ শ্ৰেষ্ঠ দল হিচাপে নিৰ্বাচিত হৈছিল আৰু শীল্ড পুৰস্কাৰ পাবলৈ সমৰ্থ হৈছিল। উল্লেখযোগ্য যে "অল ইণ্ডিয়া ৰেডিঅ' গুৱাহাটীৰ পৰা তেখেতৰ বাঁহীবাদন সময় সাপেক্ষে প্ৰচাৰ কৰিছিল। মালিগাঁও গোশালাত থকা অৱস্থাত দিন-ৰাতি তেখেতৰ বাঁহীৰ সুৰ প্ৰতিধ্বনিত হৈছিল তেখেতৰ ভাৰা ঘৰত। এদিনাখন তেনেকৈ তেখেতৰ শিল্পীবৃন্দৰ লগত ৰাতি খাই বৈ উঠি, বাচন-বৰ্তন ধুই পখালি থৈ বাঁহী,

তবলা, হাৰমনিয়াম লৈ তালিম কৰি আছিল। তেতিয়া তেখেতৰ পৰিয়ালবৰ্গ বিজনীৰ গাঁৱত আছিল। তালিমত মনদেহ মজা লক্ষেশ্বৰ ব্ৰহ্ম আৰু সঙ্গীবৃন্দই ৰাতি কিমান বাজিছে তাৰ প্ৰতি কোনো আন্দাজ নাছিল। পিছদিনা পুৱা চাহ-জলপান খোৱাৰ সময়তহে গম পোৱা গ'ল যে, তেখেতৰ বাচন-বৰ্তন, কাঁহি-বাতি, বয়-বস্তু এটাও নাই। মাজ নিশা তালিমত ব্যস্ত থকাৰ সুযোগ লৈ চোৰে সেইবোৰ সামগ্ৰী লৈ যোৱাৰ সুবিধা পাইছিল বুলি মাজে সময়ে তেখেতে ৰগৰ কৰি কৈছিল। মালিগাঁও গোশালাৰ পৰা বিজনী কলেজৰ প্ৰবক্তা হিচাপে কৰ্মৰত অৱস্থাত বিজনী "জ্যোতিসংঘ" নামৰ অনুষ্ঠান গঠন কৰি ঠাই বিশেষে প্ৰদৰ্শন কৰা 'কালচাৰেল নাইট' বা বিচিত্ৰানুষ্ঠানত তেখেতে বাঁহী বজাই ফুৰিছিল। ক'বলৈ গ'লে লক্ষেশ্বৰ ব্ৰহ্মাই বাঁহী বজাই বড়ো কৃষ্টি-সংস্কৃতি, ভাষা-সাহিত্য, সমাজ আদি বিভিন্ন দিশত জাগৰণ আনিবলৈ যত্ন কৰিছিল আৰু জাতি-বৰ্ণ-ভাষা নিৰ্বিশেষে সকলোৰে মাজত ঐক্য, শান্তি, সম্প্ৰীতিৰ বাবে অহৰহ চেষ্টা কৰিছিল। সেয়ে তেখেতৰ বাঁহীৰ সুৰ বড়ো, অনাবড়ো, বিভিন্ন সম্প্ৰদায়ৰ মাজত ভৱিষ্যতলৈ ৰিণিকি ৰিণিকি প্ৰতিধ্বনিত হৈ থাকিব।

সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্মাই ইং ১৯৭৩-৭৪ চনত বিজনী অঞ্চলৰ ডেকা-গাভৰু তথা সংস্কৃতি প্ৰেমী বড়ো ৰাইজক লৈ "সানজাৰাং আফাদ" (সূৰ্যোদয় সংঘ) নামৰ এটি কৃষ্টি সংঘ গঠন কৰিছিল। গীত, বাদ্য, নৃত্য, নাটক আদি বিভিন্ন দিশত উৎকৰ্ষ সাধন, উন্নতি আৰু ব্যাপক প্ৰচাৰ তথা প্ৰসাৰৰ প্ৰতি বহুল দৃষ্টি লৈ উক্ত সংগঠন গঢ়ি উঠিছিল। কিন্তু ইং ১৯৭৪-৭৫ চনৰ ৰোমান লিপিৰ আন্দোলনৰ বাবে আৰু সংগঠনৰ কৰ্মীসকলৰ একত্ৰিত নথকাৰ বাবে এই সংঘ তিষ্ঠি নেথাকিল। সেই সময়তেই তেখেতে 'সানজাৰাংজোং' (সূৰ্যোদয় আমি) নামৰ সমবেত গীত (কোৰাচ) লিখিছিল আৰু (এই লেখক মঙ্গলসিং হাজোৱাৰী, লোহিত মৌসাহাৰি) সঙ্গীবৃন্দ লগ হৈ সুৰ, ছন্দ, তাল মিলাই গাইছিল। উক্ত সমবেত গীত অশোক কুমাৰ ব্ৰহ্মৰ পৰিচালনাত 'অল ইণ্ডিয়া ৰেডিঅ', গুৱাহাটী কেন্দ্ৰত ৰেকৰ্ডিং হৈ প্ৰচাৰিত হৈ যায়। তদুপৰি বহুতো সাংস্কৃতিক অনুষ্ঠান তথা শৈক্ষিক প্ৰতিষ্ঠানৰ লৈতে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত আছিল সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্ম।

সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্মাই বড়ো জাতি, সমাজ, ভাষা, সাহিত্য, সংস্কৃতি আৰু সভ্যতাক আন্তৰিকভাৱে ভাল পাইছিল আৰু আজীৱন সেৱা কৰি যাবলৈ দৃঢ়সংকল্প লৈছিল। বড়ো সমাজত প্ৰচলিত কু-নীতি, কু-আচাৰ আৰু কু-অভ্যাসসমূহ আঙুলিয়াই দিছিল আৰু পৰাপক্ষত সংস্কাৰ কৰি ল'বলৈ পৰামৰ্শ আগবঢ়াইছিল। ইয়াৰ বাহিৰেও বড়ো সকলৰ ধৰ্ম, কৃষ্টি-সংস্কৃতিত থকা কু-অভ্যাস, কু-নীতিসমূহ পৰিত্যাগ কৰি সু-পথেদি পৰিচালিত হ'বলৈ পৰামৰ্শ দিছিল। লক্ষেশ্বৰ ব্ৰহ্মাই

'বৈসাগু' (ৰঙালী বিহু) আৰু খেৰাইৰ কাৰ্যসূচী আৰু সংস্কাৰৰ কামত প্ৰধান ভূমিকা লৈছিল। বড়োসকলৰ অতিকৈ আপোন 'বৈসাগু' আৰু 'খেৰাই'ৰ কামত নিজকে নিয়োজিত কৰিছিল আৰু অইনকো এই কাৰ্যত অংশ গ্ৰহণ কৰিবলৈ দিহা-পৰামৰ্শ দি অনুপ্ৰেৰণা দিছিল। বিভিন্ন গাঁৱে-ভূঁইয়ে গৈ খেৰাই পূজাৰ সভা-সমিতিত উপস্থিত হৈ বাথৌ ধৰ্ম আৰু খেৰাইৰ দৰ্শন, তত্ত্ব আৰু 'বৈসাগু' উৎসৱৰ মাজেদি প্ৰকাশিত বড়ো সংস্কৃতিৰ বৈশিষ্ট্য সমূহ ফহিয়াই দিছিল। ক'বলৈ গ'লে লক্ষেশ্বৰ ব্ৰহ্মাই বৈসাগু আৰু খেৰাই উৎসৱ-পাৰ্বনৰ বাতৰি বিলাই দিওঁতা প্ৰতিনিধি ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল ক্ষন্তেকৰ কাৰণে হ'লেও বড়ো সমাজত। তেখেত এজন সংস্কৃতিৰ অগ্ৰদূত আৰু সংস্কৃতি সেৱকৰূপে জন্মগ্ৰহণ কৰিছিল। বলি-বিধানৰ সলনি ফুল-প্ৰসাদ দি খেৰাই উৎসৱ পালন কৰাৰ কথা তেওঁ মেল-মিটিঙত গাই ফুৰিছিল আৰু নিজেও এই প্ৰথাই মানি চলিছিল। এই প্ৰথানুযায়ী 'বিজনী আঞ্চলিক খেৰাই আফাদ' গঠন কৰি ফুল-প্ৰসাদেৰে পূজা দিয়া নিয়ম প্ৰচলন কৰিছিল। বৰ্তমানলৈকে এই প্ৰথামতে বিজনী আঞ্চলিক খেৰাই আফাদত পূজা পদ্ধতি চলি আছে। খেৰাই আফাদ, বৈসাগু সন্মিলন ছাত্ৰ সংগঠনৰ সভা-সমিতি আৰু বড়ো সাহিত্য সভাৰ মেল-মিটিং আদিত উপস্থিত হৈ সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্মাই বড়ো সমাজৰ কিছুমান কু-আচাৰ, কু-প্ৰবৃত্তি, কু-অভ্যাসসমূহ পৰিত্যাগ কৰি আৰু সংস্কাৰ কৰি উচ্চ শ্ৰেণীৰ বড়ো সমাজ গঢ়িবলৈ আহ্বান জনাইছিল।

সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্ম এজন বিখ্যাত ৰাজনীতিবিদ নহ'লেও সদৌ অসমৰ জনজাতি সকলৰ আশা-আকাংক্ষা, দাবী-দাওৱাসমূহ ৰূপায়িত কৰিবলৈ প্ৰচেষ্টা কৰা এজন সচেতন প্ৰহৰী স্বৰূপ ট্ৰাইবেল ৰাজনীতিবিদ আছিল বুলি ক'ব পাৰি। সমগ্ৰ বড়ো অথবা জনজাতিসকলৰ ভাষা, সাহিত্য, সমাজ, সংস্কৃতি আৰু সভ্যতা মনে-প্ৰাণে ভালপোৱা আৰু তাৰ বাবে নিজকে বিলাই দিয়া লক্ষেশ্বৰ ব্ৰহ্মাই এইবোৰ দাবী আৰু সমস্যাসমূহ ৰাজনৈতিকভাৱে সমাধান হোৱাটো বিচাৰিছিল আৰু বৃহৎ জাতি গঠনৰ বাবে নিজকে আত্মসমৰ্পণ কৰিছিল। সেয়ে তেখেতে ভৈয়াম জনজাতি পৰিষদ, অসম (পি টি চি এ)ৰ এজন সক্ৰিয় সদস্য আৰু পি এম বি (Policy Making Body)ৰ কেন্দ্ৰীয় সদস্য হিচাপে নিৰ্বাচিত হৈ অৱহেলিত আৰু পদদলিত জনজাতি সমাজৰ জাগৰণ, উন্নতিৰ লগতে অৰ্থনীতি, ৰাজনীতিৰ দিশত সচেতনতা আনিবলৈ অহৰহ চেষ্টা কৰিছিল। ইং ১৯৮৩ চনৰ অসম বিধান সভা নিৰ্বাচনত তেখেতে পি টি চি এ দলৰ প্ৰাৰ্থী হৈ বিজনী বিধানসভা সমষ্টি পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল। কিন্তু সেই সময়ত সদৌ অসম ছাত্ৰ সন্থাৰ নিৰ্বাচন বৰ্জনৰ আন্দোলনৰ কাৰণে বিজনী সমষ্টিৰ কিছুমান ভোট কেন্দ্ৰত নিৰ্বাচন নহ'ল আৰু কিছুমান কেন্দ্ৰত অসম্পূৰ্ণ হৈ ৰ'ল। ইয়াৰ পৰিপ্ৰেক্ষিতত লক্ষেশ্বৰ ব্ৰহ্মাৰ নিৰ্বাচনৰ ফলাফলো অসমাপ্ত হৈ থাকি গ'ল। নিৰ্বাচন খেলিবলৈ ওলোৱাত কলেজৰ প্ৰবক্তা চাকৰিৰ

পৰা লিয়েন লিভ্ লৈ থাকিব লগা হোৱাত তেখেতৰ আৰ্থিক অৱস্থা অভাৱনীয়ভাৱে শোচনীয় হৈ পৰে। পিছত ঘৰ-সংসাৰ চলাবলৈ আলু, কল, গাহৰি আদিৰ পাইকাৰী কামত নিয়োজিত হ'ব লগা হৈছিল। তথাপি তেখেতৰ আৰ্থিক অনাটনৰ সীমা নাছিল। তৎসত্ত্বেও পি টি চি এ দলৰ লগতে বড়ো সাহিত্য সভা, বড়ো ছাত্ৰ সন্থা, বড়ো সমাজ, বড়ো সংস্কৃতি আদি বিভিন্ন সংগঠনৰ সভা-সমিতি আৰু শিক্ষামূলক অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ সভা আৰু আলোচনা-চক্ৰৰ কাৰ্যসূচীত অংশ গ্ৰহণ আৰু দিহা-পৰামৰ্শ দিবলৈ পিঠি দিয়া নাছিল। হাতত ফুটা কড়ি নেথাকিলেও ৰাইজৰ কৰণীয় কাম বুলি লোকৰ পৰা টকা ধাৰ কৰি হ'লেও দূৰ-দূৰণিৰ সভা-সমিতিত ভাগ লৈছিল আৰু বহুমূলীয়া ভাষণেৰে সৎপৰামৰ্শ আগবঢ়াইছিল। নিজক এজন ৰাজনীতিক হিচাপে প্ৰতিষ্ঠা কৰিবলৈ লোৱা সময়তে লক্ষেশ্বৰ ব্ৰহ্মাই এই সংসাৰৰ পৰা অকালতে মৃত্যুবৰণ কৰিবলগীয়া হয়।

সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্ম অকালতে আমাৰ মাজৰ পৰা আঁতৰি গ'লেও তেখেতৰ কৰ্মৰাজিয়ে আমাক অনুপ্ৰাণিত কৰি থাকিব। তেখেতৰ ওপৰত উল্লেখ কৰা সাহিত্য সেৱা, বড়ো সাহিত্য সভাৰ সভাপতিৰ দায়িত্ব গ্ৰহণ, সমাজ, ধৰ্ম, সংস্কৃতিৰ পূজাৰী, সমাজ সংস্কাৰক আৰু ৰাজনীতিৰ বাহক হিচাপে সমগ্ৰ বড়ো সমাজে সদায় স্মৰণ কৰি থাকিব। সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্মাক আমি এজন জাতি আৰু সমাজ গঢ়োতা (Architect of the Nation) বুলি ক'লেও অত্যুক্তি কৰা নহয়। বড়ো জাতি অথবা সমাজত মাথোন তেখেত সমাদৃত আৰু সেৱিত হৈছিল তেনে নহয়। তেখেতে বিভিন্ন শ্ৰেণী আৰু লোকৰ সন্মান আৰু সমাদৰ পাবলৈ সক্ষম হৈছিল তেখেতৰ অমায়িক, সৰল তথা মানৱীয় উদাৰ মনৰ বাবে। ভাষা-সাহিত্য, সংস্কৃতি, সমাজ, সভ্যতাৰ পূজাৰী সানজাৰাং লক্ষেশ্বৰ ব্ৰহ্ম সেয়ে মৰিও অমৰ। সমগ্ৰ মানৱ সমাজেই তেখেতক স্মৰণ কৰিব আৰু তেখেতৰ আদৰ্শই অনুপ্ৰেৰণা যোগাব। ❑

# ৰামদাস বসুমতাৰী

ৰমেশ্বৰ বসুমতাৰী

ৰামদাস বসুমতাৰী বড়ো সমাজৰে নহয় বৃহত্তৰ অসমীয়া সমাজৰ এজন লেখত লবলগীয়া স্বনামধন্য লব্ধপ্ৰতিষ্ঠ বুদ্ধিজীৱী, বিশিষ্ট শিক্ষাবিদ, সমাজসংগঠক-সংস্কাৰক আৰু সমন্বযৰ জ্বলন্ত প্ৰতীক আছিল। বিশেষকৈ নামনি অসমৰ বড়ো-অনাবড়ো সমাজৰ ভিতৰতে প্ৰকৃতাৰ্থত শিক্ষিত, সৎ, সাহসী নিষ্ঠাবান সমাজহিতৈষী, অহেতুক মানবপ্ৰেমী তথা সৰু বৰ, ধনী দুখীয়া সকলো শ্ৰেণীৰ মানুহকে তেওঁ সম ব্যৱহাৰ কৰিছিল আৰু সমান চকুৰে চাইছিল। সেই কাৰণে বাক্সা অঞ্চলৰ সকলো শ্ৰেণীৰ শৈক্ষিক, সামাজিক, সাংস্কৃতিক দিশৰ সৰ্বাংগীন উন্নতিৰ অন্যতম খনিকৰ বুলি ৰামদাস বসুমতাৰীক বাক্সাবাসী ৰাইজে বিনাদ্বিধাই স্বীকাৰ কৰে। আনকি মুছলপুৰ অঞ্চললৈ বাহিৰৰ কোনো লোক গ'লে বিশেষকৈ চৰকাৰী মন্ত্ৰী, বিষয়া, বিধায়ক,'ছাত্ৰ নেতা, সাহিত্য সভাৰ বিষযববীযাসকলে তেওঁক লগ নধৰাকৈ বাক্সা অঞ্চল ভ্ৰমণ অসম্পূৰ্ণ বুলি গণ্য কৰিছিল। কিযনো বড়ো জাতিৰে নহয় সমগ্ৰ ভূটান পাহাৰৰ পাদদেশ উত্তৰাঞ্চলৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক, শৈক্ষিক, ৰাজনৈতিক সকলো সমস্যাৰ ওপৰতে তেওঁৰ সম্যক জ্ঞান আছিল আৰু সেইবোৰ সমাধানাৰ্থে নিজেও প্ৰচেষ্টা কৰাৰ লগতে বিভিন্ন সংগঠনক আবেদন-পত্ৰ, দৰ্খাস্ত আদি লিখি দিয়াৰ লগতে নানা দিহাপৰামৰ্শ দিছিল, যাৰ কাৰণে তেওঁ সকলো সংগঠনৰে প্ৰিয়ভাজন পৰামৰ্শদাতা হৈ পৰিছিল।

ৰামদাস বসুমতাৰী এজন সুবক্তা আছিল। বড়ো, অসমীয়া আৰু ইংৰাজী - এই তিনিওটা ভাষাতে যি কোনো বিষয়ৰ ওপৰত অতি সৰসলিয়াকৈ সাৱলীল আৰু অতি মনোগ্ৰাহী ভাষণ দিয়াৰ এক বিৰল কৃতিত্ব তেওঁৰ ভাষণ শুনা মানুহ মাত্ৰেই স্বীকাৰ নকৰি থাকিব নোৱাৰে। বিভিন্ন সভা-সমিতিত ভিন ভিন বিষয়ৰ ওপৰত প্ৰদান কৰা তেওঁৰ বুদ্ধিদীপ্ত আৰু যুক্তিনিষ্ঠ বক্তব্যই শ্ৰোতামণ্ডলীক মোহিত কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ ভাষণ শুনিবলৈ শিক্ষিত-অশিক্ষিত সকলো শ্ৰেণীৰ ৰাইজে উদগ্ৰীৱ হোৱা উমান পোৱা যায়।

শিক্ষকতাই তেওঁৰ জীৱনৰ ব্ৰত আছিল আৰু এজন সফল কৃতি শিক্ষক হিচাপে সমাজত তথা ছাত্ৰ সমাজত জনাজাত আছিল। গাঁৱত জন্মলাভ কৰি উচ্চ শিক্ষা পাই

আকৌ গাঁৱতে শিক্ষা, সাহিত্য, সমাজসেৱাত বৰগুণি আগবঢোৱা কম সংখ্যক লোকৰ ভিতৰত ৰাম দাস বসুমতাৰীও এজন। সাধাৰণতে দেখা যায় যে উচ্চ শিক্ষিত বেছি সংখ্যক লোকে চহৰে-নগৰে চাকৰি কৰি ঘৰ দুৱাৰ সাজি থাকিবলৈ লয়। ৰামদাস বসুমতাৰী সেইফালৰ পৰা ব্যতিক্ৰম। সেইকাৰণে তেওঁ ১৯৫৬ চনৰ নৱেম্বৰ মাহত মুছ্‌লপুৰলৈ গৈ নতুনকৈ প্ৰতিষ্ঠা কৰা মুছ্‌লপুৰ এম ই স্কুলৰ প্ৰধান শিক্ষক ৰূপে যোগদান কৰে। সেই দিনৰ পৰাই তেওঁৰ চাকৰি জীৱন আৰম্ভ হয়। তাৰ পিছত ১৯৫৭ চনত মুছ্‌লপুৰ উচ্চ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠা হোৱাত তেওঁ পাচ-ছয় বছৰৰ কাৰণে প্ৰতিষ্ঠাপক ভাৰপ্ৰাপ্ত প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰে। সেই সময়ত মুছ্‌লপুৰ অঞ্চলৰ উচ্চ শিক্ষাৰে শিক্ষিত মাধ্যমিক স্কুলৰ শিক্ষক হব পৰা অৰ্হতাসম্পন্ন ব্যক্তি একেবাৰেই নাছিল। অৰ্হতাবিহীন শিক্ষকৰ এটা গোটক লৈয়েই ৰামদাস বসুমতাৰীয়ে স্কুলখন দশম শ্ৰেণীলৈকে আগবঢ়াই নিছিল। এটা সময়ত শিক্ষকৰ অভাৱত স্কুলখনে শিক্ষা বিভাগৰ কৰ্তৃপক্ষৰ পৰা স্বীকৃতি লাভৰ বাটত বাধাৰ সন্মুখীন হয়। ফলত শিক্ষাদান অচল হৈ পৰে। বহু চেষ্টা কৰিও বাহিৰৰ শিক্ষক নিব নোৱাৰি প্ৰধান শিক্ষক ৰামদাস বসুমতাৰীৰ পৰামৰ্শ মতেই অনিচ্ছা সত্বেও মেনেজিং কমিটীয়ে প্ৰধান শিক্ষক আৰু সহকাৰী প্ৰধান শিক্ষকৰ বাবে বাহিৰৰ শিক্ষক লোৱাৰ সিদ্ধান্তগ্ৰহণ কৰে। ৰামদাস বসুমতাৰীয়ে মেনেজিং কমিটীৰ সম্পাদকসহ কমিটীৰ কেইজনমান সদস্যক লৈ ২০/২৫ মাইল দূৰলৈ গৈ শিক্ষক বিচাৰি ফুৰিছিল। অৱশেষত শিক্ষক আহিল আৰু প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক ৰামদাস বসুমতাৰী হৈ পৰিল এজন সহকাৰী শিক্ষক। প্ৰধান শিক্ষক হোৱাৰ আৱশ্যকীয় অৰ্হতা বসুমতাৰীৰ আছিল, কিন্তু স্কুলখনৰ বৃহত্তৰ স্বাৰ্থত নিজ ক্ষুদ্ৰ স্বাৰ্থ জলাঞ্জলি দি এক অতুলনীয় আদৰ্শ আৰু ত্যাগৰ মহিমা এৰি থৈ যায়। সঁচা কথা যি সময়ত অধ্যক্ষ, উপাধ্যক্ষ, প্ৰধান শিক্ষক, সহকাৰী প্ৰধান শিক্ষকৰ পদৰ বাবে মহাবিদ্যালয় আৰু বিদ্যালয়সমূহত খোৱা-কামোৰা চলে সেই হেন যুগত স্কুলৰ বৃহত্তৰ স্বাৰ্থত ৰামদাস বসুমতাৰীৰ এনেকুৱা ত্যাগ প্ৰশংসনীয়।

স্কুলৰ আৰম্ভণিৰ প্ৰথম কালছোৱাত জাকে জাকে গাঁৱৰ মানুহক উলিয়াই আনি বাঁহকাঠৰ ঘৰ সাজি উলিওৱাত কাৰ্যকৰী কমিটীৰ সম্পাদক প্ৰমুখ্যে আন সদস্যসকলৰ লগতে ৰামদাস বসুমতাৰীয়ে প্ৰধান ভূমিকা লৈছিল। সেই সময়ত মুছ্‌লপুৰবাসীয়ে যি ক্ষিপ্ৰতাৰে আৰু ঐকান্তিকতাৰে স্কুলৰ ঘৰ-দুৱাৰ আদি বান্ধি উলিওৱাৰ কাম কৰিছিল সেই উৎসাহ-উদ্দীপনা যিয়ে দেখিছে তেওঁ তাক পাহৰিব নোৱাৰে। ধকধকীয়া ধূতি পাঞ্জাবি চোলা পৰিহিত সুন্দৰ সুঠাম দেহৰ মানুহজন গুৰু-গম্ভীৰ খোজ-কাটলেৰে আহ্‌জাহ্ আৰু কথা বতৰা, আলোচনা-বিলোচনা কৰা সদালাপী ব্যক্তি ৰামদাস বসুমতাৰী প্ৰকৃতাৰ্থত এজন কৃতি শিক্ষক আছিল। ইংৰাজীত অগাধ পাণ্ডিত্য থকা বাবে তেওঁ অতি সহজ সৰল আৰু পৰিপাটিকৈ ইংৰাজী ব্যাকৰণৰ পাঠদান কৰিছিল। শিক্ষাদান

কৰি থকা সময়ত কোনো ছাত্ৰ-ছাত্ৰীয়ে শ্ৰেণীত গন্দোগোল কৰিলে তওঁৰ ভীষণ খং উঠিছিল। অইন মানুহৰ দৰে নিজৰ ভাষা-সংস্কৃতিক ভালপোৱা এটা স্বাভাবিক সত্তা থাকিলেও আনৰ ভাষা সাহিত্য-সংস্কৃতিৰ প্ৰতি ৰামদাস বসুমতাৰী শ্ৰদ্ধাশীল আছিল। তেওঁ যিদৰে বড়ো ভাষাক প্ৰাণভৰি ভাল পায় তেনেদৰে সমগ্ৰ অসম আৰু অসমীয়া ভাষাকো ভাল পায়। বসুমতাৰীৰ মন আৰু অন্তৰাত্মাত এই সমন্বয়ৰ আদৰ্শ উজ্জ্বল হৈ আছিল। তেওঁ ইংৰাজী ভাষাৰ এজন গভীৰ সাধক আছিল আৰু ছাত্ৰ-ছাত্ৰীবিলাকে শুদ্ধকৈ ইংৰাজী শিকাত গুৰুত্ব আৰোপ কৰিছিল। তেওঁৰ মতে "ব্যাকৰণৰ জ্ঞান আয়ত্ত কৰিব নোৱাৰিলে কোনো ভাষাকে শুদ্ধকৈ শিকিব নোৱাৰি। ইংৰাজী ভাষাৰ সম্যক জ্ঞান আয়ত্ত কৰিব নোৱাৰিলে অসমৰ বাহিৰলৈ গ'লেহে সমস্যাত পৰিব লাগিব। ইংৰাজী ভাষা জানিলে পৃথিৱীৰ যিকোনো ঠাইলৈ যাবলৈ সমৰ্থ হোৱাৰ উপৰিও জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰিব পাৰি।" ৰামদাস বসুমতাৰীৰ এই উপদেশ আৰু ইংৰাজী ভালদৰে আয়ত্ত কৰাৰ ওপৰত জোৰ দিয়াৰ ফলস্বৰূপে সচেতন ছাত্ৰ-ছাত্ৰীৰ প্ৰভূত উপকাৰ হৈছে। ৰামদাস বসুমতাৰী এজন অতি চাফ-চিকুণভাৱে থকা ভদ্ৰলোক আছিল আৰু ছাত্ৰ-ছাত্ৰীসকলেও পৰিস্কাৰ-পৰিচ্ছন্নভাৱে থকাতো তেওঁ বিচাৰিছিল। তেওঁ নিজে অত্যন্ত নিয়মীয়া, কৰ্তব্যপৰায়ণ, আদৰ্শবান শিক্ষক আছিল বাবে ছাত্ৰ-ছাত্ৰীসকল স্কুলত অনিয়মীয়া হ'লে খুব বেয়া পাইছিল। তেওঁ ছাত্ৰ-ছাত্ৰীক এই বুলি সতৰ্ক কৰি দিছিল - "আমাৰ পিতৃ-মাতৃ খেতিয়ক বাবে আমিও খেতিয়ক হৈয়ে জীৱন কটাম— এনেকুৱা মানসিকতা হ'ব নালাগে। স্কুলত নিয়মীয়াভাৱে উপস্থিত থাকিও ঘৰুৱা কামত আমি সহায় কৰিব পাৰো। লাগে মাথোন মনৰ আগ্ৰহ আৰু সদিচ্ছা। নিয়মীয়া উপস্থিতি, কঠোৰ অধ্যয়ন, উচ্চাকাংক্ষা আৰু উদ্যম থাকিলেহে, ছাত্ৰ জীৱনত কৃতকাৰ্যতা লাভ কৰিব পাৰি। আমাৰ দৰে অনুন্নত অঞ্চলত যদিহে আমি উচ্চ শিক্ষা লাভ কৰি ওলাই যাব নোৱাৰো তেন্তে নিজৰ জীৱনৰ সেৱা কৰিবলৈ হ'লে প্ৰথমে নিজক প্ৰতিষ্ঠা কৰিব লাগিব।" - ৰামদাস বসুমতাৰীৰ এই সকিয়নী তথা উপদেশে বহুতো ছাত্ৰ-ছাত্ৰীৰ মনত গভীৰ ৰেখাপাত কৰিছিল আৰু কঠোৰ পৰিশ্ৰম আৰু অধ্যয়নৰ মাজেৰে নিজকে আগুৱাই নিবলৈ সংকল্পবদ্ধ কৰাইছিল।

ৰামদাস বসুমতাৰীয়ে নিজৰ দায়িত্ব আৰু কৰ্তব্যক কেতিয়াও অৱহেলা বা গাফিলতি কৰা নাছিল। তেওঁ নিজে কৰ্তব্যনিষ্ঠ ব্যক্তি আছিল বাবে অইন শিক্ষক বা ছাত্ৰ-ছাত্ৰীয়ে নিজ নিজ কৰ্তব্যক ফাঁকি দিয়াটোত কোনোপধ্যে সহ্য কৰিব নোৱাৰিছিল। সৎ আৰু শৃংখলাবদ্ধ জীৱন যাপন তেওঁৰ এটি লক্ষণীয় দিশ। তেওঁ ছাত্ৰ-ছাত্ৰীবিলাকৰ বিশৃংখল জীৱন, উতনুৱা চৰিত্ৰ আৰু অমাৰ্জিত আচৰণ অত্যন্ত বেয়া পাইছিল। সেই কাৰণে অত্যন্ত সচেনতা, নিয়মানুবৰ্তিতা আৰু স্থিৰ লক্ষ্যৰে জীৱনত অগ্ৰসৰ হ'বলৈ সদায় ছাত্ৰ-ছাত্ৰ-ছাত্ৰীক পৰামৰ্শ দিছিল। যিসকল ছাত্ৰ-ছাত্ৰী ৰামদাস বসুমতাৰীৰ উপদেশ অনুসৰি

কঠোৰ অধ্যয়ন, নীতি, আদর্শ আৰু সততাৰে নিজৰ জীৱনক গঢ়ি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল তেনেকুৱা ছাত্ৰ-ছাত্ৰীয়ে সাফল্য মণ্ডিত হোৱা দেখা গৈছে। সেইকাৰণেই বেছিভাগ ছাত্ৰ-ছাত্ৰীৰ দৃষ্টিত ৰামদাস বসুমতাৰী এজন আদর্শবান শিক্ষাগুৰু। এনেদৰে বিভিন্ন কাৰণত তেওঁ জনমানসত এজন সৎ, সাহসী, নিষ্ঠাবান, আদর্শবান, দায়িত্বশীল বুদ্ধিজীৱী আৰু গণতান্ত্ৰিক ব্যক্তিৰূপে কেৱল বাস্কা অঞ্চলতে নহয় সমগ্ৰ অসমতে পৰিগণিত হৈ থাকিব।

এজন আদর্শবান শিক্ষক হিচাপে ৰামদাস বসুমতাৰীয়ে যেনেকৈ এখন উচ্চ আসন দখল কৰিছিল তেনেকৈ মুছলপুৰ হাইস্কুলৰ প্ৰশাসনিক দিশতো এজন সহকাৰী প্ৰধান শিক্ষক আৰু পিছলৈ প্ৰধান শিক্ষকৰ দায়িত্ব অতি দক্ষতাৰে পালন কৰিছিল। আনন্দমোহন গোস্বামী প্ৰধান শিক্ষক হৈ থকা সময়ত ছাত্ৰ-ছাত্ৰীসকলে কিবা দোষ কৰিলে তাক নিযন্ত্ৰণ আৰু বিচাৰ কৰাৰ দায়িত্ব ৰামদাস বসুমতাৰীৰ ওপৰতহে ন্যস্ত কৰা হৈছিল। কোনো ছাত্ৰ-ছাত্ৰীয়ে কোনো ধৰণৰ নিয়মভংগ কৰি কিবা অপ্ৰীতিকৰ পৰিস্থিতি সৃষ্টি কৰিলে বা কোনো অভিভাৱকৰ পৰা কোনো ধৰণৰ অভিযোগ আহিলে বসুমতাৰীয়ে অতি কৌশলেৰে আৰু নিপুণতাৰে সেইবোৰ অনায়াসে সমাধান কৰিছিল। স্কুলৰ পৰীক্ষা পৰিচালনাতো তেওঁ অতি নিপুণ আছিল। কোনোবা ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষাত কিবা অনিয়ম কৰিলে বা অসৎ উপায় অৱলম্বন কৰিলে তেওঁ কঠোৰ হাতেৰে তাক নিয়ন্ত্ৰণ কৰিছিল। অকল শ্ৰেণী কোঠাৰ ভিতৰত, পৰীক্ষা চলি থকা কোঠাত অথবা স্কুলৰ বাৰাণ্ডাত তেওঁক দেখিলেই ভয় কৰাই নহয় স্কুলৰ বাহিৰতো কৰ'বাত লগ পালেও তেওঁক ছাত্ৰ-ছাত্ৰীয়ে ভয় কৰিছিল। কিন্তু তেনেকুৱা এজন ব্যক্তিৰ আচৰিত ধৰণৰ এটা ৰসিক মন আৰু আনক হুহুৱাব পৰা কোমল অন্তৰৰ সত্বাও তেওঁৰ আছিল যাৰ দ্বাৰা সকলোকে আমোদ-প্ৰমোদ দিব পাৰিছিল। ৰস সৃষ্টিৰ সময়ত ৰামদাস বসুমতাৰীক খুব সহজ সৰল ব্যক্তি যেন লাগিছিল। বহুমুখী প্ৰতিভাৰ ব্যক্তিত্বসম্পন্ন বসুমতাৰীয়ে এপিনে ছাত্ৰ-ছাত্ৰীসকলৰ ওপৰত কঠোৰ অনুশাসন কৰিলেও আনপিনে তেওঁ ছাত্ৰ-ছাত্ৰীৰ কল্যাণৰ প্ৰতিও অতিকৈ সজাগ আৰু অতি মৰমীয়াল আছিল। দৰিদ্ৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি তেওঁ অতি সহানুভূতিশীল আছিল। গ্ৰাম্য জীৱনৰ দৰিদ্ৰতাই জুৰুলা কৰা ছাত্ৰ-ছাত্ৰীৰ প্ৰতি তেওঁ গভীৰভাৱে মনোযোগ দিছিল। তেওঁৰ কাৰ্যকালত তেওঁৰ প্ৰচেষ্টাতেই বিদ্যালয়খনে শৈক্ষিক দিশত লগতে ক্ৰীড়া তথা সাংস্কৃতিক দিশতো সৰ্বাংগীন উন্নতি লাভ কৰিছিল। বিদ্যালয়ৰ কঠিন পৰিচালনাকে আদি কৰি বিভিন্ন কৌশলেৰে সকলো শিক্ষক-শিক্ষয়িত্ৰীক শিক্ষাদানত ব্যস্ত ৰাখি এটা সুন্দৰ শৈক্ষিক পৰিবেশ সৃষ্টি কৰিছিল যাৰ ফলত হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফল যথেষ্ট উন্নত হৈছিল। উদাহৰণ স্বৰূপে উল্লেখযোগ্য যে ৰামদাস বসুমতাৰীয়ে ১৯৮৪ চনত মুছলপুৰ হাইস্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰাৰ পিছতে ১৯৮৫ চনত কৃতী ছাত্ৰ চম্পক ডেকাই হাইস্কুল শিক্ষান্ত পৰীক্ষাত অসমৰ

ভিতৰত দ্বিতীয় স্থান লাভ কৰি বিদ্যালয় তথা বাস্কা অঞ্চললৈ সুখ্যাতি কঢ়িয়াই আনিছিল। বিদ্যালযৰ শৈক্ষিক পৰিবেশ উন্নত কৰাৰ বাবে আৰু বিদ্যালয়ৰ শৃংখলা ৰক্ষাৰ বাবে ছাত্র-ছাত্রী সকলৰ প্রতি মাজে সময়ে কঠোৰ হ'লেও বন্ধুত্বসুলভ আচৰণেৰে সকলোকে বিমুগ্ধ কৰিছিল। কোৱা বাহুল্য যে আনন্দ মোহন গোস্বামী আৰু ৰামদাস বসুমতাৰীৰ দৰে কেইগৰাকীমান কৃতী শিক্ষক থকাৰ কাৰণে বাস্কা অঞ্চলৰ ভিতৰতে মুছলপুৰ হাইস্কুলৰ ফলাফল অসম আন্দোলন আৰু বড়োলেণ্ড আন্দোলনৰ সময়ছোৱাক বাদি দি অতি সন্তোষজনক আছিল।

ইযাৰ উপৰিও ৰামদাস বসুমতাৰী এজন দূৰদৰ্শী, দক্ষ সমাজসেৱক, সুদক্ষ খেলুৱৈ, সু অভিনেতা আৰু সু-সাহিত্যিক আছিল। সংগীতৰ প্ৰতিও তেওঁৰ যথেষ্ট ৰাপ আছিল। স্কুল সপ্তাহ আৰু সৰস্বতী পূজা, বজাৰ আৰু উৎসৱ-পাৰ্বনত তথা ৰাজহুৱা অনুষ্ঠানত পূৰ্ণাংগ নাটক মঞ্চস্থ কৰা হৈছিল। ৰামদাস বসুমতাৰীয়ে নিজে অভিনয় কৰাৰ উপৰিও সেই নাট পৰিচালনাও কৰিছিল আৰু অভিনয় আৰু নাট পৰিচালনাত দৰ্শক মণ্ডলীৰ ভূযসী প্ৰশংসা লাভ কৰিছিল। তেওঁ বিশেষকৈ খুহতীয়া, হাস্যৰসিক তথা খলনায়কৰ চৰিত্ৰত অভিনয কৰি দৰ্শক মণ্ডলীক বেছ আমোদ দিছিল। ফলস্বৰূপে ৰামদাস বসুমতাৰীৰ আপ্ৰাণ প্ৰচেষ্টাত আজিৰ পৰা ৪০ বছৰ আগতে মুছলপুৰৰ নিচিনা অনুন্নত অঞ্চলত নাট্য আন্দোলনে গঢ লৈ উঠাৰ লগতে কিছু সংখ্যক অভিনেতা-অভিনেত্ৰীৰ সৃষ্টি হৈছিল। সংগীততো তেওঁৰ এটা সুকীয়া স্থান আছিল। স্কুলৰ অনুষ্ঠানসমূহত বসুমতাৰীয়ে নিজে গীত লিখি সুৰ দি হাৰমনিযাম বজাই গীত পৰিবেশন কৰিছিল। তেওঁ এজন ভাল তবলা বাদকো আছিল। উল্লেখযোগ্য যে কটন কলেজত পঢ়ি থাকোতেই গুৱাহাটীৰ উজান বজাৰস্থ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত ১৯৫১ চনত সংগীত আৰু তবলা শিকাৰ বাবে নামভৰ্তি কৰিছিল। তেওঁৰ প্ৰচেষ্টাতেই মুছলপুৰত এখন সংগীত বিদ্যালয় স্থাপিত হৈছিল , কিন্তু ৰাইজৰ আশানুৰূপ সঁহাৰি নোপোৱাত সেইখন অকালতে মৰহি যায়। তথাপি ৰামদাস বসুমতাৰীয়ে ৰোপন কৰি থৈ যোৱা বীজমন্ত্ৰৰ ফলত পৰৱৰ্তী কালত গজালি মেলি বৰ্তমান মুছলপুৰৰ নিচিনা সৰু চহৰখনত সমগোত্ৰীয় চাৰিখন সংগীত বিদ্যালয প্ৰতিষ্ঠিত হৈছে। ৰামদাস বসুমতাৰীৰ আধুনিক গীততকৈ ধ্ৰুপদী (ক্লাচিকেল) সংগীতৰ প্ৰতি ৰাপ বেছি আছিল। হাৰমনিয়াম আৰু ভায়োলিন লগত লৈ তেওঁ কৰা ৰাগৰ ৰেৱাজে সংগীতপ্ৰেমী লোকক সংগীতৰ সাধনা কৰিবলৈ প্ৰেৰণা দিছিল।

মুছলপুৰ অঞ্চলৰ শৈক্ষিক, সামাজিক, সাংস্কৃতিক, সাহিত্যিক বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত স্বনামধন্য ৰামদাস বসুমতাৰী এগৰাকী আগশাৰীৰ প্ৰকৃত সমাজকৰ্মী আছিল। মুছলপুৰ অঞ্চলৰ বিদ্যালয়, মহাবিদ্যালয় সংগীতানুষ্ঠান, বজাৰ উন্নয়ন সমিতি, ছাত্ৰ-সংগঠন, সাহিত্যানুষ্ঠান আদিৰ তেওঁ আছিল এগৰাকী দূৰদৰ্শী চিন্তা নায়ক উপদেষ্টা। সুদীৰ্ঘকালীন প্ৰধান শিক্ষকতা কালতো তেওঁৰ বিদ্যালয় পৰিচালনা,

প্ৰশাসন আৰু পাঠদান আছিল অতিকৈ আদৰণীয় আৰু আদৰ্শনীয়। তেওঁৰ প্ৰশাসনিক আৰু সাংগঠনিক দক্ষতাই স্কুলৰ আৰু সমাজৰ উত্তৰোত্তৰ উন্নতিত যথেষ্ট সহায় কৰিছিল। সাহিত্যিক হিচাপে ৰামদাস বসুমতাৰীয়ে বড়ো, অসমীয়া আৰু ইংৰাজী- এই তিনিটা ভাষাতেই বিদগ্ধ লেখক হিচাপে চিনাকি দি গৈছে। সঁচা কথাত তেওঁ আছিল প্ৰত্যুৎপন্নমতি, ৰাজনৈতিক সচেতক, অনাগত বিধাতা, নীৰব সাধনাৰ প্ৰতীক। মুছলপুৰ প্ৰাইমাৰি বড়ো সাহিত্য সভাৰ প্ৰকাশন সমিতিয়ে বসুমতাৰীৰ সৃষ্টিৰাজি সংগ্ৰহ কৰি প্ৰকাশ কৰা "সৌৰজি আৰী সানথৌ"ত উমান পোৱা যায় তেওঁৰ জীৱন-দৰ্শন, চিন্তা ধাৰা কিমান গধুৰ আৰু গভীৰ। ৰামদাস বসুমতাৰী এজন কৃতী শিক্ষকেই নহয় তেওঁ বড়ো জাতিৰ এগৰাকী চিন্তা-নায়ক তথা বৰেণ্য সাহিত্যিক হিচাপেও সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ আহিছে। তেওঁ জনজাতীয় সমাজৰ লগতে আধুনিক অসমীয়া সমাজৰ যোগসূত্ৰ অটুট ৰাখিবলৈ সক্ষম হৈছে। সেইকাৰণে সমাজ সচেতক ৰামদাস বসুমতাৰী বাস্কা অঞ্চলৰ সকলো বড়ো-অনাবড়ো ৰাইজৰ মাজত প্ৰকৃতাৰ্থত সমন্বয়ক, শিক্ষাবিদ আৰু সু-সাহিত্যিক হিচাপে খ্যাত।

তেওঁ এজন প্ৰচাৰ-বিমুখ লেখক। বিভিন্ন আলোচনীত, স্মৃতিগ্ৰন্থত, বিশেষকৈ ৰামদাস বসুমতাৰীয়ে বাথৌ ধৰ্ম, ইয়াৰ দৰ্শন, তত্ত্ব আৰু বড়োসকলৰ কৰণীয় সম্পৰ্কে যিবোৰ কথা উনুকিয়াই থৈ গৈছে সেইবোৰ পঢ়ি বড়োসকলৰ আদি ধৰ্ম হিচাপে ঈশ্বৰ দৰ্শনত 'বাথৌ' আৰু-তত্ত্ব আৰু তাৎপৰ্যৰ বিষয়ে বিতংভাৱে জানিব পৰা যায়। খ্ৰীষ্টানসকলে ভগবানক 'গড', মুছলমানসকলে 'আল্লা' আৰু হিন্দুসকলে 'ঈশ্বৰ' বুলি কোৱাৰ নিচিনা বড়ো সকলেও সেই নামেৰে নকৈ ঈশ্বৰ বা ভগবানক 'বাথৌ' বুলি কোৱাৰ গভীৰ তত্ত্ব আৰু তাৎপৰ্যখিনি ভালদৰে আয়ত্ত কৰিব পাৰিলে এই যে বড়ো সকলৰ কিছু সংখ্যকে নিজ ধৰ্ম ত্যাগ কৰি ধৰ্মান্তৰ হৈছে সেইপথ আপোনা আপুনি বন্ধ হৈ যাব। এই ক্ষেত্ৰত ৰামদাস বসুমতাৰীয়ে বাথৌ ধৰ্ম আৰু ইয়াৰ তত্ত্বৰ বিষয়ে যিখিনি কথা ব্যাখ্যা সহ উল্লেখ কৰি থৈ গৈছে সেইখিনি আমাৰ কাৰণে অতি মূল্যবান। তাৰ উপৰিও আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বড়ো বিভাগৰ জৰিয়তে প্ৰচাৰ হোৱা বিভিন্ন বিষয়ৰ কথিকাবোৰ আৰু বিভিন্ন সভা-সমিতি আৰু অধিবেশনবোৰত দিয়া ভাষাণাৱলী অতি উচ্চ খাপৰ আৰু বড়ো সকলৰ দৰে সামাজিক, অৰ্থনৈতিক, শৈক্ষিক, ভাষিক দিশত পিছপৰা সমাজৰ লোকৰ কাৰণে পথ প্ৰদৰ্শকৰ দিশ নিৰ্ণায়ক পৰম সম্পদ। তাৰ উপৰিও তেওঁ বড়ো কিতাপ, আলোচনী, স্মৃতিগ্ৰন্থ আদিলৈ প্ৰেৰণ কৰা শুভেচ্ছাবাণীবোৰে তেওঁৰ সাহিত্যিক মূল্যায়ন দাঙি ধৰে। সেই সময়ত নিজ পৰিয়াল, অতি পিছপৰা সমাজৰ আৰু নিজে শিক্ষকতা কৰা বিদ্যালয়খনৰ সৰ্বাংগীন উন্নতিৰ কামত অহৰহ লাগি থকাৰ কাৰণে আৰু সমসাময়িক সামাজিক, ৰাজনৈতিক, ভাষিক, সাহিত্য-সংস্কৃতিৰ সমস্যাবোৰৰ মুখামুখি হৈ সেই সমস্যাবোৰ সুকলমে সমাধানৰ কাৰণে জীৱনজুৰি লাগি থাকিবলগীয়া

হোৱাৰ কাৰণে সাহিত্য সৃষ্টিত তেওঁ নিজকে একান্তভাৱে মনোনিবেশ কৰাৰ সুযোগ উলিযাব নোৱাৰাৰ কাৰণে ৰামদাস বসুমতাৰীৰ পৰা সমাজে আশা কৰা মতে সাহিত্যৰ সম্ভাৰ পাবলৈ সক্ষম নহ'ল। তথাপি যিকেইটা প্ৰবন্ধ বড়ো, ইংৰাজী আৰু অসমীয়া ভাষাত লিখি বিভিন্ন আলোচনী, বিশেষকৈ বড়ো সাহিত্য সভা আৰু বড়ো ছাত্ৰ সন্থাই প্ৰকাশ কৰি উলিওৱা স্মৃতিগ্ৰন্থ, মুখপত্ৰ আৰু শুভেচ্ছাবাণীসমূহ সন্দৰুৱা আলোচনী সমূহত সিঁচৰতি হৈ আছে। সেইবোৰৰে কিছুমান লেখা মুছলপুৰ প্ৰাইমাৰি বড়ো সাহিত্য সভাই "সৌৰজি আৰৌ সানথৌ" নামৰ মূল্যবান গ্ৰন্থখনি প্ৰকাশ কৰি যোগ্যজনৰ প্ৰতি সন্মান জনাই এক মহৎ কাম কৰিছে। মানুহৰ উৎকৃষ্ট ভাব-সম্পদ যি ভাষাতেই প্ৰকাশ নাপাওক কিয সি সকলো মানুহৰ সৰ্বজনীন উত্তৰাধিকাৰত পৰিণত হয়। এই অৰ্থত ৰামদাস বসুমতাৰী অসমৰ আধুনিক যুগৰ এজন শ্ৰেষ্ঠ চিন্তা নাযক। ব্যক্তিত্বৰ মাধুৰ্য আৰু চিন্তাৰ উদাৰতাৰে তেওঁ সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ ওপৰত মংগলময প্ৰভাব বিস্তাৰ কৰিব পাৰিছে। যাৰ স্বীকৃতিস্বৰূপে অসম চৰকাৰে ৰামদাস বসুমতাৰীলৈ সাহিত্যিক পেন্সন আগবঢাইছিল।

সমাজত কেতিযাবা কেতিয়াবা অপশক্তিসমূহে মূৰ দাঙি উঠে আৰু বিবিধ অঘটন ঘটায। সুযোগ সন্ধানীসকলে তেনেকৈ ঘটা অঘটন, সংঘাত সংঘৰ্ষৰ সুবিধা লৈ নিজ নিজ স্বাৰ্থ সিদ্ধি কৰে। যুগ যুগ ধৰি স্মৰণাতীত কালৰ পৰা মিলাপ্ৰীতিৰে বহু জনগোষ্ঠীয়ে একেলগে বসবাস কৰি থকা সমাজত সম্প্ৰতি কেতিয়াবা বড়ো-অবড়ো সংঘাত হোৱা দেখা গৈছে। ৰামদাস বসুমতাৰী বড়ো সাহিত্য সভাৰ সভাপতিৰূপে হওক বা এগৰাকী খ্যাতিমন্ত শিক্ষক ৰূপে হওক বা সামাজিক চিন্তাশীল ব্যক্তি ৰূপেই হওক এনে অবাঞ্ছিত সংঘতৰ পৰা বিৰত কৰাই সমাজত শান্তি সম্প্ৰীতি, ঐক্য-সংহতি, আৰু সহাৱস্থান স্থাপনত আত্মনিযোগ কৰিছিল। তাৰ বাবে তেওঁ সমাজৰ অপশক্তিসমূহৰ কোপদৃষ্টিতো পৰিছিল। কিন্তু তেওঁ সংকল্পচ্যুত হোৱা নাছিল। তেওঁ কেৱল বড়োভাষী লোকৰ বাবেই নহয় অসমৰ সামগ্ৰিক সমাজজীৱনৰ বাবেই এক ব্যতিক্ৰমধৰ্মী আদৰ্শ ব্যক্তি। ৰামদাস বসুমতাৰীৰ দৰে মানুহেই আমাৰ সমাজ জীৱনৰ অন্ধকাৰ দূৰ কৰিবলৈ আলোক-স্তম্ভৰ দৰে থিয দি আছে। ষাঠিৰ দশকত অসমীযা ভাষা-সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে উত্তৰ অঞ্চলিক সাহিত্য সভা নামেৰে অসম সাহিত্য সভাৰ এটি শাখা চৰাইমাৰী আৰু মুছলপুৰক কেন্দ্ৰ কৰি গঢ লৈ উঠিছিল। ৰামদাস বসুমতাৰীয়ে এই অনুষ্ঠানৰ লগত আৰম্ভণিৰ পৰাই ওতঃপ্ৰোতভাৱে জড়িত হৈ সাহিত্য-চৰ্চা কৰিছিল। পিছত মুছলপুৰ প্ৰাথমিক বড়ো সাহিত্য সভাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ তেওঁ বড়ো ভাষা সাহিত্যৰ সৰ্বাংগীন বিকাশৰ বাবে দেহেকেহে খাটিছিল। কিন্তু ৰামদাস বসুমতাৰীৰ চিন্তাৰ সম্পদৰ পৰা অসমীযা ভাষাক কেতিয়াও পাহৰি যোৱা নাছিল। বৰঞ্চ সকলো স্বাৰ্থৰ উৰ্দ্ধত থাকি তেওঁ বড়ো, অসমীযা আৰু ইংৰাজী এই তিনিওটা ভাষাতে সাহিত্য

চৰ্চা কৰি উদাৰ আৰু বিকল চানেকী দি গৈছে। তেওঁ যিকোনো ভাষাকে অবজ্ঞা, অসন্মান, অৱহেলা কৰা কাৰ্যক নিন্দা কৰিছিল।

ৰামদাস বসুমতাৰীয়ে দুটা কাৰ্যকালৰ বাবে ১৯৭৪-১৯৭৭ আৰু ১৯৮০-১৯৮৩ চনৰ মে'লৈকে বড়ো সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। ইয়াৰ আগতে তেওঁ নলবাৰী জিলা বড়ো সাহিত্য সভাৰ সভাপতিও আছিল। তেওঁ সভাপতি পদত অধিষ্ঠিত হোৱাৰ প্ৰথম কালছোৱাতেই বড়ো ভাষাৰ বাবে ৰোমান লিপিক অসম চৰকাৰৰ স্বীকৃতিৰ কাৰণে বড়ো ৰাইজে সাহিত্য সভাৰ ছত্ৰছায়াত একত্ৰিত বৈ ব্যাপক আন্দোলন কৰিছিল। আন্দোলনৰ কালছোৱাত তেওঁ ঘৰবাৰী, পুত্ৰকন্যা পত্নী এৰি অ'ত ত'ত আত্মগোপন কৰি হ'লেও আন্দোলনটোৰ গণতান্ত্ৰিক পদ্ধতিৰে আৰু নিযাৰীকৈ নেতৃত্ব দিছিল। কিন্তু তথাপি আন্দোলনৰ ফলস্বৰূপে অমলাৰাম বড়ো আৰু শিৱৰাম বড়ো প্ৰমুখ্যে পোন্ধৰজনৰ ছহিদৰ বিনিময়ত আৰু হেজাৰজনৰ ওপৰত উৎপীড়নৰ অন্তত ৰোমান লিপিৰ সলনি দেৱনাগেৰী লিপিকে ভাৰতৰ সাংস্কৃতিক, ঐক্য সংহতি তথা সৰ্বভাৰতীয় দৃষ্টিভংগী গ্ৰহণাৰ্থে তেতিয়াৰ ভাৰতৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ পৰামৰ্শ মতে আৰু অনুৰোধ মৰ্মে বড়ো সাহিত্য সভাৰ তেতিয়াৰ নেতৃবৃন্দই সেই সময়ৰ প্ৰতিকূল পৰিস্থিতিৰ দাবীত বিশেষকৈ অসম চৰকাৰ আৰু অসমৰ নেতৃবৃন্দৰ নেতিবাচক অসৌজন্যমূলক ভূমিকাৰ কাৰণে দেৱনাগেৰী লিপিকে গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। যিকি নহওক ৰোমানলিপি আন্দোলনৰ সবল নেতৃত্ব বহন কৰা মূল কৰ্ণধাৰজনেই সেই সময়ৰ অতি যোগ্য সভাপতি ৰামদাস বসুমতাৰী। সেই সময়ৰ দাবীৰ পৰিপ্ৰেক্ষিতত আৰু ভয়ানক পৰিস্থিতি এৰি চলিবলৈ সভাপতি হিচাপে ৰামদাস বসুমতাৰীয়ে সঠিক সিদ্ধান্তকে গ্ৰহণ কৰিছিল।

ৰামদাস বসুমতাৰী এজন ভাল খেলুৱৈ আছিল। খেলপথাৰত নামিলেই তেওঁক এজন সুদক্ষ খেলুৱৈ যেন লাগিছিল। ছাত্ৰবিলাকৰ লগত তেওঁ আপোন পাহৰা হৈ খেলধেমালি কৰিছিল। এনেকুৱা বহু প্ৰতিভাবান ব্যক্তিত্ব-সম্পন্ন বহু গুণৰ অধিকাৰী ৰামদাস বসুমতাৰীৰ ওচৰ চপা যি কোনো মানুহৰ কাৰণে যিমান সহজ তেওঁক লগ ধৰি কথা পাতি উভতি যোৱাৰ পিছত তেওঁৰ মধুৰ ব্যৱহাৰক পাহৰি যোৱা সিমানেই কঠিন। তেওঁ পণ্ডিতৰ কাৰণে পণ্ডিত, সাধাৰণ লোকৰ বাবে পৰম সুহৃদ, শত্ৰুৰ কাৰণে দাঙিব নোৱাৰা শিল। ব্যক্তিগত জীৱনত অতি নিঃস্ব জীৱন যাপন কৰিও জাতীয় জীৱনলৈ অবিস্মৰণীয় অমূল্য অৱদান আগবঢ়োৱা ৰামদাস বসুমতাৰীৰ জীৱন-দৰ্শন লক্ষ্য কৰিলে দেখা যায়যে তেওঁৰ দৃষ্টিত আছে গভীৰতা, চিন্তাত অনন্যতা, ভাষাত তেজস্ক্ৰিয়তা, বচন-বসন আৰু চলনত গভীৰ আন্তৰিকতা। সুখৰ কথা ৰামচৰণ ব্ৰহ্ম জীয়াই থাকোতে তেওঁৰ নামত অভিনন্দন-গ্ৰন্থ-প্ৰকাশ কৰাৰ দৰে ৰামদাস বসুমতাৰীৰ ভালেকেইজন গুণমুগ্ধ সুপৰিচিত বিশিষ্ট লোকৰ পৰা আৰু তেওঁৰ প্ৰাক্তন ছাত্ৰ-ছাত্ৰীৰ পৰা লেখা

আনি প্ৰকাশ কৰি ২০০৩ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে ৰাজহুৱাভাৱে উদ্বোধন কৰি মুছলপুৰ বাস্কাবাসীয়ে যি নিদৰ্শন দেখুৱালে তাৰ তুলনা পাবলৈ টান। উল্লেখযোগ্য যে বাস্কা অঞ্চলৰ বাইজ সৰ্বদিশতে অনুন্নত অনগ্ৰসৰ পিছপৰা যদিও অন্য উন্নত অঞ্চলৰ তুলনাত ইয়াৰ মানুহৰ মনোজগত বহুত উচ্চ আৰু উন্নত, যাক প্ৰশংসা নকৰি নোৱাৰি। সঁচাকৈ যাতায়াত, শিক্ষা-দীক্ষা, আৰ্থিক, শৈক্ষিক যোগাযোগ ব্যৱস্থাত দৈন্যতা থাকিলেও মনত দৈন্যতা নথকা উক্ত অঞ্চলৰ ৰামচৰণ ব্ৰহ্মাকে আদি কৰি ৰামদাস বসুমতাৰীলৈকে কেইজনমান মহৎ লোকক অভিনৱ পদ্ধতিৰে ৰাজহুৱাভাৱে স্বীকৃতি আৰু সন্মান দিব জনাটো সুস্থ, সবল জীয়া জাতিৰ অতি শুভলক্ষণ। তাৰ বাবে সমগ্ৰ বাস্কাবাসীৰ নিদৰ্শন আমাৰ সকলোৰে কাৰণে অনুকৰণীয়।

বহুমুখী প্ৰতিভাসম্পন্ন শিক্ষাবিদ সাহিত্যিক বড়ো আৰু অসমীয়া ভাষী লোকৰ মাজত সমন্বয়ৰক্ষী ৰামদাস বসুমতাৰীয়ে ১৯৩১ চনৰ ১৮ অক্টোবৰ তাৰিখে বৰপেটা জিলাৰ বৰ্তমান বাস্কা জিলাৰ অন্তৰ্গত বড়ো অধ্যুষিত জালাহৰ ওচৰৰ ডাঙৰ চুবাত জন্ম গ্ৰহণ কৰিছিল পিতৃ বিষ্টিৰাম বসুমতাৰীৰ ঔৰষত আৰু মাতৃ হংশী বসুমতাৰীৰ গৰ্ভত। তেওঁৰ মাক-দেউতাক অশিক্ষিত হোৱা আছিল যদিও বিদ্যানুৰাগী লোক আছিল। ফলত ছয়জন পুত্ৰৰ ভিতৰত দুজন পুত্ৰ ৰামদাস বসুমতাৰী আৰু নৰেন বসুমতাৰীক উচ্চ শিক্ষাৰে শিক্ষিত কৰিব পাৰিছিল। এওঁলোক দুয়ো অতি মেধাসম্পন্ন লোক আছিল। ৰামদাস বসুমতাৰীয়ে শিক্ষাৰ পাতনি মেলে পশ্চিম ৰিহাবাৰী প্ৰাথমিক বিদ্যালয়ত। আন বহুতো ল'ৰা-ছোৱালীৰ নিচিনাকৈ তেওঁ শৈশৱ কালৰ পৰা উৎপতীয়া, অবাধ্য, অবাবত সময় নষ্ট কৰা স্বভাৱৰ ল'ৰা নাছিল। তেওঁ বাল্যকালৰ পৰাই চিন্তাশীল, শ্ৰদ্ধাশীল, একাণপতীয়া, একাগ্ৰতাসম্পন্ন আৰু বাল্য সংগ প্ৰিয় মেধাবী ল'ৰা আছিল। যাৰ কাৰণেই ৰামদাস বসুমতাৰীয়ে ১৯৪৩ চনত পশ্চিম ৰিহাবাৰী প্ৰাইমাৰী স্কুলৰ পৰা সেই সময়তে পাঁচ টকা বৃত্তি লৈ প্ৰাথমিক স্কুলৰ শেষান্ত পৰীক্ষা উত্তীৰ্ণ হৈছিল। যি মুলা বাঢ়ে তাৰ দুপাততে চিন। আৰ্থিক দুৰৱস্থাই ৰামদাস বসুমতাৰীক দমাই ৰাখিব নোৱাৰিলে। জুইৰ ফিৰিঙতি খেৰৰ ওপৰত বা তলতেই থাকক লাগে ই নিজ শক্তিৰ বলেৰে জ্বলি উঠিবই। ৰামদাস বসুমতাৰীও তেনেকুৱাই হ'ল।

তাৰ পিছত জালাহ এম ই স্কুলত নামভৰ্তি কৰিছিল আৰু ১৯৪৭ চনত সাত টকীয়া বৃত্তিসহ প্ৰথম বিভাগত মধ্য ইংৰাজী পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। ইয়াৰ পিছত হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰিছিল জালাহ হাইস্কুলত। উল্লেখযোগ্য যে ১৯৪৫ চনত জালাহ হাইস্কুল প্ৰতিষ্ঠিত হৈছিল। দূৰত্বৰ ফালৰ পৰা ঘৰৰপৰা স্কুললৈ বৰ বেছি দূৰ নহ'লেও যাতায়াতৰ দুৰ্গম অৱস্থায়ো তেওঁৰ শিক্ষা-লিপ্সা মানসিকতাক বাধা দি ৰাখিব পৰা নাছিল। নিজ অধ্যৱসায় আৰু আত্মপ্ৰচেষ্টাৰ দ্বাৰা ধন্য হৈ ১৯৫১ চনত ৰামদাস বসুমতাৰীয়ে দ্বিতীয় বিভাগত হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। ঠিক

সেইসময়তে তেওঁৰ শিক্ষা গ্ৰহণৰ পথত কিছু আহুকালে দেখা দিলে। শিক্ষান্ত পৰীক্ষা উত্তীৰ্ণ হোৱাৰ পিছতে আৰ্থিক দুৰৱস্থাত কক্‌বকাই থকা তেওঁলোকৰ পৰিয়ালে উৰাদিহ নোপোৱা হ'ল। তেওঁৰ জ্যেষ্ঠ ককাযেক সীতাৰাম বসুমতাৰীৰ বাহিৰে পিতৃ-মাতৃৰ লগতে বাকীকেইজন ভাই ককায়ে বসুমতাৰীৰ উচ্চ শিক্ষা গ্ৰহণৰ বাবে কলেজত নামভৰ্তি কৰোৱাৰ বাবে অসমৰ্থতা প্ৰকাশ কৰিলে। এনে সময়তে সৰুসুৱা বেপাৰ কৰি টুংটাংকৈ পৰিয়ালটো চলাই থকা জ্যেষ্ঠ ভাতৃ সীতাৰাম বসুমতাৰীয়ে অভিভাৱকৰ দায়িত্ব লৈ ভায়েক ৰামদাসৰ পঢ়া-শুনাৰ সমস্ত দায়িত্ব মূৰ-পাতি লৈছিল। কটন কলেজৰ নিচিনা অসমৰ ভিতৰত নামজ্বলা কলেজত ৰামদাস বসুমতাৰীক নামভৰ্তি কৰাই দিছিল। নানা আহুকাল আৰু অলংঘ্য আৰ্থিক দুৰৱস্থা অতিক্ৰম কৰি ১৯৫৩ চনত দ্বিতীয় বিভাগত ইণ্টাৰমিডিয়েট পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত পুনৰ কটন কলেজতে বি এ পঢ়িবলৈ লৈছিল। এটা সময়ত বসুমতাৰীৰ পৰিয়াল এনেদৰে আৰ্থিক দুৰৱস্থাত পৰিল যে মাহেকীয়া হোষ্টেল ডিউচ্‌ আৰু পৰীক্ষাৰ মাচুল দিব পৰা নাছিল। ফলস্বৰূপে তেওঁক হোষ্টেলৰ পৰা তথা কলেজৰ পৰাই কলেজ কৰ্তৃপক্ষই একপ্ৰকাৰ বাহিৰ কৰি দিছিল। সেই সময়ত ঘৰৰ পৰা অতি দূৰত ভূটান সীমান্তৰ ওচৰৰ বাটাবাৰীৰ পামত খেতিৰ কামত ব্যস্ত থকা ককাযেক সীতাৰাম বসুমতাৰীয়ে ঘৰলৈ আহি খবৰটো পায়েই সেইদিনাই নিজৰ সদ্য বিবাহিতা স্ত্ৰীৰ গহনাপাতিকে বিক্ৰী কৰি পোৱা টকাখিনি লৈ সন্ধিয়া পাঠশালা ষ্টেচনত ৰেলত উঠি নজনা নেদেখা গুৱাহাটীলৈ যাত্ৰা কৰে। গুৱাহাটী সম্পৰ্কে অলপো জ্ঞান নথকা তেওঁ ৰেলৰ পৰা নামি আন মানুহৰ পিছ লৈ ভুট্‌ভুটী নাঁৱত উঠি ব্ৰহ্মপুত্ৰ নদীখন পাৰহৈ সেইদিনটোৰ বাবে সাজু হৈ থকা অন্তিম গাড়ী এখনৰ চালকৰ দ্ৰাইভাৰক কাবৌ আকুতি কৰি কোনোমতে নিশা এঘাৰ বজাত কটন কলেজৰ নিউ হোষ্টেলত গৈ উপস্থিত হৈছিল। সেই সময়ত এজন ছাত্ৰই ৰাতিৰ আহাৰ খাই হোষ্টেলৰ বাহিৰত হাত-মুখ ধুই আছিল। বসুমতাৰীয়ে ল'ৰাজনক সুধি ভায়েক থকা হোষ্টেলৰ ৰুমটো বিচাৰি উলিয়াই সোমাই গৈ জালাহৰ ওচৰৰে ভেবল দংপাৰৰ ভূমিধৰ ব্ৰহ্মক কোঠাটোত লগ পাই সৰগ ঢুকি পোৱা যেন পালে। পিছত ব্ৰহ্মাৰ পৰা গম পালে যে কেইজনমান শুভাকাংক্ষী বন্ধুয়ে হোষ্টেলৰ ডিউচ্‌ আৰু পৰীক্ষাৰ মাচুলখিনি দি ৰামদাস বসুমতাৰীক পুনৰ হোষ্টেললৈ সেইদিনাই ঘূৰাই আনি পৰীক্ষাত বহাৰ ব্যৱস্থা কৰি দিছিল। কোঠাটোলৈ গৈ তেওঁক বিমৰ্ষভাৱে বিচনাৰ ওপৰত কুচি-মুচি পৰি থকা দেখা পাই ককাযেকে নিজকে ধিক্কাৰ দিলে আৰু ধুতীৰ লুচত বান্ধি নিয়া ৩২০ টকাৰ ৩০০ টকা ভাতৃক দি গভীৰ অথচ প্ৰকাশ কৰিব নোৱাৰা এটা আস্থা লৈ অন্তৰেৰে এটা আশীৰ্বাদ দি পিচদিনা পুৱাই ঘৰলৈ উভতি আহিছিল। অভিভাৱকৰ দায়িত্ববোধৰ কি অতুলনীয় নিদৰ্শন। যি কি নহওক ৰামদাস বসুমতাৰীয়ে ১৯৫৫ চনত কটন কলেজৰ পৰা অৰ্থনীতি বিষয়ত বিশেষ সন্মান সহকাৰে দ্বিতীয় বিভাগত স্নাতক পৰীক্ষাত উত্তীৰ্ণ হৈছিল আৰু উত্তৰ অঞ্চললৈ

পোহৰ কঢ়িয়া আনিছিল আৰু শিক্ষকতাকে বৃত্তি হিচাপে লৈ বহুতৰে জীৱন পোহৰাই তুলিছিল। নিজে আলোকিত হৈ আনকো আলোকিত কৰিব পৰাটো এজন মহৎ লোকৰ কৰ্তব্য।

দুখৰ বিষয় ৰামদাস বসুমতাৰীয়ে গুৱাহাটীৰ গুড্‌হেল্‌থ হস্পিতালত চিকিৎসাধীন হৈ থকা সময়তে পিতৃক শুশ্রূষা কৰিবলৈ অহা কনিষ্ঠ পুত্র এজনে হঠাৎ মেলেৰিয়া জনিত ৰোগাক্রান্ত হৈ অকালতে মৃত্যুবৰণ কৰিছিল। তাৰ উপৰিও সত্তৰৰ দশকত পথ দুৰ্ঘটনাত তেওঁৰ কনিষ্ঠ ভাতৃ তীক্ষ্ণধী নকেন বসুমতাৰীয়ে অকালতে মৃত্যুবৰণ কৰিছিল। তেওঁ ইলেক্‌ট্রিকেল বিভাগৰ এজন উচ্চ ডিগ্রীধাৰী উচ্চপদাধিকাৰী আছিল। তেওঁ জীয়াই থকা কালছোৱাত অতি পিছপৰা উত্তৰ বজালীৰ তালাহ অঞ্চলৰ বহুত শিক্ষিত নিবনুৱাই চাকৰি পাইছিল। কিন্তু তেওঁক মৃত্যুৰ পিছত তালাহ অঞ্চলৰ বড়ো-অবড়োৰ লোকে চৰকাৰী চাকৰিত তেনেকৈ মকৰল হোৱাৰ নজীৰ নাই। সঁচাকৈ ৰামদাস বসুমতাৰীৰ দৰে নকেন বসুমতাৰীও সমন্বয়ৰ প্ৰতীক জন-হিতৈষী মানব দৰদী লোক আছিল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ আদৰ্শৰ অনুগামী ৰামদাস বসুমতাৰীৰ আদৰ্শ আমাৰ সকলোৰে পাথেয় হওক।

বিশিষ্ট সাহিত্যিক, শিক্ষাবিদ, সমাজসেৱক, বড়ো জাতিৰ ভেটা তৰা স্বৰূপ, চিন্তানায়ক আৰু দৰ্শন স্বৰূপ ৰামদাস বসুমতাৰীৰ অকাল বিয়োগ বড়োসকলৰ লগতে অসমৰ কাৰণে এক অপূৰণীয় ক্ষতি। আমাৰ অসমখন সম্প্ৰতি নানা সংঘাত-সংঘৰ্ষৰে জৰ্জৰিত। ধৰ্মীয়, সাম্প্ৰদায়িক, সাংস্কৃতিক, ভাষিক উগ্ৰতাই অসমৰ জনজীৱনৰ শান্তি-সম্প্ৰীতি বিধ্বস্ত কৰিছে। সমাজৰ বুকুৰ পৰা আঁতৰাই নি গণতন্ত্ৰক যেন মাথোঁ অভিধানৰ বুকুতহে ঠাই দিব বিচৰা হৈছে। এনে প্ৰতিকূল পৰিস্থিতিৰ মাজতো যিসকলে সাহস আৰু নিষ্ঠাৰে গণতন্ত্ৰ আৰু শান্তিপূৰ্ণ গণতান্ত্ৰিক সহাৱস্থানত অটল হৈ আছিল তাৰ ভিতৰত অন্যতম বিশিষ্ট মানব-দৰদী লোক আছিল ৰামদাস বসুমতাৰী। আমাৰ দৃঢ় বিশ্বাস, নতুন প্ৰজন্মই প্ৰয়াত বসুমতাৰীদেৱৰ গুণাৱলীৰ অনুশীলন কৰিবই আৰু শান্তিপূৰ্ণ গণতান্ত্ৰিক সহাৱস্থানৰ পৰিবেশ গঢ়ি তুলি সকলোৰে সুখময় আৰু আনন্দময় জীৱন সুনিশ্চিত কৰাৰ জৰিয়তে প্ৰয়াত ৰামদাস বসুমতাৰীলৈও প্ৰকৃত অৰ্থত শ্ৰদ্ধাঞ্জলি নিবেদনৰ ব্যৱস্থা কৰিব আৰু তেওঁৰ আদৰ্শক বাস্তৱত ৰূপায়িত কৰিব।

# ৰামচৰণ ব্ৰহ্ম

ৰত্নেশ্বৰ বসুমাতাৰী

সি সময়ত বাক্সা অঞ্চল জঙ্ঘলেৰে পৰিপূৰ্ণ , অজ্ঞান এন্ধাৰেৰে আবৰা, শোচনীয় যাতাযাত ব্যৱস্থা, মেলেৰীয়া আৰু কলাজ্বৰেৰে গোটেই অঞ্চল প্ৰপীড়িত, আনপিনে গোটেই পৃথিৱী দ্বিতীয় মহাসমৰেৰে জৰ্জৰিত সেই সন্ধিক্ষণতে মধ্যবাক্সা মৌজাৰ অন্তৰ্গত টুপলীয়া ৰাজহুবন্দী গাঁৱৰ ঘনুৰাম ব্ৰহ্মৰ ঔৰষত আৰু মঙ্গলীপ্ৰিয়া দাস ব্ৰহ্মৰ গৰ্ভত ১৯৩৯ চনৰ ৮ ডিচেম্বৰত ৰামচৰণ ব্ৰহ্মৰ জন্ম হৈছিল। প্ৰকৃততে তেওঁৰ দেউতাকৰ ঘৰ আছিল ধমধমাৰ ওচৰৰ ভেৰভেৰী গাঁৱৰ বড়ো চুপাত। ঘনুৰাম ব্ৰহ্মৰ দেউতাকৰ নাম আছিল চান্দাৰাম স্বৰ্গীয়াৰী। টুপলীয়াৰ সূৰ্যমল ডেকাৰ পেহীয়েক গঙ্গাৰণী ডেকাক বিয়া কৰাইছিল চান্দাৰাম বড়োই। তেওঁৰ বৰপুত্ৰ বাদীৰাম, জীয়ৰী নেখাৰী আৰু কনিষ্ঠ পুত্ৰ ঘনুৰাম আৰু ভাৰ্যা গঙ্গাৰাণীক ইহসংসাৰত এৰি চান্দাৰামৰ বিয়োগ ঘটিলত সূৰ্যমল ডেকাই পেহীয়েক আৰু পেহীয়েকৰ পুত্ৰ-কন্যা সকলোকো টুপলীয়াৰ নিজ ঘৰতে ৰাখি থাপি-থুপি থলে আৰু ঘনুৰামক নলবাৰীৰ গৰ্ডন স্কুলত নাম লগাই দিলে। তাতে কেইবছৰমান পঢ়াৰ পাছতেই ঘনুৰামে ছৈবাৰীৰ ফালৰ এখন এল পি স্কুলত শিক্ষকতা কৰিলে। এইগৰাকী ঘনুৰামেই নিছলামাৰী গাঁৱৰ গাঁওবুঢ়া গৰ্গেৰাম দাস আৰু কালীপ্ৰিয়া দাসৰ জীয়েক মঙ্গলী প্ৰিয়া দাসক বিয়া কৰায়। ঘনুৰাম ব্ৰহ্ম আৰু মঙ্গলীপ্ৰিয়া দাস ব্ৰহ্মৰ প্ৰথম সন্তানগৰাকীয়েই হৈছে আমাৰ অতি আপোন ৰামচৰণ ব্ৰহ্ম। শিশু ৰামচৰণ ব্ৰহ্মই আঁঠু কাঢ়িব পৰা বয়স হওঁতেই ঘনুৰামে সপৰিয়ালে নিজাববীয়াকৈ লোৱা নতুন বস্তিলৈ উঠি আহে। ইপিনে বায়েক নেখাৰীও বিধবা হোৱাত তাইকো ঘনুৰামে ঘৰলৈ চপাই আনে। ককায়েক বাদীৰামে বিয়া কৰাইছিল যদিও ভোদা স্বভাৱৰ আছিল বাবে তেওঁক ঠগাই আনলৈ গুচি যায়। তাৰ পাছত বাদীৰামে আমৃত্যুকাল ভায়েক ঘনুৰামৰ লগতেই একেলগে থাকিল। দাৰিদ্ৰ্য-পীড়িত পৰিয়ালৰ সদস্য হিচাপে সু-চিকিৎসাৰ অভাৱতেই নেখাৰীয়ে নিউমোনিয়াত ভুগি আৰু বাদীৰামে সাধাৰণ কাহ বেমাৰত ভুগিয়েই মৃত্যুক সাৱটি লব লগা হয়। ইয়াৰ আগতেই ৰামচৰণৰ দহ বছৰমান বয়সতে দেউতাক ঘনুৰাম ব্ৰহ্মৰ অকাল মৃত্যু ঘটে।

তথাপি মাতৃ মঙ্গলীপ্ৰিয়া দাস ব্ৰহ্মই সতি-সন্ততিকেইটাৰ যত্ন লোৱাৰ ক্ষেত্ৰত পিছ নুহুহকিলে। তেওঁলোকৰ দুটি ল'ৰা আৰু চাৰিজনী ছোৱালী উপজিছিল। ইয়াৰে দুজনী

ছোৱালীৰ মৃত্যু ঘটিছিল ঘনুৰাম থাকোতেই। এই মৃতা ছোৱালী দুজনীৰ নাম আছিল যথাক্ৰমে বাংঢালী আৰু সোমবাৰী। পাচ/ছয় বছৰ বয়সত সিহঁতৰ মৃত্যু হৈছিল। জীৱিত সকলৰ ভিতৰত আছে ৰামচৰণ ব্ৰহ্ম, (এতিয়া মৃত), হৰিচৰণ ব্ৰহ্ম, শ্ৰীমতী ভৱানী দাস। তেওঁ বৰবাৰীৰ শিক্ষক শ্ৰীহৰিচৰণ দাসৰ পত্নী আৰু শ্ৰীমতী সুমিত্ৰা বড়ো। তেওঁ গেৰুবাৰ শিক্ষক শ্ৰীমহেশ চন্দ্ৰ বড়োৰ পত্নী। ওপৰোক্ত দুযোগবাকী ভনীয়েকৰ বিয়া হৈছিল কম বয়সতে এল পি পাছ কৰাৰ পাছতে। ভায়েক হৰিচৰণ ব্ৰহ্মৰো ককায়েকতকৈ বহুবছৰ আগতেই বিয়া-বাৰু কৰাই ঘৰ সংসাৰ কৰিছিল।

টুপলীয়া এম ভি স্কুলতেই শিশু ৰামচৰণৰ বিদ্যাৰম্ভ হয়। ১৯৫০ চনত তেওঁ উক্ত স্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ। ইযাৰ আগতে 'ক' মান আৰু 'খ' মান শ্ৰেণীত ৰামচৰণ ব্ৰহ্মই সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। উল্লেখযোগ্য যে বাগানপাৰাত প্ৰথমবাৰৰ বাবে ৰাজহুৱাভাৱে আঞ্চলিক ভিত্তিত স্বাধীনতা দিবস উৎযাপন কৰা হৈছিল ইং ১৯৫০ চনৰ ১৫ আগষ্টৰ দিনা। এই উৎসৱত শিশু ৰামচৰণেও যোগদান কৰিছিল আৰু খেলত পুৰস্কাৰ পাইছিল। সিদিনা সন্ধিয়া অসমত প্ৰবল ভূমিকম্প হৈছিল। এই ভূমিকম্প-পীড়িত লোকসকলক সাহায্য কৰিবৰ বাবে কণমানি শিশু ৰামচৰণ ব্ৰহ্মই নিজৰ স্কুলৰ কেইজনমান ল'ৰাক সংগঠিত কৰি গোটাই লৈ বাগানপাৰা, বগুলামাৰী, ধনবিল, বৌমাৰী, বাটাবাৰী, টুপলীয়া আদি গাঁৱত ঘৰে ঘৰে চাউল খুজি আনি বজাৰত বিক্ৰী কৰি পোৱা সমস্ত পইছা স্কুলৰ প্ৰধান শিক্ষকৰ হাতত জমা দিয়েহি। প্ৰধান শিক্ষকে সেই পইছা মুখ্যমন্ত্ৰীৰ সাহায্য-পুঞ্জিলৈ মণিঅৰ্ডাৰ কৰি পঠায়। দেখা গ'ল বাল্যকালৰ পৰাই ৰামচৰণ ব্ৰহ্মৰ মন সমাজসেৱা চিন্তাৰে সক্ৰিয় আৰু ব্যস্ত। ৰামচৰণ ব্ৰহ্মই ১৯৫২ চনত দেউতাকৰ লগত ভাৰাতীযা মহৰ গাড়ীৰে গৈ টিহুত 'লেব্ৰা মহাজনৰ ঘৰত থাকি টিহু হাইস্কুলত অনুষ্ঠিত হোৱা তৃতীযমান শ্ৰেণীৰ বৃত্তি পৰীক্ষা দিছিল। তাৰ পিছৰ বছৰত ল'ৰাজনে টুপলীয়া এম ভি স্কুলত চতুৰ্থ শ্ৰেণীত নাম ভৰ্তি কৰিছিল। সেই বছৰতেই দেউতাক ঘনুৰাম ব্ৰহ্মৰ অকাল বিযোগ ঘটে। তথাপি মাক মংগলী প্ৰিয়া দাস ব্ৰহ্মৰ যত্ন আৰু টুপলীয়া এম ভি স্কুলৰ প্ৰধান শিক্ষক হৰেশ্বৰ হালৈৰ কটা নজৰত থাকি ৰামচৰণ ব্ৰহ্মই ১৯৫৪/৫৫ চনত সুখ্যাতিৰে এম ভি পাছ কৰি সেই সময়ৰ নিয়ম অনুসৰি ধমধমা হাইস্কুলত পঞ্চম শ্ৰেণীত নাম ভৰ্তি কৰি বোৰ্ডিঙত থাকি পঢ়িবলৈ লয়। ১৯৫৬ চনত নলবাৰীৰ দেৱীৰাম পাঠশালা হাইস্কুলত অনুষ্ঠিত এম ই ৰ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ পুনৰ ধমধমা হাইস্কুলতেই ৭ম শ্ৰেণীত নাম ভৰ্তি কৰে ১৯৫৭-৫৮ চনত। ১৯৬২ চনত তেওঁ ধমধমা হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। তাৰ পাছত ১৯৬৩ চনত নলবাৰী কলেজত নৈশ শাখাত পঢ়ে। কিন্তু দৰিদ্ৰতাৰ বাবে তেওঁ কলেজ ত্যাগ কৰি ১৯৬৪ চনৰ ১ জানুৱাৰীত টুপলীযাৰ বাপুজী বিদ্যাপীঠ হাইস্কুলৰ এম ই শাখাত প্ৰতিষ্ঠাপক সহকাৰী শিক্ষক হিচাপে নিযুক্তি গ্ৰহণ কৰি তাৰ পৰাই অৱসৰ গ্ৰহণ কৰিছিল।

মেট্ৰিকৰ টেষ্ট পৰীক্ষা দি উঠিযেই ৰামচৰণ ব্ৰহ্মাই গেৰুৱা আশ্ৰমত ১৯৬২ চনত অনুষ্ঠিত সদৌ অসম সৰ্বোদয় মণ্ডলৰ ত্ৰয়োদশ বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্যালয় সহায়কৰ কামত যোগদান কৰে। উল্লেখযোগ্য যে মেট্ৰিক পৰীক্ষা দি উঠাৰ তিনিদিন পাছৰে পৰাই সম্পূৰ্ণ এমাহ ধৰি তেওঁ আচাৰ্য বিনোৱা ভাৱেৰ লগত গ্ৰামদান ভূদান আন্দোলনৰ বাবে পদযাত্ৰাত যোগদান কৰিছিল। যাৰ বাবে তেওঁক গাঁৱৰ তিৰোতা কিছুমানে "বিনোৱা বাবা" বুলি মাতিছিল। মেট্ৰিক পাছ কৰাৰ পাছতো সেই স্কুলৰ ছাত্ৰ অসম বিধান সভাৰ অধ্যক্ষ ঁমহেন্দ্ৰ মোহন চৌধুৰীৰ লগতো পুনৰ পদযাত্ৰাত যোগদান কৰি বিভিন্ন ঠাইত সভা সমিতি পাতি ফুৰিছিল।

বাপুজী বিদ্যাপীঠ হাইস্কুলৰ সৰ্বতোপ্ৰকাৰৰ উন্নতিৰ হকে তেওঁ বহুতো ত্যাগ স্বীকাৰ কৰিছিল। আনকি বাপুজী বিদ্যাপীঠৰ বৰ্ডিং হাউচত সেই সময়ৰ ঠালকুছি চাপৰীত নিৰ্জন নিৰাশ্ৰয় ঠাইত অকলে ১৯৬৫ চনৰ ৭ জুলাইলৈকে প্ৰায় দুবছৰ ধৰি থকা কথাটো ভাবিলে এতিয়াও মানুহৰ মনত আচম্বিতে কঁপনি উঠে। সেই সময়তো মাক ঁমাঙ্গলী প্ৰিয়া দাস ব্ৰহ্মাই নিজেই চাউল আৰু শাক-পাচলিৰ টোপোলা বান্ধি দি আহিছিল। ঠিক হাইস্কুলত পঢ়াৰ সময়ত বৰ্ডিঙলৈ পুতেক ব্ৰহ্মাৰ বাবে যিকোনো উপায়েৰে হ'লেই চাউলপাতি যোগাৰ কৰি পঠোৱাৰ দৰে। মাকৰ সদায়েই চিন্তা আছিল পুতেকক কেনেকৈনো এই অঞ্চলৰ এজন ভাল মানুহ গঢ়িব পাৰে। ঈশ্বৰৰ ওচৰত আছিল এয়াই একান্ত প্ৰাৰ্থনা। ৰামচৰণ ব্ৰহ্মাৰ মাকৰ এইবোৰ আদৰ্শ আমাৰ সকলোৰে অনুকৰণীয়।

ভাৰতৰ স্বাধীনতা লাভৰ পূৰ্বে মেলেৰীয়া আৰু কলাজ্বৰ প্ৰপীড়িত বাক্সা অঞ্চলত কানি, ভাং আৰু মদৰ অবাধ প্ৰচলন আছিল। শিক্ষা-দীক্ষা লাভৰ কাৰণে বাক্সাত জ্ঞানৰ পোহৰ বিতৰণ কৰি অন্যান্য অঞ্চলৰ জনগণৰ লগত খোজত খোজ, কান্ধত কান্ধ মিলাই আগবাঢ়ি যাব পৰাকৈ সমগ্ৰ বাক্সাৰ ৰাইজক অনুপ্ৰাণিত কৰাত অতি গুৰুত্বপূৰ্ণ ভূমিকা বহন কৰিছিল ঁসূৰ্যমল্ল ডেকাই। পৰৱৰ্তী কালত তাৰেই সংস্কৰণ হ'ল ঁৰামচৰণ ব্ৰহ্মা। আচলতে বাক্সাৰ সমাজ সংস্কাৰমূলক, সামাজিক, অৰ্থনৈতিক, ধাৰ্মিক, সংস্কৃতিৰ পূজক কিংবদন্তী পুৰুষ বাক্সাৰ সিংহ পুৰুষ ঁসূৰ্যমল্ল ডেকা আৰু ঁগোব্ৰা ব্ৰহ্মা (বৈষ্ণৱ) নলবাৰীৰ উত্তৰাঞ্চলৰ সকলো দিশৰে পথ-প্ৰদৰ্শক পুৰুষ আছিল। আজিও এই মহান পুৰুষ সকলৰ আদৰ্শৰ কথা সকলোৰে মুখেমুখে গুঞ্জৰিত হৈ আছে।

সহজাত প্ৰবৃত্তি আৰু বংশগতিৰ প্ৰভাৱ মানৱ চৰিত্ৰত অপৰিসীম। অনুকৰণ আৰু অনুশীলনপ্ৰিয়তাও এক বৈশিষ্ট্য। বোধহয় ৰামচৰণ ব্ৰহ্মাও ইয়াৰ ব্যতিক্ৰম নহয়। জেঠায়েক ঁসূৰ্যমল্ল ডেকা আৰু পিতৃ ঁঘনুৰাম ব্ৰহ্মাৰ পৰা উত্তৰাধিকাৰ সূত্ৰে যে ৰামচৰণ ব্ৰহ্মাই কিছুমান গুণ আহৰণ কৰিছিল, তাক সহজে ধাৰণা কৰিব পাৰি। কাৰণ বাক্সা অঞ্চলৰ ঁসূৰ্যমল্ল ডেকা আছিল একেধাৰে মুক্তিযুঁজাৰু, দেশপ্ৰেমিক, সমাজৰ মুকুটবিহীন অঘোষিত ৰজা, বিদ্যোৎসাহী, ন্যায়পৰায়ণ, নিৰাশ্ৰয়ৰ আশ্ৰয়, অসহায়ৰ সহায়, বন্ধু

বৎসল, অতিথিপৰায়ণ আৰু বদান্য সিংহ পুৰুষ। ৰাটিৰ মানুহক মাতি নি ভুৰি ভোজন কৰোৱা লোক। দৈনিক আলহী অতিথিৰে ঁসূৰ্যমল ডেকাৰ ঘৰখন হৈ আছিল দলদোপ-হেন্দোলদোপ। তদুপৰি গাঁৱৰ আৰু আন গাঁৱৰ ছাত্ৰ-ছাত্ৰীক নিজৰ ঘৰতে ৰাখি সকলো খৰচ বহন কৰি আৰু ঘৰুৱা শিক্ষক পৰ্যন্ত ৰাখি দি পঢ়াৰ ব্যৱস্থা কৰি দিছিল। এনে বদান্যতাৰ উদাহৰণ 'নভূত নভৱিষ্যতি।' ৰামচৰণ ব্ৰহ্ময়ো সৰুতে সূৰ্যমল ডেকাৰ ঘৰত থাকিয়ে পঢ়া-শুনা কৰিছিল। উল্লেখযোগ্য যে ৰামচৰণ ব্ৰহ্মৰ দেউতাক ঘনুৰাম ব্ৰহ্ম আছিল ঁসূৰ্যমল ডেকাৰ পেহীয়েকৰ পুতেক। সেই সূত্ৰে ডেকাই ঘনুৰামক বৰ মৰম কৰিছিল আৰু পাছলৈ নিজৰ ঘৰৰে কাষলৈকে তুলি আনিছিল। ফলত ৰামচৰণ ব্ৰহ্মই পিতৃৰ আদৰ্শ আৰু জেঠায়েক সূৰ্যমল ডেকাৰ সংস্পৰ্শলৈ আহি নিজক গঢ় দিয়া সুযোগ পাইছিল। প্ৰকাশ যে ঁঘনুৰাম ব্ৰহ্মক সূৰ্যমল ডেকাই নলবাৰী গৰ্ডন স্কুলত পঢ়ুৱাইছিল। ফলত শিক্ষাৰ পোহৰ পোৱা ব্ৰহ্মৰ কাৰ্যকলাপো ডেকাৰ কাৰ্যকলাপৰ তালে তালে আগবাঢ়িছিল। উল্লেখযোগ্য যে ডেকাকালত ঘনুৰাম ব্ৰহ্মই গাঁৱৰ যিবিলাক ল'ৰাই স্কুললৈ যাবলৈ হেলা কৰিছিল বা নোযোৱাকৈ ফাকি দিছিল সিবোকক হাতে-ভৰিয়ে বান্ধি ভাৰ কৰি নি হ'লেও স্কুলত থৈ আহিছিল। নিজৰ ল'ৰা ৰামচৰণ ব্ৰহ্মৰ ওপৰতো পঢ়াৰ ক্ষেত্ৰত কঠোৰ দৃষ্টি ৰাখিছিল। তাৰ উপৰিও আমৃত্যু কাল পৰ্যন্ত ঘনুৰাম ব্ৰহ্মই দূৰৰ গাঁৱৰ পৰা টুপলীয়া এম ভি স্কুললৈ পঢ়িবলৈ অহা ছাত্ৰক নিজৰ ঘৰত বিনামূলীয়াকৈ থকা-খোৱাৰ সুবিধা দিছিল। দুখৰ বিষয় যে ৰামচৰণ ব্ৰহ্ম এম ভি স্কুলৰ চতুৰ্থ শ্ৰেণীত পঢ়ি থকা কালছোৱাতেই ১৯৫৩ চনত দুৰাৰোগ্য ৰোগত ভুগি তেওঁৰ পিতৃ বিয়োগ ঘটে।

দেউতাক জীয়াই থকা কালছোৱাত ৰামচৰণ ব্ৰহ্মৰ ঘৰৰ আৰ্থিক অৱস্থা স্বচ্ছল আছিল। ভঁৰালৰ ভৰা ধান, দেলাইট, ফিলিপচ্ চাইকেল, গ্ৰামোফোন, গোহালি ভৰা গৰুৰ পাল আছিল। গতিকে এইবোৰ সম্পদ তেতিয়াৰ দিনত আৰ্থিক স্বচ্ছলতাৰ প্ৰতীক আছিল। আজিকালি টি ভি থকা মানুহৰ ঘৰত বিশেষকৈ গাঁৱৰ সন্ধিয়া সময়ত যিদৰে টি ভি চোৱা মানুহেৰে ঘৰৰ চোতাল ভৰি পৰে তেনেদৰে এসময় গ্ৰামোফোনৰ গীত (কলগান) শুনিবলৈকো ব্ৰহ্মৰ ঘৰত নিতৌ-সন্ধিয়া পৰত গাঁৱৰ মানুহেৰে ভৰি পৰিছিল।

পিতৃৰ অকাল বিয়োগৰ পাছৰ পৰা ৰামচৰণ ব্ৰহ্মৰ ঘৰৰ আৰ্থিক অৱস্থা একেবাৰে শোচনীয় হৈ পৰে আৰু এই শোকাবহ দৰিদ্ৰ অৱস্থা ১৯৭৭ চনলৈকে চলি থাকে। ১৯৭৭ চনত তেওঁ শিক্ষকতা কৰা বাপুজী বিদ্যাপীঠ হাইস্কুলখন প্ৰাদেশিকৃত হয় আৰু সেই তেতিয়াৰ পৰাহে পইছাৰ মুখ দেখিবলৈ পায়। কিন্তু ইয়াৰ আগৰ সুদীৰ্ঘ কালছোৱাৰ ভিতৰত কিমান দিনে আধা পেটে অথবা লঘোনে আছিল তাৰ হিচাপ নাই। তথাপি তেওঁ নিজৰ আদৰ্শৰ পৰা ভুলতো বিচ্যুত হোৱা নাছিল। বন্ধু-বাৎসল্য, অতিথিপৰায়ণতা, সমাজ সেৱা, অধ্যয়ন অব্যাহত আছিল।

ছাত্র কালতেই তেওঁৰ বন্ধুমহলৰ আৱৰ্ত সৃষ্টি হৈছিল আৰু এই আৱৰ্তৰ দিগবলয সম্প্রসাৰিত হৈছিল পৰৱৰ্তী কালত গ্রামদান, ভূ-দান, সৰ্বোদয আন্দোলনত যোগদান, বড়ো সাহিত্য সভা, ভৈযাম জনজাতি পৰিষদ আৰু সদৌ অসম ট্রাইবেল সংঘৰ মঞ্চত যোগদান, বিভিন্ন সভা-সমিতিত যোগদান, বড়ো অভিধান প্রণযন, গ্রন্থ প্রকাশ, প্রচাৰ মাধ্যমত তথ্যগধুৰ লিখা প্রকাশ, অনাতাঁৰ যোগে বিভিন্ন কথিকা প্রকাশ, সমাজসেৱা তথা কৰ্তব্যপৰাযণতা ইত্যাদিৰ ফলত। দূৰণিৰেই হওক বা ওচৰৰেই হওক বিভিন্ন লোকৰ বাবে তেওঁৰ ঘৰখন ভাত ঘৰস্বৰূপ আছিল। গৃহস্থই খাই উঠাৰ পাছত আহি পোৱা আলহীযেও সমানেই আতিথ্য পায। কত আলহীক তেওঁৰ পৰিবাৰ নিজ হাতে ৰান্ধি-বাঢ়ি খোৱালে তাৰ হিচাপ নাই। কত ছাত্র-নেতা, কত সমাজসেৱী, কত সাহিত্য সভাৰ কৰ্মী, কত ধৰ্মীয নেতা হিন্দু-মুছলমান, খ্রীষ্টান ধৰ্মৰ আলহীযে তেওঁৰ ঘৰত থাকি খাই লৈ গ'ল তাৰ কোনো সীমা-সংখ্যা নাই। বড়ো সাহিত্য সভাৰ কামত জোৰদাৰভাৱে লাগি থাকিব লগা সমযত ব্রহ্মই প্রাযেই গাৱৰ পাছত গাঁও ঘূৰি ফুৰিব লগা হৈছিল। লগত আলহী লৈ কেতিযাবা মাজৰাতি ঘৰ পাযহি কোনো বিৰক্তি প্রকাশ নকৰাকৈযে তেওঁৰ পৰিবাৰে ঘৰত যি আছে শুদাই-নিকাই জাৰত কপি কপি বা গৰমৰ দিনত গৰমত ঘামি-জামি ৰান্ধি বাঢ়ি খুৱাইছিল।

তেওঁৰ দাযিত্ব আৰু কৰ্তব্য-নিষ্ঠাৰ এক বিৰল উদাহৰণ হ'ল এটা, সমযত তেওঁৰ আৰ্থিক অৱস্থা অতি শোচনীয আছিল। আনকি সভা-সমিতিলৈ যাবলৈ এযোৰ ভাল পোছাক নাছিল। এবাৰ গ্রীষ্ম বন্ধৰ সমযত নলবাৰী জিলা বড়ো সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ বিশেষ জৰুৰী বৈঠক তেওঁৰ ঘৰৰ পৰা চৈধ্য মাইল মান দূৰত অনুষ্ঠিত হৈছিল। তালৈ নগ'লেই নহয, কিন্তু পিন্ধিবলৈ চোলাহে নাছিল। কি কৰো নকৰোকৈ ভাবি থাকোতে তেওঁৰ মনত পৰিল জাৰকালি পিন্ধিবলৈ তেওঁৰ বন্ধু এজনে দিযা অতি পুৰণি তথা আধাছিগা আৰু হাতদীঘল গৰমকোট এটা আছে। অৱশেষত তাকে পিন্ধি যথা সমযত যথা স্থানত গৈ উপস্থিত হ'লগৈ। এনে কাণ্ড দেখি সকলোৰ চকুত প্রশ্ন এই গৰমত গৰমকোট? বৈঠকৰ পিছত ঘৰলৈ আহি পিছদিনাখনেই সভাপতিলৈ চিঠি লিখিলে, "কোনো অসুখ-বিসুখৰ বাবে নহয, পিন্ধিবলৈ আন চোলা নথকা বাবেহে গৰম কোটটোকেই পিন্ধি গৈছিলো। বড়ো সাহিত্য সভাৰ দাযিত্বখিনিতো এৰাব নোৱাৰি।"

এনেদৰে সমাজ-সচেতন আৰু কৰ্তব্যপৰাযণ ৰামচৰণ ব্রহ্মাই কোনো দিনেই নিজ দাযিত্ব আৰু কৰ্তব্যৰ পৰা পিছ হুহকি অহা নাছিল। নিজ জাতিৰ প্রতি কৰ্তব্য, বন্ধুমহলৰ প্রতি আকৰ্ষণ ইত্যাদিযে মানুহজনক এৰা দিযা নাছিল। ইপিনে নিজ ঘৰৰ ল্যাং ল্যাং ঠ্যাং ঠ্যাং অৱস্থা।

এটা সময়ত তেওঁ নলবাৰী জিলা বড়ো সাহিত্য সভাৰ সম্পাদকৰ পদতো অধিষ্ঠিত হৈছিল। সেই সমযৰ কথা। মুছলপুৰৰ ৰথীন ব্রহ্মাৰ লগত ৰামচৰণ ব্রহ্মাই বড়ো সাহিত্য

সভাৰ জৰুৰী কামৰ বাবে কুমাৰীকাটাৰ পানবাৰীৰ অভিৰাম বড়োক লগ ধৰি দুয়ো সিদিনা পাগলাদিয়া নদীৰ এবুকু পানী পাৰ হৈ চাইকেলেৰে ভাগৰে জগৰে দুপৰীয়া ঘৰ পাইছেহি। দুয়োৰো ভীষণ ভোগ লাগিছে। পতিব্ৰতা তথা অতিথিপৰায়ণা পৰিবাৰে জানিবলৈ দিলে "ভাত এজনৰ বাবেহে আছে, নতুনকৈ ৰান্ধিবলৈকো চাউল নাই, কি কৰা যায় এতিয়া?" সেই সাজকে অতিথিক দিয়া যাওক।' ব্ৰহ্মাই ক'লে। এয়াই স্বামী-স্ত্ৰীৰ মাজত সিদ্ধান্ত হ'ল। আলহী ৰথীন ব্ৰহ্মাক ভাত সাজ খাবলৈ দিয়া হ'লত, গৃহস্থ ব্ৰহ্মাই নাখালে, আলহীযেও নখোৱাৰ কথা জনালে। পিছে গৃহস্থইনো দুজনে খাবৰ জোখাৰে ভাত নাই বুলি কয় কেনেকৈ? সেযেহে গৃহস্থ ব্ৰহ্মাই পাছত খোৱাৰ কথা ক'লে। ৰথীন ব্ৰহ্মাই মানি ল'লে আৰু ভাত সাজ খালে। সমস্যা সিমানতে শেষ নহ'ল। সাহিত্য সভাৰ লিখা-লিখি কাম বহুত আছে বাবে ৰথীন ব্ৰহ্মাই সিদিনা ৰামচৰণ ব্ৰহ্মাৰ ঘৰতে ৰাতি থাকিব লগা হ'ল। পিছে চাউল? গৃহস্থ ব্ৰহ্মাৰ লখিমী সদৃশ সহধৰ্মিণীয়ে নিজৰ ককায়েকৰ ঘৰলৈ গৈ এটোপোলা চাউল প্ৰায় পাচ কিলোগ্ৰাম ওজনৰ তৰ্ঁ তৰকাৰী লৈ আহিল আৰু তাৰেই আলহীক আপ্যায়ন কৰিলে। অতিথি ৰথীন ব্ৰহ্মাই ভিতৰুৱা কথাখিনি গমেই নাপালে।

আকৌ এদিনৰ কথা, ঘৰত চাউল নাই বাবে ভাতো নাই। লঘোনে থাকিয়েই স্কুললৈ গৈছে ছাত্ৰ-ছাত্ৰীক পাঠদান কৰিবলৈ। সম্পূৰ্ণ আঠ পিৰিয়দ পাঠদান কৰি আহি আবেলি যেতিয়া ভোকত লালকাল হৈ ঘৰ পালেহি তেতিয়া দেখে ওচৰৰ পৰিয়ালটোৰ তিৰোতাগৰাকীয়ে এক গামলা ভাত দিছেহি আৰু মাতৃ, পৰিবাৰ তথা ল'ৰা দুজন বৈ আছে ব্ৰহ্মাৰ আগমনৰ অপেক্ষাত। ইফালে ব্ৰহ্মাৰ আগমন আৰু আনপিনে ভিক্ষাৰী বুঢ়া এজনে চোতালত থিয় হৈ কৈছেহি - "মা মোক অলপ ভাত দিবা নে? আজি ক'তো খাবলৈ পোৱা নাই।" ঘৰৰ লখিমীক ব্ৰহ্মাই পাছিলে ভিক্ষাৰীকো ভাত তেওঁলোকৰ ভাগৰ পৰাই দিবলৈ।

এনেদৰে খ্যাত-অখ্যাত অগণন লোকে ব্ৰহ্মাৰ ঘৰত আতিথ্য গ্ৰহণ কৰি গৈছে। আনকি ৰাস্তাই-ঘাটে টোপোলা লৈ ঘূৰি ফুৰা বিদ্যা পাগলেও তেওঁৰ ঘৰত বহুবাৰ আশ্ৰয় লৈ গৃহস্থৰ মৰম-চেনেহ পাইছিল। তাৰ উপৰিও নিজ গাঁৱত এনে এটা পৰিয়াল ন'ই যিয়ে ৰামচৰণ ব্ৰহ্ম আৰু তেওঁৰ সহধৰ্মিনীৰ এফেৰি মৰমৰ মাত বিপদে-আপদে পোৱা নাই। বিপদ-আপদত ঘৰলৈ উপযাচি গৈ মাত-কথা দিয়া বা পাৰ্যমানে সহায়-সাহায্য কৰা তেওঁলোকৰ স্বভাৱ-সুলভ কাম আছিল। নিজৰ ল'ৰাকেইটাকো তেনেদৰে গঢ়িবলৈ চেষ্টা কৰিছিল

সমাজ-সংস্কাৰক আৰু সমাজ- বিপ্লৱী হিচাপে ৰামচৰণ ব্ৰহ্মাই বহুতো সমাজ সংস্কাৰমূলক কাম হাতে-কামে নিজ আদৰ্শৰে কৰি দেখুৱাই থৈ গৈছে। মানুহৰ সমাজত বিৰাজমান অন্ধ বিশ্বাস আৰু কুসংস্কাৰৰ বিৰুদ্ধে তেওঁ আজীৱন যুঁজ দি গৈছে। নিজৰ

বিবাহৰ যোগেদিও তেওঁ তাকেই প্ৰমাণ কৰি গৈছে। নাৰী-মুক্তিৰ আদৰ্শ সন্মুখত ৰাখিযেই তেওঁ নিজ সহধৰ্মিনী বাছি লৈছিল। বিয়াৰ আগতে তেওঁ ছোৱালীজনীক গুৱাহাটীস্থ শৰণীয়া (কল্যাণ্ডৰা) আশ্ৰমত প্ৰশিক্ষিণলৈ পঠাইছিল। জেঠায়েক সূৰ্যমল ডেকা আৰু স্নেহশীলা মাতৃদেৱীৰ অনুমতি তথা আশীৰ্বাদ লৈ গাঁৱৰে মালতী দাসক সামাজিকভাৱে বিয়া কৰাইছিল। উল্লেখ্য যে ছোৱালীৰ ঘৰখন উদাৰ আছিল যদিও সমাজৰ দুজনমান মুখীয়াল লোকে ছোৱালীৰ ঘৰলৈ ব্ৰহ্মাক দৰা সাজি যোৱাটো বিচৰা নাছিল। তেওঁলোকৰ ভ্ৰান্ত ধাৰণা আছিল যে তেনেদৰে দৰাই গৈ কন্যা পক্ষৰ ঘৰত বিয়া পাতিলে চোতালখন 'চুৱা' যাব। সেই কাৰণে শুভদিনত কন্যাৰ ঘৰলৈ দৰা সাজি নগ'ল হয় কিন্তু দৰাবিহীনভাৱেই দৰাপক্ষই ঢোলে ডগৰে সদলবলে গৈ যেতিয়া কন্যাপক্ষৰ চোতাল পালেগৈ তেতিয়া সেই 'জাত' বিচৰা পতা মুখীয়াল কেইজনমানৰ মূৰ্চ্ছা যাবলগা অৱস্থা হ'ল, জানোচা দৰা আহিছেই। আহিছে যদি কি হ'ব এতিয়া? দৌৰা-দৌৰি , হাহাকাৰ। সিযিকি নহওক দৰা পক্ষই আড়ম্বৰেৰেই কন্যা লৈ আহি দৰাৰ ঘৰতে হোম যজ্ঞ পাতি অগ্নিক সাক্ষি কৰি বেদমন্ত্ৰেৰে বিযাখন সম্পন্ন কৰিলে। এই ঘটনাৰ পাছতে পৰা কিন্তু লাহে লাহে অন্ধবিশ্বাসৰ জাল কাটিবলৈ ধৰিলে। এনে নীৰৱ বিপ্লৱৰ বাটকটীয়া আছিল ৰামচৰণ ব্ৰহ্ম। এযেই আছিল তেওঁৰ মহত্ত্ব।

বিশ্ববিদ্যালযৰ উচ্চ ডিগ্ৰীৰ উপাধিহীন হ'লেও ৰামচৰণ ব্ৰহ্মাৰ ওচৰলৈ কোনোৱে আহিছিল এফেৰি মৰম বিচাৰি, কোনোৱে আহিছিল সহায বিচাৰি, কোনোৱে আহিছিল বুৰঞ্জীৰ কাহিনী শুনিবলৈ, কোনোবাই আহিছিল দিহা-পৰামৰ্শ লবলৈ, কোনোবাই আহিছিল গৱেষণাৰ বাবে তথ্য বিচাৰি, কোনোবাই আহিছিল দ্বন্দ্বৰ মীমাংসা বিচাৰি, কোনোবাই আহিছিল চাকৰি বিচাৰি, কোনোবাই আহিছিল সভা সমিতি অথবা অধিবেশন উছৱ-পাৰ্বণলৈ আমন্ত্ৰণ জনাবলৈ। কাৰোপৰা ভ্ৰমণ বানচ লোৱা, কাম কৰি দিযাৰ বিনিময়ত টকা পইছা লোৱা ইত্যাদি স্বভাব ৰামচৰণ ব্ৰহ্মৰ মুঠে নাছিল। টকা পইছা যচা সকলে তেওঁৰ পৰা মৃদু ভৎৰ্সনাহে পাইছিল।

অসমীযা সাহিত্য কাননৰ 'ৰামচৰণ ব্ৰহ্ম' এপাহ সুগন্ধি পাৰিজাত। চিন্তাবিদ, গৱেষক, সু-সাহিত্যিক ৰামচৰণ ব্ৰহ্মাই অসমীযা আৰু বড়ো সাহিত্যালৈ প্ৰভূত বৰঙণি আগবঢ়াই আহিছে। তেওঁ যেনে মাছ দেখে তেনে জালগোঠা 'হঠাৎ পেট্ৰিযট' সাহিত্যিক নহয। সমাজৰ য'তেই অন্যায়-অনীতি, ভ্ৰষ্টাচাৰ, পক্ষপাতিত্ব দেখা পাইছে তাতেই ৰামচৰণ ব্ৰহ্মাৰ সাহিত্যই গৰ্জি উঠিছে। জীৱনলৈ বহু ভাবুকিও আহিছে। তথাপি কলম থমকি ৰোৱা নাই। এই সাহিত্যৰাজি আজিৰ সৃষ্টি নহয। ছাত্ৰাৱস্থাতে ইযাৰ বীজ অঙ্কুৰিত হৈছিল। এতিযা সাৰ পানী পাই শ্ৰীবৃদ্ধি হৈছে মাথোন। সাহিত্যৰ মূল কথা হৈছে মৌলিকতা। সেয়েহে কোৱা হয - "A poet is born, not made' সাহিত্যিকো জন্মে। ইফাল সিফাল কৰি জোৰা তাপলি দি সাহিত্যিক হ'ব নোৱাৰি।

ৰামচৰণ ব্ৰহ্মৰ সাহিত্য-প্ৰতিভা ছাত্ৰ অৱস্থাৰ পৰাই বিকশিত হৈছিল— বিশেষকৈ হাইস্কুল জীৱনৰ পৰা ব্ৰহ্মদেৱৰ অন্তৰত সাহিত্যৰ বীজ অঙ্কুৰিত হৈছিল। ধমধমা হাইস্কুলত অষ্টম শ্ৰেণীত পঢ়ি থাকোতে 'বিকাশ' নামৰ হাতেলিখা আলোচনী এখন ব্ৰহ্মই সম্পাদনা কৰি উলিয়াইছিল। ই নৱম শ্ৰেণীলৈকেই অব্যাহত আছিল। দশম শ্ৰেণীত পঢ়ি থাকোতে ধমধমা হাইস্কুলৰ মুখপাত্ৰ 'মুকুল' আলোচনীখন ৰামচৰণ ব্ৰহ্মই সম্পাদনা কৰি উলিযাইছিল। তাতো তেওঁ বিভিন্ন ধৰণৰ কবিতা আৰু চুটি চুটি তত্ত্বগধুৰ প্ৰবন্ধ লিখি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। বিশেষকৈ "পূজ্য বিনোবাজীৰ মাৰ্গ দৰ্শনত এভুমুকি" - নামৰ প্ৰবন্ধটোত অকল বিনোবাজীৰ দৰ্শনেই প্ৰকাশ পোৱা নাই, গোটেই ভাৰতীয় দৰ্শনৰ ওপৰত নিপুণভাৱে আলোকপাত কৰিছে। এতিয়াও সেই পাণ্ডিত্যপূৰ্ণ ব্যাখ্যাবোৰ পঢ়িলে এজন হাইস্কুলৰ ছাত্ৰই লিখা যেন নালাগে, যেন এজন দাৰ্শনিকে দৰ্শনৰ কথাহে ব্যাখ্যা কৰি গৈছে তেনেকুৱা লাগে।

ৰামচৰণ ব্ৰহ্মই ভালদৰে বুজি পাইছিল যে 'সাহিত্য জাতিৰ দাপোন।' সেই কাৰণে তেওঁ সমাজখনৰ বিভিন্ন সময়ৰ স্বৰূপ সাহিত্যৰ মাজেৰে প্ৰতিফলিত কৰিবলৈ ধৰিলে। সময় আৰু পৰিধিৰ মাজত থাকি সমাজ-সভ্যতাৰ অগ্ৰগতিৰ দিক-দৰ্শনৰ বাবে ব্ৰহ্মই সংকল্প গ্ৰহণ কৰিলে। সমাজ আৰু সাহিত্যৰ ওতপ্ৰোত সম্বন্ধ। সমাজক নেওচি সাহিত্য বৰ্তি থাকিব নোৱাৰে আৰু সাহিত্যক বাদ দি সমাজখনৰ আলোচনা কৰিব নোৱাৰি। সেইকাৰণেই ব্ৰহ্মই সমাজখনৰ সকলো দিশ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক, ভাষিক, সাংস্কৃতিক, ধৰ্মীয় ইত্যাদি সকলো দিশৰ বাস্তৱ সমস্যা, সংঘাট আদি সাহিত্যৰ মাজেৰে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। সাহিত্যই যিদৰে সমাজৰ ওপৰত গুৰুত্বপূৰ্ণ ভূমিকা আৰু প্ৰাধান্য বিস্তাৰ কৰে সেইদৰে ৰামচৰণ ব্ৰহ্মৰ লিখনিসমূহৰ জৰিয়তে সমাজখনলৈ এটা গতিশীল পথ দিবলৈ চেষ্টা কৰা দেখা যায়। তেওঁ লিখনিত আছিল এটা স্বাধীনচিন্তীয়া মনোভাব, নিস্বাৰ্থতা, নিৰ্ভীকতা আৰু স্পষ্টবাদিতা। যিবোৰ গুণে সাহিত্যৰ আৰু সাহিত্যিকৰ মানদণ্ড উন্নত কৰে, সমাজক গতিশীলতা প্ৰদান কৰে সেই আটাইবোৰ দিশ ৰামচৰণ ব্ৰহ্মৰ সাহিত্যৰাজিৰ মাজেৰে প্ৰতিফলিত হৈছে।

ৰামচৰণ ব্ৰহ্ম অসমীয়া আৰু বড়োভাষী পাঠকৰ বাবে অতি আপোন আৰু চিনাকি নাম। অসমৰ বিভিন্ন বাতৰি কাকত, মুখপত্ৰ আৰু আলোচনীত বিভিন্ন বিষয়ৰ ওপৰত সমসাময়িক প্ৰবন্ধ-পাতি লিখি তেওঁ অসমীয়া আৰু বড়ো ভাষা সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। বিশেষকৈ অসমৰ সামাজিক, ঐতিহাসিক, ধৰ্মীয়, ভাষা বিষয়ক, মানৱতাবাদ, সাম্যবাদ ইত্যাদি বিষয়ৰ সম্পৰ্কত সময়োপযোগী আৰু বিজ্ঞানসম্মতভাৱে লিখি অসমীয়া সমালোচনা সাহিত্যক চহকী কৰা ৰামচৰণ ব্ৰহ্ম বড়ো সমাজৰ পৰা কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ পিছতে ওলাই অহা আন এজন শ্ৰেষ্ঠ অসমীয়া। অসমীয়া সাহিত্যক অনুদ্ধিংসা, গবেষণা, যুক্তিবাদী আৰু প্ৰগতিবাদী চিন্তা-চৰ্চাৰ বৈশিষ্ট্যই তেওঁৰ লিখনিসমূহক অতি মনোগ্ৰাহী আৰু প্ৰাঞ্জল কৰি তুলিছে। যি কোনো বিষয়ৰ ওপৰত

নিজস্ব দৃষ্টিভংগী আৰু তথ্য-সমৃদ্ধ আলোচনা আগবঢ়াই অসমৰ বহুভাষিক সমাজৰ সমন্বয় সাধনত তেওঁ যি অৰিহণা আগবঢ়াই গৈছে তাৰ তুলনা পাবলৈ নাই। সেই কাৰণে কব পাৰি যে ৰামচৰণ ব্ৰহ্ম সমগ্ৰ অসমবাসীৰ কাৰণে আদৰ্শৰ প্ৰতীক আৰু অনুকৰণীয়। ১৯৭২ চনত সাহিত্যিক শশী শৰ্মাৰ উদ্যোগত গেৰুবাত গঠন হোৱা ধ্ৰুৱজ্যোতি সাহিত্য সভাখো ৰামচৰণ ব্ৰহ্ম সম্পাদক নিৰ্বাচিত হৈছিল। তেতিযাৰ পৰাই তেওঁ সাহিত্যৰ বহল পথাৰত সোমাবলৈ সুযোগ পায়।

সঁচাকৈ ৰামচৰণ ব্ৰহ্ম অসমৰ এগৰাকী আগশাৰীৰ প্ৰগতিশীল বুদ্ধিজীৱী। বিশ্ববিদ্যালয়ৰ উচ্চ উপাধিহীন যিকেইগৰাকী বিশিষ্ট ব্যক্তিয়ে অসমৰ ভাষা, সাহিত্য, সমাজ-সংস্কৃতি আৰু শিক্ষাৰ উত্তৰোত্তৰ বিকাশ সাধনত গুৰুত্বপূৰ্ণ ভূমিকা বহন কৰিছে সেইসকলৰ ভিতৰত অন্যতম ব্যতিক্ৰমধৰ্মী ব্যক্তিজনেই হ'ল ৰামচৰণ ব্ৰহ্ম। তেওঁ জীৱনৰ উদ্দেশ্য আৰু লক্ষ্য হিচাপে বাছি লৈছিল লেখাকে সৰ্বোৎকৃষ্ট উৰ্বৰ সৃষ্টিৰ কঠীয়াতলী হিচাপে। সাহিত্য সৃষ্টি আছিল তেওঁৰ ফচল। অনেক ঘাত-প্ৰতিঘাত আৰু বিপৰ্যযৰ মাজতো তেওঁৰ একমাত্ৰ সাহস আৰু প্ৰেৰণাৰ উৎস কলমটো আলফুলে সাবটি ধৰি অসীম ধৈৰ্য আৰু মনোবল লৈ লিখি গৈছিল অবিৰামভাৱে। সমাজৰ সৰ্বাংগীন বিকাশৰ বাবে আত্মনিয়োগ কৰি গৈছিল বাবেই তেওঁৰ সকলো চিন্তা সমাজ বাস্তৱমুখী আৰু সাহিত্য-সৃষ্টিৰাজিও গণমুখী। সাম্প্ৰতিক কালৰ সামাজিক ৰাজনৈতিক, আৰ্থিক সংকট, সন্ত্ৰাস, সাম্প্ৰদায়িকতা, ভাতৃঘাটী, সংঘৰ্ষ, মনুষ্যত্বহীনতা, সংকীৰ্ণতা তথা বিশ্বভাতৃত্বৰ সংকটপন্ন অৱস্থাৰ মাজতেই ৰামচৰণ ব্ৰহ্মই প্ৰগতিবাদী চিন্তাৰে সোঁতৰ বিপৰীতে লিখি গৈছিল। সমাজৰ দুৰ্নীতি, ভ্ৰষ্টাচাৰ, ব্যভিচাৰ, অন্যায় আদি তেওঁৰ চকুত পৰিলে সেইবোৰে তেওঁৰ অন্তৰ ব্যথিত কৰিছিল আৰু সেইবোৰ কলমেৰে লিখি মনৰ প্ৰতিবাদ, ক্ষোভ, বেদনা প্ৰকাশ কৰিছিল বাতৰি কাকত আৰু আলোচনীৰ জৰিয়তে। অসমবাণী, দৈনিক অসম, নীলাচল, নাগৰিক, বড়ো ভাষাৰ বাৰ্তালোচনী 'বনজাৰ' আৰু 'ৰাদাৱত'ত লেখাৰ উপৰিও তেওঁ 'অগ্ৰদূত' কাকতত আৰম্ভণিৰে পৰা মৃত্যুৰ আগমুহূৰ্তলৈ লিখি আছিল। স্মৃতিগ্ৰন্থ আৰু অন্যান্য আলোচনীতো তেওঁৰ চিন্তামূলক বহুতো প্ৰবন্ধ, কবিতা, শ্লেষকথা, সমালোচনামূলক প্ৰবন্ধ আৰু গল্প প্ৰকাশ পাইছে।

ৰামচৰণ ব্ৰহ্ম যেনেদৰে এগৰাকী সমাজৰ দায়বদ্ধ লেখক, সাহিত্যিক তেনেদৰে সমাজ সচেতন চিন্তাশীল বুদ্ধিজীৱীও। বৰ্তমান যুৱ-মানসিকতা আৰু বৰ্তমান সমাজ ব্যৱস্থাৰ বাবে তেওঁ জগৰীয়া কৰিছে আমাৰ সমাজ ব্যৱস্থা, শিক্ষা ব্যৱস্থা, শিক্ষা বিভাগ আৰু শিক্ষক সমাজক। তেওঁ বাৰে বাৰে কৈছিল - 'আত্মকেন্দ্ৰিক স্বাৰ্থপৰ, লেতেৰা মনৰ, হিতাহিত জ্ঞান শূন্য, অদূৰদৰ্শী, চৰিত্ৰহীন, অৰ্থসংগ্ৰহত মত্ত আজিৰ যুৱ সমাজৰ সদগুণবোৰৰ স্বয়ম্ভু অধিকাৰী হৈ নপৰিলে আজিৰ সমাজ এনে বিশৃংখল হৈ নপৰিলেহেঁতেন।'

আচাৰ্য বিনোৱা ভাবেৰ নীতি আৰু আদৰ্শেৰে তেওঁ উদ্বুদ্ধ হৈ জীৱনৰ বাটত খোজ দি আহিছিল। তেওঁ বৰ্তমানৰ শিক্ষানীতিক উল্লেখ কৰি এই বুলি সমালোচনা আগবঢ়াইছে (১) সিদ্ধান্ত বিহীন ৰাজনীতি (২) শিষ্টাচাৰবিহীন শিক্ষা (৩) চৰিত্ৰবিহীন জ্ঞান (৪) সাধুতাবিহীন বাণিজ্য (৫) বিবেকহীন জ্ঞান (৬) শ্ৰমহীন সম্পদ সংগ্ৰহৰ অবসান নঘটিলে কেতিয়াও সমাজৰ উন্নতি সাধন হ'ব নোৱাৰে। এই তেওঁ উদাত্ত কণ্ঠেৰে আৰু গভীৰ আত্ম-প্ৰত্যয়েৰে কৈ গৈছে যে এনেকুৱা শিক্ষাব্যৱস্থা আৰু সমাজব্যৱস্থাই সমাজৰ ৰূপান্তৰ সাধনত প্ৰগতিশীল মানুহক কেতিয়াও অনুপ্ৰাণিত কৰিব নোৱাৰে। তথ্য-সমৃদ্ধ নিৰ্ভীক বক্তব্য ৰামচৰণ ব্ৰহ্মৰ লিখনিৰ এক বিশেষ বৈশিষ্ট্য পৰিলক্ষিত হয়। ব্ৰহ্মই সাহিত্য সংস্কৃতিৰে নহয় ভাষা, লিপি, শিক্ষা সমাজতত্ত্ব আদি ভিন ভিন দিশৰ ওপৰত আলোকপাত কৰি বিভিন্ন প্ৰবন্ধ কথিকা-সমালোচনা লিখি বড়ো আৰু অসমীয়া সাহিত্যিৰ ভঁৰাল, সমৃদ্ধ কৰি গৈছে। অসমৰ বাতৰি কাকত-আলোচনীত গৱেষণামূলক তত্ত্বগধুৰ প্ৰবন্ধপাতি লিখি অসমৰ পঢ়ুৱৈ সমাজত অতি চিনাকি হৈ পৰাৰ উপৰিও ছয়ৰ এজন প্ৰতিষ্ঠিত লেখক সমালোচক সাহিত্যিক হিচাপে সমাদৰ লাভ কৰিব পাৰিছে। ৰামচৰণ ব্ৰহ্মৰ গ্ৰন্থ সমূহ হ'ল - (১) শৰণীয়া সকল কোন জাতিৰ মানুহ, (২) বিশ্ববিদ্যালয়ৰ ভাষা অসমীয়া নে ইংৰাজী, (৩) বহু ভাষিক অভিধান, (অন্যতম সম্পাদক) (৪) বড়ো ইংৰাজী-হিন্দী-সৌদৌব বিহুং (স্বীকৃত সম্পাদক) (৫) ৰামচৰণ ব্ৰহ্মৰ ৰচনাৱলী প্ৰথম খণ্ড আৰু দ্বিতীয় খণ্ড, (৬) ভাৰতৰ বিশ্ববিদ্যালয়সমূহৰ মাধ্যম আৰু প্ৰদেশানুসাৰে তালিকা, (৭) কুঁহিপাত (কবিতা) অপ্ৰকাশিত, (৮) মহাত্মা গান্ধীনি জিউ খৌৰাং (বড়ো), (৯) গীতা বেৰেমাদৈ (বড়ো) অপ্ৰকাশিত, (১০) ঋগ্বেদ সংহিতা (অনুবাদ) অপ্ৰকাশিত আৰু হস্ত, (১১) ভ্ৰমণ বৃত্তান্ত (অপ্ৰকাশিত), (১২) শ্ৰীমদ্ভাগৱত গীতা (বড়ো) অপ্ৰকাশিত। উক্ত গ্ৰন্থসমূহ অধ্যয়ন কৰিলে জানিব পৰা যায় যে ৰামচৰণ ব্ৰহ্মৰ অধ্যয়নপুষ্টতা আৰু প্ৰকাশৰ গভীৰতাৰ বাবে তেওঁৰ সৃষ্টি ৰাজিৰ ধাৰাবাহিকতা অতি সুন্দৰভাৱে প্ৰতিভাত হৈছে। ৰূপকোৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ দৰে তেওঁৰ লেখাসমূহত ব্যক্তি, সমাজ, জাতীয় জীৱন আৰু মানব জাতিক গতিশীল কৰি তোলা আৰু মংগলময় কৰি তোলাৰ লক্ষ্য দৃষ্টিগোচৰ হয়। লোক-সাহিত্য আৰু সংস্কৃতি-চৰ্চাৰ লগতে তেওঁ নিগূঢ় ভাৱে ধ্ৰুপদী সাহিত্য চৰ্চাত আৰু অনুৰূপ কৰ্মত মনোনিবেশ কৰা বাবে নিত্য-নৈমৈত্তিক কাৰ্যসমূহ সম্পাদন কৰিও জ্ঞানৰ প্ৰতি যথেষ্ট আগ্ৰহান্বিত হ'ব পাৰে। ফলত তেওঁৰ মানসিক পৰিমণ্ডল আধ্যাত্মতত্ত্বৰ আলোকেৰে উদ্ভাসিত।

ষাঠিৰ দশকৰ সময়ত অসমত বাবা বিনোবাজীৰ ভূ-দান, গ্ৰামদান আন্দোলনত যোগদানেৰে সামাজিক কাম আৰম্ভ কৰা ৰামচৰণ ব্ৰহ্ম এজন মহাত্মা গান্ধীৰ দৰ্শন আৰু সৰ্বোদয় বিচাৰধাৰাত বিশ্বাসী আৰু অনুগামী লোক আছিল। ভূদান, গ্ৰাম্যদান আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি টুপলীয়া আৰু ইয়াৰ ওচৰ-চুবুৰীয়া গ্ৰামদান গাঁও লেকৰা,

ঠালকুছি, নিছলামাৰী, বগুলামাৰী আদি গাঁও নির্মাণৰ বাবে উঠি পৰি লাগে। ঠিক সেই সময়তে টুপলীয়াত উচ্চ মাধ্যমিক শিক্ষাৰ বাবে হাইস্কুল স্থাপন কৰিবলৈ যো-জা কৰে। টুপলীয়া গ্রামদান গ্রামসভাৰ সম্পাদকৰ দায়িত্বত থকা সত্ত্বেও এই অঞ্চলৰ বাইজে তেওঁক শিক্ষকৰ পদত নিযুক্তি দিযে। উল্লেখযোগ্য যে ৰামচৰণ ব্রহ্ম বাপুজী বিদ্যাপীঠ হাইস্কুলৰ প্রথমজন নিযুক্তিপ্রাপ্ত শিক্ষক আছিল। ইংৰাজী ১৯৬৪ চনৰ ২৬ জানুৱাৰী তাৰিখৰ পৰা তেওঁ বাপুজী বিদ্যাপীঠৰ প্রতিষ্ঠাপক শিক্ষক হিচাপে কৃতিত্ব পোৱাৰ যোগ্য। সেইদিনৰ পৰাই টুপলীয়া গাওঁপঞ্চায়ত আৰু ইয়াৰ আশে-পাশে থকা অঞ্চলত 'জ্ঞান-শিক্ষাৰ' এগচি চাকি 'Light house of knowledge and wisdom'- হিচাপে বাপুজী বিদ্যাপীঠ হাইস্কুলক গঢি তুলিবলৈ ৰামচৰণ ব্রহ্মাই আপ্রাণ চেষ্টা চলাই গৈছিল। নিজৰ ভৱিষ্যৎ জীৱনৰ আশা-আকাঙ্ক্ষা জলাঞ্জলি দি একাণপতীয়াভাৱে লাগি থাকি উক্ত হাইস্কুলখন পূর্ণাংগ ৰূপত ৰূপায়িত কৰাত তেওঁৰ চেষ্টা, পৰিশ্রম আৰু ত্যাগ এই অঞ্চলৰ উত্তৰ পুৰুষৰ বাবে এটা জীৱন্ত নিদর্শন হৈ ৰ'ল। শিক্ষক বৃত্তিৰ মাজেৰেই তেওঁ অবিৰামভাৱে বিভিন্ন ভাষাৰ সাহিত্য, বেদ, বেদান্ত, পুৰাণ, গীতা, ভাগৱত আদি অইন ধর্ম শাস্ত্রও অধ্যযন কৰে আৰু লগে লগে সাহিত্য চর্চা কৰিবলৈ হাতত কলম তুলি লয। সেযে আজি ৰামচৰণ ব্রহ্মাই আমাৰ মাজত অসমীযা আৰু বড়ো ভাষাৰ প্রতিষ্ঠিত লেখক আৰু সমালোচক। ৰামচৰণ ব্রহ্ম আৰু তেওঁৰ সহযোগী সংগীসকলে তেনে এখন স্কুল স্থাপন কৰি সম্পূর্ণ তেৰ বছৰ কাল প্রায বিনা বেতনে খাটি স্কুলখন গঢ়ি তুলিছিল। ৰামচৰণ ব্রহ্মাই নীৰৱ সাধনাৰ ফলত নিজকে এজন সুলেখক হিচাপে যেনেকৈ প্রতিষ্ঠা কৰিব পাৰিছে তেনেকৈয়ে অধ্যয়নপুষ্ট জ্ঞানেৰে এজন কৃতি শিক্ষক হিচাপেও নিজকে সফল কৰি তুলিছে। সমসাময়িক জ্ঞানৰ বাবে অধ্যযন চলাই নেথাকিলে এজন ভাল শিক্ষক হব নোৱাৰে। বিশ্বকবি গুৰু ৰবীন্দ্র নাথ ঠাকুৰে কৈছে "A teacher can never truely track unless he is still learning himself A lamp can never light another lamp unless it continues to learn into own flame The teacher who has come to the end of his subject who has no living traffic with his knowledge lent merely repeats his lesson to his students can only load their minds He cannot quicken them "

এইখিনিতে উল্লেখনীয যে ৰামচৰণ ব্রহ্মাৰ মাতৃ ভাষা অসমীয়া নোহোৱা সত্ত্বেও তেওঁৰ নিজৰ শিকোৱা বিষয অসমীযা ভাষাটোৰ ওপৰত যথেষ্ট দখল আছিল বোলাতকৈ তেওঁক অসমীযাৰ লগতে বড়ো ভাষাৰ ওজা বুলি ক'লেহে বেছি প্রযোজ্য হ'ব। উক্ত অর্হতা থকা কাৰণেই তেওঁ বড়ো অভিধান সংকলন আৰু স্মৃতিগ্রন্থ আদি আলোচনীৰ সম্পাদনাৰ নিচিনা গধুৰ দায়িত্বত নিযোজিত হৈছিল।

"Midwife brings forth, nurses, brought uptutor train and master

teach "- এই শাৰী কথাৰ সাৰ্থকতা ৰামচৰণ ব্ৰহ্ম পাঠদান ক্ষেত্ৰত দেখিবলৈ পোৱা যায়। নিজৰ বিষয় বস্তু ওপৰত গভীৰ জ্ঞান (Mastership) থকা কাৰণে শ্ৰেণীত ছাত্ৰ-ছাত্ৰীক পাঠদানত কৃতিত্ব অৰ্জন কৰিব পাৰিছিল।

শিক্ষকজন শিক্ষাৰ্থীৰ সৈতে ওতঃপ্ৰোতভাৱে সংযুক্ত থাকি শিক্ষাদান নকৰিলে সেই শিক্ষাৰ সাৰ্থকতা নেথাকে। ৰামচৰণ ব্ৰহ্মৰ ক্ষেত্ৰত এইটো লক্ষণীয় কথা যে তেওঁ যিবোৰ শ্ৰেণীৰ ল'ৰা-ছোৱালীৰ সৈতে নিবিড়ভাৱে জড়িত হৈ পৰে। আনকি প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ নাম আৰু সিহঁতৰ জ্ঞানৰ তোখৰ খবৰ ৰাখে। নিজৰ বিষয়-বস্তুৰ ওপৰত যথেষ্ট দখল থকাৰ বাবে ৰামচৰণ ব্ৰহ্মাই শ্ৰেণীত পাঠদান কাৰ্যত প্ৰতিটো পাঠকে বুজিব আৰু গম পাবলৈ বিভিন্ন উৎসৰ পৰা প্ৰসংগ টনি আনি পাঠটোৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ মনযোগ আকৰ্ষণ কৰিব পাৰে তাৰ বাবে পাঠটো কৰি তোলে মনোগ্ৰাহী। বন্ধু-বান্ধৱৰ লগত ৰগৰ বা ৰসিকতা কৰা তেওঁ স্বভাৱ সুলভ গুণ। এই গুণ থকাৰ কাৰণে তেওঁ যেনেকৈ সুবক্তা হ'ব পাৰিছে তেনেকৈয়ে শ্ৰেণীত পাঠদান কাৰ্যতো ছাত্ৰ-ছাত্ৰীৰ লগত ৰসিকতা কৰি শ্ৰেণীটোক দুগুণে উজ্জীৱিত কৰি তুলিব পাৰিছিল আৰু নিৰস বিষয়বোৰ ৰসাল কৰিব পৰা গুণ তেওঁৰ আছিল। তেওঁৰ সৰল, সৰৰ, ৰসিকতা, সদা হাস্য ব্যক্তিত্বৰে সহবাসী শিক্ষক বন্ধু-বান্ধৱীবৰ্গৰ আৰু ছাত্ৰ সমাজকো মোহিত কৰি ৰাখিব পৰাটো তেওঁৰ এটা ডাঙৰ বৈশিষ্ট্য। অকল কথাৰেই সৎ উপদেশ দিয়েই তেওঁ ক্ষান্ত নাথাকি "Example is better the Precept" ৰ যথাৰ্থতা ৰাখি অতি সক্ৰিয় ভাৱে ছাত্ৰ সমাজক আৱশ্যক মতে হাতে-কামে সহায় কৰাতো তেওঁৰ এটা মহৎ গুণ। ছাত্ৰ একতা সভাৰ বাৰ্ষিক অধিবেশন বা আন উৎসৱবোৰতো তেওঁক ছাত্ৰ সমাজৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত আছিল। তেনে এজন শিক্ষকে ছাত্ৰ-ছাত্ৰীক শাৰীৰিক শাস্তি দিয়া কথাটো ভাবিবই নোৱাৰি। তেওঁ দুষ্ট ছাত্ৰক শাৰীৰিক শাস্তি দিয়াৰ পৰিবৰ্তে চোকা ভাষাকে মানসিক শাস্তি দিয়া আৰু শাসন কৰাটো তেওঁৰ ডাঙৰ গুণ। নিয়মানুবৰ্ত্তিতা ৰামচৰণ ব্ৰহ্মৰ এটা লক্ষণীয়া গুণ। দহ বজাত স্কুল আৰম্ভ হয় আৰু ইয়াৰ আগতে তেওঁ বিদ্যালয়ত হাজিৰ হয়। নিজা ক্লাচ নাথাকিলেও সদায় ছুটীৰ শেষলৈ বিদ্যালয়ত উপস্থিত আছিল। সময়ে সময়ে অনুষ্ঠিত হোৱা বিদ্যালয়ৰ শিক্ষক গোটৰ সভাত বিদ্যালয়ৰ বিভিন্ন বিষয়লৈ হোৱা আলোচনাত ব্ৰহ্মাই গঠনমূলক পৰামৰ্শ প্ৰদান কৰিছিল। তেওঁৰ এটা অনুসন্ধিৎসু মন আছিল। তেওঁ বহুত বাহিৰা কিতাপ অধ্যয়ন কৰিছিল। সেয়েহে তেওঁৰ লেখা আৰু আলোচনাবোৰত অধ্যয়নপুষ্ট মনৰ প্ৰকাশ পাইছিল। অধ্যয়নস্পৃহা তেওঁৰ চৰিত্ৰৰ অন্যতম গুণ। বিদ্যালয়ত অনুষ্ঠিত তৰ্কসভা বা অন্যান্য সভাবোৰত তেওঁ অংশ গ্ৰহণ কৰি নানা সু-পৰামৰ্শ দিছিল। সাহিত্য-সংস্কৃতিৰ দিশত ৰামচৰণ ব্ৰহ্ম একনিষ্ঠ সেৱক আছিল। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে আলোচনা চক্ৰলৈ ব্ৰহ্মাক নিমন্ত্ৰণ কৰিছিল আৰু সেই আলোচনাবোৰত তেওঁ ৰাইজৰ পৰা ভূয়সী প্ৰসংশা লাভ কৰিছিল। তেওঁৰ অধ্যয়নপুষ্ট

মন আৰু জ্ঞানৰ গভীৰতাৰ বাবে আলোচনা-বিলোচনাবোৰ উচ্চ স্তৰৰ হৈছিল। বক্তৃতা প্ৰদানৰ বাবে অসমৰ বিভিন্ন ঠাইৰ পৰা নিমন্ত্ৰণ পাইছিল।

ৰামচৰণ ব্ৰহ্ম বাপুজী বিদ্যাপীঠৰ প্ৰতিষ্ঠাপক শিক্ষক, কিন্তু তেওঁ শ্ৰেণী কোঠালীৰ মাজত ছাত্ৰ-ছাত্ৰীৰ লগত পাঠদান কৰা শিক্ষকেই নহয় বহল-ব্যাপক বিশাল সমাজৰো শিক্ষক। তেওঁ গান্ধী-বিনোবাৰ আদৰ্শৰ অনুগামীও আছিল। আমাৰ দৃঢবিশ্বাস, মাৰ্ক্সৰ দৰ্শনৰ সমন্বয় গঢ় লৈ নুঠে মানে ভাৰতীয় সমাজৰ যে নতুন ভৱিষ্যৎ আশা কৰিব নোৱাৰি আৰু শান্তিপূৰ্ণ সহঅৱস্থানৰ পৰিবেশো গঢ় লৈ উঠিব নোৱাৰে তাক ৰামচৰণ ব্ৰহ্মই দৃঢ়তাৰে বিশ্বাস কৰিছিল আৰু সেই সত্য উপলব্ধি তেওঁৰ লেখাৰ মাজেদি, বক্তৃতাৰ মাজেদি, প্ৰাণস্পৰ্শী ভাষাৰে জনগণৰ আগত নিবেদন কৰিছিল। সংকীৰ্ণতা বা বিচ্ছিন্নতাৰ স্থান ৰামচৰণ ব্ৰহ্মৰ চিন্তা, কথা আৰু কাৰ্যত নাছিল। বিশ্বৰ সকলো ভাল কথাবোৰ আহি চিত্তে ঠাই লওঁক। তেৰেঁ জীৱনৰ আদৰ্শ বুলি অনুভৱ কৰাৰ থল আছে কাৰণ এই বাণী তেওঁ প্ৰায়েই চিঠি-পত্ৰ আদিৰ মাধ্যমতো প্ৰচাৰ কৰিছিল। যি সময়ত শিক্ষা-দীক্ষা লাভ কৰা মানুহ মাত্ৰেই প্ৰায় ব্যক্তিকেন্দ্ৰিক ৰূপে প্ৰতিপন্ন হৈ পৰিছে সেই সময়তো ৰামচৰণ ব্ৰহ্মই সমাজমুখী হৈ থকাটো সামান্য ঘটনা নহয়।

ৰামচৰণ ব্ৰহ্ম সৰু কালৰে পৰা অতি সাধু আৰু সৰল প্ৰকৃতিৰ লোক আছিল। ন্যায়ৰ বাহিৰে অন্যায় কেতিয়াবা কৰাৰ নজীৰ নাই। দুখীয়াক সহায়-সাহায্য কৰাৰ উপৰিও অনুষ্ঠান প্ৰতিষ্ঠান আদিত দান বৰঙণি দিয়াতো তেওঁ একপ্ৰকাৰ সিদ্ধ লোক আছিল। এনেবোৰ কাৰ্যত কোনো লোকে তেওঁৰ পৰা বিমুখ হ'ব লগা নহৈছিল বা হোৱাও নাছিল। গাঁৱৰ কোনো লোকৰ কিবা বিপদ আপদ আদিত আগধৰি খা-খবৰ লোৱা তাৰ বিহিত ব্যৱস্থাৰ বাবে দিহা পৰামৰ্শ দিয়াটো তেওঁৰ প্ৰথম লক্ষ্য আছিল। সেয়েহে তেওঁক সকলোৱে ভাল পাইছিল আৰু পৰম শ্ৰদ্ধা কৰিছিল। ৰামচৰণ ব্ৰহ্মই সভা-সমিতিত দিয়া ভাষণৰ পৰা বুজা যায় যে সঁচাকৈয়ে তেওঁ এজন নিৰ্ভীক সাহিত্যিক আৰু সাহিত্য-গৱেষক। প্ৰতিখন মেল মিটিঙতে ভাষণ দি মানুহৰ মন-হিয়া জুৰোৱা কাৰ্যই তাৰ প্ৰমাণ বহন কৰে। ৰামচৰণ ব্ৰহ্মই গাঁৱৰ বা নিজ অঞ্চলটোৰ সকলো শ্ৰেণীৰ মানুহৰ উন্নতি হোৱাটো কামনা কৰিছিল। দুৰ্নীতি নিৰ্মূল কৰাৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা চলাই গৈছিল। এনেবোৰ কাৰ্যৰ বাবে ৰামচৰণ ব্ৰহ্মক গাঁও আৰু সমাজ নিৰ্মাতা ৰামচৰণ ব্ৰহ্ম বুলি বহুতে কয়।

ৰামচৰণ ব্ৰহ্ম অতি নিৰ্জু, কষ্টসহিষ্ণু আৰু সাধাৰণ জীৱন-যাপন কৰা লোক আছিল। ল'ৰালিকালৰ পৰা ৰামচৰণ ব্ৰহ্মৰ আদৰ্শ আছিল 'Simple living and high Thinking' বাহ্যিকতাই মানুহক মহৎ নকৰে, অন্তৰৰ মহানুভৱতাইহে মানুহক মহৎ কৰে। তেওঁৰ পোছাক-পৰিচ্ছদ আছিল অতি সাধাৰণ। আঁঠুৰ ওপৰত উঠা এখন চুৰিয়া

আৰু গাত সাধাৰণ এটা বগা কামিজ। ভৰি দুখন আছিল খালী। মহাত্মা গান্ধী বিনোবাৰ দৰ্শনেই আছিল তেওঁৰ জীৱনৰ দিশ নিৰ্ণায়ক পথপ্ৰদৰ্শক। ভূদান যজ্ঞৰ বাবে সন্ত বিনোৱা বাবাই পদব্ৰজে ভাৰত ভ্ৰমণ কৰি যেতিয়া খাতিকুছি, ধমধমা, গেৰুৱাত পদাৰ্পণ কৰিছিল বিনোৱাজীৰ অমৃতবাণী শুনিবলৈ ৰামচৰণ ব্ৰহ্মাইও সহযাত্ৰী হৈ ঘূৰি ফুৰিছিল। বাবাৰ প্ৰেম-অমৃতৰ বাণীয়ে তেওঁৰ জীৱনৰ সঞ্জীৱনী।

সৰুৰেপৰা ৰামচৰণ ব্ৰহ্ম আছিল স্পষ্টবাদী। ক'লাক ক'লা বগাক বগা বুলি নিৰ্ভীকভাৱে কব পাৰিছিল। তেওঁ এগৰাকী মিতভাষী, মিষ্টভাষী, চিন্তাশীল সমাজ সচেতক দায়বদ্ধ ব্যক্তি। গান্ধী-বিনোবাৰ সৰ্বোদয়ৰ নীতি আদৰ্শত অনুপ্ৰাণিত হৈ ব্ৰহ্মাই মানবীয় মূল্যবোধ আৰু সততাপূৰ্ণ জীৱনৰ বাবে সদায় চেষ্টা কৰিছিল। তেওঁ আছিল বিভিন্ন জাতি-গোষ্ঠী সম্প্ৰদায়ৰ সমন্বয় সাধক সংহতিৰ প্ৰতীক। তেওঁ সতৰ্ক কৰিছিল যে গোষ্ঠীদ্বন্দ্ব পৰিহাৰ কৰি আমি একতাৰ ডোলেৰে সমাজখনৰ উন্নতি কৰিব লাগিব। কিযনো প্ৰতিটো জনগোষ্ঠীৰ মাজত ভাষা সংস্কৃতিক লৈ দ্বন্দ্ব হ'লে সম্প্ৰীতিৰ এনাজৰীডাল ছিন্ন ভিন্ন হৈ পৰে। ফলত ৰক্ত বীজৰ অংকুৰে গজালি মেলে। তেওঁ উনুকিয়াই দিছিল "যিযে নিজৰ মাতৃৰ মৰ্যাদাৰ কথা বুজে সি আনৰ মাতৃৰ কথাও বুজা উচিত। নিজৰ ভাষা-সংস্কৃতিক মৰ্যাদা দিয়াৰ লগতে আনৰ ভাষা-সংস্কৃতিকো মৰ্যদা দিব লাগিব। ইয়াৰ অন্যথা সৃষ্টি হব সংঘাতৰ।

ৰামচৰণ ব্ৰহ্ম এজন ব্যক্তি নহয়, যেন এটা সমাজৰ হিতকৰ সংগঠন বা অনুষ্ঠানহে। বহুজাতিক আৰু বহুভাষিক সমাজখনত ঐক্যবদ্ধ কৰি ৰাখিবলৈ তেওঁ যি অৰিহণা আগবঢাই গৈছে সি অনুপম তুলনাবিহীন। তেওঁ লিখিছিল "ভায়ে ভায়ে, ইটোৱে সিটোক ধ্বংস কৰি কাৰ বাবে তোমালোকে স্বৰ্গ ৰচনা কৰিবলৈ ওলাইছা। পৃথিৱীত যদি তোমালোকে শৌৰ্য-বীৰ্যশীল সুসভ্য জাতি হিচাপে জীয়াই থাকি আত্মপ্ৰতিষ্ঠা লাভ কৰিব খুজিছা তেনেহলে আত্মধ্বংসৰ কাৰ্য বন্ধ কৰা। এয়া আছিল ব্ৰহ্মৰ কাতৰ আহ্বান। প্ৰকৃততে গণতান্ত্ৰিক শান্তিপূৰ্ণ সহঅৱস্থানৰ দৃঢ সমৰ্থক ৰামচৰণ ব্ৰহ্মাই ই জীৱন দৰ্শনৰ জ্বলন্ত নিদৰ্শন। ৰামচৰণ ব্ৰহ্মাৰ অমোঘ বাণী আৰু মানৱ জীৱনৰ বাস্তৱ আদৰ্শবোৰ আমাৰ সকলোৰে অনুকৰণীয়

# সীতানাথ ব্ৰহ্মচৌধুৰী

**বজ্ৰেশ্বৰ বসুমতাৰী**

সীতানাথ ব্ৰহ্ম চৌধুৰীৰ জন্ম ১৯০৮ চনৰ ৮ অক্টোবৰৰ দিনা পূৰ্বৰ কোকৰাঝাৰ মহকুমাৰ আৰু বৰ্তমানৰ চিৰাং জিলাৰ অন্তৰ্গত ভালুকমাৰী গাঁৱত। তেওঁ মনবাৰুৰ ষষ্ঠ সন্তান আছিল। পিতৃ মনবাৰুৱে নিজৰ ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ প্ৰতি সচেতন আৰু যথেষ্ট মনোযোগী আছিল। দুখৰ কথা সীতানাথ ব্ৰহ্মচৌধুৰীৰ চাৰি বছৰ বয়সতে মাতৃৰ বিয়োগ হোৱাত বাযেকহঁতৰ মৰম চেনেহতহে ডাঙৰ দীঘল হয়। দেউতাকে দ্বিতীয়া পত্নী বিয়া কৰিছিল। কিন্তু মাহীমাকৰ লগত তেওঁৰ ভাল সম্পৰ্ক নাছিল। সেই কাৰণে তেওঁ প্ৰায়ে ঘৰৰ পৰা আঁতৰত থাকি আৰু ঘূৰি ফুৰি ভাল পাইছিল। এনেদৰে হাবিৰ মাজে মাজে পৰ্বতৰ শিখৰে শিখৰে ঘূৰি ফুৰাটো পিছলৈ গৈ তেওঁৰ এটা চখত পৰিণত হ'লগৈ। ফলস্বৰূপে তেওঁ ভাবুক আৰু দৰদী মন এটা লাভ কৰিবলৈ সক্ষম হৈছিল। ঘৰুৱা পাৰিবাৰিক ক্ষেত্ৰত নিঃসঙ্গতা আৰু অসহায়তা পৰিবেশে তেওঁৰ জীৱনক দৃঢ় সংকল্প আৰু স্বাভিমানী কৰি তুলিছিল।

স্কুললৈ যোৱাৰ বয়স হোৱাত শিক্ষা লাভৰ হেতু পিতৃ মনবাৰুৱে সীতানাথ ব্ৰহ্মচৌধুৰীক স্কুললৈ পঠোৱাৰ কথা ভাবিলে। কিন্তু অতি দুখৰ বিষয় যে সেই সময়ত উক্ত অঞ্চলত স্কুল বুলিবলৈ নাছিল। সেই কাৰণে বিদ্যানুৰাগী মনবাৰুৱে নিজৰ হাউলীৰ ঘৰ এখনতে স্কুল প্ৰতিষ্ঠা কৰিবলৈ দি সদানন্দ নামৰ এজন ব্যক্তিক শিক্ষকতাৰ দায়িত্ব দিছিল। উক্ত স্কুলতে সীতানাথ ব্ৰহ্ম চৌধুৰীয়ে শৈশৱ কালৰ শিক্ষা আহৰণ কৰিছিল। কিন্তু দুখৰ বিষয় সেই সময়ত শিক্ষা কি বস্তু সেই ঠাইৰ মানুহে বুজাই নাছিল। গতিকে স্কুলখন বৰ্তি নাথাকিল। তাৰ পিছতহে দেউতাকে ঘিলাগুৰী গাঁৱত নতুনকৈ প্ৰতিষ্ঠা হোৱা স্কুলখনতে সীতানাথক নাম ভৰ্তি কৰি দিছিলগৈ। সৰুৰে পৰা সাধুকথা শুনি সীতানাথে কিছু নৈতিক শিক্ষা লাভ কৰিছিল বিশেষকৈ বংশী গাঁৱৰ গাওজ্রু নামৰ আইতাৰ সাধুৰ ছলেৰে কোৱা সাধু কথা সদৃশ কাহিনীবোৰেও শিশু সীতানাথক এক প্ৰকাৰ নৈতিক শিক্ষা দিছিল। তিল তিল বিলৰ পাৰত থকা ঘিলাগুৰীৰ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা সাং কৰাৰ পিছত ভালুকমাৰীৰ পৰা প্ৰায় চাৰি মাইল দূৰৰ পুথিমাৰী মজলীয়া বিদ্যালয়ত গৈ তেওঁ নাম লগাই লয়। এই বিদ্যালয়খন লঙা নামৰ সৰু এখন নদীৰ পাৰত অৱস্থিত আছিল। এই

বিদ্যালয়তে পঢ়ি থকা কালতে তেওঁৰ এটা ভাবুক মনৰ উমান পোৱা গৈছিল। লঙা নৈৰ পাৰত বহি ডেকা সীতানাথ ঘণ্টাৰ পিছত ঘণ্টা ভাৱত বিভোৰ হৈ থাকিছিল। এই লঙা নদীটো সীতানাথৰ বাবে যেনেকৈ শৈশৱ আৰু কৈশোৰৰ খেলৰ লগৰী আছিল তেনেকৈ ই যৌৱনৰ প্ৰেমৰ লগৰীও আছিল। যাৰ ফলত তেওঁ বহুতো কবিতা লিখিছিল, গান গাইছিল আৰু এক নৱ জীৱন লাভ কৰিছিল।

১৯২৩ চনত পুঠিমাৰী এম ভি স্কুলৰ পৰা তেওঁ ছাত্ৰ বৃত্তি পৰীক্ষা পাছ কৰিছিল। ইয়াত পঢ়ি থকা কালতেই তেওঁৰ কাব্যিক জীৱন আৰম্ভ হৈছিল। প্ৰিয় লঙাৰ পাৰত বহি প্ৰথমে কিবাকিবি ভাবিছিল আৰু ভাবি ভাবি কেতিয়াবা হঠাৎ কান্দিও পেলাইছিল। তাৰ পিছত মনৰ ভিতৰতে কিবা কিবি গুণ-গুণাইছিল আৰু অৱশেষত কাগজ পেঞ্চিল হাতত লৈ সেই গুণ-গুণনিখিনি শব্দ ব্ৰহ্মাত ৰূপান্তৰিত কৰিছিল এনেকৈয়ে তেওঁ কবিতা ৰচনা কৰি কবি হিচাপে কিশোৰ অৱস্থাতে পৰিচয় দিবলৈ সক্ষম হৈছিল।

এম ভি স্কুলৰ পৰীক্ষা পাছ কৰাৰ পিছত আৰু নতুন সমস্যাই দেখা দিলে এইবাৰ উচ্চ শিক্ষা লয় ক'ত? ধুবুৰীৰ বাহিৰে এই অঞ্চলত দ্বিতীয় এখন উচ্চ বিদ্যালয় নাই। সেই সময়ত পিতৃ মনবাৰু বৃদ্ধ হৈ অহা হেতুকে ককায়েক শোভাৰামে পিতৃৰ ব্যৱসায়ৰ দায়িত্ব মূৰপাতি লৈছিল। অতি কম দিনৰ ভিতৰতে শোভাৰামৰ অৱস্থা ভাল হৈ আহিছিল। তেওঁ সীতানাথক ধুবুৰীত উচ্চ শিক্ষা দিওৱাৰ ব্যৱস্থা কৰিলে। লঙাৰ পাৰৰ কবি লুইতৰ পাৰ পালে। লুইতৰ পাৰে কবি মন আৰু জীৱনক অধিক আলোড়িত কৰিলে। অধ্যয়নৰ লগে লগে সীতানাথে কবিতাও লিখিবলৈ ধৰিলে। কেৱল লিখাই নহয়, তেওঁ ককাইদেউৰ উৎসাহত 'কমল-কলি' নামৰ কবিতা পুথিখন ছপা কৰি উলিয়াইছিল। এই পুথিখনৰ সম্পৰ্কে ধুবুৰীত বহা অসম সাহিত্য সভাৰ মঞ্চৰ পৰা সু-সাহিত্যিক আনন্দ চন্দ্ৰ আগৰৱালাই এই বুলি মন্তব্য কৰিছিল—"বৰ সুখৰ বিষয় যে এই জিলাৰ এজন কোমল বয়সীয়া ছাত্ৰই এই বয়সতে 'কমল-কলি' নামে এখন সুন্দৰ পদ্যৰ পুথি লিখি উলিয়াইছে তেওঁৰ নাম শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰী। আশা কৰোঁ কালত এই ল'ৰাটি সুকবি হ'ব"

কিন্তু ইতিমধ্যে এজন এজনকৈ তেওঁৰ ককায়েক শোভাৰাম ব্ৰহ্ম চৌধুৰী আৰু পিতৃ মনবাৰু ব্ৰহ্ম চৌধুৰীয়ে ১৯২৭ চনত ইহলোক ত্যাগ কৰে। শোভাৰামৰ মৃত্যুত তেওঁ অসহায় হৈ পৰে। তেওঁৰ স্মৃতিত তেওঁ 'কৰ্মবীৰ' নামে এটি কবিতা ৰচি 'কমল-কলি'ত সংযোজিত কৰে। তেতিয়া দ্বিতীয়জন ককাইদেউ নিবাৰণ চন্দ্ৰ ব্ৰহ্মচৌধুৰীৰ ওপৰতে ঘৰৰ সকলো দায়িত্ব আহি পৰে। তেওঁও আই এ লৈকে পঢ়া-শুনা কৰা শিক্ষিত আৰু সমাজসেৱক আছিল। শোভাৰামৰ মৃত্যুৰ পিছত কাঠৰ ব্যৱসায়ৰ সমস্ত দায়িত্ব তেওঁ বহন কৰিবলগীয়া হয়। প্ৰথম অৱস্থাত ব্যৱসায়ত

তেওঁ দোপত দোপে উন্নতি কৰিছিল যদিও হঠাতে ব্যৱসায় বেযাৰ ফাললৈ ঢাল খালে ফলত সীতানাথৰ আৰ্থিক সম্বলেই নাইকিয়া হয় আৰু পঢ়া-শুনাত ব্যাঘাত ঘটে। এনে অৱস্থাত সীতানাথে শিক্ষা আহৰণৰ মনৰ বাঞ্ছা পূৰণাৰ্থে তেজপুৰত থকা সম্বন্ধীয় ককাযেক ডাঃ জীনাৰাম নাৰ্জাৰীৰ আশ্ৰয় ললেগৈ। ধুবুৰীৰ পৰা গৈ তেজপুৰ হাইস্কুলত নাম ভৰ্তি কৰিলেগৈ। সেই সময়তে চৰ্দাৰ গোপালচন্দ্ৰ ৰাভাৰ (কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ দেউতাক) পৰিয়ালৰ সম্পৰ্কলৈ তেওঁ আহে আৰু অৱশেষত এই পৰিয়ালৰ লগতে সীতানাথৰ বৈবাহিক সম্বন্ধও স্থাপিত হয়। চৰ্দাৰ গোপাল চন্দ্ৰ ৰাভাৰ জীয়ৰী আৰু কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ ভগ্নী কমলাৰ লগত তেওঁ বিবাহ পাশত আৱদ্ধ হয়। কিন্তু বৰ দুৰ্ভাগ্যৰ কথা যে বিবাহৰ মাত্ৰ তিনি মাহ পিছতে সাধাৰণ এটা বেমাৰত ভুগি কমলাই ইহলীলা ত্যাগ কৰিছিল এনে সময়তে ডাঃ নাৰ্জাৰীৰ বদলি হৈ শিৱসাগৰলৈ যাবলগীয়া হোৱাত সীতানাথকো লগত লৈ যায তেওঁ সীতানাথক শিবসাগৰ হাইস্কুলত নাম লগাই দিছিল সীতানাথে শিবসাগৰ হাইস্কুলত মনপুতি পঢ়িবলৈ লাগিছিলহে মাথোন সেই সময়তে ডা নাৰ্জাৰী আকৌ অইন ঠাইলৈ বদলি হৈ যায। তেতিয়া সীতানাথৰ মেট্ৰিক পৰীক্ষাৰ শেষান্ত বৰ্ষৰ ছাত্ৰ আছিল। গতিকে এনেকৈ ঘূৰি ফুৰিব লগীয়া হলে মেট্ৰিক পাছ কৰাই নহ'ব বুলি ভাবি তেওঁ বিষ্ণুপ্ৰসাদ ৰাভাৰ ভিনীয়েক ডাঃ লাবাৰাম মেচৰ লগত থাকিবলৈ ললে। কিন্তু দুৰ্ভাগ্যৰ কথা যে ডাক্তৰ মেচো কিছুদিনৰ পিছত বদলি হৈ যাবলগীয়া হ'ল। এনে অবস্থাত চূড়ান্ত আৰ্থিক দুৰৱস্থা সত্বেও বাকী কেইটা মাহ তেওঁ স্কুল হোষ্টেলত থাকিবলৈ ললে। ইযাত পঢ়ি থকা অৱস্থাতে তেওঁ সু-সাহিত্যিক ৰিপুনাথ বুঢ়াগোহাঁইৰ সংগ লাভ কৰে। বুঢ়াগোহাঁইৰ সংগই তেওঁৰ সাহিত্যিক জীৱন উজ্জ্বলতৰ হোৱাত প্ৰভূত বৰঙণি যোগাইছিল। ফলস্বৰূপে 'আবেগ' আৰু 'চকুলো' নামৰ দুখন কাব্য গ্ৰন্থ লিখি প্ৰকাশ কৰিব পাৰিছিল।

নানা বাধা-বিঘিনিৰ মাজতো ১৯৩০ চনত তেওঁ শিবসাগৰ হাইস্কুলৰ পৰ মেট্ৰিক পৰীক্ষা দি প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল। ইতিমধ্যে ককাযেক নিবাৰণ ব্ৰহ্মচৌধুৰীৰ ব্যৱসায় উন্নতি হোৱাত সীতানাথৰ ভাগ্য উদয় হয়। তেওঁ ভাযেক সীতানাথক কটন কলেজত নামভৰ্তি কৰাই দি শিক্ষিত কৰাৰ দায়িত্ব মূৰপাতি লয়। এনেদৰে এৰাধৰাকৈ শিক্ষা আহৰণ কৰি ১৯৩৩ চনত কটন কলেজৰ পৰা তেওঁ আই এ আৰু ১৯৩৬ চনত বি এ পৰীক্ষা পাছ কৰিছিল তাৰ পিছত তেওঁ গুৱাহাটীৰ আৰ্ল'ল কলেজত আইন পঢ়িবলৈ আৰম্ভ কৰিছিল যদিও আৰ্থিক অনাটনত ভুকুলা-ভুপুৰ হৈ মাজ ভাগতে আইন পঢ়াৰ পৰা বিৰত থাকিবলগীয়া হয়। এনেদৰে নানা বাধা-বিঘিনি, ঘাত-প্ৰতিঘাত আৰু ব্যাথা-বেদনাৰ মাজেৰে তেওঁৰ শিক্ষা জীৱন পৰিসমাপ্তি ঘটে।

**কৰ্মজীৱন ঃ**

শিৱসাগৰত পঢ়ি থকা কালতে সীতানাথে গীতি-কবি পদ্মধৰ চলিহাৰ সংস্পৰ্শলৈ আহে। তেওঁ সীতানাথৰ কাব্য ৰচনাক প্ৰভূতভাৱে প্ৰেৰণা উৎসাহ-উদ্দীপনা যোগাইছিল। ছাত্ৰ জীৱনতে তেওঁ ভালেকেইজন নেতা আৰু সু সাহিত্যিকৰ সংস্পৰ্শলৈও আহিছিল। যাৰ ফলস্বৰূপে তেওঁৰ মন আকাশত নানা জল্পনা-কল্পনাই ভুমুকি মাৰিছিল। ১৯২৬ চনত ধুবুৰীত যেতিয়া অসম সাহিত্য সভাৰ নৱম বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হৈছিল তেতিয়া গোৱালপাৰা জিলাক লৈ আৰু অসমৰ মাজত বাদ-বিবাদ টনা আঁজোৰা লাগিছিল। এই সভা আচলতে গোৱালপাৰাক বংগ বা অসমৰ অন্তৰ্ভুক্তিৰ নিৰ্ণায়ক আছিল. বেনুধৰ ৰাজখোৱাদেৱৰ সভাপতিত্বত হোৱা এই অধিৱেশনত সাহিত্যৰথী বেজবৰুৱাকে ধৰি ভালেকেইজন বিশিষ্ট সাহিত্যিক আৰু দেশভক্ত তৰুণৰাম ফুকনকে ধৰি ভালেকেইজন দেশনেতাও উপস্থিত আছিল। গোৱালপাৰাৰ থলুৱা বাসিন্দাসকলে গোৱালপাৰাক বংগ নাইবা অসমত অন্তৰ্ভুক্তি কৰাৰ ক্ষেত্ৰত দ্বিধাগ্ৰস্ত হৈ পৰিছিল। গোৱালপাৰাৰ অধিক সংখ্যক জমিদাৰ শ্ৰেণীৰ লোকসকলৰ সম্পৰ্ক কলিকতাৰ লগত ঘনিষ্ঠভাৱে থকাত এওঁলোকে মুখ খুলি ক'ব পৰা নাছিল। বৰঞ্চ দুই এজনে অসমীয়া ভাষাৰ বিৰোধিতাহে কৰিছিল। এনে এক জটিল সন্ধিক্ষণত অনুষ্ঠিত সভাখন বিতৰ্কেৰে ভৰপূৰ হৈছিল। সকলো চকু কেৱল সফল ডেকা সীতানাথৰ ওপৰত পৰিছিল যদিও সীতানাথে গোৱালপাৰাক বংগৰ অন্তৰ্ভুক্ত কৰাৰ দুৰ্ঘোৰ বিৰোধিতা কৰিছিল।

বাল্যকালৰ পৰাই সীতানাথ ব্ৰহ্মচৌধুৰীদেৱৰ গাত নেতৃত্বৰ গুণ পৰিলক্ষিত হৈছিল। কাৰণ ধুবুৰী হাইস্কুলত পঢ়া কালতে তেওঁ সমনীয়া ছাত্ৰসকলৰ নেতৃত্ব দিছিল। হাইস্কুলীয়া জীৱনতে তেওঁ মাতৃভূমিৰ মুক্তিৰ সংগ্ৰামৰ ধ্বজা বহনকাৰী মহামানব মহাত্মা গান্ধীৰ বাণী কাণপাতি শুনিছিল আৰু সেই সময়ৰ সংগ্ৰামী জনগণলৈ প্ৰত্যক্ষভাৱে আৰু পৰোক্ষভাৱে কামত সহায়-সহযোগ আগবঢ়াইছিল সেই সময়ত তেওঁৰ বৰ ককায়েক শোভাৰাম ব্ৰহ্মচৌধুৰীৰ যত্নত 'বড়ো মহাসভা' বড়োসকলৰ শিক্ষা-দীক্ষা আৰু সমাজ সংস্কাৰ আদিৰ কামত আগুৱাই গৈছিল সেই সময়ৰ বড়ো নেতা সতীশ চন্দ্ৰ বসুমতাৰী আৰু ৰূপনাথ ব্ৰহ্ম আদিৰ সমাজ সেৱায়ো সীতানাথ ব্ৰহ্মচৌধুৰীদেৱক প্ৰভূত আকৃষ্ট কৰিছিল ফলশ্ৰুতি হিচাপে শিক্ষা অৰ্জন কৰিয়েই তেওঁ সমাজ সেৱামূলক কামত আত্মনিয়োগ কৰে। সেই সময়লৈকে কোকৰাঝাৰৰ বাহিৰে ধুবুৰী মহকুমাৰ উত্তৰ-পূব দিশৰ অঞ্চলত এখনো উচ্চ শিক্ষানুষ্ঠান নাছিল। সীতানাথ ব্ৰহ্মচৌধুৰীয়ে উক্ত অঞ্চলৰ মুখ্যস্থান বঙাইগাঁৱত ১৯৩৯ চনৰ পৰা বসতি কৰিবলৈ ল'লে। সেই সময়ত ইয়াত এখন হাইস্কুল প্ৰতিষ্ঠা কৰাৰ আৱশ্যকতা অনুভৱ কৰি সেইমতে কামত হাত দিয়ে পিছে ভাল কামতো বাধা বিঘিনি দিয়া মানুহ থাকে. ভালেমান লোকে তেওঁৰ এই কামত বিৰোধিতা

কৰিলে। কিন্তু ব্ৰহ্মচৌধুৰী নিজ সিদ্ধান্তত সুদৃঢ় অলৰ-অচৰ। তেওঁ বিদ্যালয় প্ৰতিষ্ঠা কৰিবই। সেই কাৰণে আৰ্থিক সম্বল নোহোৱাকৈয়ে বীৰঝৰা হাইস্কুল স্থাপনৰ কাম হাতত ল'লে আৰু কঠোৰ পৰিশ্ৰম কৰাৰ ফলত অতি কম দিনৰ ভিতৰতে বীৰঝৰা হাইস্কুলখন পূৰ্ণাংগ ৰূপত দেখা দিলেহি। শিক্ষকৰ অভাৱ পূৰণ কৰিবলৈ তেওঁ নিজৰ সেৱাও কিছুদিনৰ বাবে আগবঢ়ালে। ১৯৩৯ চনৰ ৮ মাৰ্চৰ দিনা উক্ত স্কুলখনৰ আনুষ্ঠানিক প্ৰতিষ্ঠা ঘোষণা কৰা হৈছিল।

১৯৪৬ চনত সীতানাথ ব্ৰহ্মচৌধুৰী ধুবুৰী লোকেল বোৰ্ডৰ ভাইচ চেযাৰমেন নিৰ্বাচিত হয় তাৰ এবছৰ পিছতে স্কুলবোৰ্ডৰ সদস্যও মনোনীত হয়। এই সময়তে ব্ৰহ্মচৌধুৰীৰ স্কুলীয়া দিনৰ সেই প্ৰতিজ্ঞাৰ কথা মনত পৰে। সেই তেতিয়াৰ প্ৰতিজ্ঞা মতে ধুবুৰী মহকুমাৰ বঙলা মাধ্যমৰ স্কুলৰ ঠাইত অসমীয়া মাধ্যমৰ স্কুল প্ৰতিষ্ঠা কৰাৰ কামত অগ্ৰসৰ হয়। ভাইচ চেযাৰমেন নিৰ্বাচিত হোৱাৰ পিছতে তেওঁ ধুবুৰী মহকুমাৰ প্ৰতিখন গাঁও ভ্ৰমণ কৰিবলৈ লয়। ভ্ৰমণ কালত তেওঁ স্পষ্টভাৱে দেখা পালে কেনেকৈ আমাৰ গাঁৱৰ লাখ লাখ মানুহে শিক্ষাৰ অভাৱত অজ্ঞান-এন্ধাৰত পৰি আছে। আনকি যাতাযত পৰিবহণৰ কাৰণে আলি-পদূলি বুলিবলৈ এটাও নাই আৰ্থিক অনাটনৰ কথাতো বাদেই। তেওঁ ভাইচ চেযাৰমেনৰ দায়িত্ব গ্ৰহণ কৰিয়েই এখন স্কুলৰ বাহিৰে ধুবুৰী মহকুমাৰ সকলোবোৰ প্ৰাথমিক স্কুলৰ শিক্ষাৰ মাধ্যম অসমীয়া কৰাইছিল। শিক্ষা পোহৰৰ পৰা বঞ্চিত হৈ থকা বড়ো অধ্যুষিত অঞ্চলতো ব্ৰহ্মচৌধুৰীয়ে নতুন নতুন বহুতো স্কুল প্ৰতিষ্ঠা কৰি শিক্ষা আহৰণৰ পথ দেখুৱাইছিল। আনকি ভালুকমাৰীত তেওঁৰ দেউতাকে প্ৰতিষ্ঠা কৰি উঠাই দিবলগীয়া হোৱা স্কুলখনো পুনৰ প্ৰতিষ্ঠা কৰি দিছিল। এনেদৰে সীতানাথ ব্ৰহ্মচৌধুৰীৰ আন্তৰিক প্ৰচেষ্টাত সমগ্ৰ ধুবুৰী মহকুমাতে অসমীয়া মাধ্যমেৰে শিক্ষা বিস্তাৰ হয় আৰু শিক্ষাৰ পোহৰেৰে অজ্ঞান এন্ধাৰ লাহে লাহে আঁতৰি যায়।

যিকোনো ঠাইৰ উন্নত অনুন্নত যাতাযতৰ পৰিবহণৰ সুবিধা অসুবিধাৰ ওপৰত নিৰ্ভৰ কৰে। যেতিয়া ব্ৰহ্মচৌধুৰীয়ে ধুবুৰী মহকুমাৰ জনজাতি অধ্যুষিত অঞ্চলত বাট-পথৰ কোনো ব্যৱস্থা নোহোৱা দেখিলে তেওঁ যুদ্ধকালীন ক্ষীপ্ৰতাৰে সেই কাম সম্পন্ন কৰিবলৈ হাতত ললে। জনসাধাৰণৰ সহযোগত স্বেচ্ছামূলক শ্ৰমদানেৰে ইখন গাঁৱক সিখন গাঁৱৰে সংযোগ কৰাৰ ব্যৱস্থা কৰিছিল। ইয়াৰ ফলত সৰ্বসাধাৰণ ৰাইজৰ মাজত এক নৱ জাগৰণ সৃষ্টি হৈছিল। সেই সময়ত সীতানাথ ব্ৰহ্মচৌধুৰীয়ে বিদেশী প্ৰব্ৰজনৰ ফলত থলুৱা জনজাতি-অজনজাতিসকল বিতাৰিত হোৱাৰ উপক্ৰম দেখি ব্ৰহ্মচৌধুৰীৰ অন্তৰ কান্দি উঠিল। কাৰণ সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী (তেতিয়া প্ৰধানমন্ত্ৰী) ছাৰ মহম্মদ ছাদুল্লাই পূৰ্ববংগৰ ভূমিহীন মুছলমান কৃষকক অধিক শস্য উৎপাদনৰ নামত অসমলৈ আনি বহুৱাবলৈ ধৰিছিল। ফলত অনেক জনজাতীয় লোকে প্ৰাণ ৰক্ষাৰ নামত নিজ ভেটি মাটি এৰি পলাবলগীয়া হৈছিল। এনে কাৰ্য

প্ৰতিৰোধ কৰি ভৱিষ্যত বংশধৰসকলৰ কাৰণে খেতিৰ মাটি ধৰি ৰখা তথা স্থানীয় লোকৰ গাঁৱৰ পৰা গাঁওবাসীক ৰক্ষা কৰাৰ আৱশ্যকতাৰ কথা ব্ৰহ্মচৌধুৰীয়ে চিন্তা কৰিছিল। তাৰ বাবে সেই সময়ৰ ৰাজহমন্ত্ৰী বিষ্ণুৰাম মেধিৰ কাষ চাপিছিল যদিও তেওঁ কোনো গুৰুত্ব আৰোপ কৰা নাছিল। বৰং সেই সময়ত ৰাজনৈতিক নেতা কিছুমানৰ ৰাজনৈতিক স্বাৰ্থ পূৰণৰ সমল হৈ পৰিল যাৰ ফলস্বৰূপে সম্প্ৰতি কালত অসমবাসীৰ অস্তিত্ব বিপদাপন্ন হৈ পৰিছে। অসম আন্দোলনেও তাৰ কোনো ফল নধৰিলে। আনকি ১৯৮১ চনত আৰু ১৯৮২ চনত এবাৰ নহয় একেৰাহে দুবাৰ অসম সাহিত্য সভাৰ সভাপতিৰ আসন গ্ৰহণ কৰি বিদেশী বহিষ্কাৰ আন্দোলনৰ অসম সাহিত্য সভাক নেতৃত্ব দিছিল।

**ৰাজনৈতিক জীৱন ঃ**

পঢ়া শুনা সমাপ্ত কৰি উঠিয়ে সীতানাথ ব্ৰহ্মচৌধুৰীয়ে ৰাজনীতিৰ পিনে গতি কৰিছিল আৰু কংগ্ৰেছ দলৰ কৰ্মী হিচাপে পুলিচৰ অত্যাচাৰ বলীও হবলগীয়া হৈছিল। আচলতে ১৯৪৬ চনত ধুবুৰী লোকেল বোৰ্ডৰ ভাইচ চেয়াৰমেন পদ গ্ৰহণৰ পৰাহে তেওঁ ৰাজনীতিত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। প্ৰকৃততে তেওঁৰ কৰ্মইহে তেওঁক ৰাইজৰ মাজত টানি নিছিল। তাতেই ৰাজনৈতিক জীৱনৰো আৰম্ভ।

স্বাধীনতাৰ পিছতে ১৯৫২ চনত হোৱা প্ৰথমখন সাধাৰণ নিৰ্বাচনত সীতানাথ ব্ৰহ্মচৌধুৰীয়ে গোৱালপাৰা গাৰোপাহাৰ সংসদীয় সমষ্টিৰপৰা লোকসভালৈ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ কংগ্ৰেছ দলৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল। এই নিৰ্বাচনত তেওঁ বিপুল ভোটত জয়লাভ কৰিছিল। সেই সময়ৰ আন আন সাংসদসকল আছিল ৰোহিণীকুমাৰ চৌধুৰী, সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁই, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আমজেদ আলী, দেৱকান্ত বৰুৱা, দেৱেশ্বৰ শৰ্মা, নেল্সী খংমেন, যোগেন্দ্ৰ নাথ হাজৰিকা আৰু নিবাৰণ চন্দ্ৰ লস্কৰৰদৰে জ্যেষ্ঠ আৰু অভিজ্ঞ ব্যক্তিসকল। তেওঁলোকে যিকোনো সমস্যাতে ব্ৰহ্মচৌধুৰীৰ কাষ চাপিছিল আৰু তেওঁৰ বুদ্ধি পৰামৰ্শ লৈ কাম কৰিছিল।

সাধাৰণতে অসমৰ পৰা নিৰ্বাচিত সাংসদসকলে সংসদত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব নোৱাৰে বুলি এটা অভিযোগ আছে। তাৰ বিপৰীতে কিন্তু ব্ৰহ্মচৌধুৰীয়ে সংসদৰ মজিয়াত গুৰুত্বপূৰ্ণ ভূমিকা লব পাৰিছিল। তাৰ প্ৰমাণ সেই সময়ৰ ৰাষ্ট্ৰপতি ড ৰাজেন্দ্ৰপ্ৰসাদ, উপ-ৰাষ্ট্ৰপতি ডাঃ ৰাধাকৃষ্ণণ আৰু প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ লগত থকা ওচৰ সম্পৰ্কই। নিজ গুণৰ বলত তেওঁ ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ভাৰতীয় অনুষ্ঠানত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল। সংসদীয় সদস্য হিচাপে ব্ৰহ্মচৌধুৰীয়ে ভূটান আৰু নেপাল ভ্ৰমণ কৰাৰ সুযোগ পাইছিল। নেপাল ভ্ৰমণ কালত তেওঁ মহিৰং, বীৰগঞ্জ আদি ঠাইত অতি অল্প সংখ্যক হলেও বসবাস কৰা বড়ো লোকসকলৰ বুজ লৈছিল। সংসদীয় জীৱনত তেওঁ নিজৰ

স্পষ্টবাদিতাৰ বাবে শেষৰ পিনে নেহৰু পৰিয়ালৰ কোপদৃষ্টিত পৰিছিল। কাৰণ সেই সময়ত তেওঁ প্ৰধানমন্ত্ৰীৰ ওচৰত “ভাৰতীয় সংবিধানখন প্ৰকৃতপক্ষে গণতান্ত্ৰিক নহয়” বুলি এটা অতি গুৰুত্বপূৰ্ণ কথা উত্থাপিত কৰিছিল।

স্বাধীনতাৰ প্ৰাক কালত যেনেকৈ গোৱালপাৰাৰ অস্তিত্ব নিঃশেষ হৈ যোৱাৰ উপক্ৰম হৈছিল তেনেকৈ স্বাধীনতাৰ পিছতো বহিৰাগত ভাষা-ভাষীৰ মানুহৰ কূট-চক্ৰান্তত গোৱালপাৰা, খাচী পাহাৰ আৰু কাছাৰক অসমৰ পৰা কাটি নিয়াৰ এক সাংঘাতিক প্ৰচেষ্টা চলাইছিল। গোৱালপাৰাক অসমৰ লগত সংযুক্ত কৰি ৰখাৰ ক্ষেত্ৰত ব্ৰহ্মচৌধুৰীদেৱে নিজৰ প্ৰচেষ্টা অব্যাহত ৰাখিছিল ৰাজ্য পুনৰগঠন আয়োগৰ সন্মুখত যেতিয়া পশ্চিমবংগ আৰু অসমত সংস্থাপিত বঙালীসকলৰ তৰফৰ পৰা অসমক আকৌ খণ্ডিতকৰণৰ দাবী উত্থাপিত হয় তেতিয়া ব্ৰহ্মচৌধুৰীদেৱে আকৌ সক্ৰিয়ভাৱে তাৰ বিৰুদ্ধে প্ৰতিবাদী কণ্ঠ উজাৰে। অসমৰ কাৰণে ৰাজ্য পুনৰ গঠনৰ প্ৰক্ৰিয়া অতি ভয়াবহ আৰু মাৰাত্মক আছিল। অসমৰ মনত বিচাৰিছিল প্ৰাচীন কামৰূপ ৰাজ্যৰ একীকৰণ আৰু বংগভাষীসকলে বিচাৰিছিল থকাখিনিৰ অধিক খণ্ডিতকৰণ বংগৰ ভিতৰে বাহিৰে অসমক গ্ৰাস কৰাৰ এক প্ৰবল ষড়যন্ত্ৰ। এই ষড়যন্ত্ৰৰ বিৰুদ্ধে সমগ্ৰ গোৱালপাৰাতে এটা বিৰাট গণ আন্দোলন গঢ়ি তোলাৰ আলোচনা চলিছিল। অতন্দ্ৰ প্ৰহৰী সীতানাথ ব্ৰহ্মচৌধুৰীয়ে তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি ডাঙৰীয়াক পৰামৰ্শ দিছিল এই আন্দোলনৰ নেতৃত্ব দিবৰ কাৰণে জননেতা শৰৎ সিংহ ডাঙৰীয়াক। শৰৎ সিংহই মুখ্যমন্ত্ৰী মেধিদেৱৰ আদেশ আৰু ব্ৰহ্মচৌধুৰীৰ পৰামৰ্শ মতে শিৰে কান্ধ পাতি এক তীব্ৰ আন্দোলন গঢ়ি তুলিছিল। তেওঁ বঙাইগাঁৱৰ পৰা ধুবুৰীলৈকে লাখ লাখ মানুহৰ এটা সমদল উলিয়ালে। এই সমদল যাত্ৰাই বঙালীসকলৰ দাবীৰ নিঃসাৰতা প্ৰমাণ কৰিলে

এই বিক্ষোভৰ ফলত গোৱালপাৰাত যি আইন-শৃংখলাৰ অৱনতি ঘটিছিল তাৰ কাৰণে ভাৰতৰ তেতিয়াৰ গৃহমন্ত্ৰী গোবিন্দবল্লভ পন্থই বৰ অসন্তুষ্ট হৈছিল মনত ৰাখিবলগীয়া কথাটো হ'ল যে ক্ষুদ্ৰস্বাৰ্থৰ পৰা দূৰৈত থাকি ব্ৰহ্মচৌধুৰীয়ে যি পাৰদৰ্শিতাৰে গোৱালপাৰাক বংগভূমিৰ অন্তৰ্ভুক্ত হোৱাৰ পৰা ৰক্ষা কৰিলে সেই দাবী চিৰদিনলৈ নিৰ্মূল কৰিব পাৰিলে সি আজিও এক জীৱন্ত ইতিহাস হৈ চিৰকালৰ বাবে প্ৰেৰণাৰ উৎস হৈ থাকিল এনেদৰে অসমত ৰে'লৱেৰ মুখ্য কাৰ্যালয় ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ, অসমত তেল শোধনাগাৰ স্থাপন অসমীয়া ৰাজ্য ভাষাৰ আন্দোলন আৰু বিশ্ববিদ্যালয়ৰ মাধ্যম, বিদেশী বহিষ্কাৰ ইত্যাদি প্ৰতিটো দাবীৰ ক্ষেত্ৰতে ব্ৰহ্মচৌধুৰীৰ সহযোগ আৰু উপদেশে আন্দোলনকাৰীক প্ৰেৰণা যোগাইছিল।

**সাহিত্য সাধনা ঃ**

সীতানাথ ব্ৰহ্মচৌধুৰীৰ সাহিত্য সাধনাৰ প্ৰথম স্বীকৃতি দিয়া হয় ১৯৭৫ চনৰ ২০ ফেব্ৰুবাৰীৰ পৰা শিৱসাগৰ জিলাৰ তিতাবৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিবেশনত এক অভিনন্দন-পত্ৰৰ দ্বাৰা। সাহিত্য সভাৰ তৰফৰ পৰা আগবঢ়োৱা এখনি মানপত্ৰত কোৱা হয়— "অসম সাহিত্য সভাৰ ১৯৫৬ চনৰ ধুবুৰী অধিবেশনৰ উদ্বোধক, প্ৰথম ভাৰতীয় লোকসভাৰ অন্যতম সদস্য, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ আজীৱন সেৱক সীতানাথ ব্ৰহ্মচৌধুৰী ডাঙৰীয়াৰ মাজত থকা সুকোমল কবি মনটিৰ পৰিচয় অসমীয়া সাহিত্যৰ পঢ়ুৱৈয়ে কেতিয়াবাই পাই থৈছে। 'নিৰুপমা সৌন্দৰ্যৰ প্ৰতিমা'ৰ অন্বেষণ কৰা কবি ব্ৰহ্মচৌধুৰীৰ প্ৰথম কবিতা পুথি 'কমল-কলি' প্ৰকাশ হৈছিল ১৯২৫ চনত তাৰ চাৰি বছৰ পিছত প্ৰকাশিত হৈছিল 'আবেগ' আৰু 'চকুলো' নামৰ দুখন কবিতাৰ সংকলন। আৱাহন যুগৰ এই গৰাকী কবিৰ কবিতাই অসমীয়া কাব্য সাহিত্যৰ বেদীলৈ আগবঢ়াই যোৱা গন্ধপুষ্প কেইপাহিৰ সৌৰভ এতিয়াও বিয়পি আছে আৰু বিয়পি থাকিব অসমীয়া ভাষা-সাহিত্যৰ অতন্দ্ৰপ্ৰহৰী স্বৰূপ এইগৰাকী দেশপ্ৰাণ ব্যক্তিৰ উদাৰতা তেওঁৰ উজ্জ্বল ব্যক্তিত্বৰ অন্যতম বৈশিষ্ট্য। শ্ৰীব্ৰহ্মচৌধুৰী ডাঙৰীয়ালৈ আমাৰ অভিনন্দন জনালোঁ।"

ইয়াৰ পূৰ্বেও ১৯৫৬ চনত ধুবুৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ মুকলি সভাৰ উদ্বোধক আছিল ব্ৰহ্মচৌধুৰী ডাঙৰীয়া। সেই অধিবেশনত তেওঁ দিয়া উদ্বোধনী ভাষণখিনি কেৱল সাহিত্যিক দিশেৰে নহয় অসমীয়া জাতি গঠনৰ দৃষ্টিৰেও অতি মূল্যবান আছিল। তেওঁ কৈছিল—"ভৈয়ামে পৰ্বতে, নদীয়ে বননিয়ে ভৰা এই অসম অতি সুন্দৰ দেশ। অতীতৰে পৰা ইয়াত নানা জাতি-উপজাতিয়ে বাস কৰি আহিছে। আৰ্য অনাৰ্য, অষ্ট্ৰিক, হিন্দু মুছলমান, বৌদ্ধ জৈন সকলো জাতিৰ সকলো ধৰ্মৰ মানুহ এই দেশত বাস কৰি আহিছে এই সকলো জাতিৰ সকলো ধৰ্মৰ মানুহক দেশ প্ৰেমত উদ্বুদ্ধ কৰি মিলাপ্ৰীতিৰ দোলেৰে বান্ধি ৰখাৰ ভাৰ আপোনালোকৰ বাহিৰে আন কোনেও ল'ব নোৱাৰে। সেয়েহে আপোনালোকৰ সাহিত্য ৰচনা এনে হ'ব লাগে যাতে সকলোৱে নিজৰ বুলি তাক গ্ৰহণ কৰিব পাৰে তাৰ কাৰণে লাগে পৰস্পৰৰ প্ৰতি শ্ৰদ্ধা মৰম, সহানুভূতি, প্ৰত্যেকজন মানুহকে আপোনজন ভাবি লোৱাৰ ক্ষমতা সকলো জাতিৰ সকলো ধৰ্মৰ মানুহৰ প্ৰতি সমান ভাব যদি আপোনালোকে দেখুৱাব নোৱাৰে তেন্তে পাৰিব কোনেও জাতি যদি কছাৰী জাতিৰ দুৰৱস্থাত আপোনালোক কছাৰী জাতিৰ কটূক্তি কৰে, উপলুঙা কৰে কালি যদি খাচীয়া, গাৰোসকলৰ প্ৰতি ইতিকিং কৰা আপোনালোকে দেশত কেতিয়াও মিলা-প্ৰীতি আনিব নোৱাৰে

" অসমৰ নিগাজী অধিবাসী কছাৰী, গাৰো, নগা খাচীয়া প্ৰভৃতি উপজাতিসকলৰ মন আকৰ্ষণৰ কাৰণে সাহিত্যৰ যোগেদি আমি কিবা কৰিব পাৰিছো

নে’ কিবা যত্ন কৰিছোঁ নে’ তেওঁবিলাকৰ ভাষাক আমি যদি আওহেলা কৰোঁ, আমাৰ ভাষা শিকিবৰ আগ্ৰহ তেওঁবিলাকৰ থাকিবনে’ অসমৰ সকলো জাতিৰ লোকগীত, সাধুকথা, ইতিহাস অসমীয়া ভাষাত কেইখন ওলাইছে’ বড়ো ভাষাত কিছুমান প্ৰাচীন সাধুকথা, লোকগীত আৰু কবিতা ইমান সুন্দৰ যে অসমীয়া ভাষাত অনুবাদ কৰি উলিযালে অসমীয়া সাহিত্যৰ জেউতি আৰু চৰিব। অসমৰ এই জাতি, উপ-জাতিৰ ভিতৰত ভাবৰ আৰু আৰু আশা-আকাংক্ষাৰ আদান-প্ৰদানৰ বাটত যি আঁৰকাপোৰ আছে তাক গুচাই দিযাৰ ভাৰ আপোনালোকৰ ।”

১৯৭৭ চনৰ ৫ ফেব্ৰুৱাৰীৰ পৰা অনুষ্ঠিত অসম সাহিত্য সভাৰ স্মৃতিগ্ৰন্থ উন্মোচনৰ সন্মানো লাভ কৰিছিল ব্ৰহ্মচৌধুৰীদেৱে।

১৯৩৯ চনৰ পৰা ব্ৰহ্মচৌধুৰীৰ কৰ্মক্ষেত্ৰ ভালুকমাৰীৰ সলনি বঙাইগাঁও হৈ পৰিল। ইয়াৰপৰাই তেওঁ বিভিন্ন সামাজিক কাম সমাপন কৰিবলৈ ধৰিলে। প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত সুদীৰ্ঘ দহ বছৰ অতিবাহিত কৰাৰ পিছত তেওঁৰ অতিব্যস্ত জীৱনটোক থিতাপি লগাবৰ কাৰণে এগৰাকী লগৰীৰ প্ৰয়োজন হ’ল। সেয়েহে বঙাইগাঁৱৰ ওচৰৰ ঢালীগাঁৱৰ গহীনচন্দ্ৰ ব্ৰহ্মৰ আৰু ৰজনীপ্ৰভা ব্ৰহ্মৰ জীয়েক শ্ৰীমতী অম্বাৱতীৰ লগত ১৯৩৯ চনত তেওঁৰ দ্বিতীয় বিবাহ কাৰ্য সম্পন্ন হয়।

সীতানাথ ব্ৰহ্মচৌধুৰীদেৱৰ মতে বৰ্তমানৰ আমাৰ সাহিত্য সম্পূৰ্ণ উদ্দেশ্যধৰ্মী হ’ব লাগে। এই সময়ত বিভিন্ন জাতি-গোষ্ঠীৰ মাজত সমন্বয় সাধনমূলক সাহিত্য সৃষ্টিৰ ওপৰত তেওঁ সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল। আমাৰ সাহিত্যই যাতে কোনো শ্ৰেণীৰ লোকৰ মাজত বিদ্বেষ ভাব সৃষ্টি কৰিব নোৱাৰে তাক দৃষ্টি ৰাখিব লাগিব। ড সূৰ্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত বুৰঞ্জীত বড়ো বা কছাৰী সম্পৰ্কে থকা মন্তব্যই জাতি গঠন প্ৰক্ৰিয়াত আহুকালৰ সৃষ্টি কৰে, তেওঁলোকৰ মাজত বিৰক্তি আৰু অসন্তোষৰ ভাব জন্মায়। যি সাহিত্যই বা যি বুৰঞ্জীয়ে দেশৰ ভাবীকালৰ লোকসকলৰ মনক উদ্বেলিত কৰিব নোৱাৰে সেই সাহিত্য সাময়িক সাহিত্যহে— “আমাক লাগে এতিয়া জাতি গঠনৰ কাৰণে উপযোগী উন্নত মানৰ সাহিত্য।’

# বিনেশ্বৰ ব্ৰহ্ম

**তৰেণ বড়ো**

বড়ো সাহিত্য সভাৰ সভাপতি, মানৱতাৰ পূজাৰী, জাতিটোৰ কাণ্ডাৰী পুৰুষ-সংহতিৰ প্ৰতীক শ্বহীদ বিনেশ্বৰ ব্ৰহ্ম আমাৰ মাজৰ পৰা আততায়ীৰ নিষ্ঠুৰতাৰ বলি হৈ চিৰদিনৰ বাবে আঁতৰি গল বিগত ১৯ আগষ্ট ২০০০ চনত। তেওঁৰ অকাল মৃত্যুৱে বড়ো জাতি আৰু সমাজৰ অপূৰণীয় ক্ষতি কৰাৰ লগতে এজন মহান ব্যক্তিত্ব সম্পন্ন লোকক হেৰুৱালে। এই অপৰিসীম গুণৰ ব্যক্তিগৰাকীৰ জন্ম হৈছিল, কোকৰাঝাৰ সমষ্টিৰ ভাতাৰমাৰী গাঁৱত ১৯৪৯ চনৰ ২৮ ফেব্ৰুৱাৰীত। তেওঁৰ পিতৃৰ নাম আছিল স্বৰ্গীয় তাৰামণি ব্ৰহ্ম আৰু মাতৃ স্বৰ্গীয়া সোনাথি ব্ৰহ্ম। তাৰামণি ব্ৰহ্ম অঞ্চলটোৰ প্ৰতিপত্তিশালী ব্যক্তি আৰু এজন নিষ্ঠাবান সমাজকৰ্মী হিচাপে সকলোৰে প্ৰিয়ভাজন আছিল।

বিনেশ্বৰ ব্ৰহ্ম সৰুৰে পৰা তীক্ষ্ণবুদ্ধিৰ ছাত্ৰ আছিল। প্ৰাথমিক শিক্ষা তেওঁৰ নিজা গাঁৱৰ প্ৰাথমিক বিদ্যালয় বৃত্তি সহকাৰে উত্তীৰ্ণ হয় আৰু ১৯৫৮ চনত মধ্য ইংৰাজী আৰু কোকৰাঝাৰ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ পৰা দ্বাদশ শ্ৰেণীত প্ৰথম স্থানত উত্তীৰ্ণ হৈ ১৯৬৭ চনত যোৰহাট কৃষি মহাবিদ্যালয়ত নামভৰ্তি কৰি সন্মান সহকাৰে ১৯৭২ চনত বি এছ. ছি (কৃষি) উত্তীৰ্ণ হ'বলৈ সক্ষম হয়। বিনেশ্বৰ ব্ৰহ্মাই কৃষি মহাবিদ্যালয়ত পঢ়ি থকা সময়তে তেওঁ দক্ষতাৰ বাবে ছাত্ৰ একতা সভাৰ অপ্ৰতিদ্বন্দ্বী সাধাৰণ সম্পাদক হিচাপে দায়িত্ব ভাৰ লৈ জেলত সোমাবলগীয়া হৈছিল। সেই সময়ত ৰাজ্য জুৰি তেল সংৰক্ষণৰ আন্দোলন চলিছিল আৰু তেওঁ তাত যোগদান কৰা হেতুকে কলেজৰ পৰাও বৰ্খাস্ত হ'বলগীয়া হৈছিল। অশেষ কষ্টৰ মাজেদি তেওঁ জীৱন অতিবাহিত কৰি গণতান্ত্ৰিক ধাৰাৰে উত্তীৰ্ণ হ'বলৈ প্ৰতিটো পদক্ষেপতে সক্ষম হৈছিল। ছাত্ৰ অৱস্থাতে তেওঁ বহুতো বিপ্লৱী কবিতা আৰু প্ৰবন্ধ, গল্প লিখিও পঢ়ুৱৈ সমাজৰ পৰা সমাদৃত হ'ব পাৰিছিল। সমাজখনৰ প্ৰতি থকা তেওঁৰ কৰণীয় আৰু দায়িত্বৰ প্ৰতিও সজাগ-সচেতন আছিল।

বিনেশ্বৰ ব্ৰহ্মাই নিজৰ দক্ষতাৰ ফলতে ১৯৭২ চনত ধুবুৰী জিলাৰ অন্তৰ্গত অসম কৃষি উদ্যোগত ফিল্ড ডেমোনেষ্ট্ৰেটৰ হিচাপে নিযুক্তি পায়। ১৯৭৫ চনৰ ২৩ এপ্ৰিলত তেওঁ পুষ্পাৰানী ব্ৰহ্মৰ লগত বিবাহ পাশত আবদ্ধ হয়। তেওঁলোকৰ মাজলৈ আহিল ক্ৰমগতভাৱে পুত্ৰ ডেনিয়াল আৰু কন্যা শৰ্মিলা। ১৯৭৮ চনত তেওঁ ভাৰতীয় সাৰ নিগমৰ চাকৰিত যোগদান কৰে। পিছলৈ তেওঁৰ কৰ্ম জীৱনৰ পাৰদৰ্শিতাৰ ফলস্বৰূপে ১৯৭৯ চনত খাদ্য নিগমৰ ডেপুটি মেনেজাৰ হিচাপে নিযুক্তি পায়। পৰৱৰ্তী কালত ১৯৯৮ চনত তেওঁ উত্তৰ-পূৰ্বাঞ্চলৰ মাণ্ডলিক কাৰ্যালয় গুৱাহাটীত যুটীয়া মেনেজাৰ

হিচাপে পদোন্নতি পায। ইয়াৰ আগতে ১৯৮১ চনত তেওঁ পাটনাতো কাৰ্যনিৰ্বাহ কৰিছিল আৰু ১৯৮৩ চনত তেওঁ পুনৰ গুৱাহাটীলৈ ঘূৰি আহে। এই বেলি ব্ৰহ্মই গুৱাহাটীৰ দক্ষিণ শৰণীয়া অঞ্চলত পৰিয়ালসহ থাকিব লয় আৰু বেলতলাৰ ভেটাপাৰা অঞ্চলত মৃত্যুৰ দিনলৈকে থাকিবলৈ লয। এই খিনি সময়ত ব্ৰহ্ম গুৱাহাটীৰ লগতে নামনি অসমৰ বিভিন্ন অনুষ্ঠানৰ লগত জৰিত হৈ পৰিছিল।

তেওঁ ভাৰতীয় খাদ্য নিগমৰ উত্তৰ-পূৱ মাণ্ডলিক কাৰ্যালয গুৱাহাটীত স্থাপন কৰাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। তেওঁ নিগম কৰ্তৃপক্ষ আৰু কৰ্মচাৰীসকলৰ মাজৰ যোগাযোগৰ সেঁতু স্বৰূপ আছিল। ভাৰতীয় খাদ্য নিগমৰ নিচিনা স্পৰ্শকাতৰ ৰাজহুৱা অনুষ্ঠান এটিৰ দাযিত্বশীল বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰি তেওঁ নিষ্ঠা আৰু সততাৰে সমাজসেৱকৰ নিদৰ্শন কৰ্মচাৰী সকলৰ মাজত দাঙি ধৰিবলৈ সমৰ্থ হৈছিল। তেওঁ নিগমৰ সকলো ধৰণৰ - সাংস্কৃতিক, সামাজিক আৰু শৈক্ষিক অনুষ্ঠানসমূহৰ অপৰিহাৰ্য ব্যক্তি আৰু কৰ্ণধাৰ আছিল। সহকৰ্মীৰ প্ৰতি তেওঁৰ অন্তৰভৰা সহানুভূতি আছিল অসীম। "সবাৰো ওপৰত মানুহ সত্য" এই মহামন্ত্ৰেৰে মন-প্ৰাণ ভৰাই চিৰ সুন্দৰ অমৃত আনন্দৰ সন্ধানত ওৰেটো জীৱন ব্ৰতী আছিল। তেওঁ অসমৰ সমূহ জাতি-উপজাতি-জাতীয সত্তাৰ স্বকীয বৈশিষ্ট্য অটুট কৰি মহান অসমীযা জাতি গঠনৰ প্ৰক্ৰিযাৰ কথা দোহাৰিছিল।

বিনেশ্বৰ ব্ৰহ্ম প্ৰকৃতাৰ্থত বড়ো সমাজ, ভাষা, সংস্কৃতি আৰু সাহিত্যৰ এজন অগ্ৰণী বাটকটীযা ব্যক্তি আছিল। নিজৰ মাতৃভাষা আৰু কৃষ্টি সংস্কৃতিক লৈ গৌৰৱ অৰ্জন কৰিব বিচৰা ব্ৰহ্মাই সদাই নিজকে এজন বড়ো হিচাপে চিনাকি দিছিল। সেই বুলি তেওঁ আন ভাষা-ভাষিক, গোষ্ঠী, বা লোকক ঘৃণা কৰা নাছিল বা বেযা পোৱা নাছিল। অসমৰ সকলো থলুৱা জনগোষ্ঠী আৰু জনজাতিসকলক ঐক্যবদ্ধ কৰাৰ বাবে অহৰ্নিশে চেষ্টা চলাইছিল। এনে ধৰণৰ কাম কাজ চিন্তা-চৰ্চাৰ মাজেৰেও তেওঁ বড়ো ভাষাটোৰ উত্তৰোত্তৰ উন্নতিৰ হকে কাম কৰি গৈছিল আৰু বড়ো সাহিত্য সভাৰ বিভিন্ন পদবীত অধিষ্ঠিত হব পাৰিছিল।

১৯৮৮ চনত শোণিতপুৰ জিলাৰ ঢেকিয়াজুলিত অনুষ্ঠিত কেন্দ্ৰীয বড়ো সাহিত্য সভালৈ গুৱাহাটী জিলা বড়ো সাহিত্য সভাৰ এজন প্ৰতিনিধি হিচাপে অংশ গ্ৰহণ কৰি সভাৰ কিছুমান আসোঁৱাহ আঙুলিযাই দি তেওঁ নিজৰ ভাষা আৰু সাহিত্য জ্ঞানৰ পৰিচয দাঙি ধৰিবলৈ সক্ষম হৈছিল। তেওঁ যিকোনো সভা সমিতিৰ ভাষণত বড়ো ভাষা সাহিত্য আৰু জাতিটোৰ প্ৰতিচ্ছবি ডাঙি ধৰিবলৈ সক্ষম হৈছিল। আৰু সংগঠনত নিষ্ঠাবান কৰ্মীৰ অভাব অনুভব উপলব্ধি কৰি ডেকা শক্তিক সাহিত্য সংস্কৃতি আৰু কৰ্ম দৰ্শনৰ মাজেৰে আগবাটি ওলাই আহিবলৈ অকুণ্ঠ আহবান জনাইছিল. সেই সময়ত আবছুৰ সভাপতি বড়োফা উপেন্দ্ৰ নাথ ব্ৰহ্মৰ নেতৃত্বত 'বড়োলেণ্ড' জাতীয আন্দোলনে গঢ়লৈ উঠিছিল। আবছুৰ এই বড়োলেণ্ড আন্দোলনক প্ৰত্যাহ্বান জনোৱা আৰু চৰকাৰী পক্ষই

ইয়াক দমন কৰিবলৈ ১৯৮৯ চনত বড়ো অধ্যুষিত অঞ্চলত যি অত্যাচাৰ উৎপীড়ণ কৰিছিল, - সেই সেই অঞ্চলসমূহত শান্তি সম্প্ৰীতি অক্ষুণ্ণ ৰাখিবলৈ যোৱা সংগঠনৰ ভিতৰত সমন্বয় মঞ্চত , বড়ো সাহিত্য সভাৰ হৈ বিনেশ্বৰ ব্ৰহ্মাই অংশ গ্ৰহণ কৰি প্ৰচুৰ অৰিহণা যোগাইছিল। অশেষ উৎকণ্ঠাৰ মাজেৰে তেওঁ শোণিতপুৰ, লক্ষীমপুৰ আৰু ককিলা কেম্প পৰিদৰ্শন কৰি বিনেশ্বৰ ব্ৰহ্মাই অতিকৈ মৰ্মাহত আৰু আবেগিক হৈ ক্ষোভ উজাৰে আৰু আশ্ৰিত বৰ্ণনাতীত শৰণাৰ্থীসকলৰ অৱস্থা দেখি শোকত চকুপানী টুকিছিল। সেই সময়ত অত্যন্ত আবেগিক সুৰত বিনেশ্বৰ ব্ৰহ্মাই তেওঁৰ ভাষণত আবছুৰ গণতান্ত্ৰিক বড়োলেণ্ড আন্দোলনটো কিছু জাতি ভিন্নলোকে দলবদ্ধ ভাবে মৰিমূৰ কৰিব বিচৰা কাৰ্যক তীব্ৰ ভাষাৰে গৰিহণা দিছিল আৰু সকলো শ্ৰেণীৰ লোকৰ মাজত ঐক্য-সংহতি, প্ৰেম-প্ৰীতি বজাই ৰখাৰ বাবে সকলোকে কাতৰ আহ্বান জনাইছিল। বিনেশ্বৰ ব্ৰহ্মা তৎকালে শান্তি ঘূৰাই অনাৰ বাবে চৰকাৰক বিহিত ব্যৱস্থা আৰু ক্ষতিগ্ৰস্ত লোকসকলক পুনৰ সংস্থাপনৰ ব্যৱস্থা লবলৈ দাবী জনাই আৰু তেনেকুৱা বৰ্বৰ ঘটনাৰ পুনৰাবৃত্তি যাতে নঘটে - তাৰ বাবে সজাগ থাকিবলৈ সকলো পক্ষলৈ আহ্বান জনায়। ইয়াৰ পিছতে বিনেশ্বৰ ব্ৰহ্মাৰ নেতৃত্বত কাপোৰকানি, ঔষধ, খাদ্য সামগ্ৰী সংগ্ৰহ কৰি দুৰ্গত অঞ্চলসমূহ আৰু কেম্পবোৰত সাহায্য আগবঢ়োৱা হয়।

আনহাতে অসম চৰকাৰেও গোষ্ঠীগত সংঘৰ্ষৰ ঘটনা ৰাজিৰ সঠিক বিচাৰ কৰি চোৱাৰ বাবে (Monisona Enquiry Commission) মণিসোনা তদন্ত আযোগ গঠন কৰি দিযে। এই আয়োগৰ ওচৰত আচল তথ্য বা সাক্ষ্য দিযাৰ প্ৰয়োজন আছে বুলি বিনেশ্বৰ ব্ৰহ্মাই বড়ো সাহিত্য সভাৰ তৰফৰ পৰা সাক্ষ্যদান দিয়া উচিত বুলি ভাবি সেই সময়ৰ সভাপতি যোগেন্দ্ৰ কুমাৰ বসুমতাৰী, কাৰ্যনিৰ্বাহকৰ সদস্য তথা বড়ো আৰু এড্‌ভোকেট প্ৰণয় মুছহাৰীক পঠাইছিল। ইযাৰ যাবতীয় খৰচ সম্পূৰ্ণভাবে বহন কৰিছিল বিনেশ্বৰ ব্ৰহ্মাই— জাতিটোৰ একান্ত স্বাৰ্থত।

সেই ঘটনা ৰাজিৰ পাছত ১৯৯০ চনৰ ৩০তম্ বড়ো সাহিত্য সভাৰ অধিবেশনত কেন্দ্ৰীয় সাহিত্য সভাই গুৱাহাটী জিলা বড়ো সাহিত্য সভাই বিভিন্ন দিশত চিন্তা-চৰ্চা কৰি বিনেশ্বৰ ব্ৰহ্মাক সভাপতি হিচাপে লৈ এখনি অভ্যাৰ্থনা সমিতি গঠন কৰিছিল। শেষত পৰিবেশ আৰু পৰিস্থিতিলৈ লক্ষ্য কৰি উত্তৰ গুৱাহাটীত অধিবেশনৰ স্থান নিৰ্ধাৰণ কৰা হৈছিল যদিও পিছলৈ বিশেষ কাৰণত সভাৰ মুখ্য কাৰ্যালয় কোকৰাঝাৰত ২১ আৰু ২২ জুন ১৯৯০ চনত অনুষ্ঠিত হোৱাৰ পাতি সভাপতি বিনেশ্বৰ ব্ৰহ্মাক সাধাৰণ সম্পাদক পদত অধিষ্ঠিত কৰা হয। তাৰ পূৰ্বে তেওঁ All Bodo Employees Federation ৰ কেন্দ্ৰীয় সমিতিৰ যুটীয়া সাংগঠনিক সম্পাদক হৈ আছিল। এই পদত থাকোতেই বিনেশ্বৰ ব্ৰহ্মাই সকলো বড়ো কৰ্মচাৰীৰ নিযুক্তিৰ সমস্যা, পদোন্নতি, ঐক্যৰ হকে মাত মাতিছিল আৰু কৰ্মচাৰী সকলক কৰ্মযোগী হবলৈ আহ্বান জনাইছিল। তেওঁ

কৈছিল - জাতিটোক থিয কৰাবলৈ হলে সততা আৰু নিষ্ঠা সহকাৰে নিজৰ নিজৰ কৰ্মময়জীৱন সুন্দৰকৈ চলাব লাগিব লাগিহে তাৰ ফল পাছলৈ ভোগ কৰিব পৰা যাব।

বিনেশ্বৰ ব্ৰহ্ম বড়ো সাহিত্য সভাৰ সাধাৰণ সম্পাদক হৈ থাকোতে ১৯৯১ চনত হবলগীয়া লোক পিয়ল গণনাত নিজৰ মাতৃ-ভাষাৰ অস্তিত্ব ৰক্ষা কৰি গণতান্ত্ৰিক সাংবিধানিক মতে সকলোৱে নিজৰ নিজৰ অধিকাৰ সাব্যস্ত কৰিব পৰাকৈ নিৰ্ভযে ভাগ লোৱাৰ বাবে বড়ো অধ্যুষিত এলেকাত ভ্ৰমণ কৰি সকলোকে সচেতন কৰি দিছিল। ইযাৰ উদ্দেশ্য আছিল প্ৰত্যেকেই লোক পিযলৰ সময়ত বড়ো সকলৰ জনসংখ্যা কি কাৰণত কমি যায় তাক উদঘাটন কৰা। বিনেশ্বৰ ব্ৰহ্মাৰ এই দৰ্শন অতি সুদুৰপ্ৰসাসী আছিল। কাৰণ বড়ো বা ভৈযাম জনজাতি সকলৰ জাতিটোৰ সুকীযা অস্তিত্ব ৰক্ষা কৰা। তেওঁৰ এই মহান উদ্দেশ্যত সকলো শ্ৰেণীৰ জন-জাতি পিছপৰা লোক সকলে আদৰিছিল আৰু ধন্যবাদ জ্ঞাপন কৰি প্ৰত্যেকেই ইযাৰ সুফলৰ বাবে অহোপুৰুষাৰ্থ চেষ্টা চলাইছিল। বিনেশ্বৰ ব্ৰহ্ম মানব দৰদী হিচাপে সকলো শ্ৰেণীৰ লোকে মানৱ হিচাপে বাচি থকা যি পথ সেইটোৰ পৰম বিশ্বাসী আছিল। যাৰ কাৰণে তেওঁ মানব বিৰুদ্ধ কামবিলাকক একান্ত ভাবে প্ৰতিবাদ আৰু ঘৃণা কৰিছিল। তেওঁ মানৱতাৰ খাতিৰত নিজকে ত্যাগ কৰি হিংসা-বিদ্বেষ আৰু উগ্ৰবাদীৰ বিৰুদ্ধে তীব্ৰ ভাষাত গৰিহণা দিছিল আৰু বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছিল।

ইয়াৰ পাছতে আহিল বড়োলেণ্ড চুক্তি। ১৯৯৩ চনৰ ২০ ফেব্ৰুৱাৰী। ভাৰত চৰকাৰ, অসম চৰকাৰ আৰু বড়োলেণ্ড দাবীদাৰসকলৰ মাজত চহী হ'ল "বড়োলেণ্ড চুক্তি"। ঠিক একেসময়তে ২৫ ফেব্ৰুৱাৰীৰ পৰা দৰং জিলাৰ টংলাত অনুষ্ঠিত হৈছিল বড়ো সাহিত্য সভা অধিবেশন। সেই অধিবেশনতে বিনেশ্বৰ ব্ৰহ্মাক উপ সভাপতি হিচাপে মনোনীত কৰা হয। ইযাৰ পাছত তেওঁৰ কৰ্ম কাৰ্যপন্থা আৰু অৰিহণাৰ প্ৰতি লক্ষ্য কৰি ১৯৯৬ চনত কামৰূপ জিলাৰ গোৰেশ্বৰত অনুষ্ঠিত অধিবেশনত সভাপতি আৰু পুনৰ বঙ্গাইগাঁও জিলাৰ বঙ্গালদোৱাত অনুষ্ঠিত অধিবেশনত ১৯৯৯ চনত পুনৰ সভাপতি ৰূপে মনোনীত হয। সভাপতি হৈ থকা কালছোৱাত বিনেশ্বৰ ব্ৰহ্মাই বড়ো ভাষা সাহিত্য আৰু সংস্কৃতিৰ উন্নতিৰ বাদেও বড়ো সমাজৰ শিক্ষা, অৰ্থনৈতিক সমস্যা, কেনেকৈ সমাধান কৰিব পাৰি তাক সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিছিল। তেওঁ বি এ চি এলেকাত ভাতৃঘাটি সংঘৰ্ষ, হত্যা, লুণ্ঠন, প্ৰতিহত্যা কাৰ্যক তীব্ৰ নিন্দাৰ লগতে কেনেকৈ সমাধা কৰিব পাৰি সেইবোৰহে দিনে-নিশাই চিন্তা চৰ্চা কৰিছিল।

বিনেশ্বৰ ব্ৰহ্মা এজন নিৰ্ভীক আৰু কৰ্মপটুলোক আছিল। তেওঁ কৰ্মক বিশ্বাস আৰু ভক্তি কৰিছিল। তেওঁ Work is worship সূত্ৰত বিশ্বাস কৰিছিল। অবাবত সময় অতিবাহিত কৰিবলৈ বৰ কষ্ট পাইছিল। এলেহুৱা আৰু অকৰ্মণ্য লোকক তিৰস্কাৰ কৰিছিল। দেওবাৰ বা অন্যকোনো বন্ধবাবৰ লগত তেওঁ সম্বন্ধ কথা নাছিল। সময় পালেই

বড়ো সাহিত্য সভাৰ কাৰ্যালয় জয়ভদ্ৰ হাগজেৰ ভৱনলৈ গৈ বহি থাকে। তেওঁ সময়ৰ সোঁতৰ লগত খাপ খুৱাই কাম কৰা ব্যক্তি আছিল। ব্যক্তিগত আৰু কাৰ্যালয়ৰ কামতকৈ বড়ো সাহিত্যৰ, বড়ো জাতিৰ আৰু কোনো লোকৰ বেমাৰ আজাৰৰ কথা শুনিলে সেইবোৰক অগ্ৰাধিকাৰ ভিত্তি স্থান দিছিল। সেইহেতুকে অইন লোকে অৰ্থ সংকটত পৰিলে বা চিকিৎসাৰ কাৰণে টকা-পইচাৰ অভাব দেখিলে তৎক্ষণাত তেওঁৰ জেপত থকা ধনখিনি নিৰ্মোহভাৱে উলিয়াই দি সহায়ৰ হাত আগবঢ়াইছিল।

তেওঁৰ আপ্ৰাণ প্ৰচেষ্টা আৰু উদ্‌গনিত গুৱাহাটীস্থ "জয় ভদ্ৰ হাগজেৰ" ভৱনটোৱে নতুন ৰূপ পাইছিল। ব্ৰহ্ম ডাঙৰীয়াৰ মুখ্য আকাংক্ষা আছিল বড়ো ভাষা সাহিত্য অকাডেমীৰ স্বীকৃতিপ্ৰাপ্ত ভাষা হিচাপে পৰিগণিত হবলৈ ভাৰতীয় সংবিধানৰ ৮ম অনুসূচীত স্থান পোৱাটো, অভিধান আৰু ব্যাকৰণ প্ৰস্তুত কৰা, অনুবাদ সাহিত্য আৰু শিশু সাহিত্যৰ সৃষ্টি কৰা। গুৱাহাটীৰ বাথৌ পুৰীত বড়ো সাহিত্য সভা প্ৰকল্প স্থাপন কৰা, বড়ো ভাষাক ৰাজ্যিক ভাষা হিচাপে ব্যৱহাৰ কৰা, বড়ো ভাষা বৈজ্ঞানিক ভাষালৈ শব্দ প্ৰস্তুত কৰা আৰু কোকৰাঝাৰত থকা ৰূপনাথ ব্ৰহ্ম মেমোৰিয়েল হল তৎকালে নিৰ্মাণ কৰা ইত্যাদি। ব্ৰহ্ম ডাঙৰীয়াৰ সপোন— বড়ো ভাষাক ভাৰতীয় সংবিধানৰ অষ্টম অনুসূচীত অন্তৰ্ভুক্তিৰ বিষয়টোৱে বি টি চি চুক্তিৰ আধাৰত স্থান পালে। তেওঁৰ এটাই কথা আছিল যে সংকীৰ্ণতাবাদ বা ঠেক গণ্ডীৰ পৰা ওলাই আহি বাস্তৱ যুক্তিবাদৰ ওপৰত প্ৰতিষ্ঠিত নহলে বড়োজাতি আৰু এশবছৰ কাল পিছুৱাই যাব। ব্ৰহ্মৰ মতে লিপি সমস্যা সাধাৰণ সমস্যা। যি লিপিকে নোলোৱা হওক কিয় তাক বৈজ্ঞানিক পদ্ধতিৰে ব্যৱহাৰ কৰি ললেই ব্যৱহাৰিক লিপি হিচাপে সকলোৱে অৱশ্যে আঁকোৱালি লব। সেই লিপিৰ জৰিয়তেই এটা ভাষিক গোষ্ঠীৰ ভাষা, সাহিত্যৰ উন্নতি সাধান কৰিব পাৰি। আকৌ তেওঁ লিপি সম্পৰ্কত অসমৰ থলুৱা ভাষা গোষ্ঠী যেনে - গাৰো, ৰাভা, দেউৰী, মিচিং, কাৰবি, ডিমাছা, কছাৰী, কক বৰক সাহিত্য সভাৰ নেতৃবৃন্দৰ লগতো আলাপ আলোচনা কৰিছিল আৰু তেওঁলোকৰ পৰা সু-পৰামৰ্শ বিচাৰিছিল।

বিনেশ্বৰ ব্ৰহ্মাই অতি ব্যস্ততাৰ মাজতো বিভিন্ন ভাষাৰ সাহিত্যৰ কিতাপ অধ্যয়ন কৰিছিল আৰু লেখা-মেলা কামবোৰ নিয়াৰিকৈ কৰিছিল। তেওঁ 'আইনি আৰজ' (১৯৮৮), বাৰদৈ ছিখ্‌লা-(১৯৯১), দুখন কবিতা পুথি আৰু আংনি গামি ভাতাৰ মাৰী ১৯৯৮ চনত প্ৰকাশিত প্ৰবন্ধ পুথিত জাতি প্ৰেম দেশ প্ৰেম আৰু মানৱ প্ৰেমৰ দৰ্শন প্ৰতিফলিত হোৱা দেখা যায়।।

তেওঁৰ 'আইনি আৰজ' কবিতা পুথিত জতীয় প্ৰেম আৰু মাতৃ ভূমিৰ প্ৰতি থকা মৰম প্ৰকাশৰ এফাকি কবিতা - এনেধৰণৰ -

"গাওনি ৰাও ভাও
গাওনি সাঁদীমত্ৰী

মোহৰ মীথাং লানানৈ
আংকুহমাও থাংনানৈ
থানী লুবৈয়ী
আইনি গাৰাং
আইনি ৰাও
বেসে গীদৈ
বেসে মিলৌদী
আং মী জাং মী নী"।।

তেওঁৰ জন্মস্থান ভাতাৰমাৰী গাঁৱৰ কাষেদিয়েই বৈ গৈছে গৌৰাং নদী। তেওঁ বৰ ৰোমান্তিক, হাস্যৰসিক আৰু প্ৰকৃতি প্ৰেমী লোক আছিল। সেই গৌৰাং নদীক লৈ এটি ৰোমান্তিক কবিতা ৰচনা কৰিছিল -

"গৌৰাং গাথীনাও সোনা
গৌৰাং গাথীনাও দুগৈ হৈৰা সোনা
দুগৈ হৈৰা
হাদি দথা জানানৈ
ফাথ্রি বং ফাঙাও বানানৈ
গগে গগে ছেৰজা
দামহৰ গীন।
গৌৰাং গাথীনাও সোনা
নাথুৰ গুৰহৈৰা
গৌৰাং গাথীনাও সোনা
নাথুৰ গুৰহৈৰা
মৌহশী সাওখাৰ জানানৈ
বৈগ্ৰি দংফাঙাও জিৰায নানৈ
থৰে থৰে -
সিফুং দামহৰদীংমীন,
ফালগুন ছৈত্ৰনি
সান্দুং কিনদাও কিনদাও
বাঙ্গা গুদুং গেজেৰ জাং
থাবায সাংৰা সোনা
দাও খথিলং জানানৈ
উৰাযদা ও উৰাযদাও
চাযা হকীন আং।।"

এনেধৰণে তেওঁ বিভিন্ন কাকত, আলোচনীত অলেখ কবিতা, প্ৰবন্ধ লিখি থৈ গৈছে, যিবোৰ আজিও সংকলন কৰি পুথি আকৃতিত প্ৰকাশ হোৱাৰ ব্যৱস্থা লোৱা হোৱা নাই। তেওঁৰ দূৰদৰ্শিতাৰ আন এক নিদৰ্শন হ'ল, তেওঁ বাৰুকৈ অনুভৱ কৰিছিল বড়ো ভাষাৰ সাহিত্যিকসকলৰ অভাৱ-অনাটনৰ কথা। সেইসকলৰ মহৎ উপকাৰৰ বাবে তেওঁ বড়ো সাহিত্য সভাত এটা ন্যাস স্থাপন কৰি বড়ো সাহিত্যিক আৰু লেখকসকলক উদ্‌গনি দিয়াৰ বাবে "সোমেশ্বৰী ব্ৰহ্ম সোঁৱৰণি বঁটা আৰু 'বাংসাৰ' বঁটা দিয়াৰ ব্যৱস্থা কৰি থৈ যায়।

# বিহুৰাম বড়ো

**তৰেণ বড়ো**

১৯৪১ চনত দৰং জিলাৰ এখন সৰু চহৰ বৌতাৰ নিকটবর্তি বেছিমাৰী গাঁৱত বিহুৰাম বড়োৰ জন্ম হৈছিল। তেওঁৰ পিতৃ ৺চন্দ্ৰকান্ত বড়ো আৰু মাতৃ ৺মৰাহশ্বৰী বড়ো। তেওঁৰ পিতৃ আছিল এজন সাধাৰণভাৱে জীৱন যাপন কৰা সৎ আৰু দূৰদৃষ্টি সম্পন্ন ব্যক্তি। সৰুৰে পৰা তীক্ষ্ণ বুদ্ধি আৰু মেধা শক্তিৰ অধিকাৰী স্থানীয় বাণীসীহা প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা লাভ কৰিছিল। বিদ্যালয়ৰ শিক্ষকৰ হাজিৰা বহীত তেওঁৰ লিখিত নাম আছি বিহুৰাম বড়ো। সেই সময়ত গাঁৱসমূহত প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা আঙুলিৰ মূৰত গণিব পৰা বিধৰ আছিল। এখন বিদ্যালয়ৰ পৰা আনখন বিদ্যালয়ৰ মাজত ব্যৱধান আছিল প্ৰায় তিনি মাইলৰ। এনেধৰণৰ বিদ্যালয়ত দূৰ-দূৰণিৰ পৰা আহি পঢ়িবলগীয়া হোৱা হেতুকে অভিভাৱকে ল'ৰা-ছোৱালীক অলপ বেছি বয়সতহে নামভর্তি কৰাই দিবলৈ বাধ্য হৈছিল।

বিহুৰাম বড়োই ১৯৬২ চনত দলগাওঁ হাইস্কুলৰ পৰা প্ৰথম বিভাগত হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত উচ্চ শিক্ষাৰ বাবে গুৱাহাটীৰ কটন কলেজত বিজ্ঞান শাখাত নাম ভর্তি কৰি ১৯৬৬ চনত পি ইউ (বিজ্ঞান) পাছ কৰে। ঘৰৰ আৰ্থিক অসুবিধাৰ বাবে অশেষ কষ্ট কৰি কলেজত পঢ়িছিল। আনকি তেওঁ গৃহশিক্ষকতা কৰাৰ বাহিৰেও এগৰাকী শিক্ষকৰ ভাত ৰান্ধনি হিচাপেও কাম কৰি কলেজত পঢ়িছিল। তেওঁৰ ঘৰুৱা নানান সমস্যাই জুমুৰি দি উঠাত গুৱাহাটীত ডিগ্ৰী পঢ়া বাদ দি পুনৰ গাঁৱলৈ ঘূৰি যাবলগীয়া হৈছিল। পিছলৈ তেওঁ ভকোতপাৰা হাইস্কুলত শিক্ষক হিচাপে যোগদান কৰি মঙ্গলদৈ কলেজত স্নাতক শ্ৰেণীত নাম ভর্তি কৰে। ভকোত পাৰাত তেওঁ শিক্ষকতা কৰি থাকোতে ছাত্ৰ-ছাত্ৰীৰ মাজত উৎসাহ যোগাই তোলাৰ কাৰণে খেলা-ধূলাৰ আয়োজন কৰি প্ৰিয়পাত্ৰ হব পাৰিছিল। তেওঁ এজন সুদক্ষ ফুটবল খেলুৱৈ হিচাপেও পৰিগণিত আছিল। বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ মাজত সাংস্কৃতিক বিনিময় জগাই তুলি সকলোৰে মাজৰ মিলা-প্ৰীতি ৰখাৰ অৰ্থে নাটক, গান-বাজনা, বিভিন্ন সাহিত্য-সাংস্কৃতিক অনুষ্ঠান, আদিৰ আয়োজন কৰি নিজেও অভিনয় কৰি উৎসাহ যোগাইছিল। সেই সময়ত ১৯৬৬ চনত ভকোতপাৰা হাইস্কুলৰ শিক্ষান্ত বৰ্ষৰ ছাত্ৰী ললিতা দাসৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। তেতিয়া তেওঁ দ্বিতীয় বৰ্ষৰ স্নাতক মহলাত পঢ়ি আছিল। ললিতা দাসৰ লগত বিবাহৰ কথা লৈ পৰিয়ালৰ মাজত নানান বিভেদৰ সৃষ্টি হলেও সাংসাৰিক জীৱন পিছলৈ সুখময় হয়

আৰু এবছৰৰ পাছত প্ৰথম পুত্ৰ সন্তান জন্ম পায়। বিহুৰাম বড়োৱে ১৯৬৭ চনত বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। সেই সময়তে তেওঁ শ্বিলঙত এটা চৰকাৰী চাকৰি পাইছিল যদিও বড়ো সাহিত্য সভাৰ কাম-কাজত আৰু জাতীয় কামত ব্যাঘাত জন্মিব পাৰে বুলি তেওঁ যাবলৈ অস্বীকাৰ কৰিছিল। ইয়াৰ পৰা তেওঁৰ জাতিপ্ৰেম, ভাষা-সাহিত্যৰ সেৱাই বাস্তৱ দৰ্শন আছিল বুলি অনুধাৱন কৰিব পাৰি।

পিছত ১৯৬৭ চনত ভকোতপাৰাৰ পৰা বৌতা চাৰিআলিলৈ গৈ জনৈক ৰখেশ্বৰ ব্ৰহ্মৰ পৰিয়ালত আশ্ৰয় লৈছিল। সেই সময়তে বিহুৰাম বড়োই বৌতাৰ সমীপত 'দণ্ড-চহৰীয়া' হাইস্কুলত শিক্ষকতা কৰিবলৈ লয় আৰু ১৯৬৮ চনত মঙ্গলদৈ জিলা বড়ো সাহিত্য সভাত সম্পাদক নিৰ্বাচিত হয়। সেই সময়তে তেওঁৰ সহধৰ্মিনী ললিতা দাস বড়োক জিলা বড়ো সাহিত্য সভাৰ সভাপতি বিনেশ্বৰ স্বৰ্গীয়াৰী আৰু ধন ভঁৰালী বিলচন দৈমাৰীৰ উদ্যোগত ১৯৭৩ চনত শ্ৰীমতী বড়োই বাঙ্গিসিহা প্ৰাথমিক বিদ্যালয়ত নিযুক্তি পায়। বিহুৰাম বড়োৰ কৰ্মৰাজিত সন্তুষ্ট হৈ বেছিমাৰী হাইস্কুলত মেনেজিং কমিটিয়ে' ১৯৭১ চনত প্ৰধান শিক্ষক হিচাপে নিযুক্তি দিয়ে। ১৯৭২ চনত তেওঁক প্ৰথমবাৰৰ বাবে বড়ো সাহিত্য সভাৰ সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হয়। ইয়াৰ এবছৰ পাছত ১৯৭৩ চনত তেওঁৰ আপ্ৰাণ চেষ্টাত বানাসুৰ প্ৰেছ নামেৰে ওদালগুৰিত এখন সমবায় ভিত্তিত ছপাশাল স্থাপিত হয়। বিহুৰাম বড়ো সেই ছপাশালৰ পৰিচালক হৈ বাহিৰৰ পৰা চান্দা সংগ্ৰহ কৰি বড়ো সমাজৰ সমস্যা দাঙি ধৰাৰ বাবে বনজাৰ নামৰে এখনি সাপ্তাহিক বড়ো কাকত উলিয়ায়। তেওঁ ছপাশালৰ কামৰ বাবে চাইকেলেৰে যাতায়ত কৰি অশেষ কষ্ট কৰি দিন নিয়াইছিল। পিছত সেই অঞ্চলত বড়ো মাধ্যমৰ বিদ্যালয় নথকা বাবে বৌতা চাৰিআলিৰ পৰা বেচীমাৰী গাঁৱলৈ ১৯৭৪ চনত স্থান সলনি কৰে। ইযাৰ এবছৰ পাছতে অৰ্থাৎ ১৯৭৫ চনত বড়ো সাহিত্য সভাৰ নেতৃত্বত বড়ো ভাষাৰ হকে ৰোমান লিপিৰ বাবে আন্দোলন চলে। বিহুৰাম বড়োই 'দণ্ড-চহৰীয়া' হাইস্কুলত শিক্ষকতা কৰি থাকোতে বড়ো মাধ্যমৰ ছাত্ৰ-ছাত্ৰীৰ দুৰৱস্থা আৰু অভাৱ-অভিযোগ দেখি অতিকৈ মৰ্মাহত হৈছিল আৰু এখন সুকীয়া বড়ো মাধ্যমৰ বিদ্যালয় প্ৰতিষ্ঠাৰ অনুভৱ কৰিছিল। সেই হিচাপে তৎকালে তেওঁ মগেন্দ্ৰ নাৰ্জৰীক সভাপতি হিচাপে লৈ এখনি শক্তিশালী স্কুল পৰিচালনা কমিটি গঠন কৰি তেওঁৰ বৌতাৰ ঘৰৰ ওচৰতে স্বৰ্গীয় "জয়ভদ্ৰ হাগজেৰ হাইস্কুল" নামকৰণেৰে এখনি বড়ো মাধ্যমৰ বেচৰকাৰি হাইস্কুল ১৯৭৬ চনত স্থাপন কৰি তেওঁ নিজে প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে আৰু মৃত্যুলৈকে তেওঁ তাত শিক্ষক পদকে বাচি লৈছিল আৰু সমাজৰ কামত লিপ্ত হৈছিল। অশেষ কষ্ট আৰু ব্যস্ততাৰ মাজেদিও তেওঁ ১৯৮০ চনত বি টি পৰীক্ষাত উৰ্ত্তীৰ্ণ হয়। বিহুৰাম বড়োৰ আপ্ৰাণ প্ৰচেষ্টাৰ ফলত বড়ো মাধ্যমৰ একমাত্ৰ বিদ্যালয় জয়ভদ্ৰ হাগজেৰ হাইস্কুল প্ৰাদেশীকীকৰণ হয়।

বিহুৰাম বড়োই পিছত ৰাজনৈতিক দিশটোৰ পিনে দৃষ্টি পেলায়। ৰাজনৈতিক দিশটো সূক্ষ্মভাবে নিৰীক্ষণ কৰি ৰাজনৈতিক পৃষ্ঠপোষকতাৰ দ্বাৰা সমাজ-সংস্কাৰ বা উন্নতি কৰিব পাৰিনেকি ভাবি ১৯৭৮ চনত অসম বিধানসভাৰ সাধাৰণ নিৰ্বাচনত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে মাজবাট সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰি অল্পপ ভোটৰ ব্যৱধানত পৰাজয় বৰণ কৰিছিল। ১৯৭৯ চনত সদৌ অসম ছাত্ৰ সন্থাৰ দ্বাৰা আহুত বিদেশী বহিস্কাৰ আন্দোলনৰ গইনা সৈ সমগ্ৰ শোণিতপুৰ, লক্ষীমপুৰ জিলাৰ লগতে গহপুৰ অঞ্চলত গোষ্ঠীগত সংঘৰ্ষৰ সূত্ৰপাত হৈ বহুতো লোক ক্ষতিগ্ৰস্ত হৈছিল। এই কাল-সংহাৰৰূপৰ বিপৰীতে বিহুৰাম বড়োই ঠাই বিশেষে শান্তি সমিতি গঠন কৰি অঞ্চলসমূহত শান্তি ঘূৰাই অনাৰ বাবে উঠি পৰি লাগিছিল। তেওঁ বড়ো সাহিত্য সভাৰ সাধাৰণ সম্পাদক হৈ থকা কালতে ১৯৮৫ চনৰ ৪ এপ্ৰিল তাৰিখে বড়ো ভাষাই অসমৰ সহযোগী ৰাজ্যিক ভাষা হিচাপে কোকৰাঝাৰ আৰু ওদালগুৰিত বড়ো অধ্যুষিত অঞ্চলত ব্যৱহাৰৰ কাৰণে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল সেই সময়ত অসমৰ মুখ্য মন্ত্ৰী আছিল হিতেশ্বৰ শইকীয়া।

বিহুৰাম বড়োই সাহিত্য কৰ্মৰ কামৰ ব্যস্ততাৰ মাজতো ১৯৮৩ চনত 'আছাৰ বা আৰু ১৯৮৪ ত 'গিৰি বিথায়' নামৰ দুখন বাথৌ ধৰ্ম দৰ্শনৰ ওপৰত গ্ৰন্থ ৰচনা আৰু প্ৰকাশ কৰি উলিয়ায়। তদুপৰি তেওঁ An Introduction to the Bodo বড়ো জাতিৰ ইতিবৃত্ত অসমীয়া লিপিত 'গদায় বিথায়' (পাণ্ডুলিপি) আৰু বহুতো কিতাপ প্ৰবন্ধ ৰচনা কৰে।

বড়ো সাহিত্য সভাৰ 'মঙ্গলদৈনি জাৰিমিন দিনৈ বহা দংনী গছাৰ আৰু দৰঙৰ ইতিবৃত্ত, ১৯৮৬ চনত Bodo kherai and its significance আৰু গৱেষণামূলক প্ৰবন্ধ দৌদিনি লিখে।

বড়ো বাথৌ ধৰ্মীয় আছাৰ বা পুথিত লিপিবদ্ধ এশাৰী কবিতা এনেধৰণৰ -

নোংনি মাগুগোমা,
জোংজো মিথিনো মা,
মিথিছোৱা জো ঙৌ
বহা দঙ নোংৌ।
নোংস্মাৰ জিগিৰি
জোংনি দেংখৌগিৰি
নোং দাখাং জৌৰৌ
নোংনী ফাথৈ জৌৰৌ
নোংনী খামা জৌৰৌ

হবানি গাছে খৌবী।
খুলুম হৱী জাং
অ' নদী নীং গীজাং।।

গীতফাকিৰ সাৰমৰ্ম এনেধৰণৰ ঈশ্বৰ এক, তেওঁৱেই সৃষ্টিকৰ্তা, পালন কৰ্তা আৰু সংহাৰ কৰ্তা। তেওঁৱে কণ্ঠদাতা, তেওঁৰ বিথাই বড়ো সমাজৰ আধ্যাত্ম জীৱনৰ ধ্ৰুৱতৰা সদৃশ গণ্য কৰি আহিছে। ইয়াৰ বৰ্ণনা মনোৰম। বিষ্ণুৰাম বড়োৰ নেতৃত্বত ত্ৰিপুৰাৰ কক বৰক ডিমাছা কছাৰী গাৰো আদি ভাষা-ভাষীক সাহিত্য আৰু শব্দাৱলী মাংমিথান তথা ইয়াৰ তুলনামূলক অধ্যয়নৰ পথ মুকলি কৰাৰ দিহা কৰিছিল। ইয়াৰ লগে লগে তেওঁ বাতৰি কাকত আৰু আলোচনী বিলাকতো বহুমুখীয়া ভাষাৰে ইংৰাজী, অসমীয়া আৰু বড়ো-ভাষাত অনেক প্ৰবন্ধ আদি লিখিছিল। তেওঁৰ লিখনি প্ৰধানকৈ Ethnological ধাৰাৰ হে আছিল। তেওঁ বড়ো সাহিত্য সভাৰ সম্পাদকৰ পদ অলংকৃত কৰি থকোতেই প্ৰমোদ চন্দ্ৰ ব্ৰহ্মই লিখা বড়ো, ইংৰাজী, হিন্দী ভাষাৰ অভিধানখনৰ প্ৰণয়নৰ কামত নেৰা-নেপেৰাকৈ লাগিছিল। অভিধান প্ৰণয়নৰ ক্ষেত্ৰত তেওঁৰ ভূমিকা উল্লেখনীয় এই বাবেই যে বড়ো ভাষাৰ সম্পূৰ্ণ শব্দাৱলী লিখাৰ কাৰণে তেওঁ স্বৰ্গীয় ৰামচৰণ ব্ৰহ্ম আৰু অভিৰাম বড়োৰ লগতে সুনিল থেৰকাটাৰীকে আদি কৰি কেইজনমান ব্যক্তিক গুৱাহাটীৰ বেলতলাৰ ভাড়াঘৰত ৰাখি আৰু পাছলৈ তেওঁ নিজবাসগৃহ বৌতাত দিনে-নিশাই কামকৰি শেষ কৰিছিল। শেষ পৰ্যায়ত অভিধানখনৰ পাণ্ডুলিপিত সৰ্বমুঠ ৪৫০০০ শব্দৰে ১৯৮৮ চনত মহীশূৰৰ, Dr A Annamalai, Dr Ram Adhar Singhলৈ এইখন ছপোৱাৰ বাবে দাখিল কৰি আহিছিল। বড়োক এই কামত সহায় কৰিছিল শ্ৰীআনন্দ ওৱাৰী, কমলা কান্ত মুছাহাৰী আদিয়ে। তেওঁৰ কাৰ্যকালৰ সময়তে বড়ো সাহিত্য সভাৰ ভৱন নিৰ্মাণৰ বাবে গুৱাহাটীত মাটি বিচাৰি ঘূৰি ফুৰিছিল। শেষত গণেশগুৰিৰ গাওঁবুঢ়া অৰ্জুন ঠাকুৰীয়া আৰু দিশপুৰ বড়ো কছাৰী ৰাইজৰ অনুগ্ৰহত বৰ্তমানে দখলত থকা নয়নপুৰত অৱস্থিত মাটি ডোখৰ দান হিচাপে পাবলৈ সক্ষম হয়। এই মাটি ডোখৰতে বৰ্তমান বড়ো সাহিত্য সভাৰ জয়ভদ্ৰ হাগ্জেৰ' নামকৰণেৰে শাখা কাৰ্যালয়ৰ ভৱন নিৰ্মিত হৈছে। এয়া আছিল বিষ্ণুৰাম বড়োৰ প্ৰথম পদক্ষেপ। এনেধৰণে তেওঁৰ অপ্ৰাণ চেষ্টাৰ ফলত কোকৰাঝাৰ জিলা বড়ো সাহিত্য সভাৰ সহযোগত কোকৰাঝাৰত 'ৰূপনাথ ব্ৰহ্ম মেমৰিয়েল ভৱন'টো মুখ্য কাৰ্যালয় হিচাপে নিৰ্মাণ কৰা হয়, এইডোখৰ মাটিও দখল কৰিহে লৈছিল। এনেধৰণৰ কামবোৰৰ আধৰুৱা কামবোৰ সম্পূৰ্ণ কৰি তোলা হয় পৰৱৰ্তী সময়ত। তেওঁ এটাই ইচ্ছা আছিল "গুৱাহাটীত বড়ো সাহিত্য সভাৰ শাখা" কাৰ্যালয় এটা স্থাপনৰ। আগতে বড়ো সাহিত্য সভাৰ গুৱাহাটীত কাৰ্যালয় নথকাত সভা-সমিতি সমূহ অস্থায়ীভাৱে উলুবাৰী প্ৰাথমিক স্কুল, গোপাল বড়ো হাইস্কুল অথবা পল্টন বজাৰৰ জনজাতি জিৰণী চ'ৰাত কৰা হৈছিল। তেওঁৰ আপ্ৰাণ প্ৰচেষ্টাৰ ফলতে

হাগ্‌জেৰ ভৱনটো বাইজৰ পৰা প্ৰচুৰ বৰঙণি সংগ্ৰহ কৰিহে নিৰ্মাণ কাৰ্য চলোৱা হৈছিল। বৰপেটা, নলবাৰী, গোৱালপাৰা, দৰং, কোকৰাঝাৰ আদি নানান ঠাই ঘূৰি ফুৰি সেইবোৰ অঞ্চলৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰিছিল।

সেই সময়ত মন্ত্ৰী ৰণেন্দ্ৰ নাৰায়ণ বসুমতাৰী , ওদালগুৰিৰ সমাজকৰ্মী জমন সিং ব্ৰহ্ম বসুমতাৰী অসম চৰকাৰৰ মন্ত্ৰী আছিল বাবেই চৰকাৰৰ পৰা কিছু বৰঙণি পাবলৈ সক্ষম হৈছিল। সেই দান-বৰঙণি জমা ৰাখিছিল অখিল চন্দ্ৰ বড়োই। তেখেত বড়ো সাহিত্য সভাৰ ধনভঁৰালী আছিল। The Bodo ৰ সম্পাদক ধৰণীধৰ ঔৱাৰী, নলবাৰী জিলা বড়ো সাহিত্য সভাৰ সম্পাদক আছিল আৰু বৰ্তমানে কেন্দ্ৰীয় বড়ো সাহিত্য সভাৰ সম্পাদক হিচাপে কাৰ্যভাৰ চলাই থকা ৰাজেন খাখলাৰী সেই সময়ৰ শ্ৰীশৰৎ বসুমতাৰী যুটীয়া সম্পাদক আৰু কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকৰ সদস্যসকল ক্ৰমে চম্পাৱতী খেৰখেতাৰী, কমলা কান্ত মৌছাহাৰী, তৰুণ বড়ো ভৱন নিৰ্মাণ সমিতিৰ উপ-সভাপতি খুদিৰাম কছাৰী ওদালগুৰী বড়ো সাহিত্য সভাৰ সুজেন্দ্ৰ নাথ দৈমাৰী, অমৰেন্দ্ৰ স্বৰগয়াৰী, ৰখেশ্বৰ ব্ৰহ্ম, দলেশ্বৰ বড়ো, গুৱাহাটীৰ মদন ব্ৰহ্ম, জীতেন ব্ৰহ্ম, জুলেশ্বৰ ব্ৰহ্ম, বাসুৰাম বড়ো, পতিৰাম বড়ো, কোকৰাঝাৰৰ ৰনজিৎ বৰগয়াৰী আদিৰ নাম উল্লেখ কৰিব পাৰি। আকৌ গোৱালপাৰা জিলাৰ সভাৰাম দৈমাৰী, কালি মোহন বড়ো আৰু ঁজগত পাটগিৰিৰ নাম উল্লেখযোগ্য।

এইক্ষেত্ৰত বড়ো সাহিত্য সভাৰ প্ৰাক্তন উপ সভাপতি তথা প্ৰাক্তন মন্ত্ৰী থানেশ্বৰ বড়ো আৰু সেই সময়ৰ সভাপতি যোগেন্দ্ৰ কুমাৰ বসুমতাৰী, প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক আৰু উপ-সভাপতি ঁসোণাৰাম থাওচেনৰ সহায় আৰু উপদেশ পাহৰিব নোৱাৰি।

বৰ্তমানে বড়ো সাহিত্য সভাৰ গুৱাহাটীস্থ জয়ভদ্ৰ হাগ্‌জেৰ ভৱন আৰু কোকৰাঝাৰৰ ৰূপনাথ ব্ৰহ্ম মেমোৰিয়েল ভৱনটো নতুন ৰূপত সজাই পৰাই তোলা হৈছে।

শ্বহিদ বিছুৰাম বড়োই সভা-সমিতি, মেল-মিটিং আদিত কৈছিল 'মোৰ বাবে সাহিত্য সভাৰ কামটো আগত - পৰিয়ালৰ কাম পাছত , জাতিটোৰ কামত অবহেলা কৰিব নেপায়। সেয়ে তেওঁ অকণো সময় অবাবত নষ্ট কৰা নাছিল। সময় পালে লিখা পঢ়া আৰু সামাজিক কামত ব্যস্ত থাকিছিল। তেওঁ জাতিটো, ভাষাটো আৰু দেশৰ কাৰণে নিজৰ জীৱন উছৰ্গা বা জীৱন চৰ্যা (Dedication) কৰাৰ বাবে কুণ্ঠাবোধ কৰা নাছিল।

ছহিদ বিছুৰাম বড়ো পোনতে ১৯৬৮ চনত মঙলদৈ জিলা বড়ো সাহিত্য সভাৰ সম্পাদক থাকোতেই পুনঃ ১৯৭১ চনত নিৰ্বাচিত হৈ সাহিত্য সভাৰ কামত জড়িত হৈ পৰে। ১৯৭১ চনৰ ১১, ১২ আৰু ১৩ ফেব্ৰুৱাৰীত অনুষ্ঠিত হোৱা লক্ষিমপুৰৰ শিমলুগুৰীৰ দ্বাদশ বড়ো সাহিত্য সভাৰ অধিবেশনত পোন প্ৰথম বাৰৰ বাবে সাধাৰণ

সম্পাদক হিচাপে নির্বাচিত হৈ কেন্দ্রীয় সমিতিৰ দায়িত্ব-ভাৰ গ্রহণ কৰে। আকৌ ১৯৭৪ চনত সেই সময়ৰ দৰং জিলাৰ খেলামাটিত অনুষ্ঠিত হোৱা পঞ্চদশ অধিবেশনত তেওঁক অব্যাহতি দি বানেশ্বৰ বসুমতাৰীক সাধাৰণ সম্পাদকৰ হিচাপে মনোনীত কৰি বিহুৰাম বড়োক তিনি বছৰৰ বাবে উপ-সভাপতি পদত অধিষ্ঠিত কৰে। সেইটো কার্যকালত সভাপতি ৰাম দাস বসুমতাৰীৰ নেতৃত্বত বড়ো ভাষাৰ কাৰণে জোৰদাৰ আন্দোলন আৰম্ভ হৈছিল। সেই সময়তে বিহুৰাম বড়োৰ ভূমিকা আছিল লেখত লবলগীয়া বিধৰ। তেঁওৰ কর্মনিষ্ঠাৰ বাবে আকৌ ১৯৭৭ চনত অনুষ্ঠিত কোকৰাঝাৰৰ অষ্টাদশ অধিবেশনত সাধাৰণ সম্পাদক হিচাপে নির্বাচিত কৰা হয় আৰু ১৯৯০ চনৰ জুন মাহৰ ২২ তাৰিখলৈকে অর্থাৎ ৩০তম্ কোকৰাঝাৰ অধিবেশনলৈকে সাধাৰণ সম্পাদকৰ দায়িত্ব সম্পাদন কৰি আছিল। ৩০তম্ অধিবেশনৰ সময়ত আবছুৰ সুকীয়াঁ ৰাজ্য দাবী বড়োলেণ্ড আন্দোলন জোৰদাৰ আছিল আৰু তাতেই বিনেশ্বৰ ব্রহ্মক সাধাৰণ সম্পাদক হিচাপে নির্বাচিত কৰা হয়।

সাধাৰণ সম্পাদক হৈ থকা কালত তেওঁ সুক্ষ্ম দৃষ্টিৰে সকলো দিশৰ কথা বোমন্থন চিন্তা-চর্চা আৰু সাহিত্য সভাত ব্রতী হৈ বিকোনো সমস্যা সমাধানৰ পথ বাছি উলিয়াইছিল। উদাহৰণ স্বৰূপে আবছুৰ বড়োলেণ্ডৰ দাবী প্রকট হৈ থকা সময়ত তেওঁ এক প্রেছ বিজ্ঞপ্তি যোগে এনেদৰে আহ্বান জনাইছিল ঃ "অসমৰ বিশেষকৈ বড়ো জনগোষ্ঠীৰ লোকসকলে যোৱা দুটা দশক জুৰি ভৈয়াম জনজাতিসকলৰ আর্থসামাজিক তথা ৰাজনৈতিক সমস্যা সমূহ সমাধানৰ বাবে আন্দোলন চলাই আহিছে। সম্প্রতি সদৌ বড়ো ছাত্র সন্থা, ভৈযাম জনজাতি পৰিষদ, সংযুক্ত জনজাতীয় মুক্তি মর্চা, সংযুক্ত বড়ো জাতীয় মুক্তি মর্চা আৰু সদৌ অসম জনজাতি ছাত্র সন্থা প্রভৃতি বিভিন্ন সংগঠনে এই আন্দোলন তীব্রতৰ কৰি তোলাত তাৰে গইনা লৈ কোনো কোনো ঠাইত বহুমলা জাতীয় এচাম শকুনিৰ দ্বাৰা প্রৰোচিত হৈ খিলঞ্জীয়া জনগোষ্ঠীৰ একাংশই আত্মঘাটী হিংসাত্মক কার্যত লিপ্ত হোৱাত বড়ো সাহিত্য সভাই গভীৰ উদ্বেগ প্রকাশ কৰিছে। আইন শৃঙ্খলা ৰক্ষাৰ দাযিত্বত নিয়োজিত চৰকাৰী বিভাগে সমাজ বিৰোধী চক্রক বিচাৰি নাপাই নিৰীহ লোকক হাৰাশাস্তি কৰাৰ অভিযোগ উঠিছে। এই ক্ষেত্রত চৰকাৰৰ দায়িত্ব হ'ল অতি তৎপৰতাৰে এনে হাৰাশাস্তি বন্ধ কৰিবলৈ আগবাঢ়ি অহাটো জৰুৰী কার্য" বুলিও বড়ো সাহিত্য সভাই কামনা কৰে।

এইজন বিহুৰাম বড়োৱাই শেষৰ পিনে বড়ো ডিমাছা টিপ্রা ভাষাৰ এটা Standard Common Terminology প্রণয়নৰ লগতে বহুভাষী অর্থাৎ Multi langual scriptal অভিধানৰ কাৰণে প্রচেষ্টা হাতত লৈছিল যদিও আর্থিক সংকটৰ বাবে আধৰুৱা হৈ ৰল। এইজনা সাহিত্যনুৰাগী মহান ব্যক্তিক সুঁৱৰি শ্ৰদ্ধাৰে ভাবে ১৯৯৯ চনত ৩৮তম বড়ো সাহিত্য সভাৰ অধিবেশনত বাংগাসডোৱাত তেওঁৰ বিখ্যাত দর্শন পুঁথি "গিবি

বিথায়"ৰ কাৰণে বড়ো সাহিত্যৰ শ্ৰেষ্ঠতম্ "ৰাংসাৰ" বটা প্ৰদান কৰা হয় তেওঁৰ সহধৰ্মীনী শ্ৰীমতী ললিতা বড়োৰ হাতত। এই দীৰ্ঘ কালছোৱাত তেওঁ অনুভৱ কৰিছিল যে শিক্ষাৰ মাধ্যমক এহাতে ৰাখি কৰ্মজীৱনৰ কামহে আনহাতে কৰিবলগীয়া হৈছিল। "অন্ন-বস্ত্ৰ সমাংকাৰম্"হে জন-জীৱনৰ মূল পথ বুলি তেওঁ ছাত্ৰ জীৱনৰ পৰাই বুজি পৈছিল। তেওঁ বাৰুকৈ অনুভৱ কৰিছিল যে- "মহামানৱ মহাত্মা গান্ধীৰ বুনিযাদী পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কাৰিকৰী বিদ্যা, শৰীৰ চৰ্চা, আদি বিষয় সমূহৰ সাম্যক জ্ঞান ছাত্ৰ-ছাত্ৰীসকলক দিব নোৱাৰিলে, অকল বিদ্যালযৰ পাঠ্যক্ৰমেৰে সিহঁতে ভৱিষ্যত জীৱনৰ কঠিযাতলীৰ একো আওঁ-ভাওঁ নাপাব। সেযে তেওঁ চেষ্টা কৰিছিল বাৰে বাৰে ল'ৰা-ছোৱালীহঁতক ভৱিষ্যত পথৰ সন্ধান দিবলৈ। প্ৰাথমিক আৰু মজলীয়া বিদ্যালযত শৰীৰ চৰ্চাৰ মাধ্যমেৰে মানসিক বিকাশৰ পথো কিছু সামৰি লৈছিল। প্ৰতিটো সপ্তাহৰ শণিবাৰৰ দিনটো ছাত্ৰ-ছাত্ৰী সকলৰ বাবে এটি আনন্দ উল্লাহৰ দিন হিচাপে পৰিগণিত হৈছিল। সেই দিনটোতে তেওঁ সিহঁতৰ মাজত বিভিন্ন বিষযৰ ওপৰত তৰ্ক-আবৃত্তি, গল্প-কবিতা লিখা, সাধুকথা কোৱা, ছবি আঁকা ইত্যাদিৰ মাজেৰে নিজ নিজ অভিব্যক্তিত্ব প্ৰকাশৰ সুযোগ দিছিল। মহৎলোকৰ জীৱনী, ৰচনা আৰু বুৰঞ্জী অধ্যযন কিন্তু বাধ্যতামূলক আছিল।

আনহাতে শিক্ষক-শিক্ষযিত্ৰীসকলৰ মাজতো মাহেকত এবোৰ সভা অনুষ্ঠিত কৰি শিক্ষক একতা সভা, ছাত্ৰ-ছাত্ৰীৰ পাঠদানৰ দিন-পঞ্জী, শৈক্ষিক কৰ্মবিধি, শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত সম্পৰ্ক, নিযম-নীতিৰ সম্পৰ্কীয় দিশবোৰ আলোচনা কৰিছিল। এনেধৰণৰ কৰ্ম পদ্ধতিৰ মাজতে তেওঁ লেখা-মেলা, পঢ়া-শুনা, সভা-সমিতি, বন্ধু-বান্ধৱসকলৰ লগতো সমন্বয ৰাখিব পাৰিছিল। শিক্ষকতা তেওঁৰ জীৱনৰ মানদণ্ডহে, সামাজিক জীৱনটো তেওঁৰ অন্য এক জীৱন ধাৰণৰ প্ৰণালী বুলি তেওঁ বুজি পৈছিল। সামাজিক অন্যায অবিচাৰ, স্বজন প্ৰীতি, তোষামোদ, জাতিধ্বংসী, গণ হত্যা, পৰ চৰ্চাৰ তেওঁ বিৰোধিতা কৰিছিল। জাতিযে জাতিক কৰা উৎপীডণত তেওঁৰ মন কেতিয়াবা বিদ্ৰোহী হৈ উঠিছিল।

এই সুদীৰ্ঘ সময়ছোৱাত তেওঁ বড়ো সাহিত্য সভাৰ লক্ষ্য আৰু উদ্দেশ্যবোৰ পূৰণত অহোপুৰুষাৰ্থ চেষ্টা চলাইছিল। তেওঁৰ দূৰদৃষ্টিসম্পন্ন মনোভাৱেৰে ৰাজহুৱা সভাত কৈছিল- "মাকৰ কোলাত শিশুৱে মাতৃদুগ্ধ পান কৰি থাকোতে মাকে যি ভাষাৰে আনৰ লগত কথা-বতৰা কয আৰু শিশুটিৰ লগতো ভাবৰ আদান প্ৰদান কৰে সেই আদান প্ৰদানৰ অৰ্থ ব্যঞ্জক বৰ্ণবোৰেই মাতৃভাষা। বড়ো সকলৰো নিজা দোৱান বা ভাষা আছে। সেয়ে এই গোষ্ঠীয ভাষাটোক প্ৰতিষ্ঠা কৰি অন্যান্য গোষ্ঠীয় ভাষাৰ সমন্বয়ত উচ্চ স্তৰলৈ নিব নোৱাৰিলে - অসম মুলুকত থকা বৃহত্তৰ বড়ো ভাষা আৰু জাতিটো পাহৰণিৰ গহ্বৰত লুকাই যোৱাৰ শংকাই অধিক। তেওঁ ইয়াকো কবলৈ পাহৰা নাছিল যে- "অসমত বসবাস কৰা বৃহত্তৰ অসমীযা জাতিটো গঠনত যিবোৰ গোষ্ঠীয় ভাষাৰ অবদান আছে -

সেই গোষ্ঠীয় ভাষাবোৰৰ উত্তৰোত্তৰ উন্নতি আৰু বিকাশত সৰ্বাধিক গুৰুত্ব আৰোপ কৰা উচিত। সকলো গোষ্ঠীয় ভাষা-সাহিত্যই অসম মঞ্চখনক জগত সভালৈ নিয়াত প্ৰচেষ্টা হাতত লব লাগে।" তাৰে প্ৰতিভূ ব্যৱস্থা তেওঁ হাতে কামে কৰিছিল এনে ধৰণে, সকলো গোষ্ঠীয় সাহিত্য সভা- যেনে - অসম সাহিত্য সভা, বড়ো সাহিত্য সভা, ৰাভা সাহিত্য সভা, মিচিং সাহিত্য সভা, কাৰ্বি সাহিত্য সভা, ডিমাচা সাহিত্য সভা, টাই সাহিত্য সভাৰ প্ৰতিনিধিৰে সমন্বয় ঘটাই "ভাষা সমন্বয় মঞ্চ- অসম" নামকৰণেৰে ১৯৮৯ চনত মঞ্চ গঠন কৰিছিল। এই মঞ্চই অসমৰ উন্নতিৰ হকে চলা বিভিন্ন আন্দোলনত চৰকাৰৰ দমন নীতিত অঞ্চলে অঞ্চলে যিবোৰ অত্যাচাৰ উৎপীড়ন চলোৱা হৈছিল - সেই উৎপীড়িত অঞ্চলসমূহত 'ভাষা সমন্বয় মঞ্চ' অসমে পৰিভ্ৰমণ কৰিছিল আৰু সৰ্বসাধাৰণ ৰাইজৰ মনৰ খবৰ কৰিছিল। অসমৰ থলুৱা অনুন্নত জাঁখা সমূহৰ মৰ্যাদা আৰু স্বীকৃতিৰ বাবে চৰকাৰৰ ওচৰত হেঁচা প্ৰয়োগ কৰি আহিছিল।

তেওঁ জীয়াই থকা কালতে গুৱাহাটী আৰু ডিব্ৰুগড় আৰু নেহু বিশ্ববিদ্যালয়ত অধীনত কলেজবিলাকত বড়ো MIL প্ৰবৰ্তনৰ কাৰণে চেষ্টা চলাইছিল আৰু কিছু উপকৃতও হৈছিল। এইজন মানৱ দৰদী ভাষাবিদ উদাৰ মনৰ অধিকাৰী বিষ্ণুৰাম বড়োক ২৭ চেপ্তেম্বৰ ১৯৯০ চনত তেওঁৰ বাসভৱনৰ নিচেই ওচৰতে আততায়ীয়ে গুলিয়াই হত্যা কৰে। এনে এজন সদাচাৰি, বুদ্ধিজীৱী, সমন্বয়ক, জাতিৰ নায়ক, বড়ো ভাষাৰ পিতৃ স্বৰূপ লোকক হত্যা কৰাৰ ফলত কাৰ কি উপকাৰ সাধন হ'ল জনাৰ দৰ্কাৰ নাথাকিলেও এই অমানবীয় হত্যাই কিন্তু বড়ো ভাষা, ভাষিক গোষ্ঠীটো এঢাপ আগবঢ়াত বাধাপ্ৰাপ্ত হ'ল। তেওঁৰ চিন্তাৰ এনাজৰিত আধাগাথাঁ কৰ্মৰাজি কোনে সমাধা কৰিব ? ই আমাৰ সকলোৰে বাবে চিন্তাৰ বিষয় হৈ থাকিল।

বড়ো সাহিত্য সভাই তেওঁক ইতিমধ্যেই 'শ্বহীদ' হিচাপে ঘোষণা কৰিছে।

# শৰৎ চন্দ্ৰ ৰাভা

ড° উপেন ৰাভা হাকাচাম

সৰ্বহাৰাৰ প্ৰতিনিধি স্বৰূপ পিতৃ থানুৰাম ৰাভা আৰু মাতৃ ভাদুলী ৰাভাৰ তৃতীয় তথা কনিষ্ঠ পুত্ৰ শৰৎ চন্দ্ৰ ৰাভাৰ জীৱন অতি সংঘাতময় আৰু বৈচিত্ৰ্যপূৰ্ণ। পৰিয়ালটিৰ একমাত্ৰ উপাৰ্জনক্ষম আৰু শিশু শৰৎ চন্দ্ৰৰ friend, philosopher and guide স্বৰূপ সৰু ককাযেক বৃত্তিত শিক্ষক আছিল যদিও অতি কম বয়সতে বজ্ৰপাতত মৃত্যুবৰণ কৰিবলগীয়া হোৱাত শিশু শৰৎ চন্দ্ৰই ফুকুলীযাতে নিজ দিশহাৰা হৈও হাজাৰজন দিশহাৰা নাগৰিকক কিন্তু সঠিক দিশেৰে বাট দেখুৱাই নিযাত মুঠেই বিব্ৰত বোধ কৰা নাছিল।

বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত এলাহ্ন-কলীয়া অন্ধবিশ্বাসেৰে ভৰা ৰাভা সমাজৰ সংস্কাৰৰ দ্বাৰা শিক্ষিত আৰু সুনাগৰিক কৰি গঢ়ি তোলাৰ উদ্দেশ্যে গঠিত হোৱা 'অসম ৰাভা যুৱক সংঘ'ৰ প্ৰায়সকল নিকা ভাবমূৰ্তিৰ ব্যক্তিৰ অতি ঘনিষ্ঠ আৰু সেই শতিকাৰে শেহাৰ্দ্ধৰ বেছিভাগ আদৰ্শবিহীন স্বজাতীয় আৰু বিজাতীয় দলবাগৰা যুৱনেতা, নেতা আৰু মন্ত্ৰী-বিধায়কৰ মুৰৰ কামোৰণি স্বৰূপ এগৰাকী সৎ ৰাজনৈতিক কৰ্মীৰ জীৱন-শলিতা সৌ সিদিনা (১০/৩/২০০২) নিৰ্বাপিত হ'ল - যি ৰাভা জনগোষ্ঠীৰ কাৰণেই নহয় সমগ্ৰ অসম তথা ভাৰতবৰ্ষৰ খাটি খোৱা শ্ৰমিক-খেতিয়ক-মজদুৰৰ কাৰণেই এক মৰ্মান্তিক বাৰ্তা। দুধনৈ কৃষ্ণাইৰ সমীপৱৰ্তী অতি আওহতীযা হাতীমুৰা মৌজাৰ নোৱাপাৰা গাঁৱত ১৯২৩ চনৰ ৫ ফেব্ৰুৱাৰীত জন্ম-গ্ৰহণ কৰি নানা ঘাত-প্ৰতিঘাতৰ অন্তত পাঁচ বছৰ কাল বিধায়ক হিছাপে মোহময়ী শিলঙৰ এচেম্বলি হোষ্টেলৰ মাদকতাপূৰ্ণ জীৱন উপভোগৰ সোণালী সুযোগ লাভ কৰিও দেশ আৰু দহৰ স্বাৰ্থত উছৰ্গীকৃত জীৱনাদৰ্শৰ বাবেই তেনে ক্ষন্তেকীয়া মোহৰ পৰা নিজকে সম্পূৰ্ণৰূপে মুক্ত কৰি ৰাখি জীৱন নাট সামৰা সেই ব্যক্তি গৰাকী হৈছে - অসমৰ প্ৰবীণ ৰাজনীতিক কমৰেড শৰৎ চন্দ্ৰ ৰাভা।

সমাজ-সংস্কাৰক শিক্ষাবিদ গোবৰ্দ্ধন সৰকাৰ, ৰাজেন ৰাভা, দ্বাৰিকানাথ ৰাভা আৰু বিশেষভাৱে যুৱনেতা ক্ষীৰোদ মোহন ৰাভাৰ পদাংক অনুসৰণ কৰি এম ই পাছ কৰা অৱস্থাতে তেওঁ 'ৰাভা জাতিৰ ৰীতি-নীতি সংশোধন'ৰ বাবে এক আঁচনি যুগুতাই উলিয়াইছিল প্ৰথমে ৰচনা প্ৰতিযোগিতাৰ স্বাৰ্থত (১৯৪১ চনত ৰাভা যুৱক সংঘৰ সৌজন্যত জিলা ভিত্তিক অনুষ্ঠিত প্ৰতিযোগিতাত এইখনে প্ৰথম পুৰস্কাৰ লাভ কৰে) আৰু পৰৱৰ্তী কালত সেইবিলাক হাতে-কামে এটাৰ পিছত এটাকৈ ৰূপায়িত কৰিছিল।

ক্ষীৰোদ মোহন ৰাভাৰ নেতৃত্বাধীন 'ৰাভা যুৱক সংঘ'ৰ এগৰাকী নিষ্ঠাবান কৰ্মী হিচাপে পোনতে ডিমাজাখিলী যুৱক সংঘৰ ভাৰ লোৱাৰ পিছতে হাইস্কুলীয়া ছাত্ৰাৱস্থাতে তেওঁ নিজ আদৰ্শৰ পৰা তিলমানো আঁতৰি অহা নাছিল। জাতিবহেঁ নালাগে ঘৰ আৰু পৰিয়ালৰ নানা দুৰ্যোগৰ মাজতো এই দলৰ প্ৰতি থকা তেওঁৰ আস্থা মৃত্যুলৈকে একেদৰে থাকিল। অৱশ্যে বিশেষ কাৰণত শেষৰফালে তেওঁ বিষ্ণুপ্ৰসাদ ৰাভা প্ৰমুখ্যে শ শ কৰ্মীৰে চি পি আইত যোগদান কৰিবলগীয়া হৈছিল। জননেতা শৰৎ চন্দ্ৰ ৰাভা সদায় শোষক আৰু প্ৰজাৰ পক্ষত থকা লোক। সেয়ে স্বাধীনতাৰ পিছত পোনপ্ৰথমবাৰৰ বাবে হোৱা ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত তেওঁ প্ৰতিদ্বন্দ্বিতা কৰাৰ প্ৰশ্নই উঠা নাছিল। কিন্তু অৱশেষত ৰাইজৰ দাবী মৰ্মে তেওঁ ১৯৫৭ চনৰ দ্বিতীয় সাধাৰণ নিৰ্বাচনৰ পৰা চি পি আইৰ প্ৰাৰ্থী হিচাপে পোনতে গোৱালপাৰা আৰু পিছত দুধনৈ সমষ্টিৰ পৰা একাদিক্ৰমে আঠবাৰ প্ৰতিদ্বন্দ্বিতা কৰিবলগীয়া হৈছিল যদিও মাত্ৰ এবাৰৰ বাবেহে (১৯৬৭-১৯৭২) বিধায়ক হিচাপে নিৰ্বাচিত হৈছিল। সেই পাঁচ বছৰতে তেওঁ নিজৰ সমষ্টিত অভিলেখ সংখ্যক ৰাস্তা-ঘাট নিৰ্মাণ কৰি আৰু বিধানসভাৰ অধিবেশনত হক কথাত মাত মাতি এগৰাকী সুদক্ষ আৰু সচেতন বিধায়ক হিচাপে নিজকে প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিল। ১৯৯৬ আৰু ২০০১ চনৰ সাধাৰণ নিৰ্বাচনত তেওঁ অৱশ্যে চাৰি দলীয় মিত্ৰজোটৰ অংশীদাৰ হিচাপে অগপৰ বাবে আসনখন এৰি দিবলগীয়া হৈছিল। অৱশ্যে এই সময়ছোৱাতে তেওঁ ৰাভা হাছং-স্বায়ত্তশাসিত দাবী পৰিষদৰ সভাপতি হিচাপে প্ৰথম অন্তৰ্বৰ্তীকালীন পৰিষদৰ পৰিষদৰ নহ'লেও (২০/৭/৯৫-৪/৭/৯৭) দ্বিতীয় অন্তৰ্বৰ্তীকালীন পৰিষদ (৪/৭/৯৭-২০০১ ৰ এপ্ৰিললৈকে) মুখ্য কাৰ্যবাহী সদস্যৰ গুৰু-দায়িত্ব কান্ধপাতি ল'বলগীয়া হৈছিল। তেওঁ চি পি আইৰ ৰাজ্যিক আৰু কেন্দ্ৰীয় কমিটিৰ সদস্য হিচাপে কেবাবাৰো কাৰ্যনিৰ্বাহ কৰিবলগীয়া হৈছিল আৰু সেই সূত্ৰে দুবাৰ অসম তথা ভাৰতৰ প্ৰতিনিধিত্ব কৰি ছোভিয়েট যুক্তৰাষ্ট্ৰ (১৯৮০)আৰু পূব জাৰ্মান (১৯৮৩) ভ্ৰমণ কৰাৰ সুবিধা লাভ কৰিছিল। ৰাজ্যখনৰ লগতে জিলাখনৰ বাল্যবিবাহৰ পৃষ্ঠপোষকতা কৰাৰ অপৰাধত এগৰাকী মুখিয়াল ব্যক্তিৰ বিৰুদ্ধে আদালতত গোচৰ তৰি তেওঁ কৃতকাৰ্যতা লাভ কৰিছিল। তাৰ পিছত নিজে ব্ৰাহ্ম ধৰ্মৰ আদৰ্শত অনুপ্ৰাণিত হৈ মদ নিবাৰণী, স্কুল প্ৰতিষ্ঠা, কৃষক-বনুৱা পঞ্চায়ত গঠন ইত্যাদি কামৰ মাজেদি ব্যস্ত থাকোতে থাকোতে ক'ৰ নোৱাৰাকৈয়ে বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ সদস্য হিচাপে ৰাজনৈতিক জীৱনত প্ৰৱেশ কৰিছিল। তেওঁ ১৯৪১ চনৰ স্বাধীনতা-আন্দোলনৰ অংশীদাৰ হিচাপে অসম ছাত্ৰ সন্মিলনৰ এগৰাকী কৰ্মী আছিল আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ সৈতে একেলগে ১৯৪৫ চনত বিপ্লৱী কমিউনিষ্ট পাৰ্টীত যোগদান কৰিছিল। সেইবাবে গোৱালপাৰা পি আৰ চৰকাৰী হাইস্কুলৰ পৰা তেওঁক বহিষ্কৃত কৰা হৈছিল। (৩১/১০/৪৫)

শৈশৱতে পিতৃ বিয়োগ হৈ মাউৰা হোৱা শৰৎ চন্দ্ৰ ৰাভাই ককায়েক দুজনৰ ছত্ৰছায়াত

বহু বেছি বয়সতহে নিজ গাঁৱৰ নোবাপাৰা প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰাইমেৰী (১৯৩৫), কৃষ্ণাই এম ভি স্কুলৰ পৰা এম ভি (১৯৩৯), পুনৰ কৃষ্ণাই এম ই স্কুলৰ পৰা এম ই (১৯৪১) পাছ কৰিছিল আৰু কৃষ্ণাই হাব্ৰাঘাট হাইস্কুলৰ পৰা গোৱালপাৰা চৰকাৰী হাইস্কুলৰ পৰা গোৱালপাৰা চৰকাৰী হাইস্কুললৈ দশম শ্ৰেণীত বদলি হৈ সেই বছৰতে ৰাজনৈতিক কাৰণত বহিস্কৃত হোৱাত ছাত্ৰজীৱন সামৰিব লগীয়া হৈছিল (১৯৪৫)। তাৰ পিছত ১৯৪৬ চনত বদাহাপুৰ এম ই স্কুলৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হিছাপে দুবছৰমানৰ কাৰণে কৰ্মজীৱন আৰম্ভ কৰিছিল আৰু বিবাহৰ পিছত পুনৰ বৰদুৱাৰ মৌজাৰ ৰাজাপাৰা এম ই স্কুলত দুবছৰমানৰ বাবে শিক্ষক হিছাপে নিজকে নিযুক্ত ৰাখিছিল (১৯৪৮-৫০), সেইদৰে শেষবাৰৰ কাৰণে পুনৰ দুবছৰকাল ডিৰ্মাজাথিলী এম ই স্কুলত শিক্ষকতা কৰিছিল (১৯৫৫-৫৭)। নিজৰ নিচিনাকৈ সেই সময়ৰ মণ্টেচৰী শিক্ষা লাভ কৰা ৰাভা সমাজৰ খ্ৰীষ্টান ধৰ্মপ্ৰচাৰক জাহাজ ৰাভাৰ জীয়ৰী পত্নী বেবিকা ৰাভাবো শিক্ষয়িত্ৰী জীৱন আধা ডোখৰীয়া হ'বলগীয়া হৈছিল (১৯৫১-৫৬) একমাত্ৰ গিৰিয়েকৰ যাযাবৰী জীৱন আৰু সঘনাই অজ্ঞাতবাস খাটিবলগীয়া হোৱাৰ বাবেই।

বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ জংগী কৰ্মী হোৱা বাবে শৰৎ চন্দ্ৰ ৰাভাই কেবাবাৰো কাৰাবাস খাটিবলগীয়া হৈছিল। (স্বাধীনতা বৰ্জনৰ বাবে ১৫ ৮ ৫০-২১ ৮ ৫১ চীনা আক্ৰমণৰ পটভূমিত ১২ ১২ ৬২-২৭ ১২ ৬৩ খাদ্য আন্দোলনৰ নেতৃত্ব দিয়াৰ বাবে ১৫ ৮.৬৬-১১ ৯ ৬৬) তথাপিও ৰাজ্যখনৰ লগতে জিলাখনৰ ন্যায় আদায়ৰ বেলিকা তেওঁ মুঠেই আপোচকাৰী মনোভাব পোষণ কৰা নাছিল আৰু নীতিৰ স্বাৰ্থত সৰ্বস্ব ত্যাগ কৰিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। ১৯৬৮ চনৰ গোৱালপাৰাৰ মাজেদি ব্ৰডগজ ৰেল লাইনৰ দাবীত তীব্ৰ আন্দোলন গঢ়ি তুলিছিল। কেবাটাও জাতীয় আৰু ৰাজ্যিক সংগঠনৰ নেতৃত্ব বহন কৰিছিল। তাৰ ভিতৰত সদৌ আসম ট্ৰাইবেল সংঘৰ উপ সভাপতি (১৯৭৩), সভাপতি (১৯৮৫), নিখিল ৰাভা জাতীয় পৰিষদৰ সভাপতি (১৯৮০-১৯৯০), ৰাভা হাছং দাবী সাধাৰণ সভাপতি (১৯৯২), ৰাভা হাছং সুৰক্ষা পৰিষদৰ সভাপতি (১৯৯৬) ইত্যাদি উল্লেখ্যযোগ্য।

লাখছাৱা (গৰখীয়া) হিছাপে ম'হৰ পিঠিত উঠি শৈশৱ অতিবাহিত কৰা শৰৎ চন্দ্ৰ ৰাভাই ম'হৰ পিঠিতে ক-কলা শিকিছিল আৰু শৈশৱৰ সেই অধ্যয়ন-স্পৃহা তেওঁ কাৰাবাস, অজ্ঞাতবাস বা ভ্ৰমণৰ আজৰি পৰতো নিৰবধি চৰ্চা কৰিছিল। তেওঁ এজন ভাল নিবন্ধকাৰ, পত্ৰলেখক, কবি আৰু জীৱনীকাৰ আছিল। সমকালীন আলোচনী আৰু স্মৃতিগ্ৰন্থত তেওঁ লিখা প্ৰেছিডিয়েট ৰাজ্যিক ভ্ৰমণ, ৰাভাসকলৰ বাৰখো পূজাৰ অগ্নিপৰীক্ষা, সাক্ষাৎকাৰ, বাইজৰ চিঠি, পত্নীলৈ চিঠি (কৃষ্ণসাগৰৰ প্ৰশান্ত ৰূপ বৰ্ণাই লিখা কবিতা), আত্মজীৱনী আদিৰ কিয়দংশ ইতিমধ্যে প্ৰকাশ পাইছে আৰু কেইখনি পাণ্ডুলিপি আকাৰে অপ্ৰকাশিত অৱস্থাতে আছে। এইবোৰৰ একত্ৰ সংকলন কোনো সদাশয় ৰাইজে প্ৰকাশ কৰি উলিয়াসে

এটা মহৎ কাম কৰা হ'ব। (ইতিমধ্যে দুখনে মাখিপাৰাৰ গৌৰীশংকৰ ৰাভা আৰু দয়ালী ৰাভাই শৰৎ চন্দ্ৰ ৰাভাৰ আত্মজীৱনীৰ আধাৰত ফণী ৰায়ে যুগুতাই উলিওৱা 'জন অৰণ্যৰ মাজত ৰাভা শৰৎ চন্দ্ৰ', ২০০২ নামৰ পুথিখনি ছপাই উলিয়াইছে।)

মাউৰীয়া (পিতৃহাৰা) শৰতে হাউৰীয়া (সৰ্বহাৰা) আৰু দলহাৰা জনতাক দলীয় নেতৃত্ব দি শৈশৱৰে পৰা লালঝাণ্ডা (ৰঙা নিচান) উৰুৱাই জনসমুদ্ৰৰ মাজত অজ্ঞাতবাস-প্ৰবাস, সহবাস খাটি প্ৰতিবাদী মিচাইলত চামিল হৈ এক অসাধাৰণ আৰু অনুকৰণীয় আদৰ্শ দেখুৱাই থৈ গ'ল। উত্তৰাধিকাৰী সূত্ৰে পোৱা সামান্য পিতৃ ভূমিকে ভাতৃ-পুত্ৰ সমন্বিতে ভগাই খাই, ভগা পঁজা আৰু ভগা খাটপীৰাতে হাড়ভগা পৰিশ্ৰমৰ অন্তত কৰ্ট-কাছৰী বা সাপ্তাহিক বজাৰলৈ তিৰণি লৈ বোকাপানী খচকা ৰাস্তাৰে বাবিৰা-খৰালি ভগা চাইকেল বাই আহ্-মাহ কৰি অতি স্বাচ্ছন্দ্য অনুভৱ কৰা আশী বছৰীয়া বৃদ্ধ এজনে ওঠৰ বছৰীয়া চঞ্চল ডেকাৰ দৰে নীতি আৰু আদৰ্শৰ খাটিৰত কাৰো লগত মোকাবিলা নকৰাকৈ, সংসোৰী হৈও পুত্ৰ-কন্যা-পৰিবাৰৰ অহৈতুক অভিযোগ-অনুযোগত বিচলিত নহৈ, ক্ষমতাত থাকিও ক্ষমতাৰ ব্যৱহাৰত তিলমানো হেৰ-ফেৰ নকৰি অতি সাধাৰণ আৰু পৰিপাটি জীৱন-যাপনত পুত্ৰ-কন্যা সমন্বিতে আটাইবিলাক গুণগ্ৰাহীকে অভ্যস্ত কৰাই বিৰল ব্যক্তিত্বৰে কমিউনিষ্ট শৰৎ চন্দ্ৰ ৰাভাই মৃত্যুৰ মাজেদি অমৰত্ব লাভ কৰিলে। শৰৎ চন্দ্ৰ অতি নীতিপৰায়ণ লোক আছিল। নীতিৰ স্বাৰ্থতে কেতিয়াবা তেওঁ সংসদীয় ৰাজনীতিত প্ৰত্যক্ষ ভাবে নামিছিল আৰু নীতিৰ স্বাৰ্থতে বৰ্জনো কৰিছিল। সেইদৰে নীতিৰ বাবে একালত মনোমালিন্য ঘটা ব্যক্তি বা অনুষ্ঠানৰ লগত পুনৰ নীতিৰ বাবে সহৃদয়তা স্থাপন কৰাত অকণো কুণ্ঠাবোধ কৰা নাছিল।

বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ কৰ্মী হিচাপে যথেষ্ট সম্ভাৱনা থকা সত্ত্বেও ১৯৫২ চনৰ প্ৰথম বিধান সভাৰ সাধাৰণ নিৰ্বাচনত তেওঁ কংগ্ৰেছৰ হাকিম ৰাভাৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰা নাছিল, কিন্তু পৰৱৰ্তী নিৰ্বাচনৰ পৰা নিৰ্ঘাত পৰাজয় বুলি জানিও চি পি আইৰ প্ৰাৰ্থী হিচাপে এবাৰ, দুবাৰ নহয় আঠবাৰ প্ৰতিদ্বন্দ্বিতা কৰিছিল। আনকি ১৯৮৩ চনৰ অতি প্ৰতিকূল সময়তো দলীয় প্ৰাৰ্থী প্ৰত্যাহাৰ নকৰি ঘৰে ঘৰে ভোট বিচাৰি গৈ বাইজৰ হাতত প্ৰহৃতেই নহয় প্ৰাণনাশৰো ভাবুকি পাবলগীয়া হৈছিল। আনহাতে চাৰিদলীয় মিত্ৰ জোঁটৰ বাবে ১৯৯৬ আৰু ২০০১ চনৰ নিৰ্বাচনত লোভনীয় দুখনে সমষ্টি অগপৰ অৰুণ ৰাভাৰ হাতত এৰি দিবলগীয়া হৈছিল। তাৰ বাবে তেওঁ কোনো দিনে আপচোচ কৰা নাছিল। সেইদৰে ৰভা হাছং স্বায়ত্ব শাসিত দাবী কমিটিৰ সভাপতি হিচাপে হিতেশ্বৰ শইকীয়া নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰৰ সৈতে ৰাভা হাছং চুক্তি সম্পাদন হোৱাৰ পিছত তেৰেঁই পাবলগীয়া প্ৰথম অন্তৰ্বৰ্তীকালীন পৰিষদৰ মুখ্য কাৰ্যবাহী সদস্য পদটো চি পি আইৰ প্ৰাথমিক সদস্য পদৰ পৰা ইস্তফা দিয়াৰ বাবেই কৌশলেৰে উপ-সভাপতি সব্যসাচী ৰাভাৰ হাতত তুলি দিয়া হৈছিল (২০ ৭ ৯৫-৪ ৭ ৯৭) কিন্তু অগপ চৰকাৰ

দিনত বাভা হাছং সুৰক্ষা পৰিষদৰ সৈতে হোৱা পূৰ্বৰ নিৰ্বাচনী বুজাবুজি মৰ্মে সেই আসনখন পুনৰ শৰৎ চন্দ্ৰ ৰাভাকে ঘূৰাই দিবলগীয়া হৈছিল (৪ ৭ ৯৭ এপ্ৰিল ২০০১) পাঁচবছৰ কাল অতি আন্তৰিকতাৰে আৰু নিষ্ঠাৰে সীমাবিহীন ৰাভা হাছং স্বায়ত্ব শাসিত পৰিষদটি (তেওঁৰ ভাষাত পুতলা ৰাভা হাছং) চলাই পুনৰ তৰুণ গগৈ নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰৰ দিনত একালৰ সতীৰ্থ ডাঃ শৰৎ ৰাভাৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰি দিয়াতো কোনো কাৰ্পণ্য কৰা নাছিল।

সেইদৰে ৰাভা জাতীয় পৰিষদৰ দাৰিদুৰি অধিৱেশনৰ (১৯৮৭) বিষয়া-বাছনি সভাত তেওঁৰ প্ৰতি অনাস্থা প্ৰস্তাৱ দি সদন ত্যাগ কৰা বেছিভাগ ব্যক্তি আৰু সংগঠনৰ প্ৰতি তেওঁ পিছৰ কালছোৱাত কোনো দিনে বেয়া চকুৰে চোৱা নাছিল। আনকি তেওঁৰ কাৰ্যকালতে কৃত্ৰিম ভাষাৰে ৰাভা ভাষাক প্ৰাথমিক বিদ্যালয়ত প্ৰবৰ্তন কৰাৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ আগবঢ়োৱা-সুধনৈস্থিত ৰাভা ভাষা পৰিষদলৈ ৰাভা ভাষাৰ মান্যকৰণ আৰু বিকাশৰ বাবে পদক্ষেপ গ্ৰহণ কৰিবলৈ ৰাভা হাছং স্বায়ত্ব শাসিত পৰিষদৰ তৰফৰ পৰা একলাখ টকীয়া অনুদান আগবঢ়োৱা হৈছিল। তিৰাশীৰ নিৰ্বাচনত প্ৰাণ হানিৰ অপচেষ্টা চলোৱা উপৰতোলাৰ দুৰ্ঘটনাৰ বাবে কাকো জগৰীয়া নকৰি গোচৰ নোতোলাকৈ ৰাজনীতিক হাৰা বুলি নিশ্চুপে ৰৈছিল।

ধৰ্মীয় দিশতো তেওঁ বৰ উদাৰ আছিল। ছাত্ৰ-অৱস্থাতে (১৯৪৩ চনত) ব্ৰহ্ম ধৰ্মত দীক্ষা লোৱা এইগৰাকী ব্যক্তি খ্ৰীষ্টান পত্নীৰে (খ্ৰীষ্টান ধৰ্মৰ প্ৰচাৰক জাহাজ ৰাভাৰ কন্যা ৰেবিকা ৰাভাৰে ব্ৰাহ্মধৰ্মৰ নিয়মৰে ১৯৪৮ চনৰ ২২ মাৰ্চ তাৰিখে বিবাহ পাশত আবদ্ধ হয় আৰু তেওঁৰ বিযোগ হয় ১৯৯৫ চনৰ ৮ জানুৱাৰী তাৰিখে) অতি সুন্দৰভাৱে দাতে-ওঁঠে নলগাকৈ প্ৰায় আধা শতিকা কাল দাম্পত্য জীৱন অতিবাহিত কৰিব পাৰিছিল। তেওঁৰ পত্নীৰ প্ৰতি থকা প্ৰেম ঐকান্তিক আৰু নিৰ্ভেজাল আছিল। তেওঁ প্ৰায়ে ৰাভা ভাৱী পত্নী গৰাকীৰ পতিস্নেহৰ তুলনা দিবলৈ যাওঁতে ফুলশয্যা ৰাতি উচ্চাৰণ কৰা "জাগ পাকে জাগে তং জাগে তং ৰাম্পাৰ গান্দা দংচা। বাব্ৰা-জিব্ৰা নাছিকায়েবে উ'ম্বা গান্দা দংচা।।" অৰ্থাৎ বিচনীৰ বাচাটি প্ৰাকৃতি বতাহৰ দৰে কেতিয়াও নহয়, তদ্ৰূপ পিতৃ-মাতৃৰ মৰম পতিৰ মৰমৰ দৰে কেতিয়াও নহয় বোলা কথাষাৰৰ স্মৃতিচৰণ কৰিছিল আৰু জীয়াই থাকোতে তাৰ অন্যথা কেতিয়াও কৰা নাছিল। তেওঁ এহাতে ঈশ্বৰ বিশ্বাসী, আনহাতে মাৰ্ক্সবাদী দ্বান্দ্বিক বস্তুবাদী দৰ্শনৰ প্ৰতি অনুগত আছিল। সেয়েহে তেওঁৰ বাবে সেই ঈশ্বৰ ধৰ্মৰ গোড়ামী চেৰাই মানৱ প্ৰেম তথা বিশ্বপ্ৰেমত বিলীন হৈছে। তেওঁৰ মনত কোনো কুসংস্কাৰ নাছিল বাবে সকলোৰে ঘৰত খোৱা-বোৱা আৰু মিলা-মিচা কৰাত একো অসুবিধা পোৱা নাছিল। তেওঁ স্বাস্থ্যৰক্ষাৰ নিমিত্তে মাছ-মাংস বা পানীয় নিয়মিতভাৱে ব্যৱহাৰ কৰাৰ পক্ষপাতী আছিল। নিয়মিত শয্যাত্যাগ আৰু যোগ-ব্যায়ামৰ বলত তেওঁৰ কণ্ঠ শক্তি আৰু শাৰীৰিক শক্তিক বয়সে হাৰ মনাব পৰা নাছিল।

(লেখকে এবাৰ বৃদ্ধাবস্থাতে তেওঁৰ সৈতে গোৱালপাৰা কাচাৰীৰ ডাকবাংলোত ৰাত্ৰি যাপন কৰাৰ সুবিধা পাইছিল আৰু তাতো তেওঁক গতানুগতিকভাৱে ব্যায়াম আদি কৰা দেখিছিল। সিদিনা তেওঁৰ এই অভ্যাসৰ সুফল নিজে লাভ কৰাৰ উপৰিও আনকো দি ধন্য কৰাৰ কথা অৱগত কৰি এই লেখকক এই দিশত যথেষ্ট উৎসাহিত কৰিছিল।)

শৰৎ ৰাভা অতি ধৈৰ্যশীল আৰু ধীৰ প্ৰকৃতিৰ আছিল। হাজাৰ দুৰ্যোগ আৰু বিপদতো তেওঁ ভাগি পৰা নাছিল। শ্বিলঙত বিধায়ক হৈ থাকোতে তাঁৰবাৰ্তা পোৱা মাত্ৰকে লৰা-লৰিকৈ ঘৰমুৱা হৈও একেবাৰতে এটা মহয় দুটাকৈ কন্যাসন্তানৰ মৃত্যু হোৱা দেখিও কাঠৰ পুতলাৰ দৰে প্ৰতিক্ৰিয়াহীনভাৱে আত্মসম্বৰণ কৰিব পাৰিছিল। সেই অৱস্থাতো এবাৰলৈ তেওঁ পৰিয়ালক নিজৰ বিধায়ক আবাসলৈ স্থানান্তৰ কৰাৰ কথা ভৱা নাছিল আৰু চিকিৎসা-শিক্ষাৰ সুব্যৱস্থা নথকা সত্ত্বেও শিক্ষয়িত্ৰী পত্নীগৰাকীৰ দায়িত্বতে আটাইবোৰ পুত্ৰ কন্যাক গাঁওখনতে এৰি থৈ গৈছিল। সেইবাবেই তেওঁৰ কোনো গৰাকী পুত্ৰ-কন্যাই উচ্চশিক্ষাৰ মুখ দেখিবলৈ নাপালে আৰু ইয়াৰ বাবে তেওঁ কোনোদিন অনুতপ্ত কৰা বা অপৰাধ বোধত ভোগা আমি কোনেও ক'ব নোৱাৰিছিল। মৃত্যুৰ সময়ত তেওঁ নিজৰ চাৰিগৰাকী কৃষক পুত্ৰ (ধৰ্মানন্দ, হিমানন্দ, সদানন্দ, অচ্যুতানন্দ) আৰু এগৰাকী কন্যাৰ লগতে অগণন আত্মীয়-কুটুম্ব আৰু গুণমুগ্ধক আনি একো দি যাব নোৱাৰিলেও এটা বস্তুই দি থৈ গ'ল আৰু সেইটো হ'ল - "পৰৰ কাৰণে কান্দিব জানিলে কান্দোনতো সুখ পায়" বোলা তেওঁৰ বিশ্বভাতৃত্ববোধৰ মমত্ব আৰু উদাৰ হৃদয়ৰ গভীৰতা।

# ৰাজেন পাম

ড° উপেন ৰাভা হাকাচাম

"ভাগি গ'ল বীণখনি ছিগি ৰ'ল তাঁৰ,
বৈ গ'ল অৱশেষ অমিয়া ঝংকাৰ"।

বৰ অসমৰ বাৰেৰহনীয়া সংস্কৃতিৰ বৰপথাৰত যিসকলৰ কৃষ্টিৰ কণমাই সৃষ্টিৰ তাগিদাত দিহিঙে-দিপাঙে মাটি আৰু মানুহৰ গান গাই ফুৰিছিল - সিসকলৰ ভিতৰত ৰাজেন পামো এগৰাকী আছিল। এৰা ! সৌসিদিনালৈকে অসমৰ মঞ্চই মঞ্চই শুধ বগা খমখমীয়া চুৰিয়া-কামিজেৰে সভা-শুৱনি কৰি ঘূৰি ফুৰা অথচ নিজ ঘৰত আঠুমুৰীয়া পখৰা-চিতৰা গামোচাৰে পোন্ধ মাৰি এটা সাধাৰণ বনিয়নেৰে সৰ্বসাধাৰণ ৰাভা ৰাইজৰ দৰে ইটো-সিটো কাম কৰা বা চুবুৰীয়াৰ ওচৰলৈ গৈ সুখ-দুখৰ ভাগ লোৱা ৰাভা হৈও নিজকে অসমীয়া বুলি চিনাকি দি ভালপোৱা প্ৰকৃত অসমীয়া ৰাজেন পাম - এতিয়া আৰু আমাৰ মাজত নাই। এইগৰাকী স্বনামধন্য স্বভাৱ কবি, গীতিকাৰ, নাট্যকাৰ, ঔপন্যাসিক, চুটি গল্পকাৰ, নৃত্য বিশাৰদ আৰু সুৰকাৰ আজি কিছুকাল পূৰ্বে কৰ্কট ৰোগত ভুগি সুআৰোগ্য হ'বলৈ নৌপাওতে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ যোৱা ২৪ জুনৰ নিজ ঘৰতে মুকুল ৰাভা (সাংস্কৃতিক বিষয়া, দুধনৈ) প্ৰমুখ্যে শিল্পী পুত্ৰ দুগৰাকী আৰু শিল্পী কন্যা চাকিগৰাকীক পত্নীসহ ইহসংসাৰত এৰি থৈ স্বৰ্গগামী হয়। অৱশ্যে যথাযোগ্যভাৱে পিতৃ পৰিচয়ৰ পৰা বঞ্চিতা শিল্পী কন্যা আন এগৰাকীও তেওঁ সুযোগ্য মাতৃৰ (ৰাজেন পামৰ একালৰ সহশিল্পী) দৰে ৰাজেন পামৰ পৰিয়ালৰ অংগ স্বৰূপ। ১৯৩০ চনৰ এপ্ৰিলৰ কোনোবা এটা দিনত ৰাজেন পামৰ নিজ গাওঁ ছোটমাটিযাত (গোৱালপাৰা জিলাৰ দুধনৈৰ নাতিদূৰত অৱস্থিত এখন পিছপৰা ৰাভা জনজাতি বসতি প্ৰধান গাঁও) জন্ম হৈছিল।

ৰাজেন পাম বিশেষ জনগোষ্ঠী বংশোদ্ভৱ গুণে সেই জনগোষ্ঠীৰ 'জনমত হৰিনাম মৰণত হৰিনাম হৰিনাম শিশুৰ মুখত' বুলি অভিহিত বৰপেটা ধামৰ দৰে জনমে-মৰণে সংগীতৰ এক সুৰীয়া পৰিমণ্ডলত (পুৰুষোত্তম দাসৰ অভিমত ১৯৮০, বাচানলৰ মৌসৰা সুৰ) ললিত-পালিত হৈ জীৱন আৰু জীৱিকাৰ তাগিদাত তাহানিৰ নেফাৰ পৰা গাৰোপাহাৰলৈ বাটকুৰি বাই গাঁৱে-ভূঞে এছোৱা শিক্ষকতা আৰু এছোৱা সামাজিক শিক্ষা বিষয়াৰ মহান দায়িত্ব কৰ্তব্য নিষ্ঠাৰে সম্পাদন কৰি ভ্ৰমি ফুৰোতে কৃষ্টিৰ বৰপেৰাত সৃষ্টিৰ মৌচাক সুৰ নিগৰাই সংগীত তথা সাহিত্য তৃষ্ণা নিবাৰণ কৰিবলৈ সক্ষম হৈছিল — একমাত্ৰ আজন্ম লোকশিল্পী হোৱা গুণেহে। স্বীকৃতি স্বৰূপে অৱশ্যে পলমকৈ হ'লেও ১৯৮৯ চনত ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰাৰ উপৰিও বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ পৰা বিপুল অভিনন্দন আৰু সম্বৰ্দ্ধনা (গোন প্ৰথমে অসম সাহিত্য সভাৰ অভয়াপুৰী অধিৱেশনত তেওঁ সম্বৰ্দ্ধিত হৈছিল) অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। ৰাভা জাতীয় পৰিষদেও স্বীকৃতি

স্বৰূপে তেওঁক 'ৰাভা নৃত্য-গীতৰ ওস্তা' বিভূষণেৰে বিভূষিত কৰিছিল। তেওঁ জীৱিত কালত বিভিন্ন শিক্ষাবিদ, সমাজ সংস্কাৰক আৰু শিল্পী সাহিত্যিকৰ প্ৰত্যক্ষ সান্নিধ্যলৈ অহাৰ গুণে সাধাৰণ শিক্ষাগত অৰ্হতাৰেও (মেট্ৰিকুলেট ১৯৫০) আৰু সংগীতৰ বিশেষ ডিপ্লোমা বা ডিগ্ৰী নথকা সত্বেও (অৱশ্যে সামাজিক শিক্ষাৰ প্ৰশিক্ষণৰ বাবে কিছুকাল শান্তি নিকেতনত থকাৰ সুবিধা পাইছিল) পঞ্চম সুৰত আৱদ্ধ ৰাভা লোকগীতৰ আধুনিকীকৰণ কৰি এক নতুন প্ৰাণ আনি দিছিল। তেওঁৰ সাৰ্থক অনুগামী ভাতৃদ্বয় গণপতি পাম (এবোঁ ৰাজ্যিক শিল্পী পেঞ্চনপ্ৰাপ্ত) আৰু বনমালী পাম (খাম বাদ্যৰ ওস্তাদ হিচাপে জনাজাত) আৰু সতীৰ্থ স্বৰূপ স্বৰ্গীয় প্ৰসন্ন কুমাৰ পাম, কংগ্ৰেছ ৰাভা, স্বৰ্গীয় ফুলচৰণ ৰাভা আদিৰ সৈতে ৰাভা কৃষ্টি নৃত্যৰ আৰু ৰাভা লোকগীতৰ কেৱল অসমতে নহয় সৰ্বভাৰতীয় পৰ্যাযতো স্বীকৃতি লাভ কৰাত তেওঁৰ বিশেষ অৰিহণা আছে। পোন প্ৰথমে ১৯৫৭ চনত সৰ্বভাৰতীয় মঞ্চত (ভাৰতীয় গণ নাট্য সংঘৰ দিল্লীত অনুষ্ঠিত অষ্টম অধিবেশনত) পৰিবেশিত ফাৰকান্তি নৃত্যৰে শুভাৰম্ভ কৰি ১৯৮৬ চনত অনুষ্ঠিত অপনা উৎসৱলৈকে তাদে কেইবাৰ গণতন্ত্ৰ দিৱস, বাণিজ্য মেলা আদিত তেওঁৰ দ্বাৰা পৰিচালিত ৰাভা নৃত্যই বিশেষভাৱে আমন্ত্ৰিত হৈ আহিছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰথম ৰাভা গীতৰ প্ৰচাৰ (১৯৫৭), সৰলা ৰাভাৰ সৈতে দ্বৈতভাৱে প্ৰথম ৰাভা গীতৰ গ্ৰামোফোন ৰেকৰ্ড (১৯৬২) ফেকাল্টি হাইস্কুলৰ সৌজন্যত বাণীবদ্ধ হোৱা 'বাৰে বৰণীয়া অসম' নামৰ লংপ্লেয়িং ৰেকৰ্ডৰ দুটি ৰাভাগীত, সাংস্কৃতিক সঞ্চালকালয়ৰ সৌজন্যত ১০টা ৰাভা গীতৰ এল পি ৰেকৰ্ডৰ উপৰিও মহেন্দ্ৰ ৰবা পৰিচালিত 'ৰাভা সংস্কৃতিৰ পম খেদি' নামৰ অনাতাঁৰ আলেখ্য (১৯৭১), বিষ্ণুৰাভা চলচিত্ৰ প্ৰতিষ্ঠানৰ বেনাৰত 'বায়খো' আদি ৰাভা তথ্যচিত্ৰৰ নিৰ্মাণত (১৯৮৫) ৰাজেন পামৰ বিশেষ অৰিহণা আছে। 'মান্দানি ঝাৰা' নামৰ মুক্তি পাবলগীয়া প্ৰথম ৰাভা ভিডিঅ' ফিল্মৰ পৰিচালনাৰ ভাৰো তেওঁ সুচাৰুৰূপে সম্পাদনা কৰিছিল। আনকি 'ছিৰিগিনি বিছি ৰাংচাৰি' আদি ৰাভা নাটকৰ উপৰিও অসমীয়াত ৰচিত ৰেঙণি, মৰহাফুল, লাঙুটি আৰু কুকুৰ আদি অনাতাঁৰ নাটকো (গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ যোগে প্ৰচাৰিত) ৰচনা কৰি ভূয়সী প্ৰশংসা আৰ্জিবলৈ সমৰ্থ হয়। ইতিমধ্যে তেওঁৰ প্ৰকাশিত-অপ্ৰকাশিত প্ৰায় ২৫০ টা ৰাভা গীত, ভালে সংখ্যক কৃষ্টি, নৃত্য ৰাভা সমাজত তেওঁৰ লগতে তেওঁৰ যোগ্য অনুগামীসকলৰ দ্বাৰা পৰিবেশিত হৈ আহিছে। সেই সকলৰ ভিতৰত অনাতাঁৰ শিল্পী চন্দ্ৰ ৰাভা (ৰাজেন পামৰ কেবাটাও গীতৰ স্বৰলিপি লিখি উলিয়াইছে), হীৰা ৰাভা, জ্যোৎস্না ৰাভা, ধৰণী পাম, কুঞ্জবিহাৰী ৰাভা অন্যতম - যি সকলে ৰাভা আধুনিক গীতৰ ধাৰা অনাতাঁৰ তথা দূৰদৰ্শন কেন্দ্ৰ যোগে অব্যাহত ৰাখিছে। পুত্ৰ মুকুল ৰাভা পৰিচালিত 'ঋতুৰা চায় পিদান' (হিন্দী আৰু অসমীয়া বিৱৰণি সহ) নামৰ ৰাভা আধুনিক গীতৰ শ্ৰব্য কেছেটখনতো ৰাজেন পামে গীত লিখি সুৰ দি গৈছে। তেওঁৰ দ্বাৰা ৰচিত আৰু সুৰাৰোপিত 'অ আঙি হেং' নামৰ গীতটিয়ে ৰাভা জাতীয় সংগীত হিচাপে সদৌ অসম কৃষ্টি সন্মিলনৰ অনুমোদন লাভ কৰে।

অন্যান্য সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰতো তেওঁৰ অবদান যথেষ্ট আছিল। সদৌ অসম ৰাভা কৃষ্টি সন্মিলনৰ প্ৰতিষ্ঠাপক উপদেষ্টা হিচাপে ভালে কেইবছৰ কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও দুধনৈস্থিত ৰাভা ভাষা পৰিষদৰ তেওঁ প্ৰতিষ্ঠাপক সম্পাদক আছিল। সদৌ অসম ৰাভা কৃষ্টি সন্মিলনৰ উপৰিও সাংস্কৃতিক সঞ্চালকালয়ৰ অধীনস্থ দুধনৈ সাংস্কৃতিক কেন্দ্ৰ যোগে পৰিচালিত ৰাভা লোকনৃত্যৰ কৰ্মশালাত বিশেষজ্ঞ হিচাপে দায়িত্বভাৰ লৈ তেওঁ পৰম্পৰাগত বাযখো (ছ্যথাৰ), ফাৰক্ৰান্তি, খোক্‌চি, গিৰকায়, হাছং, ধাওৰা আদি নৃত্যৰ কৰিঅ'গ্ৰাফী কৰাত বিশেষ আগভাগ লৈছিল। দীৰ্ঘকাল ভাৰতীয় গণ নাট্য সংঘৰ প্ৰাথমিক সদস্য হিচাপে লাভ কৰা অভিজ্ঞতাৰ ভিত্তিত তেওঁৰ অসমৰ প্ৰতিটো জাতি-জনজাতিৰ মাজত সমন্বয়-সম্প্ৰীতি একান্তভাৱে কামনা কৰিছিল আৰু সেই উদ্দেশ্য সাধনৰ বাবে অসমৰ এক বিশেষ সংকট কালত (১৯৮৩) সদৌ অসম জনসাংস্কৃতিক পৰিষদৰ নেতৃত্বত 'সমন্বয় সাংস্কৃতিক অভিযান' সাফল্যমণ্ডিত কৰিবৰ বাবে দেহে-কেহে খাটিছিল। সামাজিক শিক্ষা বিষয়া হিচাপে গাৰো ভাই-ভনীৰ জাতীয় সাজ-পাৰ (ডাকমান্দা) প্ৰতি আকৃষ্ট কৰা আৰু বয়ন শিল্পত আত্মনিৰ্ভৰশীল হোৱাত, ধৰ্মান্তৰিত হৈ জাত্যান্তৰ হোৱা আৰু নীচাত্মিকা বোধত ভোগা ৰাভা ভাই-ভনীৰ স্বকীয় ভাষা-কলা-সংস্কৃতিক লৈ গৌৰৱবোধ কৰাৰ ক্ষেত্ৰত ৰাজেন পামৰ ভূমিকা 'উপদেশতকৈ আৰ্হি ভাল' স্বৰূপ আছিল।

১৯৬২ চনতে দুটি অসমীয়া আধুনিক গীতৰ গ্ৰামোফোন যোগে আত্মপ্ৰকাশ কৰা শিল্পীগৰাকীয়ে জীৱিত কালত ভালেসংখ্যক অসমীয়া গীত, কবিতা, গল্প, উপন্যাস আৰু প্ৰবন্ধৰে অসমীয়া ভাষা সাহিত্যলৈও বিশেষ অবদান যোগাবলৈ সক্ষম হয়। তেওঁৰ অসমীয়া সাহিত্য কৃতিৰ ভিতৰত - জানং-জিনং (লয়াৰ্ছবুক ষ্টল, ১৯৯০) দাইদি (শাৰদীয় আজিৰ অসম, ১৯৯০) ন নদীৰ নাম দুধনৈ (যন্ত্ৰস্থ) নামৰ তিনিখন উপন্যাস, নেফা আৰু ৰাভা সংস্কৃতিৰ পটভূমিত ৰচিত ভালেমান চুটি গল্প (ভিন ভিন বাৰ্তালোচনীত প্ৰকাশিত), প্ৰতিধ্বনি, লখিমী, ৰংচায়ৰ ৰঙিলী নামৰ নৃত্য নাটিকা (পাণ্ডুলিপি), সেউজীয়া বননিৰ মাজে মাজে নামৰ কবিতা (পাণ্ডুলিপি), কাঢানলৰ মৌসৰা সুৰ (প্ৰথম সংস্কৰণ, ১৯৬০, তৃতীয় সংস্কৰণ, ১৯৯২) অন্যতম।

বনকোঁৱৰ অনন্দি ৰাম দাস আৰু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ অতি মৰমৰ এই গৰাকী দৰদী শিল্পীয়ে 'নল-খাগৰিৰে সজা সাত-আঠ ফুট দীঘল পঞ্চম সুৰৰ সৃষ্টি কৰিব পৰা কাঢ়া বাদ্যই মোৰ সংগীত জীৱনৰ মূল উৎস' (দৈনিক অসম, ১৩ ১০ ৮৯) হিচাপে স্বীকাৰোক্তি দিয়াৰ উপৰি সাম্প্ৰতিক অসমত গা কৰা বিচ্ছিন্নতাবাদৰ প্ৰৱণতাৰ বিপৰীতে এজন মহান অসমীয়া হিচাপে তেওঁৰ আত্ম-উপলব্ধি আছিল- 'মহাপুৰুষ শংকৰদেৱে দেখোন তাহানিতে নতুন বাট কাটি পথ সুগম কৰি গৈছে।' ৰাভা লোকনৃত্য খুক্‌চিৰ শিল্পীয়ে শিক্ষা জনাটো আৰু সত্ৰীয়া নৃত্য শিল্পীয়ে শিক্ষা জনাটো একেটাই নহয় জানো?

এই দিনবোৰৰ কথা আজিৰ অসমীয়া সকলো জনশিল্পীয়েই আৰু সাধাৰণ ৰাইজেও

জানিব লাগে - 'শংকৰদেৱৰ মহৎ উদ্দেশ্য আমি আটায়ে উপলব্ধি কৰিব লাগে - তাৰ পিছতহে হেৰাই যাব খোজা (সমন্বয় প্ৰক্ৰিয়াৰ) সুগম পথ বিচাৰি পোৱা যাব।' (বস্তু ওজাই লোৱা সাক্ষাৎকাৰ, দৈনিক অসম, ২৪.৫ ৮৭) যিটো বৰ অসমৰ সাতভনীৰ সমন্বয়কামী আমাৰ আটাইৰে মনৰ কথাও।

ৰাজেন পামে প্ৰায়ে আক্ষেপ কৰি কৈছিল - আজি আমাৰ সৰ্বত্ৰতে বিষ্ণুপ্ৰসাদ ৰাভাৰ মৃত্যু দিৱস মহা আড়ম্বৰেৰে উদ্‌যাপন কৰা হয়। কিন্তু বিষ্ণু ৰাভাৰ প্ৰকৃত মূল্যায়ন হৈছে জানো? আজি অসমৰ 'ৰাভা দিৱস'হে উদ্‌যাপিত হয় (অসমৰ অন্যতম জনগোষ্ঠী ৰাভাসকলৰ দিৱস?) আৰু সেই দিৱসত 'ৰাভা গীত'হে গোৱা হয় (ৰাভা ভাষাৰ গীত নেকি?)। তেওঁ এই বিষয়ে বিভিন্ন সভাই-সমিতিয়ে, বাতৰি কাকত যোগেও বিদ্বানজনৰ দৃষ্টি আকৰ্ষণ কৰিছিল যে দিৱসটোৰ নাম 'কলাগুৰু বিষ্ণু ৰাভা দিৱস' আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ লিখিত আৰু সুৰাৰোপিত গীতবিলাক নাম 'বিষ্ণুসংগীত'হে হোৱা উচিত।

উত্তৰসূৰী ৰাভা যুৱক-যুৱতীক তেওঁ উপদেশ দিছিল - আমিয়ে অৰ্থাৎ ৰাভা সকলেহে ৰাভাৰ বিষয়ে ক'ব লাগিব, লিখিব লাগিব, ভাবিব লাগিব। আন কোনেও ৰাভাৰ বিষয়ে ক'বলৈ, লিখিবলৈ আৰু ভাবিবলৈ নাহে। আজিকোপতি অসমীয়া ভাষাৰ ৰাভাৰ পটভূমিত ভাল এখন চিনেমাটো বাদেই তথ্যচিত্ৰও নিৰ্মিত হৈ নুঠিল। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত ৰাভা ভাষাৰ গীত-মাত সপ্তাহত দুই-তিনিদিন পিছে পিছে পোন্ধৰ মিনিটলৈ প্ৰচাৰ হোৱাৰ বাহিৰে বড়ো বা কাৰ্বিৰ দৰে পঞ্চল্লিশ মিনিটীয়া নিজাকৰীয়া অনুষ্ঠান প্ৰচাৰিত নহ'ল। তেওঁ মৃত্যুৰ হুবহুমান পূৰ্বলৈকে আশাবাদী আছিল যে অন্ততঃ তেওঁৰ দ্বাৰা লিখিত 'জানং জিনং' নামৰ উপন্যাসখনকে আন কোনোবাই চিনেমা বা চিৰিয়েল কৰক। এই সংক্ৰান্তত তেওঁ নিজে সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত কেবাবাৰো আলোচনা-বিলোচনা কৰিছিল আৰু জনজাতি গৱেষণা প্ৰতিষ্ঠানৰ সহায় সহযোগিতাৰে ইন্দ্ৰজিৎ নাৰায়ণ দেৱে পৰিচালিত কৰিবলগীয়া 'জান-জুৰি' নামৰ চিনেমাখনৰ বাবে তথ্যচিত্ৰও যুগুত কৰি উলিয়াইছিল।

তেওঁৰ বিয়োগৰ পিছত তেওঁৰ এই শেষ ইচ্ছা বাস্তৱায়নৰ অৰ্থে তেওঁৰ গুণমুগ্ধ শিল্পী-সাহিত্যিকৰ লগতে ৰাভা হাছেং (চৰকাৰী) কৰ্তৃপক্ষই আগবাঢ়ি আহিছে আৰু দুধনৈত ৰাজেন পাম স্মৃতি সংৰক্ষণ সমিতিৰ উদ্যোগত ৰাজেন পাম ভৱন স্থাপন কৰি সাংস্কৃতিক কাৰ্যসূচী ৰূপায়িত কৰিছে। অৱশ্যে সাহিত্যৰ পথাৰত তেওঁৰ প্ৰকাশিত-অপ্ৰকাশিত আটাইবিলাক ৰচনা এক খণ্ডতে 'ৰচনা সম্ভাৰ' হিচাপে প্ৰকাশ কৰি উলিওৱাৰ বাবেও উদ্যোগ ল'ব লাগিব। সেইদৰে তেওঁৰ গীতসমূহ স্বৰলিপি সহ বাণীবদ্ধ কৰি উলিয়াই ৰাজেন (পাম) সংগীতৰ ধাৰা প্ৰতিষ্ঠা কৰিব পাৰিলেহে তেওঁৰ শিল্পী প্ৰতিভাক যথোচিত মৰ্যাদা প্ৰদান কৰা সূচাব।

# ৰাজেন ৰাভা

ড° উপেন ৰাভা হাকাচাম

প্ৰাপ্তি-অপ্ৰাপ্তিলৈ ভয় নকৰা, আশ্ৰমৰ ঋষিৰ দৰে নিৰাড়ম্বৰ আৰু নিস্পৃহ জীৱন-যাপন কৰি ভাল পোৱা গান্ধীবাদী ৰাজেন্দ্ৰনাথ ৰাভাই (ৰাজেন ৰাভা হিচাপে জনাজাত) অকল ৰাভা জাতিৰে নহয় সমগ্ৰ অসমবাসীৰে বুকুৰ আপোন আছিল। সাধাৰণ আহাৰ গ্ৰহণ আৰু নিয়মানুৱৰ্তিতাৰ মাজেৰে দিন অতিবাহিত কৰি ভালপোৱা স্বল্পতুষ্ট ব্যক্তি, মিষ্টভাষী, আটাইৰে প্ৰিয়ভাজন, কথা দিলে কথা ৰখা, তেঁৰা-বেঁকা বুজি নোপোৱা অজাতশত্ৰু স্বৰূপ আছিল।

ৰাজেন ৰাভাৰ প্ৰাৰম্ভিক জীৱন অতি সংঘাতময় আৰু দুৰ্যোগপূৰ্ণ আছিল। শৈশৱৰে পৰা দাৰিদ্ৰৰ সৈতে যুঁজি যুঁজি ডাগৰি নপৰা ৰাজেন ৰাভা কিন্তু জন্মসূত্ৰে পিতৃহাৰা বা গৃহহাৰা নাছিল। পৰাধীন নাগালেণ্ডৰ কহিমাত কৰ্মৰত সৈনিক পিতৃৰ প্ৰথম পুত্ৰ ৰাভাৰ জন্ম চন ১৯২০, মোমায়েকো আছিল অগাধ ভূ-সম্পত্তিৰ মালিক। পুত্ৰ সন্তান কামনাৰ্থে দুগৰাকীকৈ পত্নীৰে অৱশেষত এটি পানীকেঁচুৱা ভাতৃ ৰাজেন ৰাভাৰ যৌথ পৰিয়ালত উপহাৰ দি মোমায়েকৰ মৃত্যু হয়। মোমায়েকৰ মৃত্যুৰ পিছতে ৰাভা কু-সংস্কাৰেৰে ভৰা জনজাতীয় সমাজ-ব্যৱস্থাৰ বলি হ'বলগীয়া হ'ল ঃ মোমায়েকৰ সা-সম্পত্তি হেৰুওৱাৰ উপৰিও গৃহহাৰাও হয় আৰু দেশৰ মৰ্য্যদা ৰক্ষা কৰি ফুৰা পিতৃৰ অভিভাৱকত্বৰ পৰাও বঞ্চিত হৈ অনাই-বনাই ফুৰিবলগীয়া হয়। এনে সময়তে সুখ্যাতিৰে এল পি আৰু এম ই পাছ কৰা ষোল বছৰীয়া ৰাজেন ৰাভাই (১৯৩৬ চনত) অসম-বঙ্গীয় সাৰস্বত আশ্ৰমৰ (কোকিলামুখস্থিত) গুৰুগৃহত লাভ কৰা সংস্কৃত আৰু বঙলা ভাষাৰ শিক্ষাৰে জ্ঞানচক্ষু মুকলি হৈ জ্ঞানযোগী হৈ এহাতে নিৰাশ্ৰয়া মাতৃৰ ভৰণ-পোষণৰ দায়িত্ব বহন কৰাৰ উদ্দেশ্যে মাৰোৱাৰী দোকানৰ যোগনীয়া, বিজনী ৰাজ ষ্টেটৰ খাজনা তোলা মহৰী, মেলাত মণিহাৰী বস্তুৰ বেহানি আদিয়াৰত খেতি-বাতি কৰি নিজ শ্ৰমেৰে পেট প্ৰবৰ্তোৱাৰ উপৰিও নৈশ বিদ্যালয়ৰ সংগঠক আৰু শিক্ষকতা হিচাপে সেৱা আগবঢ়ায়। তদুপৰি স্বাধীনতা আন্দোলনৰ জংগী কৰ্মী হৈও দেশৰ আৰু দহৰ হকে নিজকে সমাজৰ ভালভাৱে আত্মনিয়োগ কৰে। উইভিং ট্ৰেইনিং স্কুল আৰু সৈন্য বাহিনীত ভৰ্তিৰ বাবেও মানসিক প্ৰস্তুতি চলায় যদিও অৱশেষত নিজে মনে বিচৰা স্কুল মাষ্টৰকে বৃত্তি হিচাপে লাভ কৰে ওঠৰ বছৰ অতিক্ৰম কৰা বয়সত।

সৰস্বতীৰ বৰপুত্ৰ ৰাজেন ৰাভাক স্কুলৰ শিক্ষকতা কৰাহে যেন বিদ্যাদেৱীয়ে বাট

চাই আছিল - প্ৰথমে গুৰু ট্ৰেইনিং স্কুলত প্ৰশিক্ষণ ল'বলৈ যোৱা (১৯৪৮) ৰাভাই নিজ প্ৰতিভাৰ বলত বৃত্তিসহ যোৰহাট নৰ্মাল স্কুল (১৯৪৯-১৯৫২), তিতাবৰ বুনিয়াদী প্ৰশিক্ষণ কলেজ (১৯০৬) আদিত অধ্যয়ন কৰাৰ সুবিধা লাভ কৰে। তাৰ লগে লগে প্ৰাইভেটকৈ মেট্ৰিক (১৯৫৫), আই, এ (১৯৬২), বি এ ১৯৬৫ আৰু অসমীয়াত এম এ (১৯৭১) ডিগ্ৰী লাভ কৰে। সেই সময়ছোৱাতে হিন্দীত বিশাৰদ ডিগ্ৰী (১৯৫৭) লাভ কৰি বৰ্ধা ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰো প্ৰচাৰক আৰু পৰীক্ষা ব্যৱস্থাপক হিচাপে দহ বছৰ কাল (১৯৫৯-১৯৬৯) সেৱা আগবঢ়ায়। লগে লগে সাহিত্য সাধনাতো ব্ৰতী হয় আৰু উদয়ন (১৯৫৫), কিশলয় (১৯৫৭) আদি আলোচনী সম্পাদনা কৰে। মুক্তি, ইন্‌চাফ, জয়ন্তী, ৰামধেনু আদি আলোচনীত ৰাভা ভাষা-সাহিত্য সংস্কৃতি বিষয়ক প্ৰবন্ধাদি লিখি পণ্ডিত মণ্ডলীৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। আৰু দুধনৈত অসম সাহিত্য সভাৰ শাখা প্ৰতিষ্ঠা কৰি (১৯৫৪) দুই-তিনিবাৰ কাৰ্যনিৰ্বাহক সদস্য হোৱাৰ উপৰিও শেহত উপ-সভাপতি হিচাপে (১৯৮৩) কাৰ্যভাৰ গ্ৰহণ কৰে। অসম সাহিত্য সভাৰ দ্বাৰা তেওঁৰ তিনিখন বহুমূলীয়া গ্ৰন্থ (ৰাভা জনজাতি (১৯৭৪), ৰাভা সাধু (১৯৭৭), ৰাভা শব্দ-সম্ভাৰ (১৯৮২) প্ৰকাশ পোৱাৰ উপৰিও প্ৰকাশ, অসম সাহিত্য সভা পত্ৰিকা, গৱেষণাধৰ্মী আলোচনী আৰু অন্যান্য স্মৃতিগ্ৰন্থ, আলোচনী আদিত তেওঁ লিখা শতাধিক প্ৰবন্ধ-নিবন্ধ প্ৰকাশ পাইছে। সূচক হিচাপে বিশ্ববিদ্যালয়ৰ কেইগৰাকী গৱেষকক সহায় কৰি নিজেও অনুপ্ৰাণিত হৈ ৰাভা সমাজ আৰু সংস্কৃতি বিষয়ক (The Rabhas Their Society and Culture, 1972, G U) গৱেষণা কাৰ্যত হাত দিয়ে। একে সময়তে ভালেমান অনুষ্ঠান-প্ৰতিষ্ঠানৰ দ্বাৰা অনুষ্ঠিত, ৰাষ্ট্ৰীয় আৰু জাতীয় আলোচনা-চক্ৰ, বক্তৃতা প্ৰদানতো ভাগ লৈ তেওঁ নিজৰ দক্ষতা প্ৰতিপন্ন কৰে।

মৃত্যুঅবধি তেওঁ প্ৰবন্ধ-নিবন্ধ ৰচনা আৰু গৱেষণা-কাৰ্য অব্যাহত ৰাখিছিল। প্ৰকাশৰ জোখাৰে মাত্ৰ পাচঁখন গ্ৰন্থ প্ৰকাশ পালেও (বিভিন্ন আলোচনীত প্ৰকাশিত শিক্ষা, সংস্কৃতি, ভাষা, কলা, সাহিত্য আৰু মনোবিজ্ঞান বিষয়ক নিবন্ধৰ বাহিৰে) আৰু ভালেসংখ্যক ৰচনা সংকলিত আৰু সম্পাদিত অৱস্থাতে অৰ্থৰ অভাৱত অপ্ৰকাশিত হৈ ৰ'ল। অতি সুখৰ বিষয় যে চূড়ান্ত ৰেজিষ্ট্ৰেচন হোৱা সত্ত্বেও দাখিল নকৰা তেওঁৰ পি এইচ ডিৰ গৱেষণা-গ্ৰন্থখন কিন্তু তেওঁ শয্যাশায়ী হোৱাৰ কিছুদিন পূৰ্বে সমাপ্ত কৰি আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাৰ জৰিয়তে ছপাই উলিয়াবলৈ অনুমতি প্ৰদান কৰি থৈ যায়। ২০০২ চনত হাতেলিখা অৱস্থাৰ প্ৰায় পাঁচশ পৃষ্ঠাৰ এই গ্ৰন্থ উক্ত প্ৰতিষ্ঠানে দুগৰাকী বিশেষজ্ঞৰ হতুৱাই পুনৰীক্ষণ কৰাই ছপাবলৈ উলিয়াইছে। আজীৱন গৱেষক ডেকা ৰাজেন ৰাভাই বজত ৰাভা ছদ্মনামেৰে (১৯৫৮) প্ৰত্যাহ্বান জনোৱা বিষয়টোৰ সন্দৰ্ভত (ডঃ 'কছাৰী প্ৰবন্ধৰ বিষয়ে,' ৰামধেনু, একাদশ বছৰ, প্ৰথম সংখ্যা, বহাগ ১৮৮০ , সম্পাঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য) নিজে গৱেষণাধৰ্মী মানসিকতাৰে খৰচি মাৰি সন্দেহৰ অৱকাশ আঁতৰাই থৈ যায়। তেওঁৰ এই অক্ষয় কীৰ্তি কেৱল ৰাভা সমাজৰে গৌৰৱ

নহয়, অন্যান্য বিদ্বৎ সমাজতো বিশেষকৈ ইয়াৰ অফুৰন্ত সমন্বৰ বাবে ই যে অতি প্ৰশংসনীয় হ'ব এইটো নিঃসন্দেহ।

প্ৰচাৰবিমুখ আৰু প্ৰাপ্তিৰ প্ৰতি উদাসীন ৰাজেন্দ্ৰনাথ ৰাভাৰ আত্মোৎসৰ্গ আৰু শ্ৰমৰ মৰ্যাদাক পলমকৈ হ'লেও অৱশ্যে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে সন্মান আৰু স্বীকৃতি দিলে। ৰাষ্ট্ৰপতিৰ কৃতী শিক্ষকৰ বঁটা (১৯৮৬), অসম চৰকাৰৰ সাহিত্যিক পেন্সনৰ উপৰিও কমল নাৰায়ণ চৌধুৰী বঁটা (১৯৮৮) আৰু ডালিম কুমাৰ মেধি বঁটাও (১৯৯৯) তেওঁ লাভ কৰিলে। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সন্মানীয় আসনত তেওঁক উপবিষ্ট কৰাও হ'ল। নিজে বঞ্চিত হোৱা সত্বেও উচ্চ ডিগ্ৰীধাৰী, অৰ্হতাসম্পন্ন এইগৰাকী ব্যক্তিক মহাবিদ্যালয আৰু উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক নিৰ্বাচন সমিতিৰ সদস্য বা বিশেষজ্ঞ হিচাপে দায়িত্ব ন্যাস্ত কৰা হ'ল। অতি নিকা আৰু সৎ চৰিত্ৰৰ ৰাভাৰ সমাজ-সেৱা অতি নিস্বাৰ্থ আৰু নিৰ্ভেজাল আছিল। নানা আৰ্থিক আৰু ৰাজনৈতিক সংকটৰ মাজেদিও দুধনৈৰ দৰে উদ্যোগবিহীন অঞ্চলত অসম সাহিত্য সভাৰ দৰে ব্যযবহুল অধিবেশনৰ (১৯৯১)আদৰণি সমিতিৰ সভাপতিৰ গুৰু-দায়িত্বভাৰ লৈ অতি নিযাৰিকৈ অনুষ্ঠান পাৰ কৰাবলৈ সমৰ্থ হৈছিল। তেওঁৰ সাংগঠনিক শক্তি আছিল অতি বখানিবলগীযা। তেওঁ অতি নিখুঁতভাৱে সকলো পৰিকল্পনা আৰু আঁচনি প্ৰস্তুত কৰাৰ উপৰিও ইয়াক সম্পন্নও কৰিব পাৰিছিল। তেওঁৰ দ্বাৰা গঢ়িত ৰাভা ভাষা পৰিষদ, দুধনৈ (১৯৮০) আৰু ৰাভা অধ্যয়ন চক্ৰ, দুধনৈ (১৯৯০) আদি অনুষ্ঠান অতি সুন্দৰভাৱে বৰ্তমানো চলি আছে।

ৰাজেন ৰাভাৰ প্ৰতিভা, কীৰ্তি আৰু কৃতিত্ব বহুমুখী আছিল। যিগৰাকী ব্যক্তিযে বাল্যকালতে বিশেষকৈ ছাত্ৰ জীৱনতে একেলগে কৰ্ম-জীৱন আৰু সমাজসেৱা কৰিবলগীয়া হৈছিল আৰু কৰ্ম জীৱনত থাকিয়েই নিজ অধ্যৱসায় গুণে বিশ্ববিদ্যালযৰ সৰ্বোচ্চ ডিগ্ৰী লৈ হেলাৰঙে আহৰণ কৰি বিদ্যাক্ষেত্ৰত উধাব পৰিছিল আৰু নানা সামাজিক সাংস্কৃতিক আৰু সাহিত্য-ক্ষেত্ৰত অনবদ্য অৰিহণা যোগাই সফলতাৰ তুলনাচনীত সন্মানজনক সদস্যপদ, সম্বৰ্ধনা লাভৰ উপৰি একদিক্ৰমে ৰাষ্ট্ৰীয় কৃতী শিক্ষকৰ বঁটা, কমল নাৰায়ণ চৌধুৰী বঁটা, ডালিম কুমাৰ মেধি বঁটা লাভ কৰাৰ লগতে সাহিত্যিক পেন্সনকে ধৰি বিভিন্ন ক্ষেত্ৰত পলমকৈ হ'লেও স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল। নিজে জনজাতি পৰিয়ালত জন্ম গ্ৰহণ কৰিও অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰতে নহয সৰ্বভাৰতীয় পৰ্যায়ত ৰাষ্ট্ৰভাষাৰ প্ৰচাৰক হিচাপেও তেওঁ সুনাম আৰ্জিব পাৰিছিল আৰু মাতৃভাষা নোহোৱা সত্বেও মৃতপ্ৰায ৰাভা ভাষাৰ সংৰক্ষণ আৰু প্ৰসাৰত আত্মনিয়োগ কৰি পৰৱৰ্তী নতুন পুৰুষক প্ৰলুব্ধ কৰিব পাৰিছিল। অসমীয়া লিপিৰে ৰাভা ভাষাৰ মানাকৰণ কৰি (শব্দ-সম্ভাৰ, ব্যাকৰণ আদি প্ৰণয়নেৰে) আৰু অসমীয়া, হিন্দী আদি প্ৰতিবেশী ভাষা-সাহিত্যৰ পৰা বহু বহু কবিতা-গল্প-ৰচনা আদি ৰাভা ভাষালৈ অনূদিত

কৰাই তেওঁ ৰাভা সাহিত্যৰ শ্ৰীবৃদ্ধিত সাৰ পানী যোগাই আহিছিল। সেইবাবে সত্তৰ-আশীৰ দশকত বড়ো প্ৰভৃতি জনজাতীয় ভাষা-সাহিত্যৰ পুনৰুত্থানৰ সময়ছোৱাত বহুতো জনজাতীয় সংগঠনে তেওঁৰ এই অসম আৰু অসমীয়া প্ৰীতিক সন্দেহৰ চকুৰে চাইছিল আৰু অসম সাহিত্য সভাৰ এজেন্ট বুলি মাৰ্কা মাৰি ৰাজেন ৰাভাৰ মূৰৰ দাম লাখ টকালৈকে ধাৰ্য কৰি বেনামী পত্ৰ প্ৰেৰণ কৰিছিল। (তেনে এখন পত্ৰ এই লেখকক ৰাজেন ৰাভাই এদিনাখন কথা প্ৰসংগত দেখুৱাই খুব আক্ষেপ কৰিছিল।) নিজে অতি আওহতীয়া ঠাইত এক কু-সংস্কাৰাচ্ছন্ন জনজাতীয় সমাজত জন্ম গ্ৰহণ কৰা বাবে তিনিদিনীয়া পানী কেঁচুৱাতে সৈনিক পিতৃৰ পিতৃস্নেহৰ পৰা বঞ্চিত হোৱাই মাথোন নহয়, তেওঁৰ পৈত্ৰিক সম্পত্তি আত্মসাৎ কৰাৰ উদ্দেশ্যে নিজ অংহী-বংহীয়ে তেওঁৰ ভগ্নী, মাতৃ আৰু তেওঁকো কুমন্ত্ৰৰ দ্বাৰা ভুতুনী মেলি দি নিৰ্ঘাত মৃত্যু মাতি আনিছিল, কিন্তু সেই মৃত্যু জয় কৰি, হেজাৰ ঘাত-প্ৰতিঘাতকো নেওচি (মাকে খুজি-মাগি উলিওৱা পঢ়াৰ খৰছেৰে সুখ্যাতিৰে এই ই স্কুল উত্তীৰ্ণ হোৱাৰ পিছতেই শিক্ষকে প্ৰদান কৰা তথাকথিত শিক্ষানুষ্ঠানৰ আনুষ্ঠানিক শিক্ষা লাভৰ পৰা বঞ্চিত হৈও) পৰৱৰ্তী কালত স্বমহিমামণ্ডিত, স্বনামধন্য হৈ উজলি-নামনি সৰ্বত্ৰতে জনজাতীয়-অজনজাতীয় সকলো সমাজত, সাহিত্য কিম্বা সংস্কৃতিৰ পথাৰতে নহয় অন্যান্য বিদ্যায়তনিক ক্ষেত্ৰতো তেওঁ নিজ প্ৰতিভাৰ কালজয়ী স্বাক্ষৰ বহন কৰি থৈ যাব পাৰিছিল। প্ৰকাশৰ সংখ্যাৰে মাত্ৰ পাঁচখন পুথি, এশটামান প্ৰবন্ধ-নিবন্ধ প্ৰকাশিত হ'লেও প্ৰায় পাঁচশ পৃষ্ঠাৰ হাতেলিখা গৱেষণা-গ্ৰন্থ এখন, দহখনৰো অধিক সংকলন পুথি আৰু ভালেমান ৰচনা (কাব্য, শিশু-নাটিকা আৰু সংস্কাৰ কথা অন্যতম) অপ্ৰকাশিত হৈয়ে ৰ'ল। তেওঁৰ বহুমূলীয়া আঁচনি অপূৰ্ণ হৈয়ে থাকিল। সীমিত অথচ দুষ্প্ৰাপ্য বহুকেইখন গ্ৰন্থ তেওঁৰ ব্যক্তিগত সংগ্ৰহত এতিয়াও সুৰক্ষিত হৈ আছে যদিও বহুকেইখন গ্ৰন্থ উপযুক্ত তদাৰকৰ অভাৱত নষ্ট হোৱা কিম্বা হেৰোৱা আৰু যথাযথ পৃষ্ঠপোষকতাৰ অভাৱত বহুকেইখন কালজয়ী গ্ৰন্থ ৰচনাৰ পৰিকল্পনাতে আধৰুৱা পৰি থাকিল।

অতি নিৰক্ষৰা আৰু বহিৰ্জগতৰ আও-ভাও নুবুজা পত্নীগৰাকীৰ সৈতে সুখেৰে ঘৰ-সংসাৰ কৰিলেও (তেওঁৰ মৃত্যুৰ দুবছৰ আগতে অৰ্থাৎ ১৯৯৭ চনত পত্নী বিয়োগ ঘটিছিল) যথাৰ্থতে সংসাৰ বিৰাগী ৰাভাই (১৮ বছৰ বয়সত যোৰহাটৰ কোকিলামুখস্থিত অসম-বংগীয় সাৰস্বত মঠৰ সেৱক হ'বলৈ বুলি ঘৰৰ পৰা ওলাই গৈছিল কিন্তু এবছৰ পিছত পৰিয়ালৰ শুভাকাংক্ষী জনৈক লোকে কেনেবাকৈ গম পাই তেওঁক ঘৰলৈ আনিছিল। সেইদৰে ধুতী পাঞ্জাবী পৰিহিত *কৰেংগে যা মৰেংগে*নীতিত বিশ্বাসী গান্ধীবাদী ৰাভাই নিজৰ নিৰক্ষৰা পত্নীগৰাকীক কস্তুৰবা তুল্য জ্ঞান কৰিছিল।) একমাত্ৰ কন্যা ৰত্নাবো উচ্চ শিক্ষাদানত বিশেষ আগভাগ লোৱা নাছিল আৰু নিজৰ ক্ষেত্ৰতো গুৱাহাটী বিশ্ববিদ্যালয়ে গৱেষণা-গ্ৰন্থ দাখিলৰ বাবে অনুমতি দিয়া সত্ত্বেও (ড মহেশ্বৰ নেওগৰ

তত্বাৱধানত, ১৯৭২-৭৭) তেওঁ যথা সময়ত দাখিলেই নকৰিলে। তেওঁৰ বিষয়-সংসাৰ আৰু খিতাপৰ প্ৰতি এনে উদাসীন মনোভাৱে তেওঁৰ আত্মপ্ৰতিষ্ঠাতো যে ব্যাঘাত ঘটোৱা নাছিল এনে নহয়। উপযুক্ত শিক্ষাগত অৰ্হতা থকা সত্বেও প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে উত্তীৰ্ণ হোৱা বাবে তেওঁক স্থানীয় কলেজ এখনত অধ্যাপক হিচাপে নিযুক্তি দিয়া হোৱা নাছিল আৰু তেনেকৈ অস্থায়ীভাৱে পদোন্নতি দি দুখনৈ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষক *(Instructor)* হিচাপে পাঁচ বছৰ কাললৈকে ৰাখিলেও স্থায়ী নিযুক্তি নিদিয়াৰ বাবে তেওঁ পুনৰ পূৰ্বৰ জুনিয়ৰ বেচিক এম ই স্কুলখনৰ প্ৰধান শিক্ষকৰ পদলৈকে ঘূৰি যাব লগীয়া হৈছিল।

তেওঁৰ আদৰ্শ আৰু কৰ্মৰাজিৰ যোগ্য অনুগামী তেজ-মঙহৰ পৰিয়ালত উত্তৰাধিকাৰী সূত্ৰে থৈ যাব নোৱাৰিলেও তেওঁ আমাৰ দৰে বহুকেইজনক লিখা-মেলা কৰাৰ সুবিধা দি আৰু সাহিত্য সভাই নহয় বহুকেইটা সংগঠনৰ সংগঠক হিচাপে প্ৰশিক্ষিত কৰি উলিয়াই আনি উত্তৰ-পুৰুষৰ মাজতে তেওঁক চিৰদিন বিচাৰি পোৱাৰ ব্যৱস্থা কৰি গৈছিল এয়ে মাথো নহয়, বহুকেইজন দৰিদ্ৰগ্ৰস্ত আৰু দিশহাৰা যুৱছাত্ৰক আশ্ৰয় প্ৰদান কৰি আৰ্থিক আৰু বৌদ্ধিক উভয় দিশতে সকাহ দি তেওঁৰ জীৱন ত্যাগৰ মাজেদি ধন্য কৰি থৈ গ'ল। তেওঁৰ বিয়োগৰ বাতৰিয়ে সেয়ে বিভিন্ন ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠানক মৰ্মাহত কৰিলে তেওঁৰ অভাৱ পূৰাব পৰা আন দ্বিতীয়জন ব্যক্তি কেনেদৰে গঢ়িব পৰা যায় তাৰ চিন্তা কৰিবলৈকো অবকাশ আনি দিছিল - তেওঁৰ কৰ্ম আঁচনিৰ মাজেদি। তেওঁৰ গুণমুগ্ধ ব্যক্তিসকলে সেয়েই শোকসভা পতা কিম্বা তেওঁৰ আত্মাৰ সদগতি কামনাতে ক্ষান্ত নাথাকি দুখনৈতে *ৰাজেন ৰাভা স্মাৰক ন্যাস* গঠন কৰি তেওঁৰ স্মৃতি চিৰস্মৰণীয় কৰি ৰাখিবলৈ বিভিন্ন অভিলাসী আঁচনি শীৰ্ষক বক্তৃতা অনুষ্ঠানৰ আয়োজন, পৃথে ৰাভা গ্ৰন্থাগাৰ আৰু অধ্যয়ন কেন্দ্ৰ প্ৰতিষ্ঠা, ৰাভা অধ্যয়ন আৰু গৱেষণা কেন্দ্ৰৰ প্ৰতিষ্ঠা ইত্যাদি ৰূপায়ণ কৰিবলৈ আগ বাঢ়ি আহিছে। এয়া ৰাজেন ৰাভাৰ প্ৰতি তেওঁলোকৰ মহানুভৱতা আৰু কৃতজ্ঞতাৰ চিন।

*এইগৰাকী জাতে-পাতে ডাঙৰ অসমীয়া* (ৰাধিকা মোহন ভাগৱতী, আজিৰ অসমৰ সম্পাদকীয়, ৯ ৬ ৯৯) বহুজনৰ একেবাৰে আপোন মানুহ (ড ভুবনমোহন দাস, শ্ৰদ্ধাঞ্জলি, ১৩ ৬ ৯৯), অজাতশত্ৰু (চন্দ্ৰপ্ৰসাদ শইকীয়া, শ্ৰদ্ধাঞ্জলি, ৭ ৬ ৯৯), নৈৰ্ব্যক্তিক ভাৱমূৰ্তিৰ (নৰকান্ত বৰুৱা শ্ৰদ্ধাঞ্জলি, ১৫ ৬ ৯৯), স্বচ্ছ, সুস্থ আৰু বলিষ্ঠ মানসিকতাৰ (ড বীৰেন্দ্ৰনাথ দত্ত, শ্ৰদ্ধাঞ্জলি ১৬ ৬ ৯৯) মহৎ আৰু আদৰ্শবান (হিতেশ ডেকা, শ্ৰদ্ধাঞ্জলি, ১৪ ৬ ৯৯) ৰাজেন ৰাভাৰ ব্যক্তিত্বই বহুতকে আকৰ্ষিত কৰিছিল। মানুহজন ধৰ্মত শাক্ত নে বৈষ্ণৱ কিম্বা খ্ৰীষ্টান নে মুছলমান সেইটো তেওঁৰ বিবেচ্য নাছিল - তেওঁৰ ঘৰত সকলো জাতৰ, সকলো শ্ৰেণীৰ, সকলো পৰ্যায়ৰ লোকৰে অবাধ বিচৰণ আছিল। একান্ত সৰু পৰিয়াল হৈও (ৰাজেন ৰাভাৰ ভাষাত একপুত্ৰীয়া পৰিয়াল

ডালিম কুমাৰ মেধি বঁটা গ্ৰহণৰ ভাষণ, ১৮-২-৯৯ ) এটা একান্নবৰ্তী বৃহৎ পৰিয়ালৰ দৰে প্ৰতি সাজত দহ-বিশজনৰ ভাত সততে বহুবাই আলহী অতিথিক কিম্বা সক সক সংগঠনক অনুষ্ঠান পাতিবলৈ আমন্ত্ৰণ জনাই আপ্যায়িত কৰি তেওঁ কস্তুৰবা আশ্ৰমৰ লেখীযাকৈ একেটি জীৱনেকজনীকো মানৱ সেৱা আৰু গুৰু পূজাৰ দ্বাৰা পুণ্য অৰ্জা দীক্ষাৰে দীক্ষিত কৰিছিল। জন্মসূত্ৰে তেখেত জাতি ভেদহীন এক উদাৰ জনজাতীয় পৰিযালৰ (তেওঁৰ মতে *Aminisi*) হোৱা বাবে তেওঁৰ ধৰ্মীয় গোড়ামী মুঠেই নাছিল, কিন্তু কথাই-কামে নিমিলা, ধৰ্মীয় অসহিষ্ণু ব্যক্তিৰ সৈতে বা তেনে পৰিয়ালত অন্নজল গ্ৰহণ কৰাত তেওঁ অসুবিধা বোধ কৰিছিল।(এইখিনিতে এটা ঘটনা উল্লেখ কৰিব পাৰি। এবাৰ বিশ্বকৰ্মা পূজাৰ দিনাখন নৱ দীক্ষিত ৰাভা জনগোষ্ঠীৰ এগৰাকী মহাপুৰুষীয়াই অন্য সম্প্ৰদায়ৰ দুগৰাকী মহাপুৰুষীযাৰ সৈতে তেওঁৰ বাসগৃহত উপস্থিত হৈ শংকৰদেৱৰ তিথিত বিশিষ্ট অতিথি হিচাপে আসন গ্ৰহণ কৰিবলৈ নিমন্ত্ৰণ জনাবলৈ যাওঁতে - তেওঁ ঘৰতে প্ৰেছ থকা বাবে নিজে পতা মূৰ্তিবিহীন *বিহকৰম* অৰ্থাৎ বিশ্বকৰ্মা পূজাৰ প্ৰসাদ (মাহ-কল-বুট) যাচোঁতে গ্ৰহণ কৰিবলৈ অমান্তি হোৱা ৰাভা জনগোষ্ঠীৰ সেই বিশেষ ব্যক্তিগৰাকীক কুকুৰে কাইট নোখোৱা ভাবাৰে তেনে সভাত তেওঁৰ অংশগ্ৰহণে মৰ্যাদা বাঢক ছাৰি টুটিবহে বুলি স্পষ্টভাৱে কৈ বিদায় দিছিল)। তেওঁৰ গুৰু কোন বুলি কৈ আত্মতুষ্টি লাভ কৰিছিল। তেওঁৰ প্ৰেৰণা দাতা বা দাত্ৰী কোন আছিল বুলি দূৰদৰ্শনৰ এক সাক্ষাৎকাৰত সোঁধোতে তেওঁ নিৰক্ষৰা মাতৃ আৰু অশিক্ষিতা পত্নীয়ে তেওঁৰ প্ৰেৰণাদাত্ৰী আছিল বুলি সগৌৰৱে স্বীকাৰ কৰিছিল।

এইজনা মহান ব্যক্তিৰ যোৱা ৬ ৬ ৯৯ তাৰিখে নিজ বাসগৃহত আশী বছৰ বয়সত পৰলোক প্ৰাপ্তি ঘটে। তেওঁৰ মৃত্যুৱে বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ অন্যতম ধাৰক আৰু বাহক এগৰাকী ভাল জনজাতীয় অসমীয়াৰ ঘাটি হোৱা বুলি ভাবিবৰ অৱকাশ দি গ'ল। এনে এগৰাকী ব্যক্তিৰ মৃত্যুত দেশে হেৰুৱালে এগৰাকী দেশসেৱকক, জাতিয়ে হেৰুৱালে এগৰাকী জাতীয় কৰ্মীক আৰু অনুষ্ঠানে হেৰুৱালে এগৰাকী সঁচা সংগঠকক। আমাক বৰ্তমানৰ জাতীয় সংকটৰ দিনত আৰু কেবাগৰাকী ৰাজেন ৰাভা লাগে ; সেই পৰিবেশ আমি গঢ়িব লাগিব। অসমীয়া ভাষা-সাহিত্য থাকে মানে, অসম সাহিত্য সভা থাকে মানে ৰাজেন ৰাভাৰ নামটোও সোণালী আখৰেৰে জিলিকি থাকিব।

# হৰিমোহন সৰকাৰ

ড° উপেন ৰাভা হাকাচাম

ৰাভা জনগোষ্ঠীৰ সমাজ-সংস্কৃতি বিশেষকৈ ভাষা-সাহিত্যৰ উন্নয়নৰ হকে যিকেইগৰাকী নমস্য ব্যক্তিয়ে অহৰ্নিশে সেৱা আগবঢ়াই নিজকে মহান কৰি থৈ গ'ল তেওঁলোকৰ ভিতৰত হৰিমোহন সৰকাৰো এগৰাকী। তেওঁক অকল ৰাভা ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱক বুলি ক'লে ভুল হ'ব। তেওঁ অসম সাহিত্য সভাক মনে প্ৰাণে ভাল পোৱা জনজাতীয় মূলৰ প্ৰথম চামৰ এগৰাকী আজীৱন সদস্য আৰু জুযো পোৱা তিৰাশীৰ ভাতৃঘাতী সংঘৰ্ষ বোধ কৰাৰ বাবে জন্ম হোৱা 'ভাষা সমন্বয় মঞ্চ'ৰ মাজেদি বৰ অসমৰ সাতাম পুৰুষীয়া সম্প্ৰীতি নিছিগা-নভগাকৈ ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰা এমুঠি ভাল মানুহৰ ভিতৰৰে বিশেষ এজনা আছিল। ৰাভা সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰি থকা অৱস্থাতে অকাল বিয়োগ ঘটা এইগৰাকী অক্লান্ত কৰ্মী, সুসংগঠক, লোক-সংস্কৃতিবিদৰ জীৱন সংগ্ৰামো আছিল অনুকৰণীয় আৰু ঘটনা-বহুল। মৃত্যুৰ দিনালৈকে তেওঁ কেবাটাও ভাষা-সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল। তাৰ ভিতৰত বেবাক ৰাভা ক্ৰৌৰাং কঙ্খুম অৰ্থাৎ ৰাভা সাহিত্য সভা, দুধনৈ পূৰ্বাঞ্চল ৰাভা সমাজ, অসম সাহিত্য সভা (ভাষা সমন্বয় মঞ্চ), আনন্দৰাম ভাষা-কলা-সংস্কৃতি সংস্থা আদিৰ সৈতে তেওঁৰ সম্পৰ্ক অতি গাঢ় আছিল।

তাহানিৰ বিজনী ৰাজ ইষ্টেটৰ অধীনস্থ হাব্ৰাঘাট পৰগনাৰ তপে ৰিকালীৰ অন্তৰ্গত আৰু বৰ্তমানৰ গোৱালপাৰা জিলাৰ ৰংজুলি উন্নয়ন খণ্ডৰ অন্তৰ্গত চিতলমাৰী বনগাঁৱত এটি সাধাৰণ পৰিয়ালত তেওঁৰ জন্ম হৈছিল ১৯৪২ চনৰ পহিলা নৱেম্বৰত। তেওঁৰ দেউতাকৰ নাম দামোদৰ ৰাভা আৰু মাকৰ নাম উলেশ্বৰী ৰাভা আছিল যদিও বিজনীৰাজ প্ৰদত্ত 'সৰকাৰ' উপাধিৰে গৌৰবান্বিত তেওঁৰ খুৰাক, ৰাভা জাতিৰ কাণ্ডাৰী গোবৰ্দ্ধনৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ তেওঁৰো 'সৰকাৰ' উপাধিৰে পৰিচয় দি গৌৰৱ বোধ কৰিছিল।

টিপলাইত প্ৰাথমিক আৰু মজলীয়া শিক্ষা সাং কৰি ৰংজুলি হাইস্কুলত পঢ়ি থকা কালতে তেওঁ সেই সময়ৰ 'দক্ষিণ গোৱালপাৰা-গাৰোহিলচ ৰাভা ছাত্ৰ সন্মিলন' (১৯৫৬)ৰ অন্যতম সদস্য হোৱাই নহয় ইয়াৰ ১৯৬০ চনত টিক্ৰিকিল্লা কদমশালীত অনুষ্ঠিত চতুৰ্থ বাৰ্ষিক অধিবেশনৰ সাধাৰণ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ সুযোগ লাভ কৰিছিল। ছাত্ৰ সন্মিলনৰ কৰ্মী হিচাপে তেওঁ সভাপতি মণি ৰাভাৰ (পৃথিবীৰাজ চৰকাৰী হাইস্কুলৰ ছাত্ৰ) লগত লগ লাগি নানা জনহিতকৰ কাম কৰিছিল। ১৯৬০ চনৰ বাৰ্ষিক

অধিবেশনত প্ৰস্তাৱ গৃহীত কৰি ৰাভা অধ্যুষিত অঞ্চল হিচাপে টিক্ৰিকিল্লাত হাইস্কুল প্ৰতিষ্ঠা কৰা, জাতীয় প্ৰেম জাগ্ৰত কৰাৰ উদ্দেশ্যে লোকগীত, সাধুকথা, পুৰণি আখ্যান আদি সংগ্ৰহ আৰু প্ৰকাশ কৰা, ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে ব্যক্তিবিশেষক উদগনি আগবঢোৱা আদি কামত আত্মনিয়োগ কৰিছিল। পৰৱৰ্তী কালত গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজত সমৰসিং ৰাভাৰ সহপাঠী হিচাপে অধ্যয়নৰত অৱস্থাত ৰুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ সান্নিধ্যত ৰাভা বুৰঞ্জী অধ্যয়নত আগভাগ লৈছিল।

কলেজীয়া কালতে ৰাভা লোক-সাহিত্য উদ্ধাৰ অভিযানৰ অংশ স্বৰূপে এই ত্ৰিমূৰ্তিয়ে (মণি ৰাভা, সমৰসিং ৰাভা আৰু হৰিমোহন সৰকাৰ) নিজ নিজ অঞ্চলৰ যথাক্ৰমে ছু.থাৰ হৈমাৰু, ভালুক নচুৱা গীত, হ্ৰয়মবেং বৰবাঙী-তুকুৰীয়া গীত সংগ্ৰহত মনোনিবেশ কৰিছিল আৰু পৰ্যায়ক্ৰমে এইবোৰ প্ৰকাশৰ ব্যৱস্থা কৰিছিল। সেইবোৰ পদ্ম বৰকটকীৰ সম্পাদনাত প্ৰকাশিত 'আমাৰ প্ৰতিনিধি', অসম বাণী, অসম সাহিত্য সভা পত্ৰিকা আদি প্ৰাদেশিক আলোচনী আৰু অন্যান্য স্মৃতিগ্ৰন্থ আদিত ছোঁ-চোবোকাকৈ প্ৰকাশ পাইছিল। তেওঁ সংগ্ৰহ কৰা সমলৰ আধাৰত ১৯৬৫ চনত 'বৰবাঙী গীতৰ আঁচলত, ১৯৭০ চনত 'তুকুৰীযা গীত' নামৰ লোক সাহিত্যৰ সংকলন দুখনি প্ৰকাশ পাইছিল। তেওঁ অসমীয়া ভাষাত বহু কবিতা আৰু প্ৰবন্ধ লিখিছিল আৰু সমকালীন আলোচনী, স্মৃতিগ্ৰন্থ আদিত সেইবোৰো মৰ্যাদা সহকাৰে প্ৰকাশ পাইছিল। ১৯৮০ চনত নিজা বৰীয়াকৈ প্ৰকাশ কৰা 'আমি সাৰে আছোঁ' তেনে এবিধ কবিতা সংকলন। ১৯৮৯ চনত জনজাতি গৱেষণা প্ৰতিষ্ঠানৰ অৰ্থ-সাহায্যত তেওঁৰ অন্যতম সংস্কৃতিমূলক গ্ৰন্থ 'ৰাভা সমাজ সংস্কৃতিৰ চমু আভাস' প্ৰকাশ পাইছিল। নিজৰ আত্মজীৱনী লিখিবলৈ আৰম্ভ কৰা অৱস্থাতে বিয়োগ ঘটা এইগৰাকী জীৱনীকাৰৰ আন এখনি জীৱনীমূলক গ্ৰন্থ (গোবৰ্দ্ধন সৰকাৰৰ জীৱনী) পাণ্ডুলিপি অৱস্থাতে থাকিল।

তেওঁ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য হিচাপেও মনোনীত হৈছিল। মঞ্চৰ অন্যতম আহ্বায়কো আছিল।

মাধ্যমেৰে শিক্ষিতা হৈ অসমীয়াৰ শিক্ষা প্ৰদান কৰা আৰু অসমীয়াৰ হকে কৰা সত্ত্বেও ৰাভা সাহিত্য সভা, ৰাভা জাতীয় পৰিষদ আদি স্বজাতীয় অনুষ্ঠান-প্ৰতিষ্ঠানকো অৱজ্ঞা কৰা নাছিল। একালে বৃহত্তৰ অসমীয়া জাতি গঠনৰ অংশীদাৰ আনফালে নিজ ক্ষুদ্ৰ জাতিসত্তাৰ আত্মপ্ৰতিষ্ঠা— এই দুই পৰস্পৰবিৰোধী মেৰুবিন্দুত অৱস্থান লৈ তেওঁ কোনো সংঘাতৰ সৃষ্টি নোহোৱাকৈ দুয়োকূল ৰক্ষা কৰি চলিব পৰিছিল। তেওঁৰ ভাষ্য আছিল অতি স্পষ্ট - "জাতীয় জীৱন উপলব্ধি কৰিব নোৱাৰাজন পিতৃ-মাতৃৰ পৰিচয়হীন অজ্ঞাতকুলশীল এজনৰ দৰেই দুৰ্ভগীয়া।" (মোৰ একাষাৰ, 'বৰবাঙী গীতৰ আঁচলত', ১৯৬০) এনে তাৎপৰ্যপূৰ্ণ কথা উপলব্ধি কৰিয়েই তেওঁ নিজ জাতীয় জীৱনৰ লগত জড়িত ভাষা-সংস্কৃতিৰ উন্নতিকল্পে বিশেষ আঁচনি যুগুত কৰি উলিয়াইছিল।

নিজৰ জাতীয় পৰিচয় দিবলৈ হ'লে ভাষা-সংস্কৃতিৰ একান্তই প্ৰয়োজন। নহ'লে নিজকে পৰিচয় দিয়া কঠিন। সেযে তেওঁ জন্মসূত্ৰে ৰাভা মাতৃভাষী নোহোৱা সত্ত্বেও ৰাভা ভাষা আয়ত্ব কৰি ইয়াৰ বিকাশ আৰু সংৰক্ষণৰ বাবে থকা উমৈহতীয়া মঞ্চ থেবাবে ৰাভা ক্ৰৌৰাং ৰুঞ্চুমৰ সক্ৰিয় কৰ্মী হিচাপে অৱতীৰ্ণ হৈছিল। ১৯৮২ চনৰ মেঘালয়ৰ ৰিচু-জংলা পাৰাত অনুষ্ঠিত ইয়াৰ চতুৰ্থ বাৰ্ষিক অধিবেশনৰ পৰাই তেওঁৰ ৰাভা সাহিত্য সভালৈ প্ৰত্যক্ষ আগমন ঘটিছিল। সেই অধিবেশনত এগৰাকী সাধাৰণ প্ৰতিনিধি হিচাপে অংশগ্ৰহণ কৰিযেই দেশৰ বিভিন্ন প্ৰান্তত ছেদেলি-ভেদেলি হৈ থকা বিভিন্ন ফৈদৰ ৰাভা সকলৰ বিভিন্ন সমস্যাৰ বিষয়ে দৃষ্টি আকৰ্ষক বক্তব্য ৰাখি সিবিলাকৰ আশু সমাধানৰ উদ্দেশ্যে কেতবোৰ প্ৰস্তাৱ গ্ৰহণ কৰাইছিল। তেতিয়াতে সকলো ফৈদৰ ৰাভা নেতাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱা হৰিমোহন সৰকাৰৰ কান্ধত এই জাতীয় সভাৰ সভাপতিৰ গুৰু দায়িত্ব অৰ্পণ কৰি দিয়া হৈছিল ১৯৮৬ চনৰ দৰঙৰ মেচকা পুখুৰীত অনুষ্ঠিত ৰাভা সাহিত্য সভাৰ পঞ্চম বাৰ্ষিক অধিবেশনৰ বিষয় বাছনি সভাত। সভাপতিৰ দায়িত্বভাৰ অকল মান-সন্মানৰ বাবেই গ্ৰহণ নকৰি তেওঁৰ কাৰ্যকালত ৰাভা সাহিত্য সভাক নতুন গতি আনি দিবৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল আৰু বহুখিনি কৃতকাৰ্যতাও লাভ কৰিছিল।

তেওঁ ৰাভা সাহিত্য সভাৰ সভাপতি পদ গ্ৰহণ কৰাত পূৰ্বৰ পৰাই অসমৰ প্ৰাথমিক বিদ্যালয়ত ৰাভা ভাষাক মাধ্যম হিচাপে প্ৰবৰ্তন কৰাৰ বাবে গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে তেতিয়াৰ শাসনাধিস্থ কংগ্ৰেছ চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰি অহা হৈছিল। পৰৱৰ্তী কালত ১৯৮৪ চনৰ গোসাইগাঁওত অনুষ্ঠিত হোৱা বড়ো সাহিত্য সভাৰ মুকলি সভাত তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়াই বড়ো ভাষাক আমাৰ সহযোগী ভাষা হিচাপে ঘোষণা কৰাৰ লগতে ৰাভা ভাষাকো মাধ্যম হিচাপে প্ৰথমাবস্থাত এশখন বিদ্যালয়ত প্ৰবৰ্তন কৰাৰ বাবে ঘোষণা কৰিছিল। কিন্তু সেই ঘোষণাই একো ফল নিদিলে। ইয়াৰ পিছত প্ৰফুল্ল কুমাৰ মহন্ত নেতৃত্বাধীন অসম গণ পৰিষদ চৰকাৰ অহাৰ লগে লগেই সেই কংগ্ৰেছী চৰকাৰৰ ঘোষণা তল পৰি ৰ'ল। ফলত হৰিমোহন সৰকাৰে নেতৃত্ব লৈযে ১৯৮৬ চনৰ পৰাই ভাষা মাধ্যমৰ বাবে এলানি জোৰদাৰ কাৰ্যসূচী ল'বলৈ বাধ্য হয়। ইয়াৰ লগে লগে স্তিমিত হৈ থকা ৰাভাৰ জাতীয় চেতনা জাগ্ৰত হয় আৰু ৰাভা ছাত্ৰ সন্থা (ARSU), ৰাভা মহিলা পৰিষদ (ARWC), ৰাভা জাতীয় সভা (RNC) আদিৰ যৌথ প্ৰচেষ্টাত ৰাভা সাহিত্য সভাৰ কাৰ্যক্ৰমণিকাৰ দ্ৰুত সম্প্ৰসাৰণ হয়।

সকলো উপভাষা (দোৱান)ৰ সমিলমিলত এক মান্য ৰাভা ভাষাৰ মৰ্যাদা দিয়াৰ ক্ষেত্ৰত তেওঁ অহোপুৰুষাৰ্থ কৰিছিল, তেওঁৰ সভাপতিত্বৰ কালছোৱাত বকোৰ হাহিমত এখন চাৰিদিনীয়া ৰাভা জাতীয় অভিবৰ্তন অনুষ্ঠিত কৰি (৬-৯ আগষ্ট ১৯৮৭) ৰাভা ভাষাৰ বিতৰ্কৰ অৱসান ঘটাইছিল আৰু পৰৱৰ্তী কালত ৰাভা ভাষাৰে শিক্ষাদানৰ ক্ষেত্ৰত

দেখা দিয়া বাধা গুফোৰাই দিছিল। তেওঁৰ কাৰ্যকালৰ ভিতৰতে ১৯৮৯ চনৰ ১৯ মাৰ্চৰ পৰা অসমৰ ৭০ খন প্ৰাথমিক বিদ্যালয়ত ৰাভা ভাষা এটা বিষয়ে হিচাপে প্ৰবৰ্ত্তিত হৈছিল। (প্ৰফুল্ল কুমাৰ মহন্ত নেতৃত্বাধীন অসম গণ পৰিষদ চৰকাৰৰ শিক্ষা মন্ত্ৰী বৃন্দাবন গোস্বামীয়ে ইয়াৰ শুভাৰম্ভ কৰিছিল।) উল্লেখযোগ্য যে হৰিমোহন সৰকাৰৰ সবল নেতৃত্বৰ বাবেহে ভাষাক লৈ হোৱা ভুল বুজা-বুজিৰ ফলত দ্বিখণ্ডিত হ'বলৈ ধৰা ৰাভা জাতি (কোচেই ৰাভা ৰাভাই কোচ শ্লোগানৰ পৰিপন্থী) পুনৰ একত্ৰিত হৈ থাকিল। এয়া তেওঁৰ ডাঙৰ কৃতিত্ব। তেওঁ ১৯৮৬ চনৰ পঞ্চম বাৰ্ষিক মেচকাপুখুৰী অধিৱেশনৰ পৰা ১৯৯৩ চনৰ অষ্টম বাৰ্ষিক দুধনৈ অধিৱেশনলৈকে একেৰাহে সাতবছৰ কাল তিনিটা কাৰ্যকালৰ বাবে যুৱনেতা সব্যসাচী ৰাভা (সম্পাদক হিচাপে) বিশিষ্ট সাহিত্যিক জগত ৰামা (উপ সভাপতি হিচাপে) আদিক সুপথে পৰিচালিত কৰিছিল আৰু যথাক্ৰমে গুৱাহাটী মহানগৰীৰ পল্টন বজাৰ (৬ষ্ঠ অধিৱেশন, ১৯৮৯), ধুবুৰীৰ দেৱীতোলা (৭ম অধিৱেশন, ১৯৯২), ঐতিহাসিক দুধনৈ নগৰত (৮ম অধিৱেশন, ১৯৯৩) অতি জাক জমকতাৰে বৰ্ণাঢ্য কাৰ্যসূচী সহকাৰে ৰাভা সাহিত্য সভা অনুষ্ঠিত কৰাই ই জাতীয় মেলালৈ ৰূপান্তৰিত হোৱাত তেওঁৰ অৱদান অনস্বীকাৰ্য। তেওঁৰ প্ৰচেষ্টাতে শুভেচ্ছামূলক ভ্ৰমণৰ দৰে কাৰ্যসূচী লোৱা হৈছিল আৰু সমস্ত অসমৰ উপৰিও পশ্চিমবঙ্গ আৰু মেঘালয়তো শাখা সাহিত্য সভা গঠন কৰি, আজীৱন সদস্য ভুক্তি অভিযানৰ মাজেদি বিভিন্ন লেখকশিবিৰ অনুষ্ঠিত কৰি চালুকীয়া ৰাভা সাহিত্য সভাক এক জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত কৰিছিল। তেওঁৰ পৰামৰ্শ ক্ৰমে ৰাভা হাছং দাবী আন্দোলনৰ ভৰপকৰ সমায়ছোৱাত ১৯৯৩ চনত অনুষ্ঠিত ৰাভা সাহিত্য সভাৰ দুধনৈ অধিৱেশনলৈ অসম সাহিত্য সভাৰ সভাপতি ডঃ ভূপেন হাজৰিকা, অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া প্ৰমুখ্যে বিশিষ্ট লোকক আমন্ত্ৰণ জনোৱা হৈছিল আৰু উক্ত অধিৱেশনতে মুখ্যমন্ত্ৰীয়ে পাচঁ লাখ টকাৰ অনুদানেৰে গুৱাহাটীত ৰাভা সাহিত্য সভাৰ স্থায়ী ভৱন নিৰ্মাণৰ বাবে ভূমি আবন্টন দিয়াৰ প্ৰতিশ্ৰুতি দিছিল আৰু দুধনৈক কেন্দ্ৰ কৰি ৰাভা হাছং স্বায়ত্ব শাসিত পৰিষদ প্ৰদানৰ আনুষ্ঠানিক ঘোষণা কৰিছিল। কিন্তু সেই ঘোষণা কাৰ্যকৰী হ'বলৈ নৌপাওঁতেই এইগৰাকী অক্লান্ত জাতীয় কৰ্মীৰ উচ্চ ৰক্তচাপজনিত কাৰণত শ্বাসৰুদ্ধ হৈ মৃত্যু হয়— ১৯৯৩ চনৰ ২৯ মে তাৰিখে। মৃত্যুৰ সময়ত তেওঁ ৰাভা ভাষা-সাহিত্যৰে ভৰপূৰ সপোনৰ ৰাভা হাছং আৰু জাতীয় ভাবাপন্ন এদল ৰাভা নতুন পুৰুষৰ মাজতে পত্নী বীণাপানি ৰাভা, দুগৰাকী কন্যা আৰু দুটি পুত্ৰ এৰি থৈ যায়— দিশহাৰাই নতুন দিশ বিচাৰি পোৱাৰ পৰম আকাংক্ষাৰে।

তেওঁ অতি নিৰ্ভীক আৰু স্পষ্টবাদী আছিল— হক কথাত মতে মাতিবলৈ তেওঁ অকণো কুণ্ঠাবোধ কৰা নাছিল। দেৱীতোলা অধিৱেশনত দ্বিতীয়বাৰৰ বাবে তেওঁক সভাপতি হিচাপে নিৰ্বাচন কৰোঁতে তেওঁ নিজৰ পছন্দৰ আৰু কাম কৰিব পৰা লোককহে কাৰ্যকৰী কমিটিত স্থান দিছিল। হাজাৰ বাধা বিঘিনি নেওচি, ৰ'দে-বৰষুণে বা অসুখীয়া

গাৱেঁও বাটকুৰি বাই সভা-সমিতি কৰি ফুৰিছিল। কান্ধত এখন জোলোঙা, তাতে নোটবুক, কলম বা মুখচা আৰু পিন্ধনত ঘৰতে বোৱা চুটি বগা গামোচা (চুৰিযা) আৰু খদ্দৰৰ পাঞ্জাবী— এই বেশভূষাৰ ওখ-পাখ হটঙা মানুহজনৰ দৃষ্টিশক্তি আৰু স্মৃতি শক্তি আছিল অতি প্ৰখৰ। মুখত অনৰ্গল ৰাভামিশ্ৰিত ৰচিত জতুৱা-ঠাঁচ খণ্ডবাক্য বা বহবাক্যীৰ কলিৰে যাদুকৰী লোকভাষা। প্ৰিয় ব্যঞ্জন তেওঁৰ কালাইশাক (মাটিমাহত পিঠা গুৰি দি ৰন্ধা কাৰৰ আঞ্জা), ৰহীমদ (ৰঙা চাউলৰে প্ৰস্তুত কৰা সাঁচতীযা মদ) নতুবা কাৰেঙৰা (সান্দহ)। মূঠতে জনজাতীয় লোকৰুচি-লোকমনৰ অধিকাৰী এগৰাকী ভদ্ৰলোক। এইদৰে হাতে কামে, মুখে কলমেৰে ৰাভা জাতিৰ, ৰাভা ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে তেওঁ আপ্ৰাণ চেষ্টা চলাই গৈছিল। ৰাভা সমাজ আৰু সংস্কৃতিৰ আভাস' নামৰ তেওঁৰ কালজয়ী গ্ৰন্থত আশা কৰাৰ দৰে "আমি ৰাভা জনজাতিৰ শ্ৰীবৃদ্ধি কামনা কৰিছোঁ তেওঁলোকৰ মাজত প্ৰচলিত এফাঁকি বচনেৰে -

"মায় তুংতুং যেগেনা আপায আপায়স্বা
স্বা বীন মানা
মায বেগ বেগ ৰুগ ৰুগ চং চং স্বা
হান বীন দুপসুন মানা।"

অৰ্থাৎ অলপ অলপকৈ খালে গৰম ভাতো খাব পাৰি আৰু এগোছা দুগোছাকৈ দাই গলে জোঁট ঘাই থকা ধাননিডৰাকো দাই পেলাব পাৰি।"

জগতত যিমান দিনলৈকে ৰাভা জাতি থাকিব, ৰাভা সাহিত্য সভা থাকিব সিমান দিনলৈকে হৰিমোহন সৰকাৰৰ নাম বুৰঞ্জীত জ্জলজ্জল পটপটকৈ জিলিকি থাকিব। অকল ৰাভা জাতি আৰু ৰাভা সাহিত্য সভাৰ মাজতে তেওঁৰ কৰ্ম আঁচনি সীমাবদ্ধ আছিল বুলি ক'লেও ভুল কোৱা হ'ব। অসমৰ সৰ্বত্ৰ অঞ্চলত ঘূৰি পকি জুযে পোৱা তিৰাশীৰ ভাতৃঘাতী সংঘৰ্ষ ৰোধৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ মানসপুত্ৰ 'ভাষা সমন্বয় মঞ্চ'ৰ অন্যতম উদ্যোক্তা হিচাপে তেওঁৰ অৱদানৰ কথাও সমানেই বুৰঞ্জীত লিপিবদ্ধ হৈ ৰ'ব। এইবাবেই হৰিমোহন সৰকাৰ এগৰাকী ভাল ৰাভা জনজাতীয় লোক হোৱাৰ উপৰিও এগৰাকী ভাল অসমীযা।

# গোবৰ্দ্ধন সৰকাৰ

ড° উপেন ৰাভা হাকাচাম

যিসময়ত বৰ্ণপ্ৰথাৰ বলি হৈ এচাম পিছপৰা সম্প্ৰদায়ৰ বা জনজাতীয় লোকসকলে হীনমন্যতাত ভুগি হয় ধৰ্মান্তৰিত হৈ নিজৰ সাতামপুৰুষীয়া ভাষা, পিন্ধা-উৰা, ৰীতি-নীতি বিসৰ্জন দি নিজে ৰাজবংশী বা শৰণীয়া হিচাপে চিনাকি দিবলৈ লৈছিল নহয় খ্ৰীষ্টধৰ্মত দীক্ষিত হ'বলৈ ধৰিছিল তেতিয়াই নিজৰ নিজৰ পৰম্পৰাগত ভাষা-সমাজ ব্যৱস্থা আৰু আচাৰ-নীতিক কিছু সংস্কাৰ সাধন কৰি লৈ জন্মগত জাতিসত্তাৰে মূৰ দাঙি থিয় দিবলৈ অনুপ্ৰেৰণা যোগাইছিল কিছুমান ক্ষণজন্মা পুৰুষে। সেইসকলৰ ভিতৰত ৰাভা সম্প্ৰদায়ৰ গোবৰ্দ্ধন সৰকাৰো অন্যতম। জন্মসূত্ৰে বিজনী ৰজাৰ 'সৰকাৰ' ৰাজখিতাপধাৰী কোনোবা কলিতা কুলৰ বংশধৰ বাজালৰাম আৰু তেওঁৰ ৰাভা কুলৰ সহধৰ্মীনী সোমবাৰীৰ সুযোগ্য পুত্ৰ গোবৰ্দ্ধনৰ জন্ম হৈছিল ১৮৯৭ চনৰ ৩ অক্টোবৰত বংজুলিৰ নাতিদূৰৰ চিতলমাৰী বনগাঁও নামৰ সৰু এটি ৰাভা চুবুৰীত। জ্যেষ্ঠ ভাতৃ দাসোৰাম আৰু কনিষ্ঠ ভগ্নী গতেশ্বৰীৰ সৈতে তেনেই শিশুকালতে গোবৰ্দ্ধন ঘাটমাউৰা হৈছিল। পিতৃহাৰা গোবৰ্দ্ধনৰ বাল্যকাল আৰু শিক্ষাজীৱন অতি কষ্টকৰ আৰু ঘটনাবহুল আছিল।

সেইসময়ত চিতলমাৰীৰ কেইঘৰমান ৰাভা পৰিয়ালে নাথ, কলিতা আদি উচ্চবৰ্ণ হিন্দুসমাজ অধ্যুষিত টিপলাই অঞ্চলত মুকলিভাৱে চলা-ফুৰা কৰা বা একেলগে পঢ়াশুনা কৰাতো কল্পনাৰো অগোচৰ আছিল। সেয়েহে বাধ্যত পৰি কনমানি গোবৰ্দ্ধনে নিতৌ আঠ-দহ কি মি অহা-যোৱা কৰি ১৯১২ চনত বংজুলি উচ্চ প্ৰাইমাৰী স্কুলত নাম লগাবলগীয়া হৈছিল। মেধাবী আৰু অধ্যৱসায়ী ছাত্ৰ গোবৰ্দ্ধনৰ আনুষ্ঠানিক শিক্ষা জীৱন যদিও ১৯১৮ চনৰ ৩১ ডিচেম্বৰত শিক্ষকতাৰে অন্তপৰে তথাপিও সুদূৰ যোৰহাট নৰ্মাল স্কুলৰ প্ৰশিক্ষণ পাঠ্যক্ৰমত অংশগ্ৰহণ কৰি ১৯২৪ চনত সুখ্যাতিৰে নৰ্মাল পাছ কৰাৰ লগে লগেহে প্ৰকৃতাৰ্থত তেওঁৰ ছাত্ৰ জীৱনৰ সামৰণি পৰে। স্মৰণযোগ্য যে গোবৰ্দ্ধন সৰকাৰেই আছিল এই ডিগ্ৰী লাভ কৰি ৰাভা সম্প্ৰদায়ৰ একমাত্ৰ উচ্চশিক্ষিতৰ সন্মান আৰু গৌৰৱ লাভ কৰা প্ৰথম গৰাকী ব্যক্তি। যোৰহাট নৰ্মাল স্কুলত পৰ্দাপণ কৰোতেও তেওঁ অস্পৃশ্যতাৰ ঘৃণনীয় কবলত পৰিবলগীয়া হৈছিল। অৱশ্যে তেওঁৰ মেধাশক্তি সম্পন্ন ব্যক্তিত্ব আৰু বিনয়ী ব্যৱহাৰ গুণে শৰৎ চন্দ্ৰ গোস্বামী, প্ৰাণনাথ বুজৰবৰুৱা প্ৰভৃতি কৃতী শিক্ষক মণ্ডলীৰ আশীষ ধন্য হৈ এই মহাসংকটৰ পৰা পৰিত্ৰাণ লাভ কৰিছিল।

এইগৰাকী শিক্ষানুৰাগী, বিদ্যুৎসাহী লোকে ৪৪ বছৰকাল সফলতাৰ মাদাং প্ৰাইমাৰী স্কুল, শান্তিপুৰ এম ই স্কুল, উপৰকতা এম ভি স্কুল আৰু টিপলাই এম ই স্কুলত শিক্ষা প্ৰদান কৰি ১৯৬২ চনৰ ৩ মাৰ্চত অৱসৰ গ্ৰহণ কৰিছিল। গণিত আৰু ভূগোল বিষযৰ পাৰদৰ্শী এইগৰাকী কৃতী শিক্ষকৰ আশীষধন্য হৈ পিছপৰা অঞ্চলটিৰ জাতি-জনজাতি, উচ্চ-নীচ সকলো স্তৰৰ ছাত্ৰ-ছাত্ৰী যথেষ্ট উপকৃত হৈছিল আৰু প্ৰকৃতাৰ্থত ক'বলৈ গ'লে এই অঞ্চলৰ ভালেসংখ্যক শিক্ষক, অন্যান্য বিভাগৰ কৰ্মচাৰী আৰু সমাজসেৱক তেওঁৰ প্ৰতি অনুগৃহীত। শৈশৱতে বৰ্ণবাদৰ বলি হৈ যিখন সমাজৰ বা যিখন শিক্ষানুষ্ঠানৰ পৰা তেওঁক শিক্ষা লাভৰ পৰা বঞ্চিত কৰা হৈছিল— একমাত্ৰ নিজৰ মেধা আৰু শিক্ষাগত অৰ্হতাৰ ফলত সেইখন সমাজৰ, সেইখন শিক্ষানুষ্ঠানৰ সন্মানীয় আসনত অধিষ্ঠিত হৈ তেওঁৰ জীৱনাশাতে জাত-পাতৰ প্ৰাচীৰ মষিমূৰ কৰি দিব পাৰিছিল, অৱশ্যে তাৰ বাবে তেওঁ জীৱনৰ এটা ব্ৰত হিচাপে বাছি লৈছিল— শিক্ষাবিস্তাৰ সামাজিক আৰু আনুষ্ঠানিক দুযোটা দিশৰ সন্তুলিত সহঅৱস্থান। একমাত্ৰ শিক্ষাই যে মানুহক মানুহ হিচাপে চিনি পোৱাত আৰু নিৰপেক্ষ বিচাৰ-বিবেচনাৰে সকলো দিশ চালিজাৰি চোৱাত সহায় কৰিব পাৰে এই কথা সৰকাৰদেৱে মৰ্মে মৰ্মে উপলব্ধি কৰিছিল।

নিজকে পিছপৰা ৰাভা সম্প্ৰদায়ৰ লোক হিচাপে বুকু ফিন্দাই পৰিচয় দিয়ে। তেওঁ কোনোদিনে নীচাত্মিকাবোধত ভোগা নাছিল। নিজৰ গাঁওখনৰ, অঞ্চলটোৰ লগত সমগ্ৰ জাতিটোৰ উন্নতিৰ অৰ্থে তেওঁ ছাত্ৰজীৱনৰে পৰা নানা কাৰ্যপন্থা হাতত লৈছিল। ৰাভা জাতিৰ আত্মিক, শৈক্ষিক, সামাজিক, সাংগঠনিক আৰু ধৰ্মীয় চৈতন্য জাগৰণৰ বাবে তেওঁ ১৯১৫ চনতে ৰাভা ছাত্ৰ সন্মিলন গঠন কৰিছিল। তেওঁৰ উদ্যোগতে ৰংজুলি ৺কাৰ্তিক চন্দ্ৰ ৰাভাক সহযোগী সম্পাদক হিচাপে আৰু দৰং গিৰিৰ ৺দ্বাৰিকানাথ ৰাভাক সভাপতি হিচাপে লৈ পৰৱৰ্তী কালত (১৯২৬) এই সংগঠনে 'আসাম ৰাভা সন্মিলন'লৈ উত্তৰণ ঘটিছিল। গোৱালপাৰাৰ যুৱনেতা ক্ষীৰোদ মোহন ৰাভাক সম্পাদক হিচাপে লৈ ১৯৪১ চনত ৰাভা যুৱক সংঘ গঠন কৰি নিজে সভাপতিৰ গুৰুদায়িত্বভাৰ বহন কৰিছিল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক আমন্ত্ৰণ কৰি আনি ১৯৬০ চনত ধূপধৰাৰ কোঠাকুঠিত দুধনৈ পূৰ্বাঞ্চল ৰাভা সমাজৰ জন্ম দিছিল। পৰৱৰ্তী কালত এই সংগঠনৰ উদ্যোগত সমগ্ৰ অসম তথা ভাৰত জুৰি ৰাভাসকলক একত্ৰ কৰাৰ উদ্দেশ্যে আসাম ৰাভা সংঘ (১৯৬৩), ৰাভা জাতীয় পৰিষদ (১৯৭০) গঠিত হয় আৰু নিজে কেবাবাৰো সভাপতিৰ দৰে গুৰুত্বপূৰ্ণ বিষযবাবত অধিষ্ঠিত হৈ চালুকীয়া অনুষ্ঠানটিৰ বাঘজৰী টানি এক সন্মানজনক আসনত উপৰিষ্ট কৰাযছিল। বৰ্তমানৰ অসম, মেঘালয়, পশ্চিমবঙ্গ আৰু উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন প্ৰান্তত সিঁচৰতি হৈ থকা ৰংদানি, মাযতৰি, পাতি, হানা, দাহুৰি,

বিটলীযা, টোটলা, কোচা ইত্যাদি যৈদৰ উমৈহতীয়া সংগঠন নিখিল ৰাভা জাতীয পৰিষদৰ (RNC) যি ব্যাপকতা, সমাদৰ তাৰ গুৰিতেই আছিল গোবৰ্দ্ধন সৰকাৰদেৱৰ সাংগঠনিক দক্ষতা আৰু অক্লান্ত পৰিশ্ৰম। তেওঁৰ উন্মুক্ত আহ্বানত ওলাই আহিছিল জাতীয কৰ্মী হিচাপে দলে দলে অগ্ৰজ, অনুজ আৰু সমধৰ্মস্থ ৰাভা নাগৰিকসকল। সেই সকলৰ ভিতৰত অন্যতম আছিল নগাঁও কঠিযাতলীৰ ˚হলিৰাম ৰাভা, কেশৱচন্দ্ৰ ৰাভা, গুৱাহাটী ৰুক্মিনীগাঁৱৰ ˚নন্দৰাম ৰাভা, কৃষ্ণাই শালপাৰাৰ ˚ৰাজেন্দ্ৰ ৰংখ (ৰাভা ভাষাৰ প্ৰথম ব্যাকৰণ পুথি ৰচোতা), গাৰোপাহাৰৰ মানিকগঞ্জৰ ˚জাহাজ চন্দ্ৰ ৰাভা (খ্ৰীষ্টান ধৰ্মৰ প্ৰচাৰক), তেজপুৰৰ ˚বিষ্ণু প্ৰসাদ ৰাভা, ৰংকাৰ শ্ৰীকান্তিৰাম ৰাভা, দুধনৈৰ ˚হাকিম চন্দ্ৰ ৰাভা (প্ৰাক্তন বিধাযক), ছোটমাটিযাৰ ˚শৰৎ চন্দ্ৰ ৰাভা (প্ৰাক্তন বিধাযক, মুখ্য কাৰ্যবাহী সদস্য, ৰাভা হাচুং, স্বাযত্ত পৰিষদ), কোচবিহাৰৰ কামাখ্যাগুৰিৰ ˚দেবেন দাস, গাৰোপাহাৰৰ টিক্ৰিকিল্লাৰ মনি ৰাভা (প্ৰাক্তন মন্ত্ৰী, মেঘালয, সাহিত্যিক), মেছেলখোৱাৰ ˚কৰ্ণ ৰাভা, কোকৰাঝাৰ গোঁসাইগাঁৱৰ শ্ৰীঅমৰসিং কোচ, ধুবুৰী দেবীতোলাৰ শ্ৰীদুখেশ্বৰ কোচ প্ৰমুখ্যে এচাম জাতিপ্ৰেমী সমাজসেৱক, সাহিত্যিক, ৰাজনীতিক ব্যক্তিসকল। তেওঁৰ যোগ্য ভতিজা ˚হৰিমোহন সৰকাৰ (ৰাভা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি), সুযোগ্য পুত্ৰ শ্ৰীৰমেশ সুযোগ্য পুত্ৰ শ্ৰীৰমেশ সৰকাৰ (বৰ্তমানৰ ৰাভা জাতীয পৰিষদৰ সভাপতি) যোগ্য জামাতা ˚প্ৰাণেশ্বৰ ৰাভা (বিষ্ণুৰাভা বঁটা প্ৰাপ্ত সাহিত্যিক) প্ৰভৃতিযে পাৰিবাৰিক আৰু সামাজিক উচ্চ দিশতে অনুপ্ৰাণিত হৈ স্বজাতিৰ সেৱা কৰিবলৈ ওলাই আহিছিল। তেওঁৰ এই ত্যাগ আৰু নিৰবধি সংগ্ৰামৰ প্ৰতি কৃতজ্ঞ ৰাভা সমাজে তেওঁক দুবাৰকৈ— প্ৰথমে দুধনৈ পূৰ্বাঞ্চল ৰাভা সমাজৰ চিতলমাৰী বনগাঁও অধিবেশনত ১৯৬২ চনত আৰু দ্বিতীযতে ৰাভা জাতীয পৰিষদৰ তামুলপুৰ অধিবেশনত ১৯৭৮ চনত সম্বৰ্দ্ধনা জনাবলৈ পাই ধন্য হৈছে। সৰকাৰদেৱে দেখুৱাই যোৱা বাটেদি বাট বুলি পৰৱৰ্তীকালত সাহিত্যিক, কৃতী শিক্ষক ৰাজেন ৰাভা, শিক্ষাবিদ কৰুণাকান্ত ৰাভা, অধ্যাপক হেৰম্ব কুমাৰ ৰাভা, অধ্যক্ষ সিদ্ধিৰাম ৰাভা প্ৰভৃতি আজিৰ চামৰ বহুতৰে শিক্ষাগুৰু সকলে নিজৰ যৎকিঞ্চিত সামৰ্থ অনুসাৰে স্বজাতিৰ হকে সেৱা আগবঢ়াই আহিছে। সৰকাৰদেৱে সমাজ সংস্কাৰৰ হকে শিক্ষাকে মূল সাৰথি কৰি লৈছিল। ৰাজনৈতিক সুৰক্ষা বা আত্মনিযন্ত্ৰনৰ কথা বৰকৈ ভবা নাছিল। তেওঁৰ এই পন্থা বৰ্তমানৰ ৰাজনীতি সচেতন বহুত ৰাভা ৰাইজৰ বাবে আদৰণীয নহ'বও পাৰে কিন্তু সেইসমযত তেওঁ অশিক্ষিত পিছপৰা পুতৌৰ পাত্ৰ হিচাপে পৰিচিত ৰাভাসকলৰ কাৰণে যিখিনি কৰি গ'ল সেইটো ৰাভাজাতিৰ লগতে মানৱতাবাদী লোক মাত্ৰকে চিৰদিন স্মৰণ নকৰাকৈ থাকিব নোৱাৰে।

এইগৰাকী মহান ব্যক্তিৰ দেহাবসান ঘটে ১৯৮২ চনৰ ১৯ মাৰ্চত নিজ গাঁৱত

৮৫ বছৰ বয়সতে। অকালতে পত্নী বিয়োগ ঘটা (২৭ বছৰীয়া বৈবাহিক জীৱন) এইগৰাকী ঘোৰ গৃহস্থীয়ে সাতগৰাকী পুত্ৰ এগৰাকী কন্যাৰ শিক্ষা-দীক্ষা, সংস্থাপন আৰু বিবাহৰ সমস্ত দায়িত্ব নিজে কান্ধ পাতিলৈও কেনেকৈ বৃহত্তৰ ৰাভা সমাজৰ সামগ্ৰিক উন্নয়নৰ হকে দিন-ৰাতি একাকাৰ কৰি ঘটিব পাৰিছিল সেয়া সঁচাকৈয়ে আশ্চৰ্যকৰ। ❑

# ভীমবৰ দেউৰী

পৰমানন্দ মজুমদাৰ

বিংশ শতাব্দীৰ অসমৰ সমাজ আৰু ৰাজনীতিত ভীমবৰ দেউৰীৰ ভূমিকা লেখত লবলগীয়া। বিশেষকৈ বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ অসমৰ সমাজ আৰু ৰাজনৈতিক ইতিহাসৰ এক অধ্যায়ৰ সূচনাকাৰী হিচাপে ভীমবৰ সদায় স্মৰণীয় হৈ ৰ'ব। অসমীয়া জাতিৰ সংকটৰ উৎস সন্ধান কৰিলে ভীমবৰ দেউৰীৰ ভূমিকা যথাৰ্থত উপলব্ধি কৰিব পাৰি। ভীমবৰক সাধাৰণতে জনজাতীয় নেতা হিচাপে আখ্যা দিয়া হয়। প্ৰকৃততে তেওঁক সমগ্ৰ অসমীয়া জাতিটোৰে এগৰাকী পথ-প্ৰদৰ্শক আছিল বুলি দ্বিধাহীনভাবে অভিহিত কৰিব পাৰি। অতি চুটি জীৱনকালত ভীমবৰে দি যোৱা অৱদানখিনিৰ মাজতে আমি বিচাৰি পাওঁ জাতিটোৰ সমৃদ্ধিৰ পোনবাট।

চুটি অথচ তাৎপৰ্যপূৰ্ণ ভীমবৰৰ জীৱন কাল ব্ৰিটিছৰ শাসন কালতে সমাপ্ত হোৱা বুলি ক'ব পাৰি। স্বাধীনতাৰ সোৱাদ ল'বলৈ তেওঁ বাচি আছিল মাথো এদিনটাদিন। প্ৰাক স্বাধীনতাকালৰ ঘটনাবহুল সময়তেই ভুলিছিল তেওঁৰ জীৱন আৰু কৰ্মৰ ভেটি। সৰুৰে পৰা প্ৰখৰ মেধাৰ পৰিচয় দিয়া ভীমবৰৰ জন্ম হৈছিল ১৯০৩ চনৰ মে মাহত শিৱসাগৰ জিলাৰ পানীদিহিং মৌজাৰ ৰবগাওঁ গাঁৱত। ৰবগাওঁ গাওঁ ব্ৰহ্মপুত্ৰত বিলীন হৈ যোৱাৰ পিছত পৰিয়ালটি ৰাম বজাবাৰী গাঁৱলৈ আহি স্থায়ীভাবে থাকিবলৈ লয়। ভীমবৰৰ পিতৃ গদাৰাম দেউৰী আৰু মাতৃ ৰাজতী দেউৰী। গদাৰামৰ পূৰ্ব বাসস্থান আছিল শদিয়ত। গদাৰাম আৰু ৰাজতীৰ চাৰিজন পুত্ৰ আৰু তিনিগৰাকী জীয়ৰীৰ ভীমবৰ আছিল জ্যেষ্ঠ সন্তান।

অতি পিছপৰা অঞ্চলটোত ভীমবৰ শিক্ষাকালৰ আৰম্ভণিৰ পৰা কৃতী ছাত্ৰ হিচাপে সকলোৰে মাজত পৰিচিত হৈছিল। ১৯০৮ চনত স্থানীয় ৰবগাওঁ প্ৰাথমিক বিদ্যালয়ত তেওঁ শিক্ষা জীৱনৰ পাতনি মেলে। ১৯১৩ চনত এই বিদ্যালয়ৰ শেষান্ত পৰীক্ষাত তেওঁ মহকুমাৰ ভিতৰতে প্ৰথম হৈ উত্তীৰ্ণ হয়। ইয়াৰ পিছত শিৱসাগৰ চৰকাৰী এম ভি স্কুলত নাম ভৰ্তি কৰে। ১৯১৮ চনত এই স্কুলৰ পৰা ডিষ্টিংচন সহ এম ভি পৰীক্ষাত উত্তীৰ্ণ হৈ মাহেকত চাৰিটকীয়া বৃত্তি লাভ কৰে। পাঁচটা বিষয়ত লেটাৰ সৈ ১৯২৫ চনত তেওঁ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু মাহেকত পোন্ধৰ টকীয়া এটি বৃত্তি লাভ কৰি গুৱাহাটীৰ কটন কলেজত নাম ভৰ্তি কৰে। কটন কলেজৰ ছাত্ৰজীৱনে ভীমবৰৰ মানসিক জগতত নানাতৰহৰ চিন্তাৰ ঢৌ তুলিবলৈ ধৰিলে। অসমীয়া সমাজ সম্পৰ্কে তেওঁৰ মনত নানা প্ৰশ্নৰ উদয় হ'ল। তেওঁ লাহে লাহে বুজি পাব ধৰিলে

জাতিটোৰ ৰোগ ক'ত আৰম্ভ হৈছে। তেওঁ কলেজলৈ আহি নিজ চকুৰে দেখিবলৈ পালে যে সমাজৰ চকুত জনজাতিসকল কিমান অস্পৃশ্য। কটন কলেজত তেতিয়া জনজাতি ছাত্ৰ সকলৰ কাৰণে স্বাতন্ত্ৰীয়কৈ 'দ্বিতীয় ছাত্ৰাবাস'টো (বৰ্তমানৰ বঞ্চিত বৰপূজাৰী ছাত্ৰাবাস) ৰখা হৈছিল। বাকী বৰ্ণহিন্দুসকলৰ কাৰণে ৰখা হৈছিল প্ৰথম ছাত্ৰাবাসটো। দ্বিতীয় ছাত্ৰাবাসটি একপ্ৰকাৰ 'অস্পৃশ্য ছাত্ৰাবাস' বুলিয়েই গণ্য কৰা হৈছিল। এনে বৈষম্যমূলক ব্যৱস্থাৰ বিৰুদ্ধে জনজাতি ছাত্ৰসকল একত্ৰিতহৈ আন্দোলনত নামি পৰে। ভীমবৰ আছিল এই আন্দোলনৰ সহযোদ্ধা। কটন কলেজৰ সংগ্ৰামী অভিজ্ঞতাই ভীমবৰৰ সমাজ-দৰ্শনৰ আদি পাঠ বুলি ক'লেও ভুল কৰা নহয়। আনহাতে পৰৱৰ্তী কালৰ তেওঁৰ কৰ্মসূচীৰ ভেটিও এই ঘটনাই নিৰ্মাণ কৰিছিল বুলিও ক'ব পাৰি। তদুপৰি প্ৰখৰ বুদ্ধিসম্পন্ন ভীমবৰক এই সময়ছোৱাৰ কিছু ৰাজনৈতিক ঘটনা-প্ৰবাহেও ছুই গৈছিল বুলি ধাৰণা কৰিব পাৰি। তেওঁ কটনত পঢ়া সময়ছোৱাতে (১৯২৫-১৯২৯) ১৯২৮ চনত অসমলৈ চাইমন কমিচন আহিছিল। চাইমন কমিচনৰ ওচৰত অসমৰ জনজাতি আৰু অনগ্ৰসৰ সম্প্ৰদায়ৰ তৰফৰ পৰা স্মাৰক-পত্ৰ প্ৰদান কৰা হৈছিল, য'ত জনজাতিসকল শৈক্ষিক, আৰ্থিক আদি সকলো দিশতে কিদৰে অৱহেলিত আৰু বঞ্চিত হৈ আছে বুলি ধৰা হৈছিল।

কটন কলেজত অসমৰ সমাজ আৰু ৰাজনীতিৰ এই স্পৰ্শ লৈ ১৯২৭ চনত ভীমবৰে প্ৰথম বিভাগত আই এ পৰীক্ষাত কৃতকাৰ্য হয়। ১৯২৯ চনত দৰ্শনশাস্ত্ৰত সন্মান সহ দ্বিতীয় শ্ৰেণীত স্নাতক ডিগ্ৰী লাভ কৰি তেওঁ উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যায়। তাত তেওঁ একেসময়তে ল'কলেজত আইন আৰু প্ৰেছিডেন্সী কলেজত স্নাতকোত্তৰ শ্ৰেণীত নাম ভৰ্তি কৰে। তেওঁ চাৰ মহম্মদ চাদুল্লাৰ পৰামৰ্শতে আইন পঢ়িছিল। পিছত তেওঁ চাৰ্টাৰ্ড একাউন্টেন্সি কৰাৰ মানসেৰে এম কম পঢ়াৰ সিদ্ধান্ত লৈছিল। ১৯৩১ চনত তেওঁ বি এল পৰীক্ষাত উৰ্ত্তীৰ্ণ হয় যদিও স্নাতকোত্তৰ শ্ৰেণীৰ অধ্যয়ন অসমাপ্ত অৱস্থাতে এৰি চাকৰি কৰাৰ মানসিকতাৰে অসমলৈ উভতে। অসমলৈ আহি তেওঁ অসম অসামৰিক সেৱাৰ (Assam Civil Service) পৰীক্ষাত অৱতীৰ্ণ হৈ কৃতকাৰ্য হয় আৰু অতিৰিক্ত সহাকাৰী আযুক্ত (Extra Assistant Commissioner) পদত নিযুক্তিৰ বাবে নিৰ্বাচিত হয়। সেই সময়ত সম্প্ৰদায়সমূহৰ জনসংখ্যাৰ ভিত্তিত ভাগ কৰিহে অসম চৰকাৰৰ চাকৰিসমূহত নিযুক্তি দিয়া হৈছিল। কিন্তু দেউৰী জনগোষ্ঠী তেতিয়ালৈকে চৰকাৰী চাকৰিৰ যোগ্য সম্প্ৰদায় হিচাপে তালিকাভুক্ত হোৱা নাছিল। আনকি ১৯৩১ চনৰ আগৰ লোকপিয়লবোৰত দেউৰীসকলৰ পৃথককৈ পিয়লো হোৱা নাছিল। সেয়েহে প্ৰতিযোগিতাত নিৰ্বাচিত হোৱা সত্বেও ভীমবৰৰ দৰে তীক্ষ্ণ মেধাবী ছাত্ৰ ই এ চি পদত নিযুক্তিৰ পৰা বঞ্চিত হ'ব লগা হ'ল। ভীমবৰে চাকৰি কৰাৰ সিদ্ধান্ত ত্যাগ কৰি ১৯৩২ চনত ডিব্ৰুগড়ৰ আদালতত ওকালতি আৰম্ভ কৰে।

ছাত্ৰ কালতে জনজাতিসকলৰ স্বাধিকাৰ সংগ্ৰামত অংশগ্ৰহণ কৰা ভীমবৰ দেউৰীয়ে ক্ৰমে অনুভৱ কৰিলে যে দেউৰীকে ধৰি সোণোৱাল কছাৰী, মটক, মিছিং, তিৱা, ৰাভা আদি অনগ্ৰসৰ জনগোষ্ঠীসমূহ ঐক্যবদ্ধ হৈহে নিজৰ উন্নতি আনিব পাৰিব। তেওঁ সকলো জনজাতিকে একগোট কৰিবলৈ মনোনিবেশ কৰিলে। তেওঁৰ বিশেষ তৎপৰতাত ১৯৩৩ চনত অনুষ্ঠিত হয় অসমৰ জনগোষ্ঠীসমূহৰ প্ৰতিনিধিত্বমূলক অধিবেশন। এই অধিবেশনতে Assam Backiward Plain Tribal Leagueৰ জন্ম হয়। লীগৰ সম্পাদকৰ দায়িত্ব বহন কৰে ভীমবৰে আৰু ইয়াৰ সভাপতি পদত অধিষ্ঠিত হয় চাইমন কমিছনত কছাৰীসকলৰ হৈ স্মাৰকপত্ৰ প্ৰদান কৰা প্ৰতিনিধি যাদব চন্দ্ৰ খাখলাৰি।

লীগৰ দায়িত্ব লৈ ভীমবৰে অসমৰ জনগোষ্ঠীসমূহৰ অনগ্ৰসৰ অৱস্থাৰ কথা চৰকাৰৰ ওচৰত উত্থাপন কৰিবলৈ ধৰিলে আৰু অসমৰ নানা ঠাইত সংগঠনৰ শাখা উঠিপৰি লাগিল। লীগৰ উত্থাপিত দাবীৰ প্ৰতি চৰকাৰে সঁহাৰি জনাবলৈ বাধ্য হ'ল। ১৯৩৫ চনত চৰকাৰে অসমৰ বিধান সভাৰ মুঠ ১০৮ খন আসনৰ ৪ খন জনজাতিৰ কাৰণে সংৰক্ষণৰ ব্যৱস্থা কৰে। লীগৰ প্ৰচেষ্টাতে দেউৰীৰ দৰে জনগোষ্ঠীও ভৈয়ামৰ অনগ্ৰসৰ জনজাতি তালিকাত অন্তৰ্ভুক্ত কৰা হয়। ১৯৩৭ চনত হোৱা সাধাৰণ নিৰ্বাচনত প্ৰথমবাৰৰ বাবে সংৰক্ষিত আসনৰ জৰিয়তে 'ট্ৰাইবেল লীগ'ৰ পৰা ৰূপনাথ ব্ৰহ্মা, ৰবিচন্দ্ৰ কছাৰী, কাৰ্বচন্দ্ৰ দলে আৰু ধীৰসিং দেউৰী জয়ী হৈ বিধান সভাৰ সদস্য হবলৈ সক্ষম হয়। ১৯৩৮ চনত ভীমবৰক ডিব্ৰুগড় স্থানীয় মণ্ডল (Local Board) ৰ একজন মনোনীত সদস্য হিচাপে ৰাজ্যপালে নিযুক্তি দিয়ে। একে সময়তে তেওঁ ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰিচালনা সমিতিৰো সদস্য নিৰ্বাচিত হয়। এই চনতে কোকৰাঝাৰত হোৱা লীগৰ দ্বিতীয় অধিবেশনত ভীমবৰ পুনৰ সম্পাদক নিৰ্বাচিত হয়। ১৯৩৯ চনত লীগৰ কেওগৰাকী বিধান সভাৰ সদস্যই ভীমবৰক উচ্চ পৰিষদ অৰ্থাৎ অসম বিধান পৰিষদৰ সদস্য কৰিবলৈ চৰকাৰক অনুৰোধ কৰে আৰু প্ৰাদেশিক কংগ্ৰেছ দলেও ইয়াৰ প্ৰতি সন্মতি প্ৰকাশ কৰে। সেই মৰ্মে অসমৰ ৰাজ্যপালে ভীমবৰক উচ্চ পৰিষদৰ সদস্য মনোনীত কৰে। ১৯৩৯ চনত নগাঁওৰ ধৰমতুলত হোৱা সদৌ লালুং সন্মিলনীত ভীমবৰে সভাপতিত্ব কৰে। এই সভাস্থলীতে ট্ৰাইবেল লীগৰ তৃতীয় অধিবেশন অনুষ্ঠিত হয় আৰু ভীমবৰ পুনৰ সম্পাদক নিৰ্বাচিত হয়।

উচ্চ পৰিষদৰ সদস্যৰূপে ভীমবৰৰ বাগ্মীতা আৰু প্ৰখৰ বৌদ্ধিক চেতনাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ ধৰিলে। অসমৰ সমাজৰ প্ৰেক্ষাপটত তেওঁ নানা প্ৰশ্নৰে চৰকাৰক ব্যতিব্যস্ত কৰি তুলিবলৈ ধৰিলে। অতি দক্ষতাৰে তেওঁ বিধান সভাৰ মজিয়াত জনজাতিসকলৰ অনগ্ৰসৰতাৰ কথা তুলি ধৰিলে। প্ৰব্ৰজন সম্পৰ্কে সদনৰ মজিয়াত দিয়া ভাষণেৰে তেওঁ সমগ্ৰ জাতিটোৰে ভৱিষ্যত সংকটৰ কথা দোহাৰি চাদুল্লা মন্ত্ৰীসভাক প্ৰত্যক্ষভাৱে জগৰীয়া কৰিছিল তেওঁ দেখিছিল, চুবুৰীয়া পূৰ্ববঙ্গৰ পৰা যিদৰে অবাধ

গতিত অসমলৈ প্ৰব্ৰজন হ'বলৈ ধৰিছে সিয়ে ভৱিষ্যতে অসমলৈ সংকট কঢ়িয়াই আনিব। ১৯৪০ চনৰ বাজেট-বিতৰ্কত অংশগ্ৰহণ কৰি তেওঁ দিয়া ভাষণৰ সাৰমৰ্ম আছিল : চাদুল্লাই থলুৱা লোকক নিৰাপত্তা দিবলৈ সন্তুষ্ট কৰিবলৈ প্ৰয়াস কৰিছে, আকৌ ভূমিহীন প্ৰব্ৰজনকাৰীৰ মাটিৰ ব্যৱস্থাও কৰিছে। ভূমিহীন প্ৰব্ৰজনকাৰী অন্তহীন, এনে প্ৰব্ৰজনকাৰীক অসমৰ বিভিন্ন জিলাত মাটি প্ৰদান কৰা হৈছে। চৰকাৰে ইয়াৰ কোনো সীমাবদ্ধতা ঘোষণা কৰা নাই অথবা অন্য প্ৰদেশৰ পৰা অহা প্ৰব্ৰজনকাৰীৰ সোঁতো বন্ধ কৰা নাই। চৰকাৰ অন্যপ্ৰদেশৰ ভূমিহীন লোকক মাটি দিবলৈ কিয় বাধ্য হৈছে? অন্য প্ৰদেশৰ সকলো দুখীয়া ভূমিহীন লোকৰ অসম আশ্ৰয়স্থলী হ ব নোৱাৰে। অসমৰ বসবাসকাৰীসকলৰ উন্নয়নহে চৰকাৰৰ উদ্দেশ্য হ'ব লাগে। চৰকাৰৰ অন্য প্ৰদেশৰ লোকক আমন্ত্ৰণ কৰি অগ্ৰাধিকাৰ দিয়াটো উচিত নহয়, হি ইয়াৰ থলুৱালোকৰ কাৰণে বিপদজনক হ'ব পাৰে।

জনজাতি অঞ্চলৰ শিক্ষা, অৰ্থনৈতিক অৱস্থাৰে পৰা আৰম্ভ কৰি জনজাতি ছাত্ৰক কলেজৰ সাধাৰণ ছাত্ৰাবাসত থকা-খোৱাৰ বাধা-নিষেধলৈকে নানা প্ৰসঙ্গ তেওঁ সদনত উত্থাপন কৰিছিল। এহাতে জনজাতিসকলক বিধান সভাত প্ৰতিনিধিত্বৰ সুযোগ দিয়া বাবে তেওঁ সন্তোষ প্ৰকাশ কৰিছিল আনহাতে বাজেট-বিতৰ্কত জনজাতিসকলক অসমৰ পুৰণি বাসিন্দা বুলি সোঁৱৰাই দিছিল। তেওঁ কৈছিল যে যো'ৰা এটা শতিকাজুৰি অসমৰ ভৈয়ামৰ জনজাতিসকল অৱহেলিত হৈ আছে। তেওঁলোক এতিয়া অসমৰ আটাইতকৈ দুখীয়া আৰু অনগ্ৰসৰ লোক।

সদনত বলিষ্ঠ ভূমিকা লোৱাৰ সময়তে ১৯৪০ চনত চাদুল্লা মন্ত্ৰীসভাৰ সদস্য ৰূপনাথ ব্ৰহ্মৰ কন্যা কমলাৱতী ব্ৰহ্মৰ লগত ব্ৰহ্মধৰ্মমতে ভীমবৰৰ বিবাহ পাশত আবদ্ধ হয়। এই সময়লৈ বিভিন্ন জনজাতিৰ মাজত আন্তঃবিবাহ প্ৰচলন হোৱা নাছিল সকলো জনজাতিৰ মাজত ঐক্য-সম্প্ৰীতি আৰু নিবিড় সম্বন্ধ গঢ়িবৰ বাবেই যেন আছিল এই বিয়া। ভীমবৰে কিন্তু সংসাৰত বেছি সময় দিবলৈ আহৰি নেপালে। জনজাতি তথা সামগ্ৰিকভাৱে অসমীয়া জাতিৰ প্ৰাণ-প্ৰতিষ্ঠাৰ সংগ্ৰামত তেওঁ পুৰ্ণোদ্যমেৰে লাগি থাকিল।

জনজাতিসকলক বহিৰাগতৰ হেঁচাৰ পৰা ৰক্ষা কৰিবলৈ প্ৰবৰ্তন কৰা ব্যৱস্থা লাইন প্ৰথা সমগ্ৰ অসমতে কাৰ্যকৰী কৰিবলৈ তেওঁ আহ্বান জনাইছিল। কিন্তু দুৰ্ভাগ্যৰ বিষয় লাইন প্ৰথাই জনজাতিসকলক পমুৱাৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে। ইয়াৰ পিছত দূৰদৰ্শিতাৰে ভীমবৰে উদ্ভাৱন কৰিলে ট্ৰাইবেল বেল্ট আৰু ব্লকৰ আঁচনি। এই আঁচনি সদনত গৃহীত হৈছিল। ভীমবৰে বিশ্বাস কৰিছিল যে কেৱল এই বেল্ট আৰু ব্লকহে অসমৰ পিছপৰা জাতিসমূহৰ ৰক্ষা-কবচ হ'ব। বেল্ট আৰু ব্লকৰ কি অৱস্থা হ'ল? সেই কথা দোহৰাৰ প্ৰয়োজন নাই।

ভীমবৰ আছিল এগৰাকী শিক্ষানুৰাগী সংস্কাৰমুক্ত লোক। স্পষ্টবাদী মনৰ অধিকাৰী ভীমবৰে বৰ্ণহিন্দুৰ ট্ৰাইবেল বিৰোধী সাম্প্ৰদায়িক দৃষ্টিভংগীক মুকলিকৈ সমালোচনা কৰিবলৈ সাহস কৰিছিল।

আনহাতে জনজাতিসকলৰ অনগ্ৰসৰতাৰ মূলতেই তেওঁ চিনাক্ত কৰিছিল অশিক্ষা। তেওঁ উপলব্ধি কৰিছিল যে জনজাতিসকলৰ মাজত শিক্ষাৰ বহুল প্ৰচাৰ অবিহনে তেওঁলোকৰ দুৰৱস্থাৰ অৱসান কৰিব পৰা নাযাব। জনজাতিসকলৰ প্ৰধান জীৱিকা নিৰ্বাহৰ অৱলম্বন কৃষিৰ উন্নয়নৰ অৰ্থেও মনোযোগ দিবলৈ তেওঁ চৰকাৰ আৰু শিক্ষিতসকলক আহ্বান জনাইছিল।

ট্ৰাইবেল লীগৰ ঘোষিত নীতি আছিল ক্ষমতাধীন চৰকাৰে ভৈয়ামৰ জনজাতিসমূহৰ শিক্ষা আৰু আৰ্থিক অৱস্থাৰ উন্নতিৰ বাবে কাম কৰিলে আৰু তেওঁলোকৰ সমূহ স্বাৰ্থৰ বিৰুদ্ধে নগ'লে সেই গৱৰ্ণমেণ্টক সমৰ্থন কৰা। সেই নীতিমৰ্মেই লীগে ১৯৩৮ চনত কংগ্ৰেছৰ দলৰ লগত চুক্তিবদ্ধ হৈছিল আৰু পৰৱৰ্তী কালত ছাদুল্লা নেতৃত্বাধীন মুছলিম লীগৰ লগতো চুক্তিবদ্ধ হৈছিল। কংগ্ৰেছ দলৰ লগত সংযুক্ত মন্ত্ৰীসভা গঠনৰ সন্দৰ্ভতে ভীমবৰে কংগ্ৰেছৰ সৰ্বভাৰতীয় নেতা মৌলানা আবুল কালাম আজাদ আৰু সভাপতি সুভাষ চন্দ্ৰ বোসৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিল। ১৯৩৯ চনত কংগ্ৰেছ দল আৰু ১৯৪০ চনত ছাদুল্লা দলৰ লগত হোৱা চুক্তিত কোৱা হৈছিল যে জনজাতিসকলে ১৯৪১ চনৰ লোকপিয়লত জনজাতিৰ লোক-পৰিচয় দিব— হিন্দু বা খ্ৰীষ্টানে হিচাপে নহয়। এই লৈ নানা বাদ বিসম্বাদ হৈছিল যদিও ট্ৰাইবেল লীগে পিয়লৰ সময়ত বহুখিনি সাফল্য লাভ কৰে। এই সময়তে দ্বিতীয় মহাযুদ্ধ হয়। — যি যুদ্ধক ভাৰতৰ কমিউনিষ্টসকলে গণযুদ্ধ আখ্যা দিছিল। ভীমবৰ দেউৰী বিষ্ণু ৰাভা আদি কমিউনিষ্ট নেতাৰ সান্নিধ্যলৈ আহে। মাৰ্ক্সবাদ অধ্যয়নত তেওঁ মনোনিবেশ কৰিবলৈ ধৰে। ১৯৪১ চনৰ ২৫ ডিচেম্বৰত ছাদুল্লা মন্ত্ৰীসভাৰ পতন হয়। এই বছৰৰে শেষৰ ফালে 'মটক লীগ'ৰ দ্বিতীয় অধিবেশনত সভাপতিত্ব কৰি ভাষণত অসমৰ সমাজ-ইতিহাসক তুলি ধৰে। ১৯৪২ চনৰ ২৫ অগষ্টত পুনৰ মুছলিম লীগে চৰকাৰ গঠন কৰাত ট্ৰাইবেল লীগে নীতি অনুসৰি চৰকাৰক সমৰ্থন কৰে। ভীমবৰে বিধান পৰিষদৰ অধিবেশনত কৃষক বঞ্চনা, প্ৰাথমিক শিক্ষাৰ সম্প্ৰসাৰণ, ভূমিপত্তন ব্যৱস্থা আদিৰ বিষয়ত ছাদুল্লা মন্ত্ৰীসভাক কঠোৰ সমালোচনা কৰে। ১৯৪৪ চনত অসমত বিশ্ববিদ্যালয় স্থাপনৰ বিলম্বকৰণৰ বিৰুদ্ধেও ছাদুল্লাক বিধান পৰিষদৰ মজিয়াত সমালোচনা কৰে।

১৯৪৪-৪৫ চনত ট্ৰাইবেল লীগে চাদুল্লা মন্ত্ৰীসভাৰ প্ৰতি অনাস্থা প্ৰকাশ কৰে। চাদুল্লা মন্ত্ৰীসভাক থলুৱা-স্বাৰ্থবিৰোধী বুলি লীগে অভিযোগ তোলে। ১৯৪৫ চনত উচ্চ পৰিষদৰ সদস্য-পদৰ ম্যাদ উকলি যোৱাত ৰাজ্যপালে দ্বিতীয়বাৰৰ বাবে ভীমবৰক পুনৰ সদস্য পদৰ বাবে মনোনয়ন দিয়ে। এই চনৰে শেষভাগত ছিলঙত পাহাৰ-ভৈয়ামৰ

জনগোষ্ঠীসমূহৰ প্ৰতিনিধিৰ এক অধিবেশন অনুষ্ঠিত কৰাত ভীমবৰে আগভাগ লয়। এই অধিবেশনতে জন্ম হয় 'আচাম ট্ৰাইবচ্ এণ্ড ৰেছে্চ ফেডাৰেচন'ৰ।

১৯৪৬ চনৰ ১১ ফেব্ৰুৱাৰীত গোপীনাথ বৰদলৈ মন্ত্ৰীসভা গঠন হয়। এই সময়ছোৱাতে কেবিনেট মিছন ভাৰতলৈ আহে আৰু ভাৰতক ক, খ আৰু গ (A, B, C, Group) তিনিটা গ্ৰুপত বিভক্ত কৰাৰ প্ৰস্তাৱ কৰি অসমক পূৰ্ববংগৰ মুছলমান অধ্যুষিত অঞ্চলৰ স'তে সাঙুৰি 'গ' সমষ্টিৰ অন্তৰ্ভূক্ত কৰিবলৈ বিচাৰে। মুছলিম লীগ আছিল এনে গ্ৰুপিং প্ৰস্তাৱৰ সমৰ্থক। ভীমবৰ দেউৰী আৰু ট্ৰাইবেল লীগৰ নেতাসকলে এই ব্যৱস্থাৰ যোগেদি অসমক পূৰ্ববংগৰ সৈতে অবিভক্ত বঙ্গৰ অন্তৰ্ভূক্ত কৰাৰ ষড়যন্ত্ৰৰ বিৰুদ্ধে থিয় হ'ল। ভীমবৰে এনে সংকটময় অৱস্থাত সমগ্ৰ অসমৰ স্বাধীনতা অখণ্ডতা, তথা অস্তিত্ব ৰক্ষাৰ স্বাৰ্থত অনগ্ৰসৰ জাতিসমূহৰ দাবীবো পৰিহাৰ কৰাৰ বাবে প্ৰস্তুত বুলি কাকতত বিবৃতি দিয়ে। অসম প্ৰাদেশিক কংগ্ৰেছত ৰাইজৰ প্ৰতিক্ৰিয়া দেখি গ্ৰুপিঙৰ বিৰুদ্ধে থিয় হয়। ভীমবৰে গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমৰ স্বাৰ্থ ৰক্ষা পৰিব বুলি আস্থা প্ৰকাশ কৰে আৰু ট্ৰাইবেল লীগৰ দাবী পূৰণৰ ক্ষেত্ৰতো বৰদলৈৰ পৰা কিছু নিশ্চিতি লাভ কৰে। ট্ৰাইবেল লীগৰ এটা দাবী আছিল 'সুকীয়া নিৰ্বাচন'। কিন্তু ভীমবৰে দেখিলে যে সুকীয়া নিৰ্বাচনৰ দাবীত লাগি থাকিলে গ্ৰুপিং বিৰোধী আন্দোলন দুৰ্বল হ'ব, সেয়ে তেওঁ কংগ্ৰেছে দিয়া বিকল্প 'যুটীয়া নিৰ্বাচন'ৰ ব্যৱস্থা— য'ত সংৰক্ষণৰ ব্যৱস্থা থাকিব, মানি লবলৈ তেওঁ 'লীগ'ৰ সদস্যসকলক বুজাব ধৰিলে। 'লীগ'ৰ সদস্যসকলৰ বিৰোধিতা গুচাবলৈ ভীমবৰ সফল হৈছিল। সেই 'যুটীয়া নিৰ্বাচন'ৰ পদ্ধতি আজিকোপতি চলি আছে। পিছে ভীমবৰে এইটো বিচৰা নাছিল যে এই বিশেষ ব্যৱস্থা স্থায়ী হ'ব লাগিব। মাথোঁ কেইবছৰমানৰ বাবেহে সেয়া প্ৰয়োজন বুলি তেওঁ ভাবিছিল।

ভীমবৰ অথবা ট্ৰাইবেল লীগৰ এটা দুখ থাকি গ'ল। সেয়া হ'ল গণ পৰিষদলৈ (Constituent Assembly) কুলধৰ চলিহা, ৰোহিণী চৌধুৰী, অমিয় কুমাৰ দাস, চাদুল্লা আদিৰ স'তে জনজাতীয় প্ৰতিনিধি হিচাপে ভীমবৰক যোৱাটো লীগে বিচাৰিছিল। ভীমবৰেও ভাবিছিল জনজাতি সমস্যাৰ লগত দুটা দশকে জড়িত থকা হিচাপে তেওঁ পৰিষদলৈ গৈ আচল তথ্য দিব পাৰিব। ভীমবৰ তথা লীগৰ স্বপ্ন আছিল গণ পৰিষদত অসমক Special Status দিয়াৰ কাৰণে দাবী তুলিব, যাতে থলুৱা মানুহখিনিয়ে ভূমিস্বত্ব নেহেৰুৱায়। কিন্তু কংগ্ৰেছে ভীমবৰৰ ঠাইত প্ৰতিনিধি পঠিয়ালে ধৰণীধৰ বসুমতাৰীক। বসুমতাৰী আছিল কংগ্ৰেছৰ সদস্য। এনেদৰে জনজাতিসকলৰ স্বাৰ্থৰ অনুকূলে লীগৰ বক্তব্য দাঙি ধৰাৰ সুযোগৰ পৰা ভীমবৰ বঞ্চিত হ'ল, ফলস্বৰূপে ভৈয়ামৰ জনজাতিৰ বাবে সংবিধানত কোনো সুনিৰ্দিষ্ট ব্যৱস্থা ৰখা নহ'ল।

গোপীনাথ বৰদলৈৰ লগত ঘনিষ্ঠতা তথা গ্ৰুপিং বিৰোধী আন্দোলনে ভীমবৰক ক্ৰমে কংগ্ৰেছৰ ওচৰ চপাই নিছিল। ১৯৪৬ ৰ জুলাই মাহত তেওঁ কংগ্ৰেছত যোগদান

কৰে। এইবছৰৰে চেপ্তেম্বৰ মাহত তেওঁক বন আৰু শ্ৰম বিভাগৰ মন্ত্ৰী বাদ দিয়া হয়। মন্ত্ৰীহিচাপে তেওঁ বনবিভাগৰ আঁচনিত অন্তৰ্ভুক্ত কৰিছিল আলিৰ দুয়োকাষে মূল্যবান গছ ৰোপণ কৰাৰ। মন্ত্ৰী হিচাপে ভীমবৰক Assam Tribal League Standing সমিতিৰ সদস্য হিচাপে অন্তৰ্ভুক্ত কৰা হৈছিল। এইবছৰৰে অক্টোবৰত মাহত অনুষ্ঠিত কামৰূপ জিলা ট্ৰাইবেল ছাত্ৰ সংঘৰ অধিবেশন তেওঁ মুকলি কৰে। ডিচেম্বৰ মাহত তেওঁ দিল্লীত অনুষ্ঠিত প্ৰাদেশিক শ্ৰমমন্ত্ৰীসকলৰ সভাত অংশগ্ৰহণ কৰে। ১৯৪৭ চনৰ জানুৱাৰী মাহত তেওঁ বৰপেটা ৰোডত বহা অসম ট্ৰাইবেল লীগৰ সভাত যোগদান কৰে। কংগ্ৰেছত যোগ দি মন্ত্ৰীত্ব গ্ৰহণ কৰিলেও ট্ৰাইবেল লীগৰ লগত তেওঁ সম্পৰ্ক ৰাখিছিল।

ভীমবৰে দীৰ্ঘদিন ৰাইজৰ হকে কাম কৰাৰ সুযোগ নেপালে। ক্ৰমে তেওঁৰ স্বাস্থ্য বেয়া হ'বলৈ ধৰিলে। তেওঁ যক্ষ্মাৰোগত আক্ৰান্ত হয়। চিলঙত চিকিৎসালয়ত ভৰ্তি হোৱাৰ সময়তে তেওঁ মন্ত্ৰী পদ ইস্তাফা দিয়ে। তেওঁ চিকিৎসাৰ বাবে চৰকাৰী ধনৰ পোষকতা কৰা নাছিল বাবে মন্ত্ৰী পদত থাকি চিকিৎসা কৰাৰ পক্ষপাতী নাছিল। ১৯৪৭ চনৰ জুলাইত তেওঁক মাদ্ৰাজলৈ চিকিৎসাৰ বাবে নিয়া হয়। কিন্তু তেওঁ আৰু আৰোগ্য লাভ কৰিব নোৱাৰিলে। দীৰ্ঘদিন ৰোগশয্যাত থাকি ১৯৪৭ চনৰ ৩০ নৱেম্বৰত ৪৪ বছৰ বয়সত তেওঁ শেষ নিশ্বাস ত্যাগ কৰে।

# ডম্বৰুধৰ দেউৰী

**ইন্দিবৰ দেউৰী**

অতি প্ৰতিকূল পৰিস্থিতিতো অসমৰ অতি ভিতৰুৱা অনুন্নত অঞ্চলত নীৰৱে সমাজ আৰু সাহিত্য সেৱা কৰি জনমানসত গভীৰ স্বাক্ষৰ ৰাখি যোৱা ব্যক্তি সকলৰ এজন হ'ল দেউৰী জনগোষ্ঠীৰ প্ৰথম সাহিত্যিক পেঞ্চনাৰ ডম্বৰুধৰ দেউৰী। শিৱসাগৰ জিলাৰ পানীদিহিং মৌজাৰ বৰগাঁও দেউৰী গাঁৱৰ এটি ঐতিহ্যপূৰ্ণ পৰিয়ালত তেওঁৰ ১৯২০ চনত অৰ্থাৎ ১৮৪২ শকৰ জেঠ মাহত জন্ম হয়। তেওঁৰ দেউতাক ইন্দুৰাম দেউৰী আছিল শদিয়াৰ ইতিহাস প্ৰসিদ্ধ তাম্ৰেশ্বৰী মন্দিৰৰ মুখ্য পূজাৰী বৰগঞা বৰদেউৰী বংশৰ। তেওঁৰ মাতৃ খেপী দেউৰী আছিল দেউৰী সাধু-কথাৰ চলন্ত থুনুপাক তথা দেউৰী লোক-গীতৰ হাতনি-পেৰা। বৰগাওঁ দেউৰী গাঁও তেতিয়া প্ৰকৃততে আছিল 'বৰগাঁও' — দুশৰো অধিক বৰুাঞা খেলৰ দেউৰী যৌথ পৰিয়ালৰে প্ৰাণোচ্ছল, শস্যে-মৎস্যে নদন-বদন আৰু নিষ্কলুষ বৰগঞা দেউৰী কৃষ্টি-সংস্কৃতি, নৃত্য-গীতেৰে উখল-মাখল গাঁও। এই গাঁৱৰ দেউৰীসকলে শদিয়াৰ পৰা ঊনৈছ শতিকাৰ প্ৰথম ভাগত আহি ইয়াত থিতাপি লয়হি। পিতৃপক্ষৰ ঐতিহ্য আৰু মাতৃৰ সান্নিধ্যই তথা সেইসময়ৰ গাঁওখনৰ নিষ্কলুষ পৰিৱেশে শিশু ডম্বৰুধৰ দেউৰীৰ মানসত নিশ্চয় গভীৰ ৰেখাপাত কৰিছিল।

শিশু ডম্বৰুধৰৰ শিক্ষা আৰম্ভ হৈছিল গাঁওবাসীয়ে নিজা প্ৰযাসত স্থাপন কৰা বৰগাওঁ ৬৭ নং প্ৰাথমিক স্কুলত। সেই স্কুলখনতে সেইখন গাঁৱৰ একালৰ ছাত্ৰ আৰু ডম্বৰুধৰৰ সবংশীয় খুৰাদেউ ভীমবৰ দেউৰীয়ে ইতিমধ্যে অসাধাৰণ কৃতিত্বৰে মেট্ৰিক পাছ কৰি ১৯২৫ চনৰ পৰা কটন কলেজত এই এ মহলাত অধ্যয়ন কৰি থকাত সমগ্ৰ গাঁওখনতেই শিক্ষা গ্ৰহণৰ পৰিৱেশ এটা গঢ়ি উঠিছিল। সেই প্ৰাথমিক স্কুলখনৰ পৰাই ডম্বৰুধৰে প্ৰাথমিক বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৩০ চনত নিতাইপুখুৰী এম. ভি স্কুলত পঢ়িবলৈ লয়। এম,ভি, পাছ কৰি যথাসময়ত তেওঁ শিৱসাগৰ বেজবৰুৱা হাই স্কুলত পঢ়ি তাৰ পৰা ১৯৪০ চনত ২য় বিভাগত মেট্ৰিক পাছ কৰে। সেই বছৰতে তেওঁ কটন কলেজত আই, এ পঢ়িবলৈ লয়, কিন্তু ১৯৪২ চনৰ স্বাধীনতাৰ গণ-আন্দোলনত যোগদান দি কলেজ চিৰদিনৰ বাবে ত্যাগ কৰে। তেতিয়াই তেওঁৰ আনুষ্ঠানিক শিক্ষাৰ অন্ত পৰে আৰু তেওঁ সমাজ সেৱাত মনোনিৱেশ কৰে।

ছাত্ৰ অৱস্থাৰ পৰা তেওঁ ছাত্ৰ একতা সভা আৰু লেখা-মেলাৰ সতে জড়িত হৈ পৰে

যেতিয়া নিতাইপুখুৰী এম ভি স্কুলৰ ৫ম শ্ৰেণীত থাকোঁতে ছাত্ৰ একতা সভাৰ সম্পাদক হৈ তেওঁ সেই সভাৰ সকলো আলোচনাৰ বিৱৰণসমূহ বিশদভাৱে লিখি স্কুল কৰ্তৃপক্ষক নিয়মিতভাৱে দিবলগীয়া হৈছিল। পিছত তেওঁ শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰ হাতেলিখা তিনিমহীয়া আলোচনীৰ সম্পাদকৰূপেও নিজ হাতেৰে সকলো ছাত্ৰৰ ৰচনা, গল্প, কবিতা আদিৰ প্ৰতিলিপি আলোচনীখনত কৰিছিল আৰু নিজে লিখা গল্প, ৰচনাও তাত প্ৰকাশ কৰিছিল। স্কুলত পঢ়া কালতেই তেওঁ উদ্যোগ লৈ ১৯৩৩ চনত 'দিহিং দেউৰী ছাত্ৰ সভা' গঠন কৰিছিল আৰু ইয়াৰ প্ৰধান সম্পাদকৰ দায়িত্বত দীৰ্ঘ কাল ধৰি আছিল। পৰৱৰ্তী কালত ১৯৪৫ চনত এই ছাত্ৰ সভাখনক 'সদৌ অসম দেউৰী ছাত্ৰ সন্মিলন'লৈ ৰূপান্তৰিত কৰা হয়। তেওঁ বিয়াল্লিছৰ বিপ্লৱত কটন কলেজ ত্যাগ কৰি ১৯৪২ চনৰ পৰা দেউৰী আৰু আন অনুন্নত জনগোষ্ঠীৰ সমাজ সেৱাত জড়িত হৈ পৰে আৰু 'আসাম ট্ৰাইবেল লীগ'ৰ হৈ তৃণমূল পৰ্যায়ত সক্ৰিয়ভাৱে কাম কৰিবলৈ ধৰে। পিছত তেওঁ ১৯৪৫ চনৰ পৰা ১৯৪৯ চনলৈকে শিৱসাগৰ জিলা ট্ৰাইবেল লীগ'ৰ সাধাৰণ সম্পাদকৰ গুৰু দায়িত্ব বহন কৰিবলগীয়া হয়।

সেই সময়ৰ এজন প্ৰখ্যাত ৰাজনৈতিক ব্যক্তিত্ব তথা 'আসাম ট্ৰাইবেল লীগ'ৰ আগশাৰীৰ নেতা আৰু সৰগ্নীয় খুৰাদেৱেক জননেতা ভীমবৰ দেউৰীৰ লগত ছাত্ৰ অৱস্থাৰে পৰা তেওঁৰ সম্পৰ্ক অধিক ঘনিষ্ঠ হৈ পৰে। অসমৰ বিভিন্ন অনুন্নত জনগোষ্ঠীৰ মাজত সংহতি বৃদ্ধিৰ অৰ্থে উক্তনিৰ ভীমবৰ দেউৰী আৰু নামনিৰ বড়ো জীয়ৰী কমলাৱতী ব্ৰহ্মৰ মাজত ১৯৪০ চনত হোৱা আন্তঃজনগোষ্ঠীয় বিবাহত ডম্বৰুধৰে উৎসাহৰে সক্ৰিয় সহায়-সহযোগিতা আগবঢ়াইছিল। তেওঁ ১৯৪০ চনত ব্যক্তিগত উদ্যোগ লৈ অসম বিধান পৰিষদৰ প্ৰভাৱশালী সদস্য ভীমবৰ দেউৰীৰ সক্ৰিয় সহযোগত নিজৰ জন্মস্থান বৰগাওঁ দেউৰী গাওঁত এখন এম, ই, স্কুল স্থাপন কৰিবলৈ প্ৰয়াস কৰিও গাওঁবাসীৰ আপত্তিৰ বাবে গাৱঁৰ পৰা কিছু দূৰৈত ৰজাবাৰী দেউৰী গাঁওত 'ৰজাবাৰী মাইনৰ স্কুল' নামকৰণৰে উক্ত স্কুলখন স্থাপন কৰে। স্কুলখনে পানীদিহিং মৌজাৰ বিস্তিৰ্ণ অঞ্চলৰ কেইবাখনো গাঁৱৰ ছাত্ৰ-ছাত্ৰীৰ বহুদিনীয়া অভাৱ পূৰণ কৰিছিল কাৰণ তেতিয়ালৈকে তেওঁলোকে প্ৰাথমিক শিক্ষাৰ অন্তত কমেও ৮/৯ কিলোমিটাৰ খোজ কাঢ়ি নিতাইপুখুৰীৰ এম ই বা এম ভি স্কুলত পঢ়িবলগীয়া হৈছিল। তেওঁ ১৯৪২ চনত কলেজ ত্যাগ কৰি সেই স্কুলখনত শিক্ষকতা আৰম্ভ কৰে আৰু সমাজ সেৱাত মনপুতি লাগে। অঞ্চলটোত কানী বৰবিহে বৰ বেয়াকৈ শিপাইছিল। তেওঁ কানী নিবাৰণী আন্দোলন, মদ্যপান নিয়ন্ত্ৰণ আদি জনকল্যাণমূলক কাৰ্যত ভীমবৰ দেউৰীক সহযোগ দিয়ে। বিভিন্ন গাঁৱত সভা, সমিতি পাতি ঘূৰি ফুৰা দেখি তেওঁক ব্ৰিটিছ কৰ্তৃপক্ষই সক্ৰিয় কংগ্ৰেছী স্বেচ্ছাসেৱক বুলি সন্দেহ কৰি আটক কৰিবলৈ বিছৰা গম পাই তেওঁ কিছু কালৰ বাবে বিভিন্ন ঠাইত আত্মগোপন কৰি থাকিবলগীয়া হৈছিল। আত্মগোপন পৰ্ব শেষ হোৱাৰ অন্তত তেওঁ

গাঁৱলৈ ঘূৰি আহি ১৯৪৫ চনৰ পৰা পুনৰ সমাজ সেৱা আৰু ট্ৰাইবেল লীগৰ কামত আত্মনিয়োগ কৰে।

ইফালে ভীমবৰ দেউৰী ১৯৪৬ চনত বৰদলৈ মন্ত্ৰীসভাৰ মন্ত্ৰী হোৱাৰ কিছু মাহৰ পিছতেই দুৰাৰোগ্য যক্ষ্মা ৰোগত আক্ৰান্ত হৈ ১৯৪৭ চনৰ জুলাই মাহত তেতিয়াৰ মাদ্ৰাজ প্ৰদেশৰ চিত্তোৰ জিলাৰ (বৰ্তমান অন্ধ্ৰপ্ৰদেশত) মদিনাপল্লি চহৰৰ প্ৰখ্যাত আৰোগ্যভৱম টি বি চেনাটৰিয়ামলৈ চিকিৎসাৰ বাবে ডম্বৰুধৰ দেউৰীৰ তত্ত্বাৱধানত যায়। তাত ডম্বৰুধৰ দেউৰীয়ে ডাঃ চন্দ্ৰমোহন ব্ৰহ্মৰ সতে মিলি ৰোগাক্ৰান্ত ভীমবৰ দেউৰীৰ আলপৈচান ধৰে। সেই বছৰৰে ৩০ নবেম্বৰত আৰোগ্যভৱমতেই ভীমবৰ দেউৰীৰ অকাল মৃত্যু হোৱাত সবংশীয় ভতিজাক হিচাপে ডম্বৰুধৰ দেউৰীয়েই তেওঁৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰে।

ডম্বৰুধৰ দেউৰীয়ে নিতাই পুখুৰীত এম ভি পঢ়ি থাকোঁতে এখন ফুটবল খেলত সোঁ ভৰিত বেযাকৈ আঘাত পাইছিল। পৰৱৰ্তী কালত সেই আঘাতৰ জটিলতাৰ ফলতেই দীৰ্ঘ চিকিৎসা সত্ত্বেও ভৰিটোৰ নিম্নাংশ কোঙা হৈ পৰিল। দীৰ্ঘ চিকিৎসাৰ কালত তেওঁ পুনৰ লিখা-মেলাত মন দিব ধৰিলে। ১৯৪৯ চনত 'নায়ক' আলোচনীত 'ট্ৰাইবেল সমাজ আৰু বিহু' নামৰ তেওঁৰ প্ৰবন্ধ প্ৰথম ছপা আকাৰত প্ৰকাশ পায। ছাত্ৰাৱস্থাত উচ্চ বৰ্ণৰ লোকসকলে দেউৰীসকলক নিকৃষ্ট জাতি জ্ঞান কৰি লেই-লেই ছেই-ছেই কৰা অভিজ্ঞতা তেওঁৰ হৈছিল বাবে তেওঁ বৃহৎ অসমীয়া সমাজত দেউৰীসকলৰ প্ৰতি থকা বিৰূপ ধাৰণাৰ অন্ত পেলাবলৈ দেউৰী সমাজৰ সঠিক পৰিচয় ডাঙি ধৰা এখন প্ৰামাণ্য গ্ৰন্থ লিখাৰ পৰিকল্পনা তেতিয়াই কৰিছিল। ভীমবৰ দেউৰীৰ সান্নিধ্যয়ো তেওঁক এই বিষয়ে অনুপ্ৰেৰণা যোগাইছিল। তেওঁ ১৯৪৯ চনৰ পৰা গ্ৰন্থখন পূৰ্ণ গতিত লিখা কাম আৰম্ভ কৰিলে যদিও ১৯৫০ চনৰ বৰ ভূমিকম্পৰ পৰৱৰ্তী কালৰ বছৰবোৰত হোৱা প্ৰলয়ংকাৰী বানপানীত বৰগাওঁ দেউৰী গাঁওকে ধৰি সেই অঞ্চলৰ বহুতো ব্ৰহ্মপুত্ৰৰ কাষৰ গাঁও ভীষণভাৱে আক্ৰান্ত হ'ল। তেওঁ বান ত্ৰান কাৰ্যৰ মাজে মাজে লিখি গ্ৰন্থখন শেষ কৰিলে যদিও কোনো প্ৰকাশকে গ্ৰন্থখন প্ৰকাশ কৰিবলৈ সন্মত নহল। অবশেষত প্ৰায দহ বছৰৰ অন্তত বহুতো চেষ্টাৰ মূৰত অসম চৰকাৰৰ পৰা পোৱা কিছু আৰ্থিক সাহায্য আৰু প্ৰধানকৈ নিজৰ শিক্ষকতা কৰি পোৱা জমা ধনৰে তেওঁ নিজেই ১৯৬৪ চনত 'দেউৰী সংস্কৃতি' নামৰ সেই গ্ৰন্থখন প্ৰকাশ কৰে। বেণুধৰ শৰ্মাৰ দৰে পণ্ডিতকে ধৰি সুধী সমাজে দেউৰী সমাজ আৰু সংস্কৃতিৰ বিষয়ে তথ্য বহুল গ্ৰন্থখন আদৰিলে। উল্লেখযোগ্য যে স্বাধীনোত্তৰ কালত অসমৰ কোনো জনজাতিৰ সমাজ-সংস্কৃতি বিষয়ক লৈ জনজাতি লিখকে লিখি প্ৰকাশ কৰা এইখনেই হ'ল প্ৰথম গ্ৰন্থ (ভবেন নাৰ্জীৰ 'বড়ো-কছাৰী সমাজ আৰু সংস্কৃতি' গ্ৰন্থখন দুবছৰৰ পিছত ১৯৬৬ চনতহে প্ৰকাশ পায়)। ডম্বৰুধৰ দেউৰীৰ দ্বিতীয়খন প্ৰকাশিত গ্ৰন্থ হ'ল ১৯৭৭ চনত অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'দেউৰী

সাধু'। সেইখন অসম সাহিত্য সভাৰ বিভিন্ন জনগোষ্ঠীৰ সাধু কথা সংগ্ৰহৰ আঁচনিৰ অন্তৰ্গত গ্ৰন্থ।

ভিতৰুৱা অনুন্নত অঞ্চলৰ লিখক ডম্বৰুধৰ দেউৰীয়ে নীৰৱে সাহিত্য সাধনা আজীৱন কৰি লোগ-গীত, লোক-কথা তথা লোক-উৎসৱবোৰৰ বিশদ বিৱৰণ সংগ্ৰহত আত্মনিয়োগ কৰে। কিন্তু কোনো অনুষ্ঠান-প্ৰতিষ্ঠানে তেওঁৰ প্ৰয়াসক স্বীকৃতি বহু দিনলৈকে দিয়া নাছিল। তেওঁ অসম সাহিত্য সভাৰ আজীৱন সদস্যও হৈছিল। সৌভাগ্যক্ৰমে পানীদিহিং অঞ্চলৰে অন্য এজন সাহিত্য-সাধক তথা সমাজ-কৰ্মী বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰে অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহকৰ সদস্য হোৱাৰ সুযোগ লাভ কৰিয়েই ডম্বৰুধৰ দেউৰীক সাহিত্য কৰ্মৰ বাবে ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱাৰ প্ৰস্তাৱ অসম সাহিত্য সভাক দিয়ে আৰু সতীশ চন্দ্ৰ ব্ৰহ্ম চৌধুৰীৰ সভাপতিত্বৰ কালত ১৯৮১ চনৰ ৯ মে'ৰ দিনা এই নীৰৱ সাহিত্য-কৰ্মীজনক অসম সাহিত্য সভাই তেওঁৰ অৱদানৰ বাবে ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনায়।

ডম্বৰুধৰ দেউৰীয়ে ১৯৮০ চনত বজাবাৰী এম ই স্কুলৰ সহ শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। অসম আন্দোলনৰ ভৰপক সময়ত আশীৰ দশকত তেওঁ 'তিনি দিনীয়া অগ্ৰদূত'ত 'ভীমবৰ দেউৰীয়ে অসম বচালে' নামৰ প্ৰবন্ধত প্ৰাক-স্বৰাজ কালৰ অসমৰ 'সমষ্টি-গঠন' (Grouping) সংকট কালত ভীমবৰ দেউৰীয়ে পাকিস্তান বিৰোধী বলিষ্ঠ অৱস্থান লৈ কি দৰে অসমখন পাকিস্তানৰ অন্তৰ্গত হোৱাত বাধা দিয়াত প্ৰসংশনীয় ভূমিকা লৈছিল তাৰ বিশদ বিৱৰণ দি আলোড়নৰ সৃষ্টি কৰিছিল। আশীৰ দশকতে তেওঁ বিভিন্ন কাকত-আলোচনীত ভীমবৰ দেউৰীৰ ৰাজনৈতিক আৰু মন্ত্ৰীৰূপে কৰা প্ৰশাসনিক কাৰ্যৰাজিৰ ওপৰত কেইবাটাও প্ৰবন্ধ লিখিছিল। তদুপৰি, সেই সময়তে দেউৰী সমাজ, সংস্কৃতি, লোক-গীত আদিৰ বিষয়েও তেওঁৰ কিছু বিভিন্ন আলোচনীত প্ৰকাশ পায়।

জীৱনৰ বিয়লি বেলাত তেওঁ ৰাজহুৱা স্বীকৃতি পাবলৈ ধৰে। অসম চৰকাৰে তেওঁক ১৯৮৭ চনত সাহিত্যিক পেন্সন প্ৰদান কৰে। ১৯৮৭ চনতেই জাতি-ধৰ্ম-বৰ্ণ-ভাষা নিৰ্বিশেষে সকলো পানীদিহিংবাসী ৰাইজে তেওঁক মহা সমাৰোহেৰে সমাজ-সেৱা আৰু সাহিত্য-সেৱাৰ স্বীকৃতি স্বৰূপে ৰাজহুৱা সম্বৰ্দ্ধনা জনায়। 'শিৱসাগৰ জিলা ট্ৰাইবেল সংঘ'ই ৰাজহুৱাভাৱে তেওঁক 'বাং' (অৰ্থাৎ, পিতৃ—দেউৰী ভাষাত) উপাধি প্ৰদান কৰে।

নব্বৈৰ দশকৰ আৰম্ভণিৰ পৰাই ডম্বৰুধৰ দেউৰীয়ে বাৰ্ধক্যজনিত ৰোগত আক্ৰান্ত হব ধৰে আৰু অৱশেষত তেনে ৰোগতেই তেওঁৰ ৭৪ বছৰ বয়সত ১৯৯৪ চনৰ নবেম্বৰ মাহত মৃত্যু হয়। মৃত্যুৰ সময়ত তেওঁ পত্নী আৰু এগৰাকী কন্যা তথা এজন পুত্ৰ সন্তান এৰি থৈ গৈছে।

# নন্দেশ্বৰ দেউৰী বৰা

ষড়ানন দেউৰী

অসমৰ দেউৰী জনগোষ্ঠীৰ প্ৰয়াত বিশিষ্ট ব্যক্তিসকলৰ ভিতৰত নন্দেশ্বৰ দেউৰী বৰা অন্যতম। দেউৰী জনগোষ্ঠীৰ দিবঙীয়া খেলৰ চাৰিয় বংশৰ এটি গাঁৱলীয়া পৰিয়ালত ১৯২০ চনৰ ২৯ চেপ্তেম্বৰৰ দিনা নন্দেশ্বৰ দেউৰী বৰাৰ জন্ম হয়। দেউৰীবৰাৰ পিতৃ-মাতৃৰ নাম ক্ৰমে মনুৰাম দেউৰী বৰা আৰু মেদবা দেউৰী। মনুৰাম দেউৰী যথেষ্ট ধনবান ব্যক্তি আছিল আৰু তেওঁ মাজুলীৰ তাহানিৰ দাংধৰা গাঁৱৰ বাসিন্দা আছিল। প্ৰথম অৱস্থাত মনুৰাম দেউৰীবৰা খেতিযকৰ ল'ৰা আছিল যদিও এটা সময়ত তেওঁ চিপাহীৰ চাকৰিও কৰিছিল বুলি জনা যায়। ব্ৰিটিছৰ কালত চিপাহীৰ কাম কৰিছিল কাৰণে গাঁৱৰ ৰাইজৰ মাজত তেওঁ 'চিপাহী বুঢ়া' বুলিহে জনাজাত আছিল। অৱশ্যে ১৯২১ চনত দেশৰ স্বাধীনতা-আন্দোলনৰ সময়ত চাকৰি ইস্তফা দি পুনৰ খেতি-বাতি কৰিবলৈ ধৰে। তাৰ দুবছৰ মানৰ পিছত ১৯২৩ চনত তেওঁ পৰিয়ালসহ ভীমপৰা বিললৈ বুলি উঠি আহে। তাতেই নন্দেশ্বৰ দেউৰী বৰাৰ ল'ৰালি কাল আৰু শিক্ষা জীৱনো আৰম্ভ হয়। ভীমপৰাত থকা ভীমপৰা প্ৰাইমাৰী স্কুলখনতেই দেউৰী বৰাৰ প্ৰাথমিক শিক্ষাৰ শুভাৰম্ভ হয়। প্ৰয়াত দেউৰী বৰাৰ দুজন ভায়েক ক্ৰমে ঁগুঞ্জ দেউৰী আৰু গুক্ৰেশ্বৰ দেউৰী। কিন্তু কোনো বাই-ভনী নাছিল। তেওঁৰ প্ৰাথমিক শিক্ষা ভীমপৰা প্ৰাইমাৰী স্কুলত আৰম্ভ হৈছিল যদিও মৰনৈ দেউৰী প্ৰাথমিক বিদ্যালয়ৰ পৰাহে প্ৰাথমিক শিক্ষা ১৯৩১ চনত সাং কৰি বিহপুৰীয়া এম, ভি আৰু এম ই স্কুলত অধ্যয়ন কৰে। ১৯৩৬ চনত দেউৰী বৰাই এম, ভি আৰু ১৯৩৮ চনত এম ই পাছ কৰি লক্ষীমপুৰ চৰকাৰী হাইস্কুলত নাম লগায়। তাৰ পৰাই তেওঁ ১৯৪৪ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। দেউৰী বৰাৰ পৰিয়ালবৰ্গই তাৰ দুবছৰমানৰ পূৰ্বতে অৰ্থাৎ ১৯৪২ চন মানত ভীমপৰা বিলৰ পৰাও বিহপুৰীয়াৰ ওচৰত অৱস্থিত বৰ্তমানৰ বাঁহগড়া দেউৰী গাঁৱলৈ উঠি গৈ স্থায়ীভাৱে বসতি কৰিবলৈ লয়। তেওঁৰ মাক বেদবা দেউৰীৰ মাক আছিল যোৰহাটৰ বৰ্ণ হিন্দু পৰিয়ালৰ জীয়ৰী।

১৯৪৪ চনত প্ৰৱেশিকা পৰীক্ষা উত্তীৰ্ণ হৈ নন্দেশ্বৰ দেউৰী বৰাই কলেজীয়া শিক্ষা আহৰণৰ বাবে কোচবিহাৰৰ ভিক্টোৰীয়া কলেজত নাম ভৰ্তি কৰি দুবছৰ অধ্যয়ন কৰি ঘূৰি আহে। উক্ত কালছোৱাত কলেজীয়া ছাত্ৰ হিচাপে তেওঁ জননেতা ভীমবৰ দেউৰীৰ সান্নিধ্য লাভ কৰিছিল। পিছত চাকৰি কৰা কালছোৱাতে-১৯৬৫ চনত দেউৰী বৰাই

চিলঙৰ ছেন্ট্ এন্টনীজ্ কলেজৰ পৰা বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ কিছুদিন ছিলঙৰ ল' কলেজতো অধ্যয়ন কৰিছিল বুলি জনা যায়।

প্ৰয়াত দেউৰী বৰাই কৰ্ম-জীৱনৰ পাতনি মেলে ১৯৪৭ চনৰ ২২ মে তাৰিখে, তেতিয়াৰ অসমৰ ৰাজধানী ছিলঙত থকা অসম বিধান সভা সচিবালয়ৰ ৰাজহুৱা হিচাপ পৰীক্ষক বিভাগৰ নিম্নবৰ্গৰ সহায়ক হিচাপে যোগদান কৰি। উক্ত পদত চাকৰি কৰি থকা কালতে ১৯৫১ চনত দেউৰী বৰাই মাজুলী নিবাসী ভকত দেউৰীৰ কন্যা ৰত্নাৱতী দেউৰীৰ লগত বিবাহ পাশত আবদ্ধ হয়। নিম্নবৰ্গৰ পদৰ পৰা তেওঁ ১৯৫৮ চনত উচ্চবৰ্গৰ সহায়ক পদলৈ পদোন্নতি লাভ কৰে। উক্ত বছৰত অৰ্থাৎ ১৯৫৮-৫৯ চনত লক্ষীমপুৰ জিলাৰ বৰদেউৰী গাঁৱত সদৌ অসম দেউৰী সন্মিলনৰ অষ্টম অধিবেশন অনুষ্ঠিত হয়। উক্ত বছৰতে দেউৰী সন্মিলনৰ চিলং শাখাও গঠন হয় 'চিলং কৰ্ম পৰিষদ' নামেৰে। এই চিলং কৰ্ম পৰিষদৰ সভাপতি আৰু সম্পাদক আছিল ক্ৰমে নন্দেশ্বৰ দেউৰী বৰা আৰু বিপুল চন্দ্ৰ দেউৰী। চৰকাৰী চাকৰিৰ মাজতে দেউৰী বৰাই সমাজৰ কাম কৰিবলৈ হেঁপাহ থকাৰ বাবেই তেনে পদত নিজকে নিয়োজিত কৰিছিল। এনে পদত দেউৰী বৰা ১৯৭১ চনলৈকে থাকি পিছলৈ 'গুৱাহাটী দেউৰী কৰ্ম পৰিষদ' নামেৰে আত্মপ্ৰকাশ কৰা দেউৰী সন্মিলনৰ শাখাতো সভাপতি পদত আছিল। উক্ত বছৰতে অৰ্থাৎ ১৯৭১ চনত তেওঁ গুৱাহাটীৰ কাহিলীপাৰাৰ নৰকাসুৰ অঞ্চলত প্ৰায় ২ বিঘা মাটিত স্থায়ীভাৱে ঘৰবাৰী পাতি বসতি কৰিবলৈ লয়। অন্যহাতে অতীৱ নিষ্ঠাপূৰ্ণ সেৱা তথা নিজস্ব যোগ্যতাৰ ফলস্বৰূপে দেউৰী বৰাই ১৯৬৮চনত কমিটি বিষয়া পদলৈ পুনৰ পদোন্নতি পায়। উক্ত কালছোৱাত তেওঁ দেউৰী জনগোষ্ঠীৰ বাবে চিন্তা কৰাৰ উপৰিও অন্যান্য জনজাতীয় সম্পদায়ৰ লগতো যোগসূত্ৰ গাঢ় কৰাৰ প্ৰয়াস কৰিছিল। সেই বাবে বিভিন্ন জনজাতীয় সভা-সমিতিৰ লগত নিজকে সাঙোৰ খুৱাই লৈছিল। ১৯৭৯ চনত তেওঁ মধ্য বেলতলা জনজাতীয় সংস্কৃতি সুৰক্ষা সমিতিৰ সম্পাদক ৰূপে, ১৯৮১-৮৪ চনৰ কালছোৱা ট্ৰাইবেল্স এমপ্লইজ্ এচ্চিয়েচনৰ সভাপতি ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। পৰিশেষত ১৯৭৯ চনৰ জুন মাহত দেউৰী বৰা বিধান সভাৰ ৰাজহুৱা হিচাপ পৰীক্ষক কমিটিৰ উপ সচিব (ডেপুটি চেক্ৰেটাৰী) পদলৈও পদোন্নতি লৈ উক্ত পদতে ১৯৮৪ চনৰ ডিচেম্বৰ মাহত চাকৰিৰ পৰা অৱসৰ পায়।

চাকৰি কালত দেউৰীবৰাই প্ৰায় ২৮খনতকৈ অধিক প্ৰতিবেদন তৈয়াৰ কৰিছিল বুলি জনা যায়। এনেবোৰ দায়িত্বৰ উপৰিও তেওঁ অনুসূচীত জাতি, অনুসূচীত জনজাতি কল্যাণ কমিটিৰো ভাৰপ্ৰাপ্ত বিষয়াৰূপে কাম কৰিছিল। তাৰে ভিতৰত নিয়োগ পৰ্যালোচনা কমিটি, প্ৰিভিলেজ কমিটিৰ দৰে কেবাখনো গুৰুত্বপূৰ্ণ কমিটিকো দায়িত্ব বহন কৰিছিল। তেওঁৰ তৎপৰতাতে 'Handbook of Government circulars relating to the grant of preferential treatement and appointment etc of persons

belonging to scheduled castes and scheduled tribes, 2nd Edition, Assam Legislative Assembly, Committee branch, Dispur, Guwahati-6' খন ১৯৮৩ চনৰ ১৫ চেপ্তেম্বৰৰ দিনা প্ৰকাশ হৈ ওলায়। বৰ্তমান উক্ত হস্তপুস্তিকাখনি অনুসূচীত জাতি, জনজাতিৰ কৰ্মচাৰীসকলৰ নিয়োগ, পদোন্নতি আদি বিষয়ত এক উল্লেখযোগ্য হাতিয়াৰ হিচাপে পৰিগণিত হৈ আছে। উল্লেখনীয যে উক্ত দ্বিতীয় তাঙৰণৰ মূল পুস্তিকাখনি ১৯৭৮ চনৰ এচ্ টি আৰু এচ্ চি এক্ট বুলি খ্যাত (উক্ত এক্ট ১৯৭৯ চনৰ ২৮ মে তাৰিখৰ অধিসূচনা ডম্বৰুধৰ ব্ৰহ্মৰ অধ্যক্ষতাত জাৰী হোৱা)।

প্ৰযাত দেউৰী বৰাই চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি সমাজৰ বিভিন্ন কামত নিজকে নিয়োজিত কৰাৰ লগতে তেওঁ ১৯৮৫-৮৬ চনমানৰ পৰা দৰঙাৰ (অসম-ভূটান সীমান্ত) ওচৰত পাহাৰপুৰ (পাকৃজুলী) বিজাৰ্ভত প্ৰায ৩০০০ ৰবৰৰ পুলিৰে ৰবৰ খেতি কৰি এক কৃষি-কৰ্মৰ ধাৰাৰ সূচনা কৰিব বিচাৰিছিল। কিন্তু সেযা কিছুদিনৰ ভিতৰতে বিভিন্ন সমস্যাৰ বাবে বাদ দিবলৈ বাধ্য হ'ল। তৎসত্ত্বেও তেওঁ এক ধাৰাৰেই পুনৰ সমূহীয়া ভিত্তিত উত্তৰ গুৱাহাটীত ১৯৯৩-৯৪ চন মানৰ পৰা প্ৰায ২০০ বিঘা এলেকাত ৰবৰৰ খেতি কৰিবলৈ আৰম্ভ কৰে। বৰ্তমানেও উক্ত কৃষি পাম লাভজনক উদ্যোগ হিচাপে বৰ্তি আছে বুলি জনা যায। এনেবোৰ কামৰ ওপৰিও দেউৰী বৰাৰ ৰাজনৈতিক ক্ষেত্ৰখনলৈ পদাৰ্পণ কৰি ৰাইজৰ সেৱা কৰিবলৈ হেঁপাহ আছিল তাৰ উমান পোৱা গৈছিল। তেওঁ চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিছতেই মঙ্গলদৈ সমষ্টিৰ পৰা লোকসভাৰ সদস্যৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। পিছলৈ ১৯৯১ চনৰ বিধান সভাৰ নিৰ্বাচনতো তেওঁ বিহপুৰীয়া বিধান সভা সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল। দুযোটা নিৰ্বাচনতে দেউৰীবৰাই কিছু সংখ্যক ভোটাৰৰ মন জয কৰিব পাৰিছিল যদিও জয়ী হ'ব পৰা নাছিল।

প্ৰযাত দেউৰী বৰাৰ যে অন্যান্য জনগোষ্ঠীৰ লগতো নিবিড় সম্পৰ্ক আছিল তাৰ বিষয়ে আগতেই উনুকিযাই অহা হৈছে। তাৰে ভিতৰত ৰাজ্যৰ এক লেখত লবলগীয়া বড়ো আন্দোলনৰ নেতৃবৃন্দৰ লগতো দেউৰী বৰাৰ গভীৰ সম্পৰ্ক আছিল। বড়ো আন্দোলনৰ জৰিযতে সমস্যা সমাধানৰ বেলিকা বড়ো নেতৃবৃন্দ বিশেষকৈ উপেন ব্ৰহ্ম, এচ, কে, বিচ্মুতিযাৰী, কনকেশ্বৰ নাজৰী প্ৰভৃতি নেতা সকলৰ লগত দেউৰী বৰাৰ সম্পৰ্ক পৰোক্ষ কিম্বা প্ৰত্যক্ষভাৱে ধৰা দিয়ে। বড়ো নেতৃবৃন্দই তেওঁৰ পৰা যিকোনো মুহূৰ্ততে আহি সু-পৰামৰ্শ লোৱাৰ বিষয়ে জনা যায। এনে যোগসূত্ৰ তেওঁৰ মৃত্যুৰ দিনালৈকে অব্যাহত আছিল। উক্ত সন্ধিক্ষণৰ পৰা দেউৰী বৰাক বড়ো আন্দোলনৰ নেপথ্যৰ এজন যোদ্ধা তথা পৰামৰ্শদাতা বুলি গণ্য কৰিব পৰা যায। বড়োলেণ্ড গেজেটৰ সম্পাদনা সমিতিৰো দেউৰী বৰা কাৰ্যকৰী সভাপতি আছিল। এইজনা বৰেণ্য ব্যক্তিৰ দেহাৱসান ঘটে ১৯৯৪ চনৰ ১২ মেঁত লিভাৰ কেন্সাৰ দুৰাৰোগ্য ৰোগত ভূগি গুৱাহাটীৰ

হাতীগাওঁস্থিত নাৰ্ছিং হোমত। মৃত্যুৰ সময়ত তেওঁ পত্নীৰে স'তে তিনিজন পুত্ৰ সন্তান ক্ৰমে বাপু, ভুবন, ৰাজা (বেদব্ৰত) আৰু তিনিগৰাকী কন্যা সন্তান ক্ৰমে উমা, ৰমা, ৰুমীক এৰি থৈ যায়। অৱশ্যে ইতিমধ্যে তেওঁৰ পত্নী আৰু জ্যেষ্ঠ পুত্ৰই ইহলীলা সম্বৰণ কৰিছে।

# ছেমছন ছিং ইংতি

**বং বং তেৰাং**

আধুনিক কাৰবি জীৱনৰ বাৰ্তাবাহক, সমাজ সংস্কাৰক, মাতৃ ভাষাৰে শিক্ষাৰ পাতনি মেলোতা আৰু লগতে কাৰবি জন-গোষ্ঠীৰ বাবে সমন্বয়ৰ ভাবধাৰাৰ মাজেদি এখন সুকীয়া জিলা গঠনৰ অক্লান্ত কৰ্মী পুৰুষ আছিল, - ছেমছন ছিং ইংতি। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগে পিছে কাৰবিসকলে অতি দোমোজাত বসবাস কৰি আছিল। কানি বৰবিহৰ গ্ৰাস, কলাজ্বৰৰ দ্বাৰা কাৰবি গাঁওবোৰৰ উচ্ছন্ন প্ৰায অৱস্থা আৰু লগতে শিক্ষাৰ অনগ্ৰসৰতাই আচ্ছন্ন কৰি ৰখা কাৰবি সমাজলৈ ছেমছন ছিং ইংতিৰ ব্যক্তিত্ব আছিল, - এক উজ্জ্বল জ্যোতিষ্ক স্বৰূপ। আধুনিক কাৰবি আংলঙৰ স্বপ্নদ্ৰষ্টা, স্বৰ্গীয ছেমছন ছিং ইংতিয ১৯১০ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে টিকা পাহাৰত জন্ম গ্ৰহণ কৰিছিল। থেংকুৰছিং ইংতি আছিল সেইজনা জননাযকৰ পিতৃ আৰু মাতৃৰ নাম আছিল ৰোথ তিমুংপী।

ইংৰাজী ১৯১০ চনত জে, এম, কাৰ্বেল্ টিকা পাহাৰলৈ আহিছিল আৰু খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰি থেংকুৰছিং ইংতি গোলাঘাট চহৰলৈ টিকা পাহাৰৰ পৰা উঠি গৈছিল। আৰ্থিক অৱস্থা টনকিয়াল নাছিল যদিও তেওঁৰ পিতৃ আদৰ্শবাদী পুৰুষ আছিল। তেওঁৰ দেউতাকে খ্ৰীষ্ট ধৰ্ম প্ৰচাৰকৰ কাম পাই কাৰবি সমাজত খ্ৰীষ্টধৰ্ম প্ৰচাৰত আত্ম নিযোগ কৰিছিল।

ছেমছন ছিং ইংতিযে গোলাঘাট মিছন প্ৰাইমেৰী স্কুলত নাম ভৰ্তি কৰাই শিক্ষাৰ পাতনি মেলিছিল। সৰু কালৰে পৰাই তেওঁ প্ৰখৰ বুদ্ধিসম্পন্ন লোক আছিল। ১৯২০ চনত তেওঁ প্ৰাইমেৰী বৃত্তি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰিছিল। স্থানীয বেজবৰুৱা হাইস্কুলত শিক্ষা লাভ কৰি, ১৯২৮ চনত মেট্ৰিকুলেচন্ পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটী কটন কলেজত নাম ভৰ্তি কৰাইছিল। আৰ্থিক দুৰৱস্থা হেতুকে পঢ়া-শুনাত মাজে মাজে তেওঁ থমকি ৰব লগীয়া হৈছিল। সেযেহে কলেজৰ শেষান্ত পৰীক্ষা চিলেটৰ মুৰাৰী চাঁদ কলেজৰ পৰা দিবলগীয়া হৈছিল। ইংৰাজী ১৯৩৩ চনত ছেমছন ছিং ইংতিযে স্নাতক ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হৈছিল। অসমৰ কাৰবি জনজাতিৰ মাজৰ পৰা তেওঁ আছিল দ্বিতীযজন স্নাতক ডিগ্ৰী ধাৰী লোক।

ছেমছন ছিং ইংতিৰ মেধা শক্তিৰ কথা ব্ৰিটিছ চৰকাৰৰ কাণত পৰিছিল আৰু মিছনেৰী সকলৰ ভৰিযতে তেওঁক স্কুল পৰিদৰ্শকৰ পদবী আগ বঢ়াইছিল। সেই পদবী গ্ৰহণ কৰি অসমৰ কাৰবি বসতিপূৰ্ণ অঞ্চল মিকিৰ পাহাৰত তেওঁ শিক্ষাৰ সম্প্ৰসাৰণৰ দায়িত্ব লৈছিল।

তেতিয়াৰ কাৰবি আংলং (মিকিৰ পাহাৰ) ভ্ৰমণ কৰাটো বৰ সহজ নাছিল, বাট-পথ, তথা যান-বাহনৰ কোনো সুবিধা নাছিল। দুৰ্গম অৰণ্য অঞ্চল খোজ কাটি শিক্ষানুষ্ঠানবোৰ তেওঁ পৰিদৰ্শন কৰিছিল। এনে কষ্টকৰ দায়িত্ব মূৰত লৈ ভ্ৰমণ কৰি ফুৰোতে, তেওঁ কাৰবিসকলৰ দুৰৱস্থাৰ দৃশ্যবোৰ দেখা পাইছিল আৰু দৰিদ্ৰ লগতে নিৰক্ষৰতা দূৰীকৰণৰ অৰ্থে তেওঁ মনতে ভাবিছিল। প্ৰথম পদক্ষেপ স্বৰূপে তেওঁ মিকিৰ পাহাৰত প্ৰাথমিক বিদ্যালয় স্থাপন কৰাত গুৰুত্ব দিছিল।

শিক্ষাৰ বাবে আগ্ৰহ নথকা কাৰবি জন-গোষ্ঠীক বুজাবলৈ ছেমছন ছিং ইংতিয়ে যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। শিক্ষাৰ বাবে আগ্ৰহ জন্মাবলৈ তেওঁ কাৰবি ভাষাৰ পুথি, মিছনেৰীসকলৰ আদৰ্শৰে, লিখি ছপাই উলিয়াইছিল। বাছাপী ইংতি কাথাৰ পীৰ সহযোগত আৰু লগতে হাট্টন্ চাহাবৰ অনুপ্ৰেৰণাত কাৰবি ভাষাত কেইখনমান প্ৰাথমিক বিদ্যালয়ৰ পুথি লিখি উলিয়াইছিল। পুথিকেইখন আছিল বিতুছ' আকিতাপ, কাললাখা আকিতাপ (নেওঁতা পুথি) আদি উল্লেখযোগ্য স্কুলীয়া পাঠ্য পুথি। সেই পুথিবোৰত ৰোমান লিপিৰ পৰিবৰ্তে অসমীয়া লিপি তেওঁ ব্যৱহাৰ কৰিছিল।

ছেমছন ছিং ইংতিৰ প্ৰচেষ্টাত কাৰবি সমাজত আধুনিক শিক্ষাৰ প্ৰতি আগ্ৰহ হ'ব ধৰিছিল। কাৰবি জনজাতিৰ মাজত শিক্ষাৰ জাগৰণৰ কৰা জানি ইংৰাজ চৰকাৰে ভাল পাইছিল যদিও ৰাজনীতিৰ লগত তেওঁ জড়িত হোৱাত ইংৰাজ চৰকাৰ ক্ষুণ্ণ হৈছিল। সেই সম্পৰ্কে তেওঁক বিৰত হৈ থাকিবলৈ নিৰ্দেশ দিয়াত, কাৰবিসকলৰ বৃহত্তৰ স্বাৰ্থৰ বাবে তেওঁ চৰকাৰী নিৰ্দেশ মানি চলিবলৈ ভাল নাপাইছিল আৰু ১৯৪১ চনত তেওঁ চৰকাৰী চাকৰি ইস্তফা দি কাৰবি ৰাইজৰ সেৱাত আত্মনিয়োগ কৰিছিল।

চৰকাৰী চাকৰি ইস্তফা দি তেওঁ কাৰবিসকলৰ বাবে সুকীয়া জিলা গঠনৰ কথা চিন্তা কৰিব ধৰিছিল। অসমৰ কেওফালে সিঁচৰতি হৈ থকা কাৰবি জনগোষ্ঠীক একত্ৰিত কৰি জাতিটোৰ বিকাশ কৰিবলৈ হ'লে, এখন নিজস্ব জিলা থকাটো প্ৰয়োজন বুলি তেওঁ উপলব্ধি কৰিছিল আৰু সেইমতে তেওঁ জনমত গঠনৰ কামত উঠিপৰি লাগিছিল। হংক্ৰামৰ লাংকুং হাবে হাৰছিং টেৰণ, গোলাঘাটৰ এছ, ডি অ চাহাবৰ এন্টাৰপ্ৰেটাৰ্ ছং বে', মণিৰাম লাংনে, ছৰছিং ইংতি, খৰছিং তেৰাং, - এই নেতাসকলৰ সমৰ্থন লাভ কৰাত তেওঁ অতি উৎসাহিত হৈ পৰিছিল আৰু নগাওঁ জিলাৰ কাৰবি গাঁও কঠাল গুৰিত এখন সাধাৰণ সভাৰ আয়োজন কৰিছিল। ১৯৪৩ চনত কঠালগুৰিত বহা সাধাৰণ সভাখনত জয়ছিং দলৈৰ ভূমিকাও উল্লেখনীয় আছিল। উক্ত সভাতেই "কাৰ্বি আ-দৰবাৰ" নামৰ সামাজিক-ৰাজনৈতিক দলৰ অনুষ্ঠানৰ জন্ম হৈছিল। উক্ত সভাতে লাংকুং হাবে ছাৰছিং টেৰণ আৰু ছেমছন ছিং ইংতি ক্ৰমে অনুষ্ঠানটোৰ সভাপতি আৰু সম্পাদক ৰূপে নিৰ্বাচিত হৈছিল।

১৯৩৭ চনত তেতিয়াৰ অসমৰ মাননীয় ৰাজ্যপাল ছাৰ ৰবার্ট নীল্‌স ৰীডে মিকিৰ পাহাৰৰ মাজেৰে উত্তৰ অসমলৈ যাবলৈ ওলাইছিল। ছাৰ ৰীড চাহাবে মহংডিজুৱাৰ্ব পৰা মাল্লাছি হৈ যাওঁতে ছেমছন ছিং ইংতি ডাঙৰীয়াই কাৰবি ৰাজহুৱ দুখ-দুৰ্গতিৰ কথা বিবৰি, তেওঁলোকৰ বাবে সুকীয়াকৈ এখন জিলা গঠন কৰিব লাগে বুলি স্মাৰক-পত্ৰ প্ৰদান কৰিছিল। অসমৰ গৱৰ্ণৰ ৰীড চাহাবে স্মাৰক-পত্ৰখন দিল্লীৰ গৱৰ্ণৰ জেনেৰেলৈ বিবেচনাৰ বাবে প্ৰেৰণ কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল।

'কাৰ্বি আ-দৰবাৰ'ৰ সম্পাদকৰ গধুৰ দায়িত্বত থাকি কাৰবি সকলৰ সুকীয়া জিলা গঠনৰ বাবে জনসাধাৰণৰ সমৰ্থন লাভৰ কাৰণে যথেষ্ট কষ্ট তেওঁ কৰিছিল। কাৰবি ৰাইজৰ সমৰ্থন বিচাৰি ১৯৪৬ চনত হাবাইপুৰত প্ৰথমখন 'কাৰ্বি আ-দৰবাৰ'ৰ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হৈছিল আৰু অধ্যাপক মহেশ চন্দ্ৰ দেব গোস্বামীৰ পৌৰোহিত্যত সুকীয়া জিলাৰ দাবীৰ লগতে স্বাধীনতা-আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢাই প্ৰস্তাৱ যোগে ভাইচৰয় চাহাবলৈ ভাৰতবৰ্ষক স্বাধীনতা প্ৰদান কৰিবলৈ দাবী জনাইছিল।

সুকীয়া জিলাৰ দাবীৰ সন্দৰ্ভত ছেমছন ছিং ইংতিদেৱে কেইবাবাৰো সঁজাতি দলৰ সৈতে দিল্লীত গৱৰ্ণৰ জেনেৰেলৰ ওচৰলৈও যাব লগা হৈছিল। ইংৰাজী ১৯৪১ চনত গৱৰ্ণৰ জেনেৰেলক লগ ধৰোঁতে, কাৰ্বি জনগোষ্ঠীৰ পৰাও ১৯৪২ চনত হ'বলগীয়া লেজিছ্‌লেটিভ্ কাউন্সিলৰ সদস্য নিৰ্বাচনত সুবিধা দিব লাগে বুলি দাবী উত্থাপন কৰিছিল। এই মৰ্মে ১৯৪২ চনত স্বৰ্গীয় খৰছিং তেৰাঙক লেজিছ্‌লেটিভ কাউন্সিলৰ সদস্য ৰূপে নিৰ্বাচিত হৈছিল।

সুকীয়া জিলা গঠনৰ বাবে কাম কৰি যাওঁতে, তেওঁ কাৰবি সমাজত প্ৰচলিত কানি সেৱন প্ৰথাৰ বিলুপ্তি ঘটাবলৈ চেষ্টা কৰিছিল। 'কানি যে বৰ বিহ' এই কথাটো মহলদাৰ-সকলক বুজাবলৈ চেষ্টা কৰিছিল আৰু তেওঁ সফলো হৈছিল।

কুসংস্কাৰেৰে আচ্ছন্ন আৰু লগতে নিৰক্ষৰতাত ডুব গৈ থকা কাৰবি সমাজক নতুন পথেৰে চালিত কৰা অতি কঠিন কাম। পুৰণি ৰীতি-নীতিৰে লিপাই ধৰা ৰক্ষণশীল কাৰবি সমাজখনৰ সংস্কাৰ সাধন কৰিবৰ বেলিকা তেওঁ বহুতো সমস্যাৰ সন্মুখীন হৈছিল। সেই সমস্যাবোৰৰ প্ৰধান অন্তৰায় আছিল ধৰ্ম। খ্ৰীষ্টিয়ান ধৰ্মাৱলম্বী ছেমছন ছিং ইংতিয়ে হিন্দু কাৰবিসকলৰ পৰা বহুতো বাধা পাইছিল আৰু কটু সমালোচনাৰ দ্বাৰা তেওঁক থকা-সৰকা কৰিছিল। ইংতি ডাঙৰীয়া নিৰ্ভীক আছিল আৰু আনৰ সমালোচনাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰিছিল।

ছেমছন ছিং ইংতিৰ শক্তিশালী নেতৃত্বত কাৰবি সমাজলৈ নতুন আশাৰ সঞ্চাৰ হৈছিল। বিশেষকৈ কাৰবি অধ্যুষিত অঞ্চলক লৈ সুকীয়া জিলা গঠনৰ আশাই দেখা দিছিল। অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈদেৱে উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ নামেৰে

এখন নতুন জিলাৰ বাবে সীমা নিৰ্দ্ধাৰণ কৰিবলৈ ১৯৪৮ চনত সীমা নিৰ্দ্ধাৰণ সমিতি এটা গঠন কৰি দিছিল। সেই সমিতিত ছেমছন ছিং ইংতি প্ৰমুখো ছাৰছিং টেৰণ, হং থে', খৰছিং তেৰাং আদি নেতাসকলক সদস্যৰূপে মনোনীত কৰা হৈছিল।

ইং ১৯৪৮ চনৰ মাৰ্চ মাহত কাটুমাৰীত কাৰবি আ-দমবাৰৰ বাৰ্ষিক অধিবেশন অনুষ্ঠিত হোৱাৰ কথা আছিল যদিও 'সীমা নিৰ্দ্ধাৰণৰ সমিতি'ৰ বৈঠকৰ বাবে অধিবেশনৰ দিন পিছুৱাই দিব লগীয়া হৈছিল।

ছেমছন ছিং ইংতিৰ বাবে সেই সমিতিৰ বৈঠকেই আছিল শেষ বৈঠক। উক্ত বৈঠকতে তেওঁ নিজৰ অসুখৰ কথা বৰকৈ অনুভৱ কৰিছিল আৰু বৈঠকৰ অন্তত তেওঁ নগাঁওলৈকে গুচি আহিছিল। নগাওঁ খ্ৰীষ্টানপট্টিৰ নিজা ঘৰলৈ আহি পায়েই অসুখ অধিক জটিল হৈ পৰিছিল। কাটুমাৰী অধিবেশনলৈ কেইদিনমান থাকোঁতেই কাৰবি আংলঙৰ স্বপ্নদ্ৰষ্টা ছেমছন ছিং ইংতিয়ে ইং ১৯৪৮ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে ইহ সংসাৰ ত্যাগ।

এই গৰাকী মহান নেতা স্বৰ্গীয় ছেমছন ছিং ইংতিৰ ঘৰুৱা পৰিবেশ বৰ ভাল আছিল তেওঁৰ সহধৰ্মিণী স্বৰ্গীয় লবঙ্গলতা বৰুৱা এগৰাকী সু-গৃহিণী আছিল আৰু সকলো কাৰ্যতে সহযোগ আগবঢাই আহিছিল। ক'বলৈ গ'লে ইংতিদেৱে তেওঁৰ পৰিবাৰৰ পৰা ৰাইজৰ হকে কাম কৰি যাবলৈ প্ৰেৰণা লাভ কৰিছিল।

কাৰবি আংলঙৰ প্ৰতিষ্ঠাপক নেতা তথা স্বপ্নদ্ৰষ্টা ছেমছন ছিং ইংতি কাৰবি আংলঙৰ বুৰঞ্জীত আটাইতকৈ উজ্জ্বল জ্যোতিষ্ক। ছেমছন ছিং ইংতিক লৈ কাৰবি ৰাইজে আজিও গৌৰৱ অনুভৱ কৰে।

# জয়ছিং দলৈ

**ৰং বং তেৰাং**

'তমসো মা জ্যোতির্গময়'- উপনিষদৰ এই শ্লোকটি মোৰ জীৱন পথৰ এগছি বন্তিৰ দৰে ছাত্ৰ অৱস্থাৰ পৰাই উজ্জ্বলি উঠিছিল। মোৰ কৈশোৰ, মোৰ যৌৱন, মোৰ অধ্যয়ন আৰু কৰ্মময় জীৱনকালৰ বিভিন্ন দিশবোৰত এই শ্লোকফাঁকিয়ে অপৰিসীম মানসিক বল এটা আনি দিছিল। আজিও সেই সত্যৰ গভীৰতা উপলব্ধি কৰি মই বিস্ময়াভিভূত হৈ যাওঁ। স্বৰ্গীয় জয়ছিং দলৈ দেৱো উক্ত শ্লোকটিৰ দৰেই মোৰ কৰ্ম-জীৱনৰ প্ৰেৰণা স্বৰূপ আছিল।

সেই গৰাকী প্ৰবীণ ৰাজনীতিবিদ, সমাজ কৰ্মী, সমন্বয়ৰ প্ৰতীক স্বৰূপ ধৰ্মপ্ৰাণ নেতা জয়ছিং দলৈয়ে ১৯৮৮ চনৰ জুন মাহৰ ১১ তাৰিখ নিশা ডিফু অসামৰিক চিকিৎসালয়ত শেষ নিশ্বাস ত্যাগ কৰাৰ লগে লগেই কাৰবি আংলঙৰ এটি অধ্যায়ৰ যেন অন্ত পৰিল।

স্বৰ্গীয় জয়ছিং দলৈয়ে খ্ৰীষ্টাব্দ ১৯২১ চনৰ জুন মাহৰ ২৬ তাৰিখে সন্ধিয়া ৭-৩০ বজাত জন্ম গ্ৰহণ কৰিছিল। জন্ম গ্ৰহণ কৰা গাঁওখনৰ নাম আছিল কঠালগুৰি। নগাঁও জিলাৰ গাতে লাগি থকা এই সৰু গাওঁখনৰ নামেই কঠালগুৰি। দেউতাকৰ নাম চিংকাং তেৰাং আৰু মাকৰ নাম আছিল কাবান টকবিপী।

চিংকাং তেৰাঙৰ সাতটি ল'ৰা-ছোৱালী আছিল। স্বৰ্গীয় জয়ছিং দলৈ আছিল চতুৰ্থ সন্তান। সেই সময়ত কঠালগুৰিত প্ৰাইমেৰী স্কুল নাছিল। সেইবাবেই দেউতাকে আমগুৰি আঞ্চলিক প্ৰাইমেৰী স্কুলত তেওঁক নাম লগাই দিছিল। সেই স্কুলৰ পৰাই প্ৰাইমেৰী স্কুলৰ চুড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ নগাওঁ ড'ছন্ হাইস্কুলত পঢ়িছিল। দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ কাৰণে মেট্ৰিক পাছ নকৰাকৈ স্কুলীয়া জীৱনৰ সমাপ্তি ঘটাবলগীয়া হৈছিল।

স্কুলীয়া জীৱন সামৰি তেওঁ কৃষি-কৰ্মত নিমজ্জিত হৈছিল। কৃষি-কাৰ্যৰ উপৰিও কাঠৰ ব্যৱসায়ত নিজকে আত্মনিয়োগ কৰিছিল। কিন্তু, সেই দুযোটা কৰ্মই তেওঁলৈ কোনো প্ৰেৰণা আনি দিব নোৱাৰাত, গাঁৱৰ প্ৰাইমাৰী স্কুলত কিছু দিন শিক্ষকতাও কৰিছিল। শিক্ষকতা কৰি থাকোঁতেই তেওঁৰ অন্তৰত লুকাই থকা সমাজ-সেৱাৰ ভাবটো লাহে লাহে জাগৃত হৈছিল আৰু দাঁতি-কাষৰীয়া জনজাতি-অজনজাতি লোকক লৈ সমাজ-সেৱাত ব্ৰতী হৈছিল। সমাজ-সেৱাৰ প্ৰতি জাগি উঠা চেতনাই, জয়ছিং দলৈক কাৰবি

জনগোষ্ঠীৰ প্ৰতি মনোনিৱেশ দিবলৈ এক নতুন চেতনাৰ উদ্ৰেকৰে আন্দোলিত কৰি তুলিছিল। এনে জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ ছেমছন ছিং ইংতি, ছং বে, হাৱছিং টেৰণ (লাংকুং হাবে), মণিৰাম লাংনে, হাৱছিং ইংতি, খৰছিং তেৰাং, - এইসকল নেতাৰে সৈতে লগ লাগি তেওঁৰ নিজ গাঁও কঠালগুৰিত ১৯৪৩ চনত 'কাৰ্বি আ-দৰবাৰ' নামৰ, মহৎ অনুষ্ঠানটিৰ জন্ম দিছিল। উক্ত সভাতেই হাৱছিং টেৰণ আৰু ছেমছন ছিং ইংতিক যথাক্ৰমে সভাপতি আৰু সম্পাদক ৰূপে নিৰ্বাচিত কৰা হৈছিল আৰু স্বৰ্গীয় দলৈৰ গাঁও কঠালগুৰিৰ পৰা ভৱিষ্যতৰ 'কাৰবি আংলং' জিলাৰ বুনিয়াদ ৰচিত হৈছিল।

কঠালগুৰিৰ মাটিত অঙ্কুৰিত হোৱা "কাৰ্বি আ-দৰবাৰ" নামৰ অনুষ্ঠানটিৰ আশাশুধীয়া চেষ্টাৰ বাবে ১৯৫১ চনৰ ১৭ নৱেম্বৰ সোমবাৰে 'সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ' হিচাপে অসমৰ নতুন জিলা এখন গঠন কৰা হয়। ১৯৫৭ চনত স্বৰ্গীয় জয়ছিং দলৈয়ে ৬নং দুবাৰ-বামুনী দুবাৰ-চাংলনা সমষ্টিৰ পৰা জিলা পৰিষদৰ সদস্য ৰূপে নিৰ্বাচিত হৈছিল। তেতিয়াই তেওঁক কাৰ্যবাহী সদস্য (Executive Member) ৰূপে মনোনীত কৰা হৈছিল। ১৯৭১ চনৰ ২৩ মাৰ্চ তাৰিখে বিনা প্ৰতিদ্বন্দ্বিতাৰে জিলা পৰিষদৰ অধ্যক্ষ (Chairman) ৰূপে নিৰ্বাচিত হৈছিল। জিলা পৰিষদৰ জটিল পৰিস্থিতিত ১৯৭২ চনৰ ১২ ডিচেম্বৰ তাৰিখে তেওঁ মুখ্য কাৰ্যবাহী সদস্য (Chief Executive Member) ৰূপে নিৰ্বাচিত হৈ ১৯৭৮ চনৰ ৪ মে লৈকে দক্ষতাৰে কাৰ্যভাৰ পৰিচালনা কৰিছিল।

ৰাজনীতিত থাকিও তেওঁ জিলাখনৰ উন্নতিৰ বাবে অন্যান্য কামবোৰো অতি নিষ্ঠাৰে কৰি গৈছিল। কাৰবি আংলং জিলা বিভিন্ন জন-গোষ্ঠীৰ আবাস ভূমি। নানা ধৰ্ম, নানা ভাষাভাষী লোকৰ মাজত সমন্বয়ৰ সেঁতু আছিল স্বৰ্গীয় জয়ছিং দলৈ। তেওঁ সাধাৰণভাৱে জীৱন যাপন কৰি ভাল পাইছিল। তেওঁ বিভিন্ন শাস্ত্ৰ, ধৰ্মপুথি আদি নিয়মীয়াকৈ অধ্যয়ন কৰিছিল। বেদ, ৰামায়ণ, মহাভাৰত, গীতা, কীৰ্তন, কোৰাণ, বাইবেল আদিও পঢ়ি গভীৰ অৰ্থৰ সন্ধান কৰিছিল। বৈদিক পদ্ধতিৰে 'হৱন' কৰাটো পবিত্ৰ কৰ্তব্য বুলি ভাবিছিল।

সকলো জাতি-উপজাতিৰ ধৰ্মীয় বিশ্বাসক তেওঁ সমান মৰ্যাদা দিছিল। ধৰ্মপ্ৰাণ এই নেতাজনৰ পৃষ্ঠপোষকতাত ভালেমান শিক্ষানুষ্ঠানৰ লগতে মঠ মন্দিৰ আদিও গঢ় লৈ উঠিছিল। ফুলনি ৰাজহ-চক্ৰৰ কাষতে গঢ় লৈ উঠা 'ৰেংবংহম সেৱাশ্ৰম' এক উল্লেখযোগ্য অনুষ্ঠান। সেইদৰে ডিফু চহৰৰ ডি এ ভি (Dayanand Anglo Vedic) স্কুলখনো তেওঁৰ তত্ত্বাৱধানতেই গঢ় লৈ উঠা উচ্চতৰ মাধ্যমিক বিদ্যালয়খন অতি গুৰুত্বপূৰ্ণ শিক্ষানুষ্ঠান। এনে ধৰণৰ শিক্ষানুষ্ঠান পাৰ্কুপ পাহাৰ, জপৰা জান, কয়লাজান, বোকাজান আদিতো গঢ় লৈ উঠিছে।

কাৰবি আংলং জিলা মহিলা পাৰিজাতৰ তেওঁ প্ৰতিষ্ঠাপক সভাপতি আছিল। ডিফু

নগৰত গঢ় লৈ উঠা নামঘৰ, শিব মন্দিৰ, গুৰু দ্বাৰ, হনুমান মন্দিৰ, কালী মন্দিৰ, জৈন মন্দিৰ আদি ধৰ্মীয় অনুষ্ঠানৰ লগত তেওঁ প্ৰত্যক্ষভাৱে জড়িত আছিল।

নিজে সাহিত্যিক নহ'লেও সাহিত্যৰ প্ৰতি তেওঁৰ ধাপ আছিল। ডিফু সাহিত্য সভাৰ যোগেদি অসমীয়া ভাষাৰ ওপৰিও স্থানীয় ভাষা সমূহৰ উন্নতিৰ বাবে চেষ্টা কৰিছিল। তেওঁ ১৯৬৪ চনৰ পৰা ১৯৮৩ চনলৈকে ডিফু সাহিত্য সভাৰ সভাপতি পদত অধিষ্ঠিত আছিল। তেওঁ অসম সাহিত্য সভাৰ আজীৱন সভ্য আছিল। স্বৰ্গীয় ছত্ৰছিং টেৰণ আৰু তেওঁৰ অনুপ্ৰেৰণাতেই স্বৰ্গীয় ছামছিং হাঞ্চেই অসম সাহিত্য সভাৰ অধিবেশন ডিফুলৈ আমন্ত্ৰণ কৰিবলৈ সাহস পাইছিল। ডিফু অধিবেশনৰ বিষয় বাছনি সভাই তেওঁক অসম সাহিত্য সভাৰ উপ সভাপতি ৰূপে নিৰ্বাচিত কৰিছিল। তেতিযাই সভাপতি সীতানাথ ব্ৰহ্ম চৌধুৰীৰ পৰলোক প্ৰাপ্তি হোৱাত, তেওঁ ভাৰপ্ৰাপ্ত সভাপতি ৰূপে বাকী দিনকেইটাৰ কাৰ্যভাৰ পৰিচালনা কৰিছিল।

কোকৰাঝাৰ জিলাৰ মাণিকপুৰ সত্ৰৰ সত্ৰাধিকাৰ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে স্বৰ্গীয় জয়ছিং দলৈক 'কাৰবি আংলঙৰ বন্ধু' বুলি অভিহিত কৰিছিল।

# বংলং তেৰাং

**ৰং বং তেৰাং**

বংলং তেৰাং, - কাৰবি সাহিত্য জগতৰ এক পৰিচিত নাম। দ্বিতীয় মহাসমৰৰ আগৰে পৰাই একনিষ্ঠভাৱে কাৰবি লোক-সাহিত্যৰ অমূল্য সম্পদবোৰ সংগ্ৰহ কৰি তেওঁ পুথি আকাৰে ছপাই উলিয়াইছিল। স্বৰ্গীয় ছেমছন ছিং ইংতিয়ে বিতুছ' নামৰ স্কুলীয়া পাঠ্য পুথি ছপাই, যিদৰে পঢ়িব জনা কম সংখ্যক কাৰবি লোকৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল, সেইদৰেই বংলং তেৰাংও 'আদামাছাৰ' 'ৰকাছেন', হাঈ মু' আদি ছপাই উলিয়াই জন মানসৰ মাজত সাহিত্যৰ উত্তাপ উপলব্ধি কৰাত অৰিহণা যোগাইছিল।

কাৰবি ভাষাৰে সাহিত্য-চৰ্চা কৰা স্বৰ্গীয় বংলং তেৰাংয়ে ডিলাই জুৰিৰ উকনিত থকা নিহাং লাংছ' নামৰ গাওঁখনত খ্ৰীষ্টাব্দ ১৯০৯ চনৰ ১০ অক্টোবৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতৃৰ নাম ছাৰ তেৰাং বেপাৰী আৰু মাতৃৰ নাম কাৰেং তিমুং'পী। বংলং তেৰাংয়ে অলপীয়া শিক্ষাৰে ডিলাই নামৰ সৰু গাঁওখনত কানি মহলদাৰ ৰূপে ব্যৱসায় কৰিছিল। ব্ৰিটিছৰ যুগত কাৰবি আংলঙত কানি খোৱা বিহৰ প্ৰচলন অধিক আছিল। ব্ৰিটিছ চৰকাৰৰ ৰাজহ সংগ্ৰহত উৎসাহজনক আছিল যদিও কাৰবি সমাজ জীৱনত কানি সেৱনৰ দ্বাৰা জাতিটো তেনেই অৰ্থনৈতিক ভাৱে দুৰ্বল হৈ পৰিছিল। যি কি নহওক, বংলং তেৰাঙে মহলদাৰৰ কাম কাজ চলাই যোৱাৰ লগতে, তেওঁ সাহিত্য-চৰ্চাৰ প্ৰতিও পিঠি দিয়া নাছিল।

স্বৰ্গীয় বংলং তেৰাঙে চৌধ বছৰ বয়সৰ পৰাই সাহিত্য চৰ্চা কৰিছিল। ইং ১৯২৩ চনতে যুগুত কৰা "ৰৰ্ড বুক" নামৰ সৰু পুথি ৰচনা কৰিছিল। কাৰবি আৰু অসমীয়া ভাষাৰে লিখা সেই পুথিখন অৰ্থৰ অভাৱত প্ৰকাশ হৈ নুঠিল। অপ্ৰকাশৰ বেদনা মনত লৈ তেওঁ নীৰৱে কাৰবি ভাষাৰে কাৰবি লোক-সাহিত্যৰ অপূৰ্ব সমলবোৰ সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰিছিল। তেওঁৰ অসাধাৰণ প্ৰতিভাৰ স্বাক্ষৰ স্বৰূপে ইং ১৯৩৭ চনৰ পৰা 'আদাম আছাৰ', ৰকাছেন, হা-ঈ আদি লোক-সাহিত্যৰ আপুৰুগীয়া পুথিবোৰ ছপাই উলিয়াইছিল। তেওঁৰ সাহিত্য-চৰ্চাত সন্তুষ্ট হৈ অসমৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে ১০০ টকা আগবঢ়াইছিল। অসম চৰকাৰেও টকা এহেজাৰ তেওঁলৈ অনুদান আগবঢ়াইছিল।

ইংৰাজী ১৯৩৬ চনতে লিখি উলিওৱা 'আদামাছাৰ' পুথিখন আছিল তেওঁৰ প্ৰথম পুথি। সেই পুথিখন ১৯৩৭ চনত ছপা আকাৰত প্ৰকাশিত হৈছিল। কাৰবি সমাজৰ

বিবাহ-ৰীতিৰ বিষয়ে প্ৰচলিত গীত-মাতবোৰ সংগ্ৰহ কৰি 'আদামাছাৰ' পুথিখন তেওঁ ৰচনা কৰিছিল। পুথিখনে কাৰবি সমাজত সমাদৰ পাইছিল আৰু আজি আধুনিক কালতো পুথিখনৰ আদৰ কমা নাই।

ইং ১৯৩৮ চনত প্ৰকাশ পোৱা 'ৰুকাছেন' নামৰ পুথিখন তেওঁৰ দ্বিতীয় গ্ৰন্থ। এই পুথিখনে তেওঁৰ সাহিত্য-প্ৰতিভাক কাৰবি ৰাইজৰ মাজত সমাদৃত কৰিছিল। পুথিখন ছপাৰ সময়ত স্বৰ্গীয় খৰছিং তেৰাং, এম এল এ তেতিয়া বৰজান মৌজাৰ মৌজাদাৰ আছিল। পুথিখনৰ বিষয়ে তেওঁ এইদৰে অভিমত প্ৰকাশ কৰিছিল , " মই বোধকৰো এই কিতাপৰ বাহিৰে তেনেকুৱা কিতাপ কোনেও লিখা নাই। লিখক শ্ৰীযুত বংলং তেৰাংএ মিকিৰ জাতি[illegible]ৰণে অশেষ কষ্ট কৰাৰ কাৰণে ধন্যবাদ জনাইছো। আশা কৰো যেন তেওঁ [illegible]ৰ জাতীয় কিতাপ আৰু কিছুমান লিখে।"

শ্ৰীখৰচিং তেৰাং, মৌজাদাৰ
৬/২/৩৮ এম, এল, এ
বৰজান মৌজা, মহং ডিজুৱা

'ৰুকাছেন' পুথিখনেও 'আদামাছাৰ' পুথিৰ দৰে কাৰবি সমাজত সমাদৰ লাভ কৰাৰ পিছত, তেওঁ "হা-ঈ মু" নামৰ পুথিখন ১৯৪০ চনত ছপাই উলিয়াইছিল। 'হা-ঈ মু' নামৰ পুথিখনৰ পৰৱৰ্তী সংস্কৰণত 'হাঈ' বুলি লিপিবদ্ধ কৰা হয়। 'হা-ঈ' এক অনুপম কাহিনী-গীত। এনে মধুৰ কাব্যৰ সৃষ্টি কাৰবি ভাষাত অতি বিৰল। লোক-স্মৃতিত জীযাই থকা এই কাব্যৰ সু সংহত কাহিনী বিন্যাস, বৰ্ণনাৰ প্ৰাঞ্জলতা, বাস্তৱধৰ্মী চৰিত্ৰৰ স্বাভাৱিক প্ৰকাশ, কাৰবি সমাজত নিখুঁত ছবি, নিষ্কলুষ দাম্পত্য প্ৰেমলৈ নামি অহা ট্ৰেজেডিৰ কাৰুণ্য, নাৰীৰ প্ৰতি নিৰ্লজ্জ আচৰণ, জন-বিশ্বাসৰ লগতে প্ৰকৃতি জগতৰ সৌন্দৰ্যৰ মনোৰম বৰ্ণনা আৰু জীৱন দৰ্শনৰ গভীৰ দিশবোৰকো প্ৰকাশ আদি মন কৰিবলগীয়া বৈশিষ্ট্য। সাহিত্য সাধক বংলং তেৰাঙে মুঠ এঘাৰটা অধ্যায়ত এই কাহিনী-গীতৰ পুথিখন অতি কষ্টেৰে সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল। এই কাব্যখনে কাৰবি সমাজত এক নতুন সাহিত্যৰ সোৱাদ দিবলৈ সক্ষম হৈছিল আৰু আজিও 'হা-ঈ' কাব্যখনে কাৰবি সাহিত্যৰ এক ক্লাছিক ধৰ্মীৰ সৃষ্টি বুলি স্বীকৃতি দি আহিছে।

এইকেইখনৰ ওপৰিও তেওঁ 'স্বেৰ হংথম' (১৯৬৪), 'কাৰ্বি ক'পুছন' (১৯৬৭), 'কাৰ্বি চ'ৰংজে' (১৯৭৭), 'ছাৰ আলুন' আদি পুথি ৰচনা কৰি প্ৰকাশ কৰিছিল। তেওঁৰ সংকলিত পুথি 'আৰণ আতেং' নামৰ গ্ৰন্থখন ১৯৮০ চনত প্ৰকাশ পাইছিল। বংলং তেৰাঙৰ আটাইতকৈ উল্লেখযোগ্য গ্ৰন্থ হ'ল 'ৰংলীন'। এই গ্ৰন্থখন ১৯৮৬ চনত প্ৰকাশ পাইছিল। কাৰবি সমাজত প্ৰচলিত 'চ'মাংকান' উৎসৱৰ পূৰ্ণ বিৱৰণি আৰু লগতে 'চ'মাংকান'ত প্ৰয়োজনীয় 'কেচাৰ্হে' নামৰ গীতবোৰ এইখন গ্ৰন্থত সন্নিবিষ্ট কৰিছে।

তেওঁ অকৃপণভাবে এই অমূল্য গ্ৰন্থখন যুগুত কৰোঁতে সহায় কৰা লুঙেপীসকলৰ নামো উল্লেখ কৰি গৈছে। সেই গায়িকাসকলৰ ভিতৰত কাদম তেৰাংপী, কাছাং হাঙ্কেপী, কাথে তেৰাংপী আৰু অমফু বংপিপীৰ নাম উল্লেখযোগ্য।

কাৰবি ভাষা-সাহিত্যৰ একান্ত সাধক বংলং তেৰাঙক 'কাৰবি লামমেত আমেই' দ্বাৰা ১৯৭৩ চনত সাহিত্যিক সন্মান দিয়া হৈছিল। সেইদৰে ডিফু সাহিত্য সভাই কাৰবি ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱাৰ বাবে এখনি 'মান-পত্ৰ' প্ৰদান কৰিছিল। সেইজনা নীৰৱ সাহিত্য সাধকক অসম চৰকাৰেও 'সাহিত্যিক পেন্সনেৰে' সন্মানিত কৰিছিল। ডিলাই গাঁওখনৰ পৰা বংশ্লিম গ্ৰাম নামৰ গাঁওখনলৈ উঠি আহি জীৱন জোৰা সাহিত্য-সাধনাৰ অন্তত, ২০০১ চনৰ ১৭ আগষ্টৰ দিনাখন নিজৰ সাধনা-স্থলীত তেওঁ শেষ নিশ্বাস ত্যাগ কৰে।

# ছামছিং হাঞ্চে

**বিদ্যাছিং ৰংপি**

ছামছিং হাঞ্চে সকলোৰে পৰিচিত। অন্ততঃ সাহিত্য-সংস্কৃতি আৰু ৰাজনীতিৰ লগত জড়িত ব্যক্তিসকলৰ মাজত ছামছিং হাঞ্চেক চিনি নোপোৱা অথবা নাম নুশুনা লোক অতি কমেহে ওলাব। বহু প্ৰতিভাসম্পন্ন আছিল ছামছিং হাঞ্চে। তেওঁ একেধাৰে কবি, গীতিকাৰ, গল্পকাৰ, প্ৰাবন্ধিক, ঔপন্যাসিক, ৰাজনীতিক, চলচিত্ৰ পৰিচালক আৰু সমাজ সেৱক।

১৯৪৮ চনৰ ১৮ এপ্ৰিল দেওবাৰে বৰ্তমান নগাঁও জিলাৰ গৰুবাট মৌজাৰ অন্তৰ্গত আৰ্হিকেলক (পণ্ডিতঘাট বুলি জনাজাত) নামৰ অখ্যাত গাঁওখনত জন্ম হৈছিল ছামছিং হাঞ্চে। তেওঁৰ পিতৃ-মাতৃৰ নাম ক্ৰমে জয়ছিং হাঞ্চে আৰু কাত্ৰেং টেৰণপী। মাক-দেউতাকৰ এটি সন্তানৰ ভিতৰত ছামছিং হাঞ্চে তেওঁলোকৰ দ্বিতীয় সন্তান আৰু পাঁচজন ককাই-ভাইৰ মাজত তেওঁ জ্যেষ্ঠ ভাতৃ। তেওঁৰ ভাতৃসকল ক্ৰমে ছাৰএৎ, জেং, ছাৰপ' আৰু হাংমিজি আৰু বায়েক-ভনীয়েকসকল হ'ল কানাম, কাৰেং আৰু কাৰণ। উল্লেখযোগ্য যে ছামছিং হাঞ্চেৰ বায়েক স্বৰ্গীয় কানাম হাঞ্চেপী আছিল প্ৰতিষ্ঠিত ঔপন্যাসিক 'ৰংমিলিৰ হাঁহি' খ্যাত পদ্মশ্ৰী অধ্যাপক ৰংবং তেৰাংৰ সহধৰ্মিনী।

ছামছিং হাঞ্চেৰ ল'ৰালি কালতে তেওঁৰ পিতৃ-মাতৃয়ে আৰ্হিকেলক গাঁও এৰি হংক্ৰামলৈ উঠি আহে আৰু ইযাতে স্থায়ীভাৱে বসতি কৰিবলৈ লয়। সেয়ে তেওঁৰ পৰিয়াল এতিয়া হংক্ৰামবাসী। তেওঁৰ পৰিয়ালটো দেউতাকৰ দিনৰ পৰাই মধ্যবিত্ত শ্ৰেণীৰ লোক আছিল আৰু সমাজত এজন গুৰুত্বপূৰ্ণ আছিল।

ছামছিং হাঞ্চেই শিক্ষাৰ পাতনি মেলিছিল হংক্ৰাম নিম্ন বুনিযাদী বিদ্যালযত। অৱশ্যে ছামছিং হাঞ্চেই শিক্ষা জীৱনত বহুতো স্থান আৰু সলনি কৰে। তেওঁ প্ৰথমে হংক্ৰাম নিম্ন বুনিযাদী বিদ্যালয়ত শিক্ষা সাং কৰি ৰ'থাতলাংছ' (বৈঠালাংছ')ত অৱস্থিত টীকা মধ্য ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰে। পাছত টীকা মধ্য ইংৰাজী বিদ্যালয় এৰি কামপুৰ মধ্য ইংৰাজী বিদ্যালয়ত পঢ়িবলৈ যায। তাৰ পাছত হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰিবলৈ তেওঁ ডিফুলৈ গুচি আহে আৰু ডিফু চৰকাৰী বালক উচ্চ ইংৰাজী বিদ্যালযত নাম ভৰ্তি কৰে। বৰ্তমানৰ কাৰবি আংলং স্বায়ত্ত পৰিষদখন তেতিয়া সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলা পৰিষদ হিচাপে সংযুক্তভাৱে গঠিত আছিল। সেই সময়ৰ পৰিষদৰ মুখ্য কাৰ্যবাহী সদস্য আছিল চন্দ্ৰছিং টেৰণ, ছামছিং হাঞ্চেৰ মোমায়েক।

মোমায়েকে ছামছিং হাঞ্চেক নিজৰ চৰকাৰী বাসভৱনত থাকিয়েই পঢ়াৰ ব্যৱস্থা কৰি দিছিল। কিন্তু হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীর্ণ হ'ব নোৱাৰাত তেওঁ পঢ়িবলৈ এৰি ভাৰতীয় সৈন্য বাহিনীত যোগ দিয়ে। কিন্তু তাতো তিনি বছৰ কাল চাকৰি কৰাৰ পাছত তেওঁ ১৯৬৭ চনত চাকৰি এৰি ৰ'থাতলাংছ' হাইস্কুলত পুনৰ নাম ভৰ্তী কৰে আৰু তেনেকৈ হাইস্কুল শিক্ষান্ত পৰীক্ষা দি কৃতকাৰ্য হয়। প্ৰবেশিকাৰ দেওনা পাৰ কৰি ছামছিং হাঞ্চেই ছিলঙৰ চেণ্ট এণ্টনিক কলেজত পঢ়িবলৈ লয়। কিন্তু কলেজ এৰি পুনৰ ডিফুলৈ গুচি আহে আৰু কাৰবি আংলং জিলা পৰিষদৰ কাৰ্যালয়ত নিম্ন বৰ্গৰ সহায়ক (Lower Division Assistant)ৰ পদত নিযুক্তি পাই পুনৰ চাকৰি কৰিবলৈ লয়।

ছামছিং হাঞ্চেই আনৰ কথাত চলিবলৈ টান পায়। সেইকাৰণেই নেকি বিষয়াৰ লগত মতান্তৰ ঘটাত তেওঁ পুনৰ চাকৰি এৰি নগাঁও কলেজত পঢ়িবলৈ আৰম্ভ কৰে। তাত কেইবছৰমান পঢ়াৰ পাছত নগাঁও এৰি পুনৰ ডিফু চৰকাৰী মহাবিদ্যালয়লৈ গুচি আহে। পাছত তেওঁ ডিফু চৰকাৰী মহাবিদ্যালয়ৰ পৰা ১৯৭৩ চনত স্নাতক ডিগ্ৰী লাভ কৰে। স্নাতক ডিগ্ৰী লাভ কৰাৰ পাছত তেওঁ শিক্ষাৰ জীৱন সিমানতে সমাপ্ত কৰে।

ছামছিং হাঞ্চেই সংসাৰ পাতে ১৯৭০ চনত কলেজত পঢ়ি থাকোঁতেই। তেওঁৰ পৰিবাৰৰ নাম কুংৰী টেৰণপী। কুংৰী টেৰণপী প্ৰকৃততে এজনী মিজো জীয়ৰী। তেওঁৰ প্ৰকৃত নাম থাংকুংণী। থাংকুংণী ৰ'থাতলাংছ' ৰাজ্যিক ডিচ্‌পেনছৰিত নাৰ্চৰ চাকৰি কৰোঁতে দুয়োৰে মাজত প্ৰেমৰ আদান-প্ৰদান হয় আৰু বিবাহ পাশত আবদ্ধ হোৱাৰ সংকল্প লয়। ১৯৭০ চনৰ মাৰ্চ মাহৰ ৬ তাৰিখে ডিফু উপায়ুক্ত কাৰ্যালয়ত দুয়ো আহি ৰেজিষ্টেৰী বিবাহ কৰে। থাংকুংণীক পাছত ছামছিং হাঞ্চেৰ মোমায়েক মোহনছিং টেৰণে নিজৰ ছোৱালী হিচাপে আঁকোৱালী লৈ টেৰণপী উপাধি প্ৰদান কৰে। পাছত তেওঁৰ নামটোও সলনি কৰি কুংৰী টেৰণপী ৰখা হয়। কাৰবি সমাজত তেনেকৈ অনা-কাৰবিলোকক নিজৰ পূৰ্বৰ উপাধিৰ পৰিৱৰ্তে কাৰবি উপাধি প্ৰদান কৰি কাৰবি বুলি স্বীকৃতি প্ৰদান কৰাৰ নিয়ম প্ৰচলিত আছে। এই প্ৰথাক 'কুৰ কেপন' বুলি কোৱা হয়। ছামছিং হাঞ্চেৰ সহধৰ্মিনী থাংকুংণীক কাৰবিৰ এই প্ৰথাৰে মোহনছিং টেৰণে নিজৰ ছোৱালী হিচাপে বিধিগতভাৱে গ্ৰহণ কৰি 'টেৰণপী' উপাধি প্ৰদান কৰে আৰু কাৰবি বুলি স্বীকৃতি দিয়ে। তেনেদৰে ছামছিং হাঞ্চে আৰু কুংৰী টেৰণপীয়ে সংসাৰ পাতিবলৈ আৰম্ভ কৰে আৰু কালক্ৰমত চাৰিটি সন্তানৰ পিতৃ-মাতৃ হয়। তেওঁলোকৰ চাৰিটি সন্তানৰ দুজন ল'ৰা আৰু দুজনী ছোৱালী - ক্ৰমে মিলি, হীৰা, ভন্টী আৰু ৰাজকুমাৰ। মিলিৰ বহু বছৰ পূৰ্বে মৃত্যু হৈছে। উল্লেখযোগ্য যে মিলি অংকত অলপ কেঁচা আছিল। তাই অংকত কেঁচা হোৱাৰ বাবে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীর্ণ হ'ব নোৱাৰাৰ ভয়তে আত্মহত্যা কৰিছিল। এই ঘটনাই হাঞ্চেক মৰ্মান্তিক আঘাত দিয়ে। সেয়ে, গণিত বিষয়টোত ছাত্ৰ-ছাত্ৰীৰ মাজত জনপ্ৰিয়তা আনিবৰ বাবে আৰু অধিক আগ্ৰহ আৰু মনোযোগ আকৰ্ষণ কৰিবৰ বাবে

তেওঁ তেওঁৰ ছোৱালী মিলি হাঞ্চেপীৰ নামত কাৰবি আংলং জিলাৰ ভিতৰত হাইস্কুল পৰীক্ষাত সাধাৰণ গণিত বিষয়ত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰ-ছাত্ৰীক বছৰি বঁটা প্ৰদানৰ ব্যৱস্থা কৰে।

কাৰবি সমাজত 'জিৰছং' এটা প্ৰচলিত লোক অনুষ্ঠান। প্ৰতি গাঁৱৰ ডেকা-গাভৰুৱে মিলি এই অনুষ্ঠানত পঢ়িব লাগে। এই অনুষ্ঠানৰ জৰিয়তে 'ৰিছ' তেৰাঙ্ক' (ডেকাচাং)ত ডেকা-গাভৰুৱে লোক-গীত, লোক-নৃত্য, শিল্প আৰু সমাজৰ পৰম্পৰাগত নীতি-নিয়মৰ শিক্ষা গ্ৰহণ কৰিব লাগে আৰু 'জিৰকেদাম' (ডেকা-গাভৰুৰ সমূহীয়াভাৱে কাম সম্পাদন কৰাৰ প্ৰথা) সমাধা কৰিব লাগে। কাৰবি আংলঙৰ ৰংথাং, চিঙ্কং, আম্‌ৰি আদি অঞ্চলবোৰত এই প্ৰথাৰ প্ৰচলন অঁতি কটকটীয়া। তেতিয়াৰ দিনত প্ৰতিঘৰৰ এজনকৈ ডেকা বা গাভৰু এই জিৰকেদামৰ সদস্যভুক্ত হ'ব লাগে, ই বাধ্যতামূলক। ছামছিং হাঞ্চেৰ গাঁও হংক্ৰোমখন ৰংথাম অঞ্চলৰ অন্তৰ্গত। হাইস্কুলত পঢ়ি থাকোঁতে ছামছিং হাঞ্চেযো তেনে অনুষ্ঠানত যোগদান কৰিবলগীয়া হৈছিল। তেওঁ জিৰছঙতে অন্য ডেকা-গাভৰুৰ সহিত কাৰবি পৰম্পৰাগত নৃত্য-গীত, শিল্প-সংস্কৃতি আদিৰ চৰ্চা কৰিবলৈ শিকে আৰু কাৰবি আধুনিক গীত-মাত, কবিতা, গল্প আদি লিখাৰ প্ৰতিও উদ্‌গণি পায়। ছামছিং হাঞ্চেয়ে কবি, লেখক হিচাপে আত্মপ্ৰকাশ কৰে সত্তৰ দশকতে তেতিয়াৰ 'অ'ৰেকিমি' (নতুন পুৰুষ) আৰু 'কাৰবি' নামৰ কাৰবি আলোচনীৰ জৰিয়তে।

সাহিত্য জগতৰ লগত ছামছিং হাঞ্চেৰ সম্বন্ধ ওতঃপ্ৰোত। এই ক্ষেত্ৰত তেওঁৰ অৱদান উল্লেখনীয়। পূৰ্বতে উল্লেখ কৰা হৈছে যে ছামছিং হাঞ্চে একেধাৰে কবি, গল্পকাৰ, প্ৰাবন্ধিক, ঔপন্যাসিক আৰু গীতিকাৰ-সুৰকাৰ আছিল। তেওঁৰ কাৰবি আৰু অসমীয়া দুয়োটা ভাষাতে যথেষ্ট দখল আছে। তেওঁ তেনেকৈ কাৰবি আৰু অসমীয়াত বহুতো কিতাপ লিখি সাহিত্যৰ ভঁড়াল চহকী কৰি থৈ গৈছে।

কাৰবিৰ বহুল প্ৰচাৰিত, সমাদৃত কিংবদন্তী কাহিনী হাণ্ট'মু। এই কাহিনীত হাঙ্গ-লঙৰ নিঃস্বাৰ্থ পবিত্ৰ প্ৰেমৰ কথা বৰ্ণিত আছে আৰু আছে ক্ষমতান্ধ ৰাজ-বিষয়াৰ লংদিনীৰ ক্ষমতাৰ অপপ্ৰয়োগ, অবলা, ৰূপহী আৰু সৰলচিতীয়া হাঙ্গমুক লঙৰ বুকুৰ পৰা বলেৰে কাঢ়ি নি তিল্‌তিল্‌কৈ মৃত্যুমুখলৈ ঠেলি পঠিওৱাৰ এক সকৰুণ ব্যাখ্যা। ছামছিং হাঞ্চেই এই কাহিনীৰ আধাৰত এখন ঔপন্যাসিকা 'নাম তাইৰ হাঙ্গমু' লিখি ১৯৭৪ চনত প্ৰকাশ কৰি উলিয়ায়। ইয়াৰ পূৰ্বে কাহিনীটো মৌখিকভাৱে প্ৰচলিত আছিল, ফলত সিমান এটা গুৰুত্ব লাভ কৰা নাছিল। কিন্তু পুথিখনৰ প্ৰকাশৰ লগে লগে কাৰবিৰ লগতে অসমীয়া পাঠক সমাজতো এই কাহিনী বহুল ৰূপত প্ৰচাৰিত আৰু সমাদৃত হয়। ছামছিং হাঞ্চেযে তেওঁৰ ঔপন্যাসিকাৰ জৰিয়তে কাৰবি জনপ্ৰিয় লোক-কাহিনী এটা বিশ্ব দৰবাৰত উপবিষ্ট কৰি থৈ যাবলৈ সক্ষম হ'ল। 'নাম তাইৰ হাঙ্গ'মু' ছামছিং হাঞ্চেৰ এক অনন্য সৃষ্টি হৈ ৰ'ব।

ছামছিং হাঞ্চেৰ অন্য পথিসমূহ হ'ল কাৰবি ৰামায়ণৰ 'ছাবিন আলুন', জননায়ক ছেমছনছিং ইংতি, কাৰবি প্ৰণয়ী গীত, এই বং কাৰবি আংলঙৰ, কুমলীন, কমীৰ আৰু কাৰবি লামথে। ইয়াৰ উপৰিও তেওঁৰ বহুতো কবিতা, গল্প, প্ৰবন্ধ অসমৰ বিভিন্ন আলোচনী আৰু বাতৰি কাকতত সিঁচৰতি হৈ আছে।

১৯৭২ চনত প্ৰকাশ কৰি উলিওৱা কুমলীন পুথিখনেই ছামছিং হাঞ্চেৰ প্ৰথম প্ৰকাশিত পুথি। এইখন এখন কাৰবি কবিতা পুথি। ইয়াত তেওঁ স্বৰচিত ৪২ টা কবিতা সন্নিবিষ্ট কৰিছে। কমীৰ পুথিখন কাৰবি কিংবদন্তী প্ৰেম-কাহিনীৰ এটিৰ গীতিৰূপ। এই কাহিনীত কমীৰ আৰু ছাম এজনৰ মাজত থকা গভীৰ নিঃস্বাৰ্থ প্ৰেম, হৰ্ষ-বিষাদ আদি সাৱলীলভাৱে অংকিত কৰা আছে।

ছামছিং হাঞ্চেৰ অন্য এক অনন্য পুথি হ'ল ছাবিন আলুন (ছাবিনৰ গীত) অৰ্থাৎ ছাবিন নামৰ অখ্যাত অথচ কৃতিত্বপূৰ্ণ গীতিকাৰ গায়কে গোৱা আৰু প্ৰচাৰিত কৰা ৰামায়ণৰ কাৰবিৰূপ। ই এক গীতি-কাহিনী। কাৰবি ৰামায়ণ বুলি পৰিচিত 'ছাবিন আলুন' নিজস্ব বৈশিষ্ট্যৰে পৰিপূৰ্ণ। গীতিকাৰ-গায়ক ছাবিনে সম্পূৰ্ণ কাৰবি সমাজ-সংস্কৃতিৰ লগত খাপ খোৱাই ৰচনা কৰিছে এই ছাবিন আলুনখন। সেয়ে মুল কাহিনীৰ বাল্মীকি ৰামায়ণৰ লগত সাদৃশ্য থাকিলেও, ইয়াৰ পটভূমি, পৰিৱেশ, ঘটনা আৰু চৰিত্ৰ ৰূপায়ণত বহু ক্ষেত্ৰত পাৰ্থক্য থকা দেখা যায়। কাৰবি সমাজত ছাবিন আলুন প্ৰচলিত যদিও ই অতি দুষ্প্ৰাপ্য। এই দুষ্প্ৰাপ্য গীত কাৰবি আংলঙৰ বিভিন্ন অঞ্চলৰ পৰা সংগ্ৰহ কৰি কিতাপ আকাৰত প্ৰকাশ কৰাত এটা হেৰাই যাবলৈ উপক্ৰম কৰা বহুমূলীয়া গীতি-কাহিনী ছামছিং হাঞ্চেই উদ্ধাৰ কৰিলে। কাৰবি সমাজলৈ ছামছিং হাঞ্চেৰ এয়া বহুমূলীয়া অবদান। কিতাপ খনি অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিযায়।

কাৰবি আংলঙৰ স্বপ্নদ্ৰষ্টা, প্ৰতিষ্ঠাতা আৰু কাৰবিসকলৰ চেতনাৰ অগ্ৰদূত আছিল স্বৰ্গীয় ছেমছন ছিং ইংতি। ইংৰাজৰ শাসনকালত কাৰবিসকলৰ বাবে এখন সুকীয়া জিলা গঠনৰ পোষকতাৰে কাৰবি সমাজত সচেতনতা জগাই এটা গণতান্ত্ৰিক সংগ্ৰামৰ গুৰি ধৰিছিল তেঁৱেই। তেওঁৰ প্ৰচেষ্টাৰ ফলতে কাৰবি আংলংখন এখন সুকীয়া জিলা হিচাপে গঠিত হয়। তেখেতৰ জীৱন-আলেখ্য পুথিয়েই 'জননায়ক ছেমছনছিং ইংতি'। ১৯৭৪ চনত প্ৰকাশ গোৱা 'কাৰবি প্ৰণয়ী গীত' ছামছিং হাঞ্চেৰ আন এক উল্লেখযোগ্য পুথি। এই পুথিখনত হাঞ্চেই প্ৰাচীন কালৰ পৰাই চলি অহা কাৰবি প্ৰণয়ী গীতসমূহৰ আলোচনা আৰু পৰ্যালোচনা আগবঢ়াইছে। কাৰবি আংলঙৰ সুদৃশ্য পৰ্বতমালাৰে আবৰা ভূমিখণ্ডক লৈ হাঞ্চেই ৰচনা কৰিছে 'এই বং কাৰবি আংলঙৰ'। এই কিতাপখনৰ জৰিয়তে কাৰবি আংলঙৰ মনোৰম দৃশ্যৰ লগতে জিলাখনৰ সম্পৰ্কে আভাষ দিবলৈ যত্ন কৰিছে হাঞ্চেই। তেওঁৰ আন এখন পুথি 'কাৰবি লামথে' এখন কাৰবি শব্দাৰ্থ কিতাপ। এই

কিতাপখনে কাৰবি ভাষা শিকিবলৈ আগ্ৰহী লোকৰ বাবে উত্তম পুথি হিচাপে সমাদৰ লভিছে।

কবিতা, গল্প, প্ৰবন্ধ আৰু উপন্যাস লিখাৰ উপৰিও তেওঁ বহুতো কিতাপ আৰু আলোচনী সম্পাদনা কৰিও খ্যাতি লভিছে। তেওঁৰ সম্পাদিত পুথি-আলোচনীৰ ভিতৰত 'এমুঠি কাৰবি কবিতা' (কাৰবিৰ অসমীয়া ভাঙনি), স্বৰ্গীয় চন্দ্ৰছিং টেৰণৰ সোঁৱৰণত আৰু উচৰ্গাত প্ৰকাশ কৰা 'ছেৰহনজেং' আৰু অসম সাহিত্য সভাৰ পত্ৰিকা (১৯৯৫-৯৬ বৰ্ষত) আদি উল্লেখযোগ্য। সাহিত্য সৃষ্টিৰ বাবে একাগ্ৰতীয়া মনোনিৱেশৰ প্ৰয়োজন। ৰাজনীতিত যোগ দিয়াৰ বাবে ছামছিং হাঞ্চেই সাহিত্য-চৰ্চাত ধাৰাবাহিকতা প্ৰায়ে হেৰোৱাই পেলাইছিল। তৎসত্বেও, তেওঁ অনেক কবিতা, গল্প, প্ৰবন্ধ আদি লিখি বিভিন্ন কিতাপ-আলোচনীত প্ৰকাশৰ ব্যৱস্থা কৰিছিল।

কাৰবি লামমেত আমেই (কাৰবি সাহিত্য সভা)ৰ লগত ছামছিং হাঞ্চেৰ সম্বন্ধ গভীৰ আছিল। কাৰবি লামমেত আমেইৰ গঠন হয় ১৯৬৬ চনৰ ২৭ মাৰ্চত। বহুতৰ লগতে ছামছিং হাঞ্চেযো লামমেত আমেইৰ এজন প্ৰতিষ্ঠাপক সদস্য আৰু এজন আজীৱন সদস্য। মৃত্যুৰ আগমুহূৰ্তলৈকে লামমেত আমেইৰ লগত তেওঁ সম্বন্ধ ওতঃপ্ৰোতভাবে বজাই ৰাখিছিল। ১৯৮৪ চনত ইয়াৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি তেতিয়াৰ মুমুৰ্ষু লামমেত আমেইক পুনৰ জীৱন দান দিছিল হাঞ্চেই। তেওঁ ১৯৮৩-৮৪ চনত লামমেত আমেইৰ সাধাৰণ সম্পাদক হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল আৰু ১৯৯৪ বৰ্ষত ডিফু ক্লাব আৰু ১৯৯৭ চনত ডিফু ৰংথেআঙত অনুষ্ঠিত বাৰ্ষিক অধিবেশনৰ আদৰণি সমিতিৰ সভাপতি দায়িত্বলৈ সফলতাৰে অধিবেশন সমাধা কৰিছিল।

অসম সাহিত্য সভাৰ লগতো ছামছিং হাঞ্চে গভীৰভাবে জড়িত আছিল। তেওঁ সভাৰ আজীৱন সদস্য আছিল। তেওঁ বহুবাৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহক কমিটিৰ সদস্যও মনোনীত হৈছিল। মৃত্যুৰ আগমুহূৰ্তলৈকে তেওঁ কাৰবি আংলঙৰ পৰা মনোনীত সভাৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকৰ সদস্য আছিল। আনুষ্ঠানিক ঘোষণা হোৱা নাছিল যদিও তেওঁ ১৯৯৮-৯৯ বৰ্ষৰ বাবে অসম সাহিত্য সভাৰ উপ-সভাপতি পদটোৰ বাবে নিৰ্বাচিত হৈছিল। ১৯৮২ চনত ডিফু ৰাংছিনা নগৰত অনুষ্ঠিত উনপঞ্চাশতম্ অসম সাহিত্য সভাৰ অধিবেশনৰ ছামছিং হাঞ্চেই আছিল প্ৰধান কাণ্ডাৰী। তেওঁ আদৰণি সমিতিৰ সাধাৰণ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি সভাখনলৈ উল্লেখনীয়ভাবে সফলতা আনিছিল। তেওঁৰ প্ৰচেষ্টাতেই ডিফু ৰাংছিনা ভৱন (সাহিত্য সভাৰ কাৰ্য্যালয়)খন গঢ় লৈ উঠে। তদুপৰি, ছামছিং হাঞ্চেই কাৰবি আংলং জিলা সাহিত্য সভা আৰু ডিফু সাহিত্য সভাৰ সভাপতি পদটোও শুৱনী কৰিছিল। মৃত্যুৰ পূৰ্বে তেওঁ হিংচং বহুৰূপী সাহিত্য গোষ্ঠী নামৰ এটি অনুষ্ঠান গঢ় দি সেই অনুষ্ঠানৰ জৰিয়তে ৬৪তম হাওৰাঘাট অসম সাহিত্য সভা অধিবেশনত উন্মোচন কৰিব পৰাকৈ কাৰবি সমাজ-সংস্কৃতিক বিষয়ক এখনি

তাৎপৰ্যপূৰ্ণ কিতাপ প্ৰকাশ কৰাৰ যো-জা চলাইছিল। কিন্তু তেওঁ সেই সুযোগ কণ নাপালে। তেওঁৰ মৃত্যুৰ লগে লগে সেই আঁচনিবো সিমানতে যতি পৰিল।

ত্ৰিবছৰৰ সদস্যহৈ থাকোঁতে ছামছিং হাঞ্চেই গীত গোৱা, গীত ৰচনা আদি চৰ্চা কৰাৰ অনুপ্ৰেৰণা পাইছিল। ফলস্বৰূপে হাইস্কুলত পঢ়ি থাকোঁতে তেওঁ গীত গাবলৈও লৈছিল। অৱশ্যে সেই দিশত তেওঁ সিমান সফল নহ'ল। তথাপি গীত তথা সংগীতৰ প্ৰতি তেওঁৰ দুৰ্বলতা আজীৱন থাকি গ'ল। গীতৰ সাধনা কৰাৰ পৰিবৰ্তে পাছত তেওঁ কবিতা চৰ্চাত মনোনিৱেশ কৰে। অৱশ্যে তেওঁ গীত লিখিবলৈ এৰি দিয়া নাছিল। তেওঁৰ গীতসমূহ ৰেডিঅ'ৰ যোগে আৰু 'ৰেকৰ্ড' হিচাপে বাণীবদ্ধ কৰি প্ৰচাৰ কৰাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁ ১৯৮১ চনত 'ৰমংৰে আছং' নামৰ এটা অনুষ্ঠান গঠন কৰি সেই অনুষ্ঠানৰ জৰিয়তে এখনি কাৰবি লোক-গীতৰ 'লং প্লেয়িং ৰেকৰ্ড' বাণীবদ্ধ কৰি উলিয়ায়। ৰেকৰ্ডটিৰ বাণীবদ্ধনৰ কাম কৰিছিল কলকাতাৰ ডমডমস্থিত 'হিজ মাষ্টাৰছ ভয়েজ'ৰ ৰেকৰ্ডিং ষ্টুডিঅ'ত। ৰেকৰ্ডটিত ছয়টি লোক-গীত সন্নিৱিষ্ট কৰা হয়। লোক-গীতৰ এই ৰেকৰ্ডটিত কণ্ঠদান কৰে শ্ৰীমতী কাদম তেৰাংপী (শইকীয়া), বিদ্যাছিং ৰংপি, শশীকলা হাঞ্চেপী, চন্দ্ৰকান্ত তেৰাং আৰু ধনছিং টেৰণে। কাৰবি সমাজত এইখনেই প্ৰথম আৰু সম্ভৱতঃ শেষ ৰেকৰ্ড। অন্ততঃ এই জীৱন-আলেখ্য লিখা সময়লৈকে এনে ধৰণৰ কোনো ৰেকৰ্ড দ্বিতীয় ওলোৱা নাই। ৰেকৰ্ডখনত সন্নিৱিষ্ট লোক-গীতসমূহ ছামছিং হাঞ্চেই সংগ্ৰহ আৰু সম্পাদনা কৰিছিল। উল্লেখযোগ্য যে ৰেকৰ্ডখন ১৯৮২ চনৰ ডিফু ৰাংছিনা নগৰত অনুষ্ঠিত ঊনপঞ্চাশতম্ অসম সাহিত্য সভাৰ অধিৱেশনত মুখ্য অতিথি বিশিষ্ট সাহিত্যিক, গীতিকাৰ, গায়ক ড ভূপেন হাজৰিকাই এটি সাংস্কৃতিক অনুষ্ঠানত গীত পৰিবেশনৰ পূৰ্বেই আনুষ্ঠানিক ভাবে উন্মোচন কৰে।

'কাৰবি চিনে ট্ৰাষ্ট'ৰ গঠনৰ প্ৰক্ৰিয়াতো ছামছিং হাঞ্চেই পৃষ্ঠপোষকতা কৰিছিল। এই 'ট্ৰাষ্ট'ৰ জৰিয়তে ১৯৭৭-৭৮ চনত স্বৰ্গীয় প্ৰফুল্ল শইকীয়াৰ পৰিচালনাত নিৰ্মিত হৈছিল 'ৰজনীগন্ধা' বোলছবি। এই বোলছবিত সন্নিৱিষ্ট 'হাঙমু'ৰ কাহিনী পটকথা আৰু পৰিচালনা কৰিছি ছামছিং হাঞ্চেই। এইদৰেই ছামছিং হাঞ্চেই বোলছবিৰ পৰিচালক হিচাপেও আত্মপ্ৰকাশ কৰে। প্ৰফুল্ল শইকীয়াৰ এটি চুটি ছবি 'নাগৰিক'ৰ নিৰ্মাণৰ আঁৰতো ছামছিং হাঞ্চেৰ অৱদান যথেষ্ট আছিল। তেওঁ কেইজনমান অত্যুৎসাহী বন্ধুৰে সৈতে মিলি 'কাৰবি আংলং ফিল্ম এণ্টাৰপ্ৰাইজ' নামৰ এটি সস্থাৰ জন্ম দিয়ে আৰু এই সস্থাৰ বেনাৰতে 'নাগৰিক' ফিল্মৰ নিৰ্মাণ হয়।

সাংস্কৃতিক ক্ষেত্ৰতো ছামছিং হাঞ্চেৰ অৱদান আছিল অতুলনীয়। তেঁওৰ প্ৰচেষ্টাত বহুতো সাংস্কৃতিক অনুষ্ঠান অনুষ্ঠিত হৈছিল ডিফু ক্লাবত। তেওঁ ১৯৮২ চনত গুৱাহাটী ৰবীন্দ্ৰ ভৱনত 'কাৰবি আলেং সাংস্কৃতিক সন্ধিয়া' নামৰ এটি সাংস্কৃতিক অনুষ্ঠান অনুষ্ঠিত

কৰে। অনুষ্ঠানটিত কাৰবি গায়ক-গায়িকাৰ দ্বাৰা [illegible]ৰবি আধুনিক আৰু লোক-গীত পৰিবেশন কৰোৱাৰ লগতে হাঙ্গ'মু কাহিনী[illegible]ৰ ভি.৩৩ - [illegible]ৰৰ বাবে গীতি-নৃত্য পৰিবেশন কৰোৱায়। গীতি-নৃত্যৰ ৰচনা আৰু পৰিচালনা কৰিছিল ছামছিং হাঞ্চেই এইদৰে সংস্কৃতিৰ পথাৰতো ছামছিং হাঞ্চেই নিজৰ কৃতিত্বৰ পৰিচয় দিয়ে।

স্বভাৱগতভাৱে ছামছিং হাঞ্চে আছিল দৃঢ়মনা প্ৰকৃতিৰ লোক। তেওঁ হাতত লোৱা, কাম যিকোনো প্ৰকাৰেও সমাধা কৰাত সদায় দৃঢ় প্ৰতিজ্ঞ। নিজৰ সংকল্পত তেওঁ সদায় অটল। তেওঁ সততে নিৰাশ হোৱা বিধৰ লোক নাছিল। ধীৰ-স্থিৰ আৰু সংকল্পৰে নিজৰ লক্ষ্যত উপনীত হোৱাত তেওঁ যত্নৰ কেতিয়াও ত্ৰুটি নকৰে। ৰাজনীতিৰ পথাৰত পদাৰ্পণ কৰাৰ লগে লগে ছামছিং হাঞ্চেই বহুতো বাধা বিঘিনি, কষ্ট আৰু অসফলতাৰ সৈতে মুখামুখি হ'বলগীয়া হৈছিল। নিৰ্বাচনতো তেওঁ বহুবাৰ পৰাজয়ৰ গ্লানি সহ্য কৰিবলগীয়া হৈছিল। ছামছিং হাঞ্চেই কিন্তু কোনোদিন নিৰাশ হোৱা নাছিল। তেওঁ বিফলতাকে সফলতাৰ মূল আধাৰ হিচাপে গ্ৰহণ কৰি অধিক উচ্ছাহ-উদ্দীপনাৰে কাম কৰি ৰাজনীতি পথাৰত নিজৰ স্থান গজগজীয়া কৰি তুলিছিল। তেনেদৰে কৰা অবিৰাম চেষ্টাৰ অন্তত তেওঁ ১৯৮৫ চনত ডিফু বিধান সভা সমষ্টিৰ পৰা বিধায়ক হিচাপে নিৰ্বাচিত হৈছিল আৰু অসম গণ পৰিষদৰ প্ৰফুল্ল কুমাৰ মহন্তৰ নেতৃত্বাধীন মন্ত্ৰীসভাত 'বান নিয়ন্ত্ৰণ' আৰু পাৰ্ব্যত্য এলেকা উন্নয়ণ' বিভাগৰ কেবিনেট মন্ত্ৰী হিচাপে অন্তৰ্ভুক্ত হৈছিল। পাছত ১৯৯০ চনৰ নৱেম্বৰত ৰাষ্ট্ৰপতি শাসন প্ৰবৰ্তন হোৱাত অন্য মন্ত্ৰীৰ লগতে ছামছিং হাঞ্চেযো মন্ত্ৰীত্ব হেৰুৱায়।

ছামছিং হাঞ্চেই ৰাজনীতিত প্ৰবেশ কৰিছিল ১৯৭৮ চনত। ভাৰত তথা অসম তেতিয়া জনতা দলৰ শাসনত আছিল। তেওঁ সেই বছৰতে ' কে এ পি ছি' অৰ্থাৎ কাৰবি আংলং পিপ'লছ্ কনফাৰেন্‌ছ্ নামৰ এটি আঞ্চলিক ৰাজনৈতিক দল গঠন কৰি সেই দলৰ বেনাৰতে নিৰ্বাচন খেলে। নিৰ্বাচনত সভাপতি ছামছিং হাঞ্চেৰ উপৰি মুঠ ১৮জনে প্ৰতিদ্বন্দ্বিতা কৰে যদিও মাথোঁ এজনেহে বিজয়ী হ'বলৈ সক্ষম হয়।

ছামছিং হাঞ্চে মন্ত্ৰী হৈ থকা সময়ত কাৰবি আংলং জিলা পৰিষদখন মংগলছিং ইংতিৰ নেতৃত্বত কাৰবি আদৰবাৰৰ চৰকাৰ চলি আছিল। হাঞ্চেই পাৰ্বত্য এলেকা উন্নয়ন মন্ত্ৰী হৈ থকাৰ সুবাদতে কাৰবি আংলং স্বায়ত্ত পৰিষদত নিজৰ সমৰ্থনপুষ্ট সদস্যৰে পৰিষদখন নিজৰ অধীনলৈ অনাৰ চেষ্টা কৰে। তেওঁ ১৯৮৬ চনত প্ৰথমে তেওঁৰ কে এ পি চি (কাৰবি আংলং পিপলছ্ কনফাৰেনছ) আৰু ইউ চি চি (ইউনাইটেড কমিউনিটি কনফাৰেনছ, বডো জনজাতিৰ নেতৃত্বত গঢ় লৈ উঠা অনা-কাৰবি ৰাজনীতিক দল)ৰ মাজত একত্ৰিত কৰি ইউ পি চি (ইউনাইটেড পিপুলছ্ কনফাৰেনছ) নামকৰণেৰে এটি নতুন ৰাজনৈতিক দল গঠন কৰে। এই দল গঠন কৰি তেওঁ মংগলছিং ইংতিক কাৰবি

আদৰবাৰ এৰি ইউ পি চিত যোগদান কৰি মুখ্য কাৰ্যবাহী সদস্য হিচাপে কাৰ্যনিবাহ কৰি যাবলৈ অনুৰোধ জনায়, যদিও মংগলছিং ইংতিয়ে সেই সুযোগ গ্ৰহণ নকৰিলে। পাছত প্ৰাক্তন মুখ্য কাৰ্যবাহী সদস্য বিদ্যাছিং ইংলেঙৰ নেতৃত্বত কাৰ্বি আদৰবাৰৰ প্ৰায় ভাগ সদস্যই ইউ পি চিত যোগদান কৰাত ইংলেঙৰ নেতৃত্বতে ইউ পি চি চৰকাৰ গঠন কৰি দিয়া হয় ১৯৮৬ চনৰ ডিচেম্বৰ মাহত। স্মৰ্তব্য যে মংগলছিং ইংতিৰ সৌজন্যত ছামছিং হাঞ্চেই মন্ত্ৰীত্ব পোৱাৰ পূৰ্বে ১৯৮৫ চনত জিলা পৰিষদৰ 'নমিনেটেড সদস্য' হিচাপে মনোনীত হৈছিল। ইউ পি চি দলে পাছত ১৯৮৯ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ লগত চামিল হৈ সুকীয়া ৰাজনৈতিক দলৰ মৰ্যাদা হেৰুৱায়। তেতিয়াৰ পৰাই ই 'Socio-cultural' সংগঠন হিচাপে কাম কৰিবলৈ লয়।

ছামছিং হাঞ্চে খঙাল বুলি যদিও বদনাম আছে, তেওঁ কিন্তু অতি ধৈৰ্যশীল ব্যক্তি। ছামছিং হাঞ্চেৰ যদিও খং উঠে সেই খং কিন্তু অন্যায়ৰ বিৰুদ্ধেহে। কোনোবাই কাৰোবাক অন্যায় কৰক, হাঞ্চেই কিন্তু সেয়া সহ্য কৰিব নোৱাৰে। কোনোবাই মইমতালি কৰা, দাম্ভিকতাপূৰ্ণ কথা কোৱা অথবা কাৰ্য কৰা দেখিলেই তেওঁ ৰ'ব নোৱাৰা হয়। সেইসকলৰ প্ৰতি তেওঁ জাঙুৰ খাই উঠে। তেনে কাৰণতে তেওঁ হাওৰাঘাট নিবাসী ক্ষুদ্ৰ বৰাৰ লগতো তৰ্কাতৰ্কিৰ পাছত খণ্ডযুদ্ধতো লিপ্ত হৈছিল। এই খণ্ডযুদ্ধতে ক্ষুদ্ৰ বৰাই ভঙা বটল্‌ এটা মাৰি পঠিওৱাত ছামছিং হাঞ্চেই তেওঁৰ বাওঁ চকুটো হেৰুৱায়। আনহাতে হাঞ্চেৰ কামোৰত ক্ষুদ্ৰ বৰায়ো ওঠ দুটা হেৰুৱাব লগীয়া হয়।

ছামছিং হাঞ্চে সঁচা অৰ্থত জাতীয়তাবাদী। তেওঁৰ অসমীয়া আৰু কাৰবি জাতিৰ প্ৰতি প্ৰেম আছিল সৰ্বাধিক। কাৰবিক কোনোবাই উপলুঙা অথবা অপমান কৰক, হাঞ্চেই তাক সহ্য কৰিব নোৱাৰিছিল। জাতিৰ প্ৰতি অপমানসূচক কিবা সংকেত পালেই তেওঁ খঙত অগ্নিশৰ্মা হৈ পৰিছিল। ছামছিং হাঞ্চে স্বভাৱগতভাৱে খঙিয়াল যদিও তেওঁ প্ৰকৃততে আছিল গুণী ব্যক্তি। বেয়া মানুহৰ ওপৰত তেওঁ যেনেদৰে জঁপিয়াই পৰিব পাৰে, ভাল, সৎ পথত চলা মানুহক তেওঁ তেনেদৰে মৰম, আদৰ আৰু সন্মান কৰিব জানে।

প্ৰখ্যাত চিত্ৰশিল্পী বীৰেশ সিংহই প্ৰথমাৱস্থাত যেতিয়া দিগভ্ৰান্ত হৈ ডিফুত পদাৰ্পন কৰে, তেতিয়া 'গুণ্ডা' ছামছিং হাঞ্চেই শিল্পীৰ উজ্জ্বল প্ৰতিভা দেখি সহায় আগবঢ়াইছিল। তেওঁ সিংহক অনুপ্ৰেৰণা দিছিল, কাৰবি গাঁওবোৰত ঘূৰাই ছবি আঁকাৰ সুবিধা দিছিল, আৰ্থিকভাৱে সহায় আগবঢ়াইছিল। তদুপৰি ডিফু, গুৱাহাটী, কলিকতা আদিত প্ৰদৰ্শনী পতাত সহায় কৰিছিল। দৰাচলতে হাঞ্চেৰ সহায়ৰ বাবে সিংহ আজি এজন প্ৰতিষ্ঠিত চিত্ৰ আৰু ভাস্কৰ্যশিল্পী। বীৰেশ সিংহৰ নিজৰ ভাষাত- 'ছামছিং হাঞ্চেক লগ নোপোৱা হলে মই ক'ৰবাত হেৰাই থাকিলোহেঁতেন।'

ছামছিং হাঞ্চে সাহসীও। তেওঁ ঠগ, প্ৰবঞ্চক, অন্যায়, দুৰ্নীতিৰ বিৰুদ্ধে সততাই যুঁজ

দিছিল। তেনেদৰে তেওঁ বহুতো দুৰ্নীতিপৰায়ণ বিষয়া, কৰ্মচাৰী, ব্যৱসায়ীক দমন কৰি সৎ পথলৈ আনিছিল।

ছামছিং হাঞ্চেয়ে চিকাৰ কৰিও ভাল পাইছিল। সৈন্য বাহিনীত যোগ দিয়াত তেওঁ বন্দুক চলোৱাত সিদ্ধহস্ত হৈ পৰিছিল। তেনেদৰে এদিন চিকাৰলৈ যাওঁতে দুৰ্ঘটনাত পতিত হৈ তেওঁ সোঁহাতৰ চাৰিটা আঙুলি হেৰুৱায়। চিকাৰ কৰি ঘূৰি আহোঁতে বন্দুকটোত গুলী নাছিল বুলি ভাবি কান্ধৰ পৰা থেকেচা মাৰি বন্দুকটো মাটিত থওতে হঠাৎ গুলী ফুটি ওলাই আহে। গুলীটোৱে বন্দুকৰ নলীৰ ওপৰত ভৰদি থকা হাতখনৰ আঙুলিবোৰ নিমিষতে উৰুৱাই লৈ যায়। তেওঁৰ সোঁহাতখন অকামিলা যেন হৈ পৰে। ছামছিং হাঞ্চেই তথাপিও মনোবল হেৰুৱাই পেলোৱা নাছিল। তেওঁৰ মনৰ দৃঢ়তা ইমানেই প্ৰবল আছিল যে বাঁওহাতখনেৰে লিখিবলৈ শিকি তেওঁ সাহিত্য চৰ্চা কৰিছিল। তেনেদৰে কবি, সাহিত্যিক আখ্যা পাইছিল আৰু বহুতে তেওঁক 'সেউজী কবি' বুলিও আখ্যা দিবলৈ আৰম্ভ কৰিছিল।

হাইস্কুলত থাকোঁতে ছামছিং হাঞ্চে এজন ভাল ফুটবল খেলুৱৈ আছিল। তেওঁ ১৯৬১ চনত গোৱালপাৰাত অনুষ্ঠিত 'ইন্টাৰ ডিষ্ট্ৰিক্ট জুনিয়ৰ ফুটবল টুৰ্ণামেন্ট'ত কাৰ্বি আংলং দলৰ হৈ খেলিছিল আৰু সন্তোষ ট্ৰফী ফুটবল টুৰ্ণামেন্টটো তেওঁ খেলাৰ সুযোগ পাইছিল। ছামছিং হাঞ্চে এজন নিঃস্বাৰ্থ সমাজ সেৱকো। তেওঁ ডিফুৰ বহুতো সামাজিক-সাংস্কৃতিক অনুষ্ঠান, সংগঠনৰ লগত গভীৰভাৱে জড়িত আছিল। তেওঁ ডিফু ক্লাব, ডিফু বাৰোৱাৰী পূজা মণ্ডপ, গীতা আশ্ৰম, ডিফু গাৰ্লছ কলেজ, ডিফু নাইট কলেজ, ল' কলেজ, বি এড কলেজ, শংকৰদেৱ শিশু নিকেতন, ছেৰডিজন কলা কেন্দ্ৰ, কাৰ্বি ৰিছ' আদৰবাৰ আদি বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জড়িত আছিল।

মৃত্যুৰ পূৰ্বে ছামছিং হাঞ্চেয়ে ৰাজনীতি কৰি হয়তো আমুৱাইছিল, অথবা সাহিত্য চৰ্চাত ব্যাঘাত হোৱাত নিজৰ ওপৰত ক্ষুব্ধ হৈ পৰিছিল। তেওঁ সঘনাই এবাৰ কথা কৈছিল - 'ৰাজনীতি আৰু সাহিত্য চৰ্চাক সমানে চলাই লৈ যোৱাটো সহজ কথা নহয়। অন্ততঃ মোৰ ক্ষেত্ৰত ই অসাৰ বুলি প্ৰমাণিত হ'ল। ৰাজনীতি কৰাৰ বাবে মোৰ সাহিত্য চৰ্চাত বহু ক্ষতি হ'ল। ছামছিং হাঞ্চেই তাৰ বাবে বৰ দুখ অনুভৱ কৰে নিজকে। সেয়ে ৰাজনৈতিক ক্ষেত্ৰৰ পৰা আঁতৰি থাকিবলৈ সকলো সাহিত্য প্ৰেমী বন্ধুকে তেওঁ পৰামৰ্শ দিয়ে।

ছামছিং হাঞ্চেয়ে বহুখিনি কাম কৰাৰ আঁচনি লৈছিল জাতিৰ বাবে। তাৰ বাবে তেওঁ ২০০০ চনৰ পিছত ৰাজনীতিৰ পৰা অব্যাহতি ল'বলৈ মনস্থ কৰিছিল। তথাপি, হায়! এয়াই নিয়তি! এবাৰ কথা আছে - 'মানুহে পাতে, ঈশ্বৰে ভাঙে' আৰু 'জন্ম হ'লে মৃত্যু হ'বই'। এয়া বিধাতাৰ নিয়ম। ছামছিং হাঞ্চেয়ো এই নিয়মৰে অধীন। ১৯৯৮ চনৰ ১৩

জ্ঞানুৱাৰীৰ মাঘ বিহুৰ উৰুকাৰ দিনাই নিজৰ পৰিবাৰ, ল'ৰা-ছোৱালী, ভাই-ভনী, পৰিয়াল বৰ্গ, বন্ধু-বান্ধৱী, সাহিত্যপ্ৰেমী ৰাইজ আৰু গুণমুগ্ধ সকলোকে কন্দুৱাই ছামছিং হাঞ্চেই চিৰ বিদায় মাগিলে এই ধৰাৰ পৰা। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল পঞ্চাশ বছৰ।

ছামছিং হাঞ্চে আমাৰ মাজত নাই। তথাপি তেওঁৰ কৰ্ম, আদৰ্শৰ লগতে তেওঁ ৰচনা কৰি থৈ যোৱা কিতাপ, প্ৰবন্ধ আদিৰ জৰিয়তে আমাৰ মাজত তেওঁ সদায় সজীৱ হৈ থাকিব আৰু এজন আধুনিক কাৰবি সাহিত্যৰ কাণ্ডাৰী, পথপ্ৰদৰ্শক ৰূপে সদায় স্মৰণীয় হৈ ৰ'ব।

# খৰছিং তেৰাং মেম্বৰ

**বিদ্যাছিং ৰংপি**

সুকীয়া কাৰবি আংলং (তেতিয়াৰ মিকিৰ পাহাৰ) জিলা দাবী কৰা অন্যতম নেতা, পাহাৰীয়া জনজাতি, বিশেষকৈ কাৰবি জাতিৰ সাংবিধানিক ৰক্ষা কবচ স্বৰূপ সংবিধানৰ ষষ্ঠ অনুসূচীৰ আধাৰত জিলা পৰিষদ গঠনৰ প্ৰধান পৃষ্ঠপোষক তথা আনয়নকাৰী জননায়ক, চিৰনমস্য স্বৰ্গীয় খৰছিং তেৰাং আজি কাৰবি আংলঙৰ জনসাধাৰণৰ বাবে এটি পৰিচিত নাম। এইজনা নেতাৰ নীতি-আদৰ্শ আৰু জাতিৰ বাবে যোগোৱা অৰিহণা কীৰ্তিকলাপসমূহ আজি জিলাখনৰ সকলো সম্প্ৰদায়ৰ, বিশেষকৈ কাৰবিৰ সকলো স্তৰৰ জনসাধাৰণৰ অন্তৰত বিদ্যমান। এই বিষয়ে তেওঁলোকৰ প্ৰতিটো গানত, কবিতাত গল্পত প্ৰতিফলিত। কিন্তু এইজনা মহান নেতাৰ পৰিচয় কাৰবি আংলঙৰ বাহিৰে অসমৰ আকাশতো সিমান উজ্জ্বল নহয়। তেওঁৰ পৰিচয় এজন প্ৰথম বিধান পৰিষদ (লেজিচ্লেটিভ্ কাউন্সিল)ৰ সদস্য আৰু সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা পৰিষদৰ প্ৰথম মুখ্য কাৰ্যবাহী সদস্য ৰূপেহে সীমিত। কিন্তু বাস্তৱিকতে কাৰবি আংলং জিলা গঠন প্ৰক্ৰিয়াত এইজনা নেতাৰ অৱদান আছিল অপৰিসীম আৰু অতুলনীয়।

কাৰবি জনসাধাৰণৰ মাজত বহুল ৰূপত 'খৰছিং মেম্বৰ' বুলি পৰিচিত এইজনা নেতাৰ জন্ম হয় ১৯০৬ চনত বৰ্তমান দুৱাৰদিছা মৌজাৰ অন্তৰ্গত ইংলংপ (সিংহাসন)ৰ নামনি জৰ্লেপ থেদংপী জুৰি এটাৰ দাঁতিকাষৰীয়া ৰ'টেবাংলাংছ' নামৰ গাঁৱত। তেওঁৰ পিতৃৰ নাম লংকাম (ছাৰইক) তেৰাং আৰু মাতৃৰ নাম কাকু তিমুং'পী। লংকাম তেৰা দুৱাৰদিছা মৌজাৰ মৌজাদাৰ, তেওঁ থেদংপীৰ ৰ'তেৰাংলাংছ' গাঁৱৰ মুৰব্বী, গাওঁবুঢ়া তেওঁৰ দুগৰাকী পত্নীৰ ছটা সন্তানৰ ভিতৰত খৰছিং তেৰাং চতুৰ্থ সন্তান আৰু তিনিজন পুত্ৰৰ ভিতৰত খৰছিং তেৰাং তেওঁলোকৰ জ্যেষ্ঠ পুত্ৰ। তেওঁৰ দুজন ভাতৃৰ নাম যথাক্ৰমে কানিযা আৰু দিলিৰাম।

উৰ্বৰা মাটিৰ সন্ধানত কাৰবিসকলে বাসস্থান সততকাই সলনি কৰে। প্ৰতি তিনি-চাৰি বছৰৰ মূৰে মূৰে এই ধৰণৰ স্থানান্তৰকৰণ সচৰাচৰ কৰা হয়। মৌজাদাৰ লংকাম তেৰাঙেও উৰ্বৰা মাটিৰ সন্ধানতে থেদংপীৰ ৰ'তেৰাংলাংছ'ৰ পৰা ক্ৰ'মে ৰংমানপি, থাৰমিত আংলং আদি ঠাইত পৰ্যায়ক্ৰমে নতুনকৈ গাওঁ পাতি বাস কৰে। তেতিয়া খৰছিং তেৰাঙৰ ল'ৰালি কাল। তেওঁ শৈশৱ কালত এনেদৰে ইখন ঠাইৰ পৰা সিখন ঠাইলৈ ভ্ৰমি ফুৰিব লগীয়া হৈছিল।

স'ৰালি কালত খৰছিং তেৰাং চঞ্চল প্ৰকৃতিৰ স্বভাৱৰ আছিল। তেওঁ দুষ্টালি কৰিও ভাল পাইছিল। তেওঁৰ দুষ্টালিৰ বাবে মাক-বাপেকে ওচৰ-চুবুৰীয়াৰ পৰা প্ৰায়ে ওজৰ-আপত্তি শুনিবলগীয়া হৈছিল। তাৰ বাবে তেওঁক কঠোৰভাৱে শাসন কৰিব লগীয়াও হৈছিল। কিন্তু মুক্ত বিহংগমৰ দৰে খৰছিং তেৰাঙে কঠোৰ শাসন নেওচি ল'ৰালিৰ প্ৰকৃত আনন্দ উপভোগ কৰিছিল বিনাদ্বিধাই। অৱশ্যে তেওঁ দুষ্টালি কৰিছিল যদিও পৰোপকাৰী আছিল। সৰু কালৰ পৰাই আনক নেতৃত্ব দিয়াৰ গুণ তেওঁৰ গাত ফুটি উঠিছিল। নৈত সাঁতোৰা, নাও বোৱা, ধেনু-কাড় আৰু বাটলু গুটিৰে চৰাই-চিৰিকতিৰ চিকাৰ কৰা আদিত তেওঁ সদায়ে সমনীয়াৰ নেতৃত্ব দিছিল। এই গুণ পৰৱৰ্তী কালত খৰছিং তেৰাঙৰ গাত পৰিস্ফুট হোৱাটো সকলোৱে দৃষ্টিগোচৰ হৈছিল।

খৰছিং তেৰাং দহ বছৰ বয়সত শিক্ষাৰ পাতনি মেলে। অসমখনো তেতিয়া ব্ৰিটিছৰ আমোলত। সমগ্ৰ অসমখনৰ লগতে কাৰবি পাহাৰতো তেতিয়া শিক্ষাৰ পোহৰ কিছু পৰিমাণে হ'লেও পৰিছিল। অশিক্ষিত মৌজাদাৰ লংকাম তেৰাঙেও শিক্ষাৰ প্ৰযোজনীয়তা অনুভৱ কৰিব পাৰি পুত্ৰ খৰছিঙক আধুনিক শিক্ষাৰে জীৱন গঢ় দিবলৈ নিশ্চযতা গ্ৰহণ কৰে। কিন্তু সমুখত তেতিয়া পাহাৰ সদৃশ সমস্যা। দাঁতি-কাষৰীয়া অঞ্চলত তেতিয়া নাছিল কোনো পঢ়াশালিৰ ব্যৱস্থা। তাৰ বাবে যাব লাগিব সুদূৰ গোলাঘাটলৈ অথবা ভেয়ামৰ চহৰলৈ। যাতায়াতৰ তেতিয়া কোনো সুব্যৱস্থা নাছিল। পাহাৰীয়া লুংলুঙীয়া পথেই আছিল যাতাযাতৰ একমাত্ৰ সম্বল। সেইকালত অটব্য অৰণ্য থাৰমিত আংলং গাঁৱৰ পৰা সুদূৰ গোলাঘাটলৈ যোৱাটো এক প্ৰকাৰ দুঃসাধ্য আৰু অবিশ্বাস্য আছিল। তথাপি এনে দুঃসাধ্য অবিশ্বাস্য পথেৰে দেউতাক লংকাম তেৰাঙে খৰছিঙক লৈ গৈছিল সুদূৰ গোলাঘাটলৈ। দেউতাকে তেওঁক গোলাঘাটৰ আমোলাপট্টি আদৰ্শ এম ভি স্কুলত নামভৰ্তি কৰাই থৈ আহিল। সেযা আছিল ১৯১৭ চন। তেতিয়া স্কুলৰ প্ৰধান শিক্ষক আছিল কণকলাল হাজৰিকা। অচিনাকি ঠাই অচিনাকি মানুহৰ মাজত থাকি খৰছিঙৰ প্ৰথমে অকণো ভাল লগা নাছিল, বৰ আচহুৱা আচহুৱা অনুভৱ কৰিলে তেওঁ। তথাপি আধুনিক শিক্ষাৰে তেওঁ শিক্ষিত হ'বই লাগিব। সেয়ে আচহুৱা পৰিবেশতে তেওঁ ধৈৰ্য্য সহকাৰে শিক্ষা গ্ৰহণ কৰাৰ পণ ল'লে। দেউতাকে তেওঁক গোলাঘাটৰ গোলাপ বৰবৰাৰ ঘৰৰ চৌহদত ছাত্ৰাবাস সাজি থাকিবলৈ ব্যৱস্থা কৰি দিছিল। তেনে সময়তে তেওঁৰ সহপাঠী বংলং তেৰাং, ছং বে, চন্দ্ৰছিং তেৰাং, মজাছিং তেৰাং আদি লোকৰ সৈতে চিনা পৰিচয় হয়। তেনেদৰে তেওঁ গোলাঘাট আদৰ্শ এম ভি স্কুলতে সপ্তম শ্ৰেণীলৈকে পঢ়ে। খৰছিং তেৰাং মেধাবী ছাত্ৰ আছিল আৰু তেওঁ ছাত্ৰাৱস্থাত চৰকাৰী বৃত্তিও লাভ কৰিছিল। কিন্তু এক অনিবাৰ্য ঘৰুৱা সমস্যাত তেওঁ সিমানতে শিক্ষা জীৱন সমাপ্ত কৰিবলগীয়া হয়। কাৰণ তেতিয়া তেওঁৰ পিতৃ লংকাম তেৰাং বাৰ্ধক্যজনিত ৰোগত শয্যাগত। পিতৃৰ উত্তৰাধিকাৰী হিচাপে ঘৰুৱা দায়িত্ব বহন কৰিবলৈ

তেওঁ স্বগৃহলৈ প্ৰত্যাৱৰ্তন কৰিবলগীয়া হয়। খৰছিং তেৰাঙৰ উচ্চ শিক্ষাৰ সপোন সিমানতে অন্ত পৰিল।

খৰছিং তেৰাঙে গোলাঘাটত শিক্ষা গ্ৰহণ কৰি থাকোঁতেই পিতৃ মৌজাদাৰ লংকাম তেৰাঙে থাৰমিত আংলং গাওঁখন এৰি ৰংচিংহম নামৰ ঠাইত নতুনকৈ গাঁও স্থাপন কৰিবৰ বাবে উঠি আহে। এইখন গাঁৱত থাকোঁতে ডিমাপুৰ নিবাসী লাংটুক ৰংপিৰ কন্যা কাৰে ৰংপিপীৰ সৈতে খৰছিং তেৰাঙৰ শুভ-বিবাহ সম্পন্ন হয়। এই প্ৰসংগত এটা আমোদজনক কথা আছে। তেতিয়াৰ দিনত ভিতৰুৱা কাৰবি গাঁৱৰ বাইজে ৰেল গাড়ী অথবা যান্ত্ৰিক যান-বাহন কোনো দিন দেখা পোৱা নাছিল। খৰছিং তেৰাঙৰ বিযাত ডিফুৰ পৰা ডিমাপুৰ আৰু ডিমাপুৰৰ পৰা ডিফুলৈ ৰেল গাড়ীৰে অহা-যোৱা ব্যৱস্থা কৰা হৈছিল। কোনো দিন ৰেল গাড়ী দেখা নোপোৱা নিৰ্বোধ কাৰবি সকলে ৰেলগাড়ীত উঠিবলৈ পাই পৰম আনন্দ আৰু তৃপ্তি অনুভৱ কৰিছিল। সেইসকলৰ বাবে সেযা জীৱনত পাহৰিব নোৱাৰা এটা মধুৰ আৰু স্মৰণীয় অভিজ্ঞতা আছিল। পৰৱৰ্তীকালত সেযা এক ইতিহাসত পৰিণত হৈছিল।

বিযাৰ কিছু বছৰ পাছতে পিতৃ লংকাম তেৰাঙৰ অবস্থা শোচনীয হৈ পৰিছিল। আনহাতে ঘৰত নিষ্কৰ্মা হৈ দিন যাপন কৰা খৰছিং তেৰাং প্ৰাযে অস্থিৰ হৈ পৰিছিল নতুন কিবা এটা কৰাৰ তাগিদাত। তদুপৰি ঘৰৰ আৰ্থিক অৱস্থাৰো ক্ৰমাৎযে অৱনতি ঘটিছিল। ক্ৰমাৎযে অৱনতিৰ দিশে গতি কৰা আৰ্থিক অৱস্থালৈ চাই খৰছিং তেৰাঙে ব্যৱসায়, বাণিজ্য কৰাটোৱে উত্তম উপায বুলি বিবেচনা কৰিলে। তাৰ বাবে উপযুক্ত স্থান বুলি বিবেচনা কৰি তেওঁ সপৰিযালে ৰংচিংহমৰ পৰা ক্লাংফং (বৰ্তমান মহংডিচুৱা) অঞ্চললৈ উঠি আহি গাঁও পাতিলে। মহংডিচুৱাতে তেওঁ প্ৰথমে এখন সৰু দোকান দি ব্যৱসায আৰম্ভ কৰিলে।

কালক্ৰমত অন্য সামগ্ৰীৰ লগতে খৰছিঙে কানিৰ ব্যৱসায়ো আৰম্ভ কৰি দিয়ে। তেতিয়া কানিৰ অবাধ প্ৰচলন সমগ্ৰ দেশত ইংৰাজসকলৰ চক্ৰান্তত। কানিয়ে বোলে দুৰাৰোগ্য ৰোগত মহৌষধ হিচাপে কাম কৰিব। এই ধাৰণা লৈয়ে বহুতো কাৰবি পৰিয়ালে জীৱনৰ সৰ্বস্ব হেৰুৱালে কানি সেৱনত। এসময়ত কানি খোৱা ব্যক্তি মানে সমাজৰ আগশাৰীৰ সম্মানীয় ব্যক্তি হিচাপে উপস্থাপন কৰা হ'ল। কানিৰ ব্যৱসায়ত সৰ্বাধিক লাভ দেখি খৰছিঙে কানিৰ মহলদাৰ হিচাপে ব্যৱসায় আৰম্ভ কৰে। অৱশ্যে পাছত ইয়াৰ সৰ্বাত্মক অপকাৰিতাৰ বিষয়ে অৱগত হোৱাত তেওঁ এই ব্যৱসায় এৰি দিয়ে আৰু এই দায়িত্ব ভায়েক জিলিৰামক অৰ্পণ কৰে।

সেইখিনি সময়তে বাৰ্দ্ধক্যজনিত অসুখত পৰি এদিন খৰছিং তেৰাঙৰ পিতৃ লংকাম তেৰাঙে ইহজগতৰ পৰা চিৰবিদায মাগে। পিতৃৰ বিয়োগত জ্যেষ্ঠ সন্তান হিচাপে খৰছিং

তেৰাঙে মৌজাখন চলোৱাৰ দায়িত্ব বহন কৰিবলগীয়া হ'ল। তেতিয়াৰ পৰা তেওঁ 'খৰছিং তেৰাং মৌজাদাৰ' হিচাপে জনাজাত হয়। তেনেলৰে কিছু বছৰ মৌজাখন চলোৱাৰ পাছত তেওঁ সেই মৌজাখন দুৰাবদিছু আৰু বৰজান নামেৰে দুখন মৌজাত বিভক্ত কৰে আৰু দুৰাবদিছু মৌজাখনৰ চলোৱাৰ দায়িত্ব প্ৰথমেক (খুৰায়েকৰ ল'ৰা) চন্দ্ৰছিং তেৰাঙৰ ওপৰত ন্যস্ত কৰে। এই কাৰ্যৰে তেওঁ উদাৰতা আৰু নিঃস্বাৰ্থৰ পৰিচয় দাঙি ধৰে।

খৰছিং তেৰাঙে মৌজাদাৰী দায়িত্বত কাৰ্যনিৰ্বাহ কৰি থাকোঁতেই সামাজিক আৰু ৰাজনৈতিক কাৰ্যত জড়িতহৈ পৰে। তেওঁ মৌজাদাৰহৈ থাকোঁতে ১৯৩৭ চনৰ নিৰ্বাচনত তেওঁৰ একমাত্ৰ প্ৰতিদ্বন্দী থেংকুৰছিং ইংতিক পৰাস্ত কৰি অসম লেজিছলেটিভ্ কাউন্সিলৰ সদস্য পদলৈ নিৰ্বাচিত হয়। সেই নিৰ্বাচনত মাথোঁ চৰকাৰী গাঁওবুঢ়া সকলেহে ভোটাধিকাৰ সাব্যস্ত কৰিব পাৰিছিল। এই নিৰ্বাচনত নিৰ্বাচিত হোৱাত তেওঁ প্ৰথম কাউন্সিলৰ নিৰ্বাচিত সদস্য হোৱাৰ কৃতিত্ব অৰ্জন কৰে। তেওঁ পুনৰ ১৯৪২ চনত ছেমছনছিং ইংতি (থেংকুৰছিংৰ পুত্ৰ) আৰু বাঁকো টেৰণক পৰাস্ত কৰি অসম বিধান সভালৈ নিৰ্বাচিত হয় আৰু মৃত্যু পৰ্যন্ত একজন বিচক্ষণ, সুযোগ্য আৰু নিষ্ঠাবান বিধায়ক হিচাপে ৰাইজলৈ সেৱা আগবঢ়ায়।

খৰছিং তেৰাং মৌজাদাৰী দায়িত্বত থকা কালছোৱাতে কাৰবি জাতিৰ বাবে এখন সুকীয়া জিলা গঠনৰ মুখ্য পৃষ্ঠপোষক আৰু অগ্ৰণী নেতা কাৰবি জাতিৰ পিতা স্বৰূপ এক মহান ব্যক্তি ছেমছনছিং ইংতি বৃত্তিত একজন স্কুল উপ-পৰিদৰ্শক আছিল। কাৰবি জাতিৰ উন্নতিৰ ক্ষেত্ৰত ব্ৰিটিছ চৰকাৰৰ লগত মতান্তৰ ঘটাত তেওঁ ১৯৪১ চনত চাকৰি ইস্তফা দিয়ে আৰু কাৰবি আংলঙৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমণ কৰি সুকীয়া জিলা গঠনৰ প্ৰয়োজনীয়তা আৰু পদ্ধতিৰ সম্পৰ্কে ৰাইজক অৱগত কৰি পূৰ্ণ সমৰ্থন আদায় কৰিবলৈ আৰু জনমত গঠন কৰিবলৈ চেষ্টা চলায়। সেইখিনিৰ সময়তে তেওঁ খৰছিং তেৰাং, ছাৰছিং টেৰণ, ছং বে, হাৰছিং ইংতি, বাছু কাথাৰ, মণিৰাম লাংনে, চিংকাং তেৰাং আদি অগ্ৰণী নেতাৰ লগত পৰিচয় ঘটে আৰু কাৰবি জাতিৰ সৰ্বাংগীণ উন্নতিৰ বাবে উমৈহতীয়াভাৱে বাস কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। তেওঁলোকে একেলগে কাৰবি আংলঙৰ বিভিন্ন অঞ্চল ঘূৰি কাৰবি জনসাধাৰণৰ জিলা দাবীৰ সম্পৰ্কে জনমত গঠন কৰে আৰু তেওঁলোকৰ আন্দোলন পৰিচালনা কৰিবৰ বাবে এখন সামাজিক-ৰাজনৈতিক মঞ্চ গঠন কৰাৰ সিদ্ধান্ত লয়। সেই মৰ্মে ১৯৪৫ চনত কঠালগুৰিত এখনি বিৰাট ৰাজহুৱা সভা আহ্বান কৰা হয়। সেইখন সভাতে 'কাৰবি আদৰবাৰ' (কাৰবি মহাসভা) নামৰ এক সামাজিক-ৰাজনৈতিক সংগঠনে জন্ম লাভ কৰে। সংগঠনটোৰ প্ৰথম সভাপতি আছিল ছাৰছিং টেৰণ (হাবাই) আৰু সম্পাদক আৰু ছেমছনছিং ইংতি। খৰছিং তেৰাঙো একজন সদস্য ৰূপে নিৰ্বাচিত হয়।

নৱগঠিত কাৰবি আদৰবাৰৰ প্ৰথম পূৰ্ণ পৰ্যাযৰ অধিবেশন অনুষ্ঠিত হয ১৯৪৬ চনত নগাঁও জিলাৰ বৰ্তমান হোজাই চহৰৰ পৰা প্ৰায় ৯ কি মি দক্ষিণে এৰা কপিলীৰ পাৰত অৱস্থিত দিপুৰ নামৰ কাৰবি গাঁৱৰ সমীপৰ হাৱাইপুৰত। উক্ত সভাত বিশিষ্ট অতিথি ৰূপে উপস্থিত থাকে তেতিয়াই নগাঁও জিলাৰ উপায়ুক্ত ৰবীন্দ্ৰ ৰাম খাউণ্ড, নগাঁৱৰ স্কুলসমূহৰ পৰিদৰ্শক বন্ধুৰাম কছাৰী, অসমৰ প্ৰাক্তন মন্ত্ৰী মহেন্দ্ৰ নাথ হাজৰিকা আদি নেতা। আৰু অধিবেশনখনত পৌৰোহিত্য কৰে নগাঁৱৰ বিশিষ্ট শিক্ষাবিদ মহেশ চন্দ্ৰ দেব গোস্বামীয়ে। অধিবেশনখনি সকলো দিশতে সাফল্যমণ্ডিত হয।

ব্ৰিটিছৰ আমোলত নিজৰ সুকীয়া জিলা নথকা হেতুকে খিলঞ্জীয়া কাৰবিসকলে অসমৰ বিভিন্ন প্ৰান্তত সিঁচৰতি হৈ বসতি কৰিছিল। বিশেষকৈ তেতিযাৰ শিৱসাগৰ আৰু নগাঁও জিলাৰ পাহাৰীযা অঞ্চলবোৰ কাৰবিসকলৰ প্ৰধান বাসস্থান ৰূপে চিহ্নিত হৈছিল। বৰ্তমান গঠিত জিলাখনৰ পূৰ্বে ওঠৰ শতিকাৰ মধ্যৱৰ্তী কালতো অসমৰ কাৰবি অধ্যুষিত অঞ্চলবোৰক সামৰি 'মিকিৰ হিলছ্' নামে এখনি জিলা গঠন কৰা হৈছিল। এই বিষযে এঠাইত উল্লেখ আছে ঃ "The tract of country situated in the Now-Gong District, called the Meekir Hills, extends from the kuleance river east to the Jummonah river west Dubboka, about sixty miles in length, or seven day's journey On the north the Meekir hills bounded by the plains of the Meekirpar Mahal, the Mongahs of Rungabegur, Kageerunga, and Bokakhat From north to south, to Jomoonah river, the distance in a straight line may be thirty-five or forty miles The Meekir villages and cultivations extend eastward only as far as the Kuleance river in Morung Beyond that river the Rengmah boundary commences and terminates with the Seebsagur district " (Travels in Assam, 1855)

অসম বিধান সভাৰ বিধাযক হৈ থাকোঁতে খৰছিং তেৰাঙে দেখিলে যে, কাৰবি গাঁওবোৰত যাতাযাতৰ কোনো ব্যৱস্থা নাই আৰু কোনো প্ৰাথমিক বিদ্যালয নাই। অৰ্থনৈতিক অৱস্থা অতিকৈ শোচনীয। পাহাৰীযা কাৰবিসকলে আলু-কচু আদি খাযে জীৱন নিৰ্বাহ কৰিবলগীযা হৈছিল। বেমাৰ আজাৰৰ বাবে একমাত্ৰ ভৰসা ভগৱান আৰু বেজালি। পূজা-পাতল কৰাৰ বাহিৰে আধুনিক চিকিৎসাৰ কোনো সু-ব্যৱস্থা নাছিল। খোৱা পানীৰ সু-বন্দোবস্তৰ কথা সপোনৰো অগোচৰ আছিল। কাৰবিসকলৰ এই দুৰ্দশাই খৰছিং তেৰাঙৰ মনক অতিকৈ বেদনাগ্ৰস্ত কৰি তুলিছিল। তেওঁৰ অন্তৰত নানা চিন্তা আৰু ভাৱনাৰ উদ্ৰেক হয। এনেহেন পিছ পৰা জাতিটোৰ উন্নতি তথা মংগলৰ বাবে তেওঁ গভীৰভাৱে চিন্তা কৰিবলৈ ধৰিলে। তাৰ বাবে এটা সুকীয়া প্ৰশাসনিক ব্যৱস্থাৰ কথাযো তেওঁৰ মনত বাৰে বাৰে আন্দোলিত কৰি যাবলৈ ধৰিলে। এই চিন্তা-ভাৱনাৰ মাজতে তেওঁ কাৰবি গাঁওবোৰত সভা-সমিতি পাতি সুকীযা জিলা গঠনেৰে এটা সুকীয়া

প্ৰশাসনিক ব্যৱস্থাৰ আৱশ্যকতাৰ কথা বাইজক অৱগত কৰিবলৈ ধৰিলে। তেনে সময়তে সম্যক ধাৰণা আৰু আদৰ্শৰে উদ্বুদ্ধ কাৰবি বাইজৰ সমাজ-হিতৈষী হেমছনছিং ইংতি, বংলং তেৰাং, ছং বে, মণিৰাম লাংনে, বীৰেণ টেকা, চিণ্ড়াং ক্ৰোৰাং, হাৰছিং টেৰণ (হাবাই), হাৰছিং ইংতি (হাবাই), জন কাথাৰ, বাচ্ছা কাথাৰ, জেভিডলং ইংহি আদি নেতাসকলৰ সান্নিধ্য লাভ কৰে আৰু সকলোৰে মিলি কাৰবি জাতিৰ উন্নতিৰ বাবে এখন সুকীয়া জিলা গঠনৰ দাবীৰ পোষকতা কৰে।

তেতিয়া অসমৰ ৰাজ্যপাল আছিল চাৰ ৰবাৰ্ট নীল ৰীড। এইজনা ৰাজ্যপাল ওচৰত বিধায়ক খৰছিং তেৰাঙৰ নেতৃত্বত এটা সৰ্বজাতি দলে কাৰবিসকলৰ অভাৱ-অভিযোগ তথা দুখ-দুৰ্গতিৰ বৰ্ণনাৰে এখনি স্মাৰক-পত্ৰ প্ৰদান কৰিবলৈ সমৰ্থ হয়। স্মাৰক-পত্ৰত উল্লিখিত বিষয়বোৰৰ সন্দৰ্ভত চৰজমিন তদন্ত আৰু চাক্ষুস অনুধাৱনৰ বাবে ৰাজ্যপাল-গৰাকীয়ে কাৰবি আংলং ভ্ৰমণ কৰাৰ আশ্বাস দিয়ে। এই আশ্বাসৰ ভিত্তিতে ১৯৩৯ চনৰ ১৯ ডিচেম্বৰৰ দিনা মহানুভৱ অসমৰ ৰাজ্যপাল চাৰ ৰবাৰ্ট নীল ৰীড চাহাবে কাৰবি অধ্যুষিত অঞ্চলবোৰত পদযাত্ৰাৰে ভ্ৰমণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। এই যাত্ৰাত ১৯ ডিচেম্বৰৰ পৰা একেৰাহে চৈধ্য দিনৰ সময় লয়। আৰু ক্ৰমে ডিফু, মহংডিচুৱা (মহেনদিজুৱা) মালাছি, আদি দুৰ্গম পাহাৰীয়া অঞ্চল অতিক্ৰম কৰি বোকাখাত হৈ ৰাজপালগৰাকীয়ে নগাঁওলৈ প্ৰত্যাবৰ্তন কৰে।

ৰাজ্যপালগৰাকীয়ে ডিফু-মহংডিচুৱা হৈ বোকাখাতলৈ পদযাত্ৰা কৰাৰ সময়ত মহংডিচুৱা নামৰ ঠাইত শিবিৰ পাতে। ৰাজ্যপালগৰাকীৰ থকা-মেলা সুবিধাৰ বাবে কাৰবিসকলে বাঁহ-খেৰেৰে আটোম-টোকাৰিকৈ এখনি কাৰবি পৰম্পৰাগত চাংঘৰ নিৰ্মাণ কৰি অস্থায়ী শিবিৰৰ ব্যৱস্থা কৰে। এই শিবিৰত থকা সময়তে তেৰাং প্ৰমুখ্যে জিলা গঠনৰ পোষকতা কৰা নেতৃবৃন্দই কাৰবি বাইজৰ এশ এবুৰি সমস্যা তথা বন্দিনীয়া আশা আকাংক্ষাৰ এখনি কাৰবি জিলাৰ সম্পৰ্কে বিতংভাবে ৰাজ্যপালগৰাকীক অৱগত কৰিবলৈ সুযোগ পায় আৰু তেতিয়াই হেমছনছিং ইংতিৰ দ্বাৰা যুগুতোৱা এখন তথ্য-সমৃদ্ধ স্মাৰক-পত্ৰও প্ৰদান কৰা হয়। স্মাৰক-পত্ৰত বিশেষকৈ কাৰবি জাতিৰ সৰ্বাংগীন উন্নতিৰ বাবে এখন সুকীয়া কাৰবি পাহাৰ জিলা গঠনৰ পোষকতাৰে জোৰদাৰ দাবী তোলে।

ৰাজ্যপালগৰাকীয়ে কেম্প কৰি থকাৰ সুযোগতে খৰছিং তেৰাঙে মহংডিচুৱাত এখন ডাঙৰ ৰাজহুৱা সভাও আহ্বান কৰে। উক্ত সভাত ৰাজ্যপাল চাৰ ৰবাৰ্ট নীল ৰীডৰ লগতে তেতিয়াৰ গোলাঘাট মহকুমাৰ মহকুমাধিপতি মহম্মদ জেহেৰুল হক্ চাহাবো উপস্থিত আছিল বুলি কোৱা হয়।

মহংডিচুৱাৰ পৰা ৰাজ্যপালগৰাকীয়ে মালাছি পথাৰ হৈ বোকাখাটলৈ যায়। সুদীৰ্ঘ হাবিতলীয়া পাহাৰীয়া দুৰ্গম পথ অতিক্ৰম কৰোঁতে ৰাজ্যপালগৰাকীৰ সম্পূৰ্ণ চৈধ্যদিন

সময়ৰ প্ৰয়োজন হৈছিল। এই চৈধ্যদিনীয়া কষ্টজনিত ভ্ৰমণত কাৰবি বাইজৰ হৈ ছেমছিং ইংতি আৰু ছং বে ডাঙৰীয়াই ৰাজ্যপালগৰাকীক সংগ দিছিল আৰু তেওঁলোকেই যাত্ৰাটোৰ পথ-প্ৰদৰ্শক আছিল। ছেমছনছিং ইংতি আৰু চং বেয়ে পথ-প্ৰদৰ্শকৰ ভূমিকা লৈ কাৰবি জনসাধাৰণৰ দুখ-দুদৰ্শাৰ বিষয়ে আৰু সুকীয়া জিলা গঠনৰ প্ৰয়োজনীয়তাৰ বিষয়ে ৰাজ্যপালগৰাকীক অৱগত কৰা আৰু পতিয়ন নিওৱাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰে। ফল স্বৰূপে ৰাজ্যপালে তেওঁলোকৰ স্মাৰক-পত্ৰ দিল্লীৰ গৰ্ণৰ জেনেৰেল চাহাবৰ ওচৰলৈ অনুমোদনৰ বাবে পঠিওৱাৰ আশ্বাস দিয়ে। উল্লেখযোগ্য যে উপৰোক্ত যাত্ৰাত শাৰীৰিক অসমৰ্থতাৰ বাবে খৰছিং তেৰাঙে পথ-ভ্ৰমণত যোগ দিব নোৱাৰিলে। তেওঁ মহকুমাধিপতিৰ সৈতে ২নং শিবিৰৰ পৰাই প্ৰত্যাবৰ্তন কৰে।

খৰছিং তেৰাঙে সুকীয়া জিলা গঠনৰ পোষকতাৰে জনমত গঠনৰ বাবে কাৰবি অধ্যুষিত অঞ্চলসমূহত ব্যাপকভাৱে ভ্ৰমণ কৰে আৰু মেল-মিটিং পাতি ইয়াৰ আৱশ্যকীয়তাৰ সম্পৰ্কে ৰাইজক অৱগত কৰে। বিধায়ক হিচাপে খৰছিং তেৰাঙে এই ক্ষেত্ৰত বিশেষ প্ৰাধান্য দিয়ে আৰু ইয়াৰ বাবে কাৰবি সমাজত তেওঁ এজন জনপ্ৰিয় নেতাৰূপে পৰ্যবসিত হয়। তেতিয়াৰ পৰাই কাৰবি সমাজত তেওঁ 'খৰছিং মেম্বৰ' বুলি জনাজাত হয়।

জিলা গঠনৰ সন্দৰ্ভত কাৰবিসকলৰ বাবে আৰু এটা সুযোগ আহিল। চাৰ ৰবাৰ্ট নীল ৰীডৰ পাছত ১৯৪২ চনৰ এপ্ৰিল মাহত চাৰ এন্দ্ৰু' ক্লু' (Sir Andrew Clow) অসমৰ ৰাজ্যপাল হিচাপে নিযুক্ত হৈ আহে। এওঁ অসমৰ ৰাজ্যপাল হৈ পাহাৰীয়া জনজাতিসকলৰ আৰ্থ-সামাজিক তথা জীৱন-নিৰ্বাহৰ মানদণ্ড অধ্যয়নৰ বাবে আৰু ১৯৩৯ চনত চাৰ ৰবাৰ্ট নীলৰীডৰ ওচৰত দাখিল কৰা এখন সুকীয়া জিলাৰ দাবী সন্মিলিত এখনি প্ৰতিবেদনপূৰ্ণ স্মাৰক-পত্ৰৰ ওপৰত অনুসন্ধান কৰাৰ অভিপ্ৰায়েৰে কাৰবি বসতি প্ৰধান অঞ্চল ভ্ৰমণ কৰাৰ সিদ্ধান্ত লয়। সেইমৰ্মে তেওঁ ১৯৪৩ চনৰ জানুৱাৰীৰ শেষৰ দিনে ডেনআৰং (ডেনগাঁও) নামৰ ঠাইত সপৰিয়ালে উপস্থিত হয়। তেতিয়া বিধায়ক খৰছিং তেৰাং প্ৰমুখ্যে ছেমছনছিং ইংতি, লংছিং তিমুং, বাৰৈ তিমুং, নাৰেপ ৰংপি, কুৰনা বে, ডিক্ৰুত তিমুং, লাংতুক ৰংপি, চনকাৰ টেৰণ, চালুত ইংলেং, কেথে ৰংপি আদি ব্যক্তিয়ে ৰাজ্যপাল চাহাবক আদৰণি জনায়। বিধায়ক খৰছিং আৰু ছেমছনছিঙে সুকীয়া জিলা গঠনৰ দাবীৰে এখন স্মাৰক-পত্ৰ ৰাজ্যপালক প্ৰদান কৰে আৰু সুকীয়া জিলা সোনকালে গঠনৰ ব্যৱস্থা কৰিবলৈ সবিনয়ে অনুৰোধ জনায়। উক্ত স্মাৰক-পত্ৰৰ সন্দৰ্ভত ৰাজ্যপালগৰাকী ে একো আশ্বাস নিদিলে যদিও তেওঁৰ পত্নীগৰাকীয়ে সুকীয়া জিলাৰ প্ৰয়োজনীয়তা আন্তৰিকতাৰে উপলব্ধি কৰি অদূৰ ভৱিষ্যতে ইয়াৰ পূৰ্ণসমৰ্থকীয়তা ব্যক্ত কৰে। পাছত পত্নীৰ কথা মতেই ৰাজ্যপালগৰাকীয়ে এই সন্দৰ্ভত এটা প্ৰতিবেদন প্ৰস্তুত কৰি দিল্লীলৈ প্ৰেৰণ কৰে।

বিগত ন বছৰ কাল (১৯৩৯ চনৰ পৰা ১৯৪৮ চনলৈ) সজোৰে উত্থাপন কৰি অহা ন্যায্য দাবীৰ প্ৰতি সঁহাৰি জনাই ব্ৰিটিছ শাসনৰ অন্তিম মুহূৰ্তত চৰকাৰে কাৰবিসকলৰ বাবে এখন সুকীয়া জিলা গঠনৰ কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰে। এই ক্ষেত্ৰত তেতিয়াৰ ৰাজ্যপাল চাৰ ৰবাৰ্ট নীল ৰীডৰ অৱদান উল্লেখযোগ্য। তেৱেঁ জিলা গঠনৰ ক্ষেত্ৰত অনুমোদন জনাই নিশ্চিত কৰিছিল। এই অনুমোদনৰ ভিত্তিতে ভূতপূৰ্ব অসমৰ প্ৰধানমন্ত্ৰী (তেতিয়া মুখ্য মন্ত্ৰীক প্ৰধান মন্ত্ৰী বোলা হয়) লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে কাৰবি বসতি প্ৰধান অঞ্চলবোৰ সামৰি কাছাৰ জিলা উত্তৰাংশৰ সৈতে চামিল কৰি এখন নতুন জিলা গঠনৰ প্ৰস্তাৱ উত্থাপন কৰে। তেওঁ এই প্ৰস্তাৱিত জিলাখনৰ সীমা নিৰ্দ্ধাৰণৰ বাবে এখন 'সীমা নিৰ্দ্ধাৰণ কমিটি'ও গঠন কৰে আৰু উক্ত কমিটিত কাৰবি প্ৰতিনিধি হিচাপে ছেমছনছিং ইংতি, ছং বে, ছবছিং টেৰণ আৰু খৰছিং তেৰাঙৰ নাম সদস্যৰূপে সন্নিবিষ্ট কৰা হয়। এই তথাকথিত সীমা নিৰ্দ্ধাৰণ কমিটিৰ প্ৰথম বৈঠকখন অনুষ্ঠিত হয় ছিলঙত ১৯৪৮ চনত। এই বৈঠকতে কাৰবি পাহাৰ জিলাৰ সীমা নিৰ্দ্ধাৰণ কৰা হয়।

সীমা নিৰ্দ্ধাৰণ কমিটিৰ সিদ্ধান্ত মৰ্মে নগাঁও জিলাৰ দক্ষিণ-পূৰ্বাংশ, শিৱসাগৰ জিলাৰ পশ্চিমাংশ, কাছাৰ জিলাৰ উত্তৰাংশ আৰু খাচিয়া-জয়ন্তীয়া পাহাৰ জিলাৰ পূব অংশৰ পৰা কাৰবি বসতি প্ৰধান অঞ্চলসমূহ কাঢ়ি কাৰবি পাহাৰ (তেতিয়া মিকিৰ পাহাৰ আছিল) জিলা গঠন কৰা হয় আৰু ভূতপূৰ্ব মুখ্য মন্ত্ৰী বিষ্ণুৰাম মেধীৰ কাৰ্যকালতে 'সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা' নামেৰে এখন পাহাৰীয়া জিলা গঠন কৰা হয়। জিলাখন উদ্বোধন কৰে ১৯৫১ চনৰ ১৭ নৱেম্বৰ তাৰিখে।

স্বাধীন ভাৰতৰ সংবিধান গৃহীত হোৱাৰ পাছত উক্ত সংবিধান সন্নিবিষ্ট ষষ্ঠ অনুসূচীৰ অনুযায়ী অসমৰ পাহাৰীয়া জিলাসমূহক স্বায়ত্ত শাসন প্ৰদান কৰাৰ ব্যৱস্থা লোৱা হয়। সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা গঠনৰ পিছতে এই সন্দৰ্ভত চৰকাৰে কাৰ্যব্যৱস্থা গ্ৰহণ কৰে। জিলা পৰিষদ গঠনৰ সন্মতি-পত্ৰত স্বাক্ষৰ দান কৰে বিধায়ক খৰছিং তেৰাং, জন কাথাৰ, ছং বে, জয়ভদ্ৰ হাগজেৰ আৰু লাৰ চন্দ্ৰ মাইবংচাৱে। অসমৰ মুখ্য মন্ত্ৰী বিষ্ণুৰাম মেধীয়ে ১৯৫২ চনৰ ২৩ জুনত ডিফুত অনুষ্ঠিত ৰাজহুৱা সভাত জিলা পৰিষদখন আনুষ্ঠানিকভাৱে শুভ উদ্বোধন কৰে। ১৬ জনীয়া সদস্যৰে গঠিত (১২ জন নিৰ্বাচিত আৰু ৪ জন মনোনীত) জিলা পৰিষদখনৰ মুখ্য কাৰ্যপালিকা (মুখ্য কাৰ্যবাহী সদস্য) হিচাপে খৰছিং তেৰাং বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হয়।

খৰছিং তেৰাঙে মৃত্যুৰ আগলৈকে জিলা পৰিষদৰ মুখ্য কাৰ্যবাহী সদস্য আৰু বিধায়ক হিচাপে কাৰবি পাহাৰৰ জনসাধাৰণলৈ নিঃস্বাৰ্থ সেৱা আগবঢ়াই যায়। সেইখিনি সময়ত তেওঁ বহুতো উন্নয়নমূলক কাম সমাধা কৰে, আৰু সমাজ সংস্কাৰৰ কাম কৰে। তেওঁ কাৰবি পাহাৰৰ পৰা কানিৰ প্ৰচলন বন্ধ কৰিবলৈ চেষ্টা চলায়। খৰছিং তেৰাঙৰ এটা উল্লেখযোগ্য সমাজ সংস্কাৰৰ প্ৰচেষ্টা হ'ল— বাঘৰ আক্ৰমণত মৃত্যু বৰণ কৰা মৃতকক

অপ-মৃত্যু আখ্যা দিয়াৰ পৰা বিৰত ৰখা। কাৰবিসকলে তেনে মৃত্যুক অপ-মৃত্যু আখ্যা দিয়ে আৰু মৃতকৰ পাৰ্থিব দেহটো 'ওবচা' (এই কামৰ বিশেষ পুৰোহিত)ৰ দ্বাৰা শুদ্ধিকৰণ নকৰালৈকে মৰিশালিত শৱদাহ কৰিব নোৱাৰে আৰু গাঁৱৰ মানুহৰ লগত আদান-প্ৰদান, আহ-যাহ কৰিব নোৱাৰে। এই প্ৰথাৰ দ্বাৰা বিপদগ্ৰস্ত ব্যক্তিক অধিক বিপদ জাপি দিয়াৰ দৰে হয়। খৰছিং তেৰঙে এই অন্ধ বিশ্বাস বিলুপ্তি ঘটাব বাবে আপ্ৰাণ চেষ্টা কৰে। তেওঁৰ প্ৰচেষ্টা সম্পূৰ্ণ সফল নহ'লেও আংশিকভাৱে জিলাখনৰ কিছুমান অঞ্চলত বিশেষকৈ দিলাই, ইদিপি আদিত এই কু-প্ৰথা লোপ পায়। তেওঁৰ অন্য এটা অৱদান হ'ল - কাৰবি গাঁওবোৰৰ পুনৰ সংস্থাপন আৰু সংগঠন। কাৰবি ৰাইজক যাযাবৰী জীৱন পৰিত্যাগ কৰি স্থায়ীভাৱে গাঁত পাতি বাস কৰা, লগতে সৰু সৰুকৈ গাঁত পাতি বাস কৰাৰ পৰিবৰ্তে ডাঙৰ আদৰ্শ গাঁও পাতি বাস কৰিবলৈ ৰাইজক বুজনি দি তেনে গাঁও স্থাপন কৰাটো তেৰাঙৰ অন্য এক উল্লেখনীয় অৱদান। এই সন্দৰ্ভত তেৰাঙে জিলা পৰিষদৰ পৰা কাৰ্য-ব্যৱস্থা গ্ৰহণ কৰিছিল।

এয়া উল্লেখযোগ্য যে ১৯৪৫ চনত গঠন কৰা কাৰবি আদৰবাৰৰ ১৯৫১-৮২ বৰ্ষৰ বাবে খৰছিং তেৰাংদেৰে সভাপতি পদৰ দায়িত্ব বহন কৰিব লগীয়া হয। অৱশ্যে তেওঁৰ কাৰ্যকালত কাৰবি আদৰবাৰৰ তৰফৰ পৰা বিশেষ উল্লেখযোগ্য কামৰ খতিয়ান পাবলৈ নাই।

খৰছিং তেৰাঙৰ জীৱন আছিল অতিকৈ কৰ্মব্যস্ত। এই কৰ্মব্যস্ততাৰ মাজতে ১৯৫৫ চনৰ ২৮ নৱেম্বৰত কাৰবি জনপ্ৰিয় নেতা খৰছিং তেৰাং মেম্‌ৰেহে জগতৰ পৰা বিদায় মাগে।

তেতিয়া নৱেম্বৰ মাহ, যদিও শীতৰ প্ৰাবল্য অধিক আছিল। লগতে ডিফু-ডবকা পথৰ নিৰ্মাণ হোৱা নাছিল। তেৰাঙে এদিন ৰাতিপুৱা হুড নথকা জীপ গাড়ীৰে ডিমাপুৰৰ পৰা নুমলীগড, নগাঁও, যোৰাবাট হৈ ছিলঙলৈ বুলি যাত্ৰা কৰে। বিধান সভাৰ শীত কালীন অধিবেশনত উপস্থিত থাকিবৰ বাবে। তেওঁ নিশাটো গুৱাহাটীত থাকি পিছ দিনাই ছিলঙলৈ যায়। অতিকৈ ঠেৰেঙা লগা শীত হাড কঁপোৱা জাৰৰ মাজতে হুড নথকা জীপ গাড়ীৰে যাব লগীয়া হোৱাত তেওঁ অসুস্থহৈ পৰিল। তেওঁক ততাতৈয়াকৈ ছিলঙৰ অসামৰিক চিকিৎসালয়ত ভৰ্তি কৰা হ'ল চিকিৎসাৰ বাবে। কিন্তু তেওঁৰ বেমাৰ উপশম হোৱাৰ পৰিবৰ্তে ক্ৰমান্বয়ে বেযাৰ পিনেহে ঢাল খাব ধৰিলে। চিকিৎসকসকলৰ আপ্ৰাণ চেষ্টা বিফলে গ'ল। সম্পূৰ্ণ দহ দিন শয্যাগত হৈ ১৯৫৫ চনৰ ২৮ নৱেম্বৰত তেৰাঙে চিৰ বিদায় মাগিলে। কাৰবি আংলং ৰাইজ দিশহাৰাহৈ পৰিল।

স্বৰ্গীয় খৰছিং তেৰাঙৰ সহধৰ্মিণী আছিল পাঁচজনী। তেওঁলোক হ'ল ক্ৰমে কাবেং ৰংপিপী, কাৰে ৰংহাংপী, ছিমিজি তিমুংপী (খাচিয়ানী), কাদে তিমুংপী আৰু কাবে

বংপিপী। উল্লেখযোগ্য যে তেৰাঙে প্ৰতি গৰাকী ভাৰ্যাৰ মৃত্যুৰ পাছতে আন এগৰাকীৰ পাণি গ্ৰহণ কৰিছিল। তেওঁলোকৰ দুজন পুত্ৰসহ, দহজনী জীয়ৰী। প্ৰথম পত্নীৰ ক্ৰমে কাদম, কাছাং, ছিকা, ছাৰ্থেছিং আৰু খয়া, দ্বিতীয়ৰ কাভ্‌ আৰু কাজৰ, তৃতীয়ৰ বিবি (মাৰ্জৰি) আৰু খুল্লুং (মেৰেঙ্গ), আৰু পঞ্চমজনীৰ ক্ৰমে কাদমহ্‌, কাছাংহ্‌ আৰু ছিকাহ্‌। চতুৰ্থ পত্নীজনী নিঃসন্তান আছিল। তেৰাঙৰ জ্যেষ্ঠপুত্ৰ ছাৰ্থেছিং তেৰাঙো পাছত কাৰবি আংলং জিলা পৰিষদৰ কাৰ্যবাহী সদস্যৰূপে মনোনীত হয়।

খৰছিং মেম্‌বৰ আজি আমাৰ মাজত নাই। তথাপি তেওঁৰ অৱদান, নিঃস্বাৰ্থ সেৱা, আদৰ্শ তথা এজন জনপ্ৰিয় নেতা আৰু জিলা প্ৰতিষ্ঠাপক নেতাৰূপে সকলোৰে বাবে অনুপ্ৰেৰণাৰ উৎসহৈ ৰ'ব।

# চন্দ্ৰছিং টেৰণ

**বিদ্যাছিং ৰংপি**

চন্দ্ৰছিং টেৰণ কাৰবি আংলং তথা অসমৰে এজন অনন্য সফল ৰাজনীতিক। তেওঁ সৰ্বপ্ৰথমে বাঁওপন্থী আদৰ্শৰে অনুপ্ৰাণিত হৈ ৰাজনীতিত প্ৰৱেশ কৰিছিল। পাছত ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান কৰি অসমৰ বিভিন্ন মন্ত্ৰীসভাত বিভিন্ন দপ্তৰৰ মন্ত্ৰী হিচাপে সুখ্যাতিৰে কাৰ্যনিবাহ কৰি এজন চতুৰ আৰু বিচক্ষণ ৰাজনীতিক হিচাপে পৰিচয় দিবলৈ সমৰ্থ হয়। ৰাজনৈতিক জীৱনৰ শেষৰ ফালেৰাত চন্দ্ৰছিং টেৰণে শৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাত উপ-মুখ্যমন্ত্ৰী পদলৈও উন্নীত হয়।

কাৰবি আংলং (তেতিয়া মিকিৰ পাহাৰ) তেতিয়া দুৰ্গম পাহাৰীয়া আৰু ঘন বনাঞ্চল আছিল। কোনো বাট-পথ, কোনো যাতায়ত আৰু যোগাযোগৰ ব্যৱস্থা নথকা এক অনুন্নত, পিছ পৰা অঞ্চল আছিল। তেনে এটা অতিকৈ পিছ পৰা অঞ্চল আছিল আমৰিৰ বকগাঁও। এই বকগাঁও নামৰ ঠাইতে ১৯২৪ চনৰ ২৬ মাৰ্চ তাৰিখে জন্ম গ্ৰহণ কৰিছিল চন্দ্ৰছিং টেৰণে। তেওঁৰ দেউতাকৰ নাম মোহনছিং টেৰণ (মৌজাদাৰ) আৰু মাকৰ নাম কাছাং ইংলেংপী। চন্দ্ৰছিং টেৰণৰ সহোদৰ ভাতৃ নাই, কিন্তু বাযেক দুজনী আছে, নাম ক্ৰমে কাফুই আৰু ৰোহিনী।

বাল্য কালৰ পৰাই চন্দ্ৰছিং টেৰণ মেধাৱী আছিল। তেওঁ ছাত্ৰাৱস্থাৰ পৰাই এই পৰিচয় দাঙি ধৰিবলৈ সমৰ্থ হৈছিল আৰু এই গুণৰ বাবে এখন অতিকৈ অনুন্নত গাঁৱৰ ল'ৰা হৈও তেওঁ অনায়াসে স্নাতক ডিগ্ৰীও লাভ কৰিবলৈ সক্ষম হৈছিল।

চন্দ্ৰছিং টেৰণে তেওঁৰ শিক্ষাৰ পাতনি মেলিছিল টেলেহি এল পি স্কুলৰ পৰাই। শিক্ষাৰ মোল বুজি উঠা অশিক্ষিত দেউতাকে ল'ৰাটোৰ ভৱিষ্যতৰ কথা চিন্তা কৰি তেওঁক টেলেহি এলপি স্কুলত নাম লগাই দিয়ে। ইয়াৰ পাছত তেওঁ ৰহা এমই স্কুলত পঢ়িবলৈ লয়। ৰহাৰ পৰা হাইস্কুল শিক্ষাৰ বাবে তেওঁ নগাঁও ডাওছন হাইস্কুলত নাম ভৰ্তি কৰে আৰু সেইখন স্কুলৰ পৰাই ১৯৪২ চনত মেট্ৰিক পৰীক্ষা দি সুখ্যাতিৰে উত্তীৰ্ণ হয়। তাৰ পাছত তেওঁ গুৱাহাটীৰ কটন কলেজত পঢ়ি ১৯৪৫ চনত ডিষ্টিংছন সহ সুখ্যাতিৰে বি এ ডিগ্ৰী লাভ কৰে। চন্দ্ৰছিং টেৰণে এম এ পঢ়িবলৈ কলিকতালৈয়ো যায় আৰু কলকতা বিশ্বঃবিদ্যালয়ত নাম ভৰ্তি কৰে। কিন্তু Previous পৰীক্ষা দি উঠি তেওঁ ঘৰলৈ উভতি আহিবলগীয়া হয়। তেতিয়া ভাৰতত চলিছিল হিন্দু-মুছলমানৰ মাজত তুমুল সংঘৰ্ষ। এই সংঘৰ্ষত অনেক লোকৰ প্ৰাণহানি হৈছিল। এই সংঘৰ্ষৰ বাবে

চন্দ্ৰছিং টেৰণে কলিকতাৰ পৰা ঘৰলৈ প্ৰত্যাৰ্পণ কৰিব লগীয়া হয় আৰু এম এ পঢ়িবলৈ কলিকতালৈ যোৱাৰ পৰিবৰ্তে তেওঁ শিক্ষাৰ জীৱনৰ সিমানতে সমাপ্তি ঘটায়।

সেইসময়ত ভাৰতত স্বাধীনতা-আন্দোলনৰ লগে-লগে বাওঁপন্থী আন্দোলনো সমানে গা কৰি উঠিছিল। বাঁওপন্থী আদৰ্শেৰে উদ্বুদ্ধ কেইজনমান লোকে অসমতো জন্ম দিছিল RCPI অৰ্থাৎ Revolutionary Communist Party of India নামৰ এটি সশস্ত্ৰ সংগঠন। বাঁওপন্থী আদৰ্শৰে অনুপ্ৰাণিত চন্দ্ৰছিং টেৰণে এই RCPI দলত যোগদান কৰি সক্ৰিয়ভাবে আন্দোলনত জঁপিয়াই পৰে। তেওঁ RCPI দলৰ কাৰ্যবাহী সদস্য আছিল।

RCPI দলৰ হৈ সংগ্ৰাম কৰোঁতে তেওঁ বহুতো দুখ-কষ্ট, বঞ্চনা-লাঞ্ছনা ভুগিবলগীয়া হৈছিল। ভাৰত চৰকাৰে তেতিয়া RCPI দলটিক নিষিদ্ধ সংগঠন হিচাপে ঘোষণা কৰাত ইয়াৰ সদস্যসকল আত্মগোপন কৰি থাকিব লগীয়া হৈছিল। ইঠাইৰ পৰা সিঠাইলৈ লুকাই-চুৰকৈ, ছদ্মবেশ কৰি যাবলগীয়া হৈছিল। সেই কালত তেওঁৰ সতীৰ্থসকল বহুতে জেল হাজোতলৈ যাবলগীয়া হৈছিল। এনেদৰে কঠোৰ আৰু কণ্টকময় পথেৰে অগ্ৰসৰহৈ তেওঁ ৰাজনীতিত প্ৰৱেশ কৰে।

RCPI দলত বহু বছৰ কঠোৰ সংগ্ৰামত লিপ্ত হোৱাৰ পাছত চন্দ্ৰছিং টেৰণৰ বাঁওপন্থী ৰাজনীতিৰ প্ৰতি মোহভংগ ঘটে। তেওঁ সেই দল পৰিত্যাগ কৰি মূলসুঁতি কংগ্ৰেছ দলত যোগদান কৰে আৰু সক্ৰিয় নিৰ্বাচনী ৰাজনীতিত অংশ গ্ৰহণ কৰে। তেওঁ ১৯৫৬ চনত অনুষ্ঠিত বিধান সভা নিৰ্বাচনতক প্ৰথমবাৰৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰি বিজয়ী হয় আৰু সেই চনতে বিষ্ণুৰাম মেধীৰ মন্ত্ৰীসভাত এজন কেবিনেট সচিব হিচাপে নিযুক্তি পায়। ইয়াৰ পাছতে তেওঁ মন্ত্ৰী হিচাপেও নিযুক্তি লাভ কৰে। মন্ত্ৰী হিচাপে তেওঁ আবকাৰী, জেল, জনজাতি অঞ্চল উন্নয়ন (বৰ্তমান হিলছ এৰিয়া ডেভেলপমেণ্ট বুলি নামকৰণ কৰা হৈছে) আৰু স্বাস্থ্য আদি বিভিন্ন বিভাগতে সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰে। তেওঁ পুনৰ ১৯৬২ চনৰ বিধান সভা নিৰ্বাচনত জয়ী হৈ তদানীন্তন মুখ্য মন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ মন্ত্ৰীসভাত, ১৯৬৭ চনত মহেন্দ্ৰ মোহন চৌধুৰী আৰু শেষত শৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাত ৰাজহ, উদ্যোগ বিভাগৰ মন্ত্ৰী হিচাপে দায়িত্ব গ্ৰহণ কৰে আৰু উপ-মুখ্য মন্ত্ৰী পদলৈও উন্নীত হয়।

চন্দ্ৰছিং টেৰণে কাৰবি আংলং ৰাজনীতিতো সমভাৱে সক্ৰিয়তাৰে অংশ গ্ৰহণ কৰে। তেওঁ তেতিয়াৰ অবিভক্ত 'সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ পাহাৰ জিলা পৰিষদ'ৰ অধ্যক্ষ হিচাপেও কাৰ্যনিবাহ কৰে আৰু ১৯৫৬ চনৰ ২৪ মে'ৰ পৰা ১৯৫৭ চনৰ ২০ এপ্ৰিল লৈ জিলা পৰিষদৰ তৃতীয় মুখ্য কাৰ্যবাহী সদস্য ৰূপে নিৰ্বাচিত হয়। ৰাজনৈতিক জীৱনত চন্দ্ৰছিং টেৰণে এজন সফল আৰু দক্ষ ৰাজনীতিক হিচাপে কৃতিত্ব অৰ্জন কৰে।

ৰাজনীতিৰ উপৰিও চন্দ্ৰছিং টেৰণ সামাজিক, সাংস্কৃতিক আৰু সাহিত্যৰ ক্ষেত্ৰতো

সমানে জড়িত। তেওঁ ক্ৰমান্বয়ে ডিফু সাহিত্য সভা, ডিফু বাৰোৱাৰী পূজা সমিতি আদিৰ সৈতে জড়িত আছিল। ১৯৮২ চনত ডিফুৰ বাংছিলা নগৰত অনুষ্ঠিত ৪৯তম অসম সাহিত্য সভাৰ অধিবেশনৰ আদৰণি সমিতিৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি তেওঁ অধিবেশনখনি সুকলমে সফলতাৰে সমাধা কৰিছিল। স্মৰ্তব্য যে RCPI সংগঠনৰ যোগেদি কঠোৰ আন্দোলনত নিমগ্ন হৈ থাকোঁতে তেওঁ 'পিৰথে কিমি' নামৰ মাহেকীয়া বাতৰি কাকত প্ৰকাশ কৰি জাতি আৰু ভাষা-প্ৰেমৰ চানেকী দাঙি ধৰিছিল।

ৰাজনৈতিক জীৱনৰ প্ৰাৰম্ভতে চত্ৰাছিং টেৰণ বিবাহ পাশত আবদ্ধ হয়। ১৯৫৯ চনৰ ২২এপ্ৰিল তাৰিখে কাৰবি আংলং জিলাৰ প্ৰতিষ্ঠাপক, জনপ্ৰিয় নেতা খৰছিং তেৰাং 'মেমবৰ'ৰ দুহিতা মাজুৰী (বিবি) টেৰাংপীৰ সৈতে তেওঁৰ শুভ পৰিণয় সম্পন্ন হয়। তেওঁলোকৰ তিনিটা সন্তানৰ দুজন ল'ৰা - ডাঃ জগত ছিং টেৰণ আৰু বিভুমোহন টেৰণ (প্ৰথম শ্ৰেণী দণ্ডাধীশ) আৰু এজনী ছোৱালী হুণমিলি (ৰেণু) টেৰণপী (প্ৰথম শ্ৰেণী দণ্ডাধীশ)।

চত্ৰাছিং টেৰণে ৭৪ বছৰ বয়সত ১৯৯৬ চনৰ ৯ এপ্ৰিল তাৰিখৰ পুৱা ৫ ৪৫ বজাত ইহলীলা সম্বৰণ কৰে। তেওঁ এজন সফল ৰাজনীতিক আৰু দক্ষ প্ৰশাসক হিচাপে সকলোৰে মনত স্মৰণীয় হৈ ৰ'ব।

# কমলা মিৰি

**মানিক চন্দ্ৰ দাস**

অসমৰ অতি ভিতৰুৱা যাতায়তৰ সুচল নথকা পিছপৰা জনজাতিৰ বসতি প্ৰধান এখন ঠাই অবিভক্ত শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ অন্তৰ্গত বোকাখাত অঞ্চলৰ ওপৰ টেমেৰা নামৰ অখ্যাত গাঁৱত ভাৰতৰ স্বাধীনতা আন্দোলনৰ এগৰাকী বীৰ যোদ্ধা শ্বহিদ কমলা মিৰিৰ জন্ম হৈছিল।

পিতৃ চিকৌ মিৰি আৰু মাতৃ টিকৰি মিৰিৰ ঔৰসত ১৮৯৪ খ্ৰীষ্টাব্দত কমলা মিৰিৰ জন্ম হয়। তেওঁলোক টেমেৰা ফৈদৰ পাৰ বংশৰ লোক আছিল। ফৈদটোৰ নাম অনুসৰি তেওঁলোকৰ গাঁওখনৰ নাম ওপৰ টেমেৰা ৰূপে জনাজাত হয়। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত আৰু দেৰগাঁৱৰ পশ্চিমে বাদুলিপাৰৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথৰ পৰা প্ৰায় আঠ কিলোমিটাৰ উত্তৰে দিচৈ পাৰত এই গাঁওখন অৱস্থিত। সেই সময়ত অসমত বসবাস কৰা সকলো মিচিং লোককে ভৈয়ামৰ অন্য জনগোষ্ঠীসমূহে মিৰি বুলিছিল। সেয়েহে কমলা, 'কমলা মিৰি' নামৰে জনাজাত হ'ল।

কমলা মিৰিৰ ল'ৰালি কাল গুলুং টেমেৰা গাঁৱতে পাৰ হয়। সেই সময়ত অসম মিচিং জনজাতি অধ্যুষিত অঞ্চলবোৰ ডাঠ হাবি-জংঘলেৰে ভৰা আছিল। বাট-পথ সুচল নাছিল। সেইবাবে গাওঁবোৰত শিক্ষাৰ পোহৰ পৰা নাছিল, গতিকে শিক্ষানুষ্ঠানো প্ৰতিষ্ঠা হোৱা নাছিল। আন আন গাঁৱৰ ল'ৰা-ছোৱালীৰ লগতে কমলা মিৰিয়েও পঢ়া-লিখাৰ কথা নাজানিছিল। গাঁৱৰ প্ৰচলিত ৰীতি-নীতিৰ বশবৰ্তী হৈ কমলাইও লগৰীয়াৰ লগত খেল-ধেমালি কৰি, নদীত সাঁতুৰি-নাদুৰি, চৰাই, জীৱ-জন্তুৰ চিকাৰ কৰি, মাছ-পুঠি ধৰি বোকা-পানীৰ মাজতে ল'ৰালি কালছোৱা অতিবাহিত কৰে। ক্ৰমান্বয়ে ডাঙৰ হৈ অহাৰ লগে লগে দেউতাক আৰু ককায়েকৰ লগত হাবি-জংঘল কাটি, হাল-কোৰ বাই, মাটি চাহ কৰি খেতি বাতি কৰি আৰু গৰু, ম'হ, হাতী আদি ৰখা কামত সহায় কৰিছিল।

জন্মসূত্ৰে কমলা মিৰিয়ে অঞ্চলটোৰ ভিতৰতে এটি আঢ্যৱন্ত পৰিয়াল লাভ কৰিছিল। তেওঁৰ ককাক নালিয়া মিৰিৰ দুজন পুত্ৰ-বকচুম আৰু চিকৌ আৰু দুগৰাকী কন্যা কাৰমণি আৰু বঙলী। খেতি-বাতিৰ উপাৰ্জনেৰে তেওঁলোকৰ ঘৰৰ অৱস্থা জয় জয় ময় ময় আছিল। মিচিং সম্প্ৰদায়ৰ আঢ্যৱন্তৰ চিনস্বৰূপে তেওঁলোকৰ দুই-তিনিটা ধানৰ ভঁৰাল

দুশ-তিনিশ গাই গৰু-ম'হ আৰু দুটা হাতীও আছিল। কমলা ডাঙৰ হোৱাত ককাযেক আৰু দেউতাকৰ সতে সকলো কাম চোৱা-চিতা কৰাত ঘৰৰ অৱস্থা ক্ৰমান্বয়ে অধিক টনকিয়াল হ'বলৈ ধৰিলে।

বিহু বুলিলে অসমৰ পাহাৰ-ভৈয়াম সকলো মানুহৰে গা সাতখন-আঠখন লাগে। পূৰ্বৰে পৰা ভৈয়ামৰ মিচিংসকলেও বিহু পাতি আহিছে। ব'হাগ বিহুত তেওঁলোকৰ ডেকা-গাভৰু, বুঢ়া-মেথা সকলোৱে একেলগে ঢোল, তাল, পেঁপা, গগনা বজাই ঐনিতম গাই দিনে-ৰাতিয়ে বিহু পালন কৰা নিয়ম। এনেকৈ বিহু মাৰোতে ডেকা-গাভৰুৱে মাজত মনৰ মিল হ'লে জীৱন সংগী বাছি লয়। কমলা মিৰি এজন ভাল বিহুৱা আৰু ঢুলীয়াও আছিল। ব'হাগ বিহুৰ আনন্দ উল্লাসৰ মাজতে এদিন ৰাতি বিহু তলিৰ পৰা গাঁৱৰে জীয়ৰী কণিৰীক পলুৱাই নি তেওঁলোকৰ পথালি সুঁতিৰ পাৰত থকা ম'হ খুঁটিত ৰাখিছিলগৈ। পাছত মিচিং সম্প্ৰদায়ৰ সামাজিক প্ৰথা অনুযায়ী তেওঁলোকৰ বিবাহ-কাৰ্য সম্পন্ন কৰা হয়।

ইংৰাজীত Like father like son অৰ্থাৎ 'বাপেক চাই পুতেক' বুলি এষাৰ কথা আছে। পিতৃৰ দৰেই কমলা মিৰিও এজন ভাল খেতিয়ক হোৱাৰ লগতে সমজুৱা কামতো আগৰণুৱা আছিল। সৰু কালৰে পৰা নিৰ্ভীক, সৎসাহসী আৰু নিষ্ঠাবান আছিল। ৰঙামাটি মৌজাৰ মৌজাদাৰে তেওঁক মাটিৰ খাজনা তোলা মহৰীৰ কামত নিয়োগ কৰিছিল। এই কামত ঘূৰি ফুৰিব লগা সময়তে অঞ্চলটোৰ ভালেমান মানুহৰ লগত তেওঁ যোগসূত্ৰ স্থাপন হৈছিল। আনহাতে গাঁও অঞ্চলৰ সভা-সমিতি, মেল-বিচাৰ আদিতো প্ৰায়ে তেওঁ ভাগ ল'বলগাত পৰিছিল। এনেবোৰ কাৰণতে ঘৰুৱা কামত মনোনিবেশ কৰিবলৈ সময়ৰ নাটনি হৈছিল। দুটি পুত্ৰ সন্তান উল্লম আৰু চিপ্ৰ আৰু চাৰিগৰাকী কন্যা হীৰা, দুখুনী, জোনাকী আৰু ইলা তেওঁলোকৰ সংসাৰলৈ আহে। দেউতাক জীয়া থকা অৱস্থাতে ককাযেকৰ লগৰ পৰা বেলেগ হৈ আহোঁতে পৈতৃক সম্পত্তিৰূপে অগাধ ধন-সম্পদ, মাটি-ভেটিৰ লগতে দঁতাল হাতী, এধুটি গৰু আৰু এজুম ম'হ লাভ কৰিছিল। ইতিমধ্যে সমগ্ৰ ভাৰতবৰ্ষৰ লগতে অসমৰ গাঁৱে-ভূঞে স্বৰাজ আন্দোলনৰ ঢৌ বিয়পি পৰে।

'যি মুলা বাঢ়িব তাৰি দুপাততে চিন' হোৱাৰ দৰে কমলা মিৰিও দিনক দিনে আগুৱাই যাবলৈ ধৰিলে। সামাজিক আৰু ঘৰুৱা শিক্ষা তেওঁ দেউতাকৰ পৰাই লাভ কৰিছিল। ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত দেশব্যাপী গঢ়ি উঠা অসহযোগ আন্দোলনৰ বতাহ গোলাঘাটৰ ভিতৰুৱা আৰু অতি পিছপৰা ৰঙামাটি আৰু মহুৰা অঞ্চলতো বিয়পি পৰিছিল। এই আন্দোলনে স্বাধীনচিতিয়া সাধাৰণ খেতিয়ক কমলা মিৰিৰ অন্তৰতো দকৈ সাঁচ বহুৱালে। গান্ধীজীৰ অহিংসা বাণী, বিদেশী বস্ত্ৰ বৰ্জন, নিজহাতে সূতা কাটি কাপোৰ বৈ পৰিধান কৰা, অস্পৃশ্যতা দূৰীকৰণ, মদ-ভাং-কানি আদি মাদক দ্ৰব্যৰ সেৱন বন্ধ কৰা কাৰ্যই কমলা মিৰিক বাৰুকৈয়ে আকৃষ্ট কৰিবলৈ ধৰে। সেই সময়ত গোলাঘাটৰ

অবিসম্বাদী নেতা ৰাজেন বৰুৱা, শংকৰ বৰুৱা, নবেন শৰ্মা, আলিবাম গগৈ আদিৰ লগত যোগাযোগ কৰি ১৯২৮ চনত তেওঁ ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভ্য ভৰ্তি হয়। দলৰ সভ্য হোৱাৰে পৰা দেশৰ স্বাধীনতা-আন্দোলনৰ কামত দিঠক বাতি কৰি কত্তিক দিন কৰি আত্মনিয়োগ কৰিবলগাত পৰে।

উত্তৰ গোলাঘাটৰ মিছামৰা বঙালমাটি, মহুৰামুখৰ পৰা ধনশিৰি মুখলৈকে সমগ্ৰ মিচিংবসতি-প্ৰধান অঞ্চলত আন্দোলনৰ দায়িত্ব দলৰ কৰ্মীসকলে কমলা মিৰিৰ ওপৰত ন্যস্ত কৰে। এই দায়িত্ব নিষ্ঠা আৰু সাহসেৰে পালন কৰি সমগ্ৰ অঞ্চলৰ গাঁৱে গাঁৱে দিনে-নিশাই মানুহৰ অন্তৰত গান্ধীৰ দেশপ্ৰেমৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। সভা-সমিতি পাতি ইংৰাজৰ বিৰুদ্ধে যুঁজ দিবলৈ সকলোকে উদাত্ত আহ্বান জনালে। বিদেশী বস্ত্ৰ ত্যাগ কৰি নিজহাতে কাপোৰ বৈ পিন্ধিবলৈ, মদ, ভাং কানিৰ সেৱন বন্ধ কৰি গাঁও-ঘৰ চাফ-চিকুণকৈ ৰাখিবলৈ আহ্বান জনাইছিল। তেওঁৰ আহ্বানতে সেইসময়ত লিখা-পঢ়া নজনাকৈয়ে বঙালমাটি আৰু মহুৰামুখৰ অনেক মিচিংলোকে কংগ্ৰেছ দলত যোগদান কৰি আন্দোলনৰ শক্তি বৃদ্ধি কৰিছিল। কমলা মিৰিয়ে ১৯৩০-৩২ চনত আইন অমান্য আন্দোলনত যোগদান কৰিছিল আৰু বঙালমাটি কংগ্ৰেছ কমিটিৰ সভাপতি নিৰ্বাচিত হৈছিল। তেতিয়াৰপৰা সমগ্ৰ ধনশিৰি-বঙালমাটি, মহুৰা অঞ্চলত তেওঁ "কমলা সভাপতি" হিচাপে জনাজাত হ'ল। তেওঁৰ নেতৃত্বতে সমগ্ৰ মিচিং অধ্যুষিত বঙালমাটি আৰু মহুৰা মৌজাৰ লোকসকলক একগোট কৰি ১৯৩৬-৩৭ চনত শান্তি সেনাদল গঠন কৰে আৰু সেই দলৰ মুখ্য অধিনায়ক পদত অধিষ্ঠিত হয়।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনে ভাৰতবৰ্ষৰ লগতে অসমৰ চহৰ-নগৰ, গাঁও-ভূঁই সকলো কঁপাই তুলিছিল। এই আন্দোলনত কমলা মিৰি অধিক সক্ৰিয় হৈ পৰিল। ঘৰৰ কাম-কাজ, ল'ৰা-তিৰোতাৰ খবৰ ল'বলৈ তেওঁ আজৰি নোপোৱা হ'ল। তেওঁ পত্নীক "ল'ৰা ছোৱালীকেইটিক চাবি, মই দেশৰ কামত ওলালো" বুলি দলৰ কামত ব্যস্ত হৈ পৰিল। এদিন দিনটো আন্দোলনৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰি ৰাতি গোলাঘাটৰ কংগ্ৰেছ কাৰ্যালয়ত সহকৰ্মীৰ সতে শুই থকা অৱস্থাতে ১৯৪২ চনৰ ২৭ ছেপ্তেম্বৰত কমলা মিৰিক পুলিচে গ্ৰেপ্তাৰ কৰে। সশ্ৰম কাৰাদণ্ড বিহি কমলা মিৰিক গোলাঘাট কাৰাগাৰৰ পৰা যোৰহাট কাৰাগাৰলৈ প্ৰেৰণ কৰে। যোৰহাট জেলত সেইসময়ত অসমৰ সকলো মুখ্য আন্দোলনকাৰী বিশেষকৈ লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ, সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামী, নবেন শৰ্মা, বিষ্ণুৰাম মেধি, অমিয় কুমাৰ দাস, বিজয় ভাগৱতী, আদি বৰেণ্য নেতাসকলক পাই তেওঁ অতি আনন্দিত হ'ল। কাৰাগাৰত কমলা মিৰিৰ শান্ত-শিষ্ট স্বভাৱ, কৰ্তব্যপৰায়ণতা, সৎসাহস দেখি সকলোৱে মুগ্ধ হৈছিল। কাৰাগাৰৰ ভিতৰতে লেখা-পঢ়া নজনা কমলা মিৰিক গোপীনাথ বৰদলৈয়ে আখৰ চিনাকি কৰি নিজৰ নাম লিখিবলৈ আৰু যঁতৰেৰে সূতা কাটিবলৈ শিকাইছিল।

বনৰ মইনা সঁজাত বন্দী হোৱাৰ দৰে মুকলি-মুৰীয়াকৈ ফুৰা চকা কৰা কমলা মিৰি কাৰাগাৰৰ কঠোৰ নীতি নিয়মৰ মাজত আবদ্ধ হৈ পৰিল। অনহাতে কাৰাগাৰৰ পৰিবেশ আৰু খাদ্যই তেওঁক অতিষ্ঠ কৰি তুলিলে। তাত থকা অৱস্থাতে প্ৰায় ছমাহ মানৰ পৰা তেওঁক জ্বৰ-কাহ আদি বেমাৰে লগ দিবলৈ ধৰিলে। এনেদৰে স্বাস্থ্যৰে অৱনতি ঘটা দেখি কাৰাগাৰ কৰ্তৃপক্ষই কমলা মিৰিক চিৰদিনৰ কাৰণে আন্দোলনত কাৰাগাৰ যোগ নিদিওঁ বুলি চুক্তি-পত্ৰত চহী কৰাবলৈ মানসিক হেঁচা প্ৰযোগ কৰিবলৈ ধৰিলে। কিন্তু কমলা মিৰি নিজৰ মতত অলৰ অচৰ হৈ থাকিল। আন্দোলন ত্যাগ নকৰে বুলি কাৰাগাৰ কৰ্তৃপক্ষক স্পষ্টভাৱে জনাই দিলে। দিন যোৱাৰ লগে লগে ক্ৰমান্বযে তেওঁৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটিবলৈ ধৰিলে। কাৰাগাৰ কৰ্তৃপক্ষই চুক্তি-পত্ৰত চহী কৰিলে তেওঁক মুকলি কৰি দি বাহিৰত চিকিৎসা কৰাব বুলি পুনৰ সৈমান কৰিবলৈ চেষ্টা কৰাত অতীষ্ঠ হৈ অৱশ দেহাৰে কমলা মিৰি জাঙুৰ খাই উঠিল - "আকিম, (হাকিম) কেনৈ এনেকৈ ধৰি আছ? মই মোৰ কাৰণে আন্দোলন কৰা নাই নহয, দেশৰ কাৰণে তহঁতৰ কাৰণে কৰিছো। মৰিলে ইযাতেই মৰিম। কাগজত চহী নিদিও।'

এনেদৰে কমলা মিৰিযে দেশৰ হকে যুঁজ, কৰি মৃত্যুৰ সতে যুঁজ কৰি, যক্ষ্মাৰোগত আক্ৰান্ত হৈ যন্ত্ৰণাত চটফটাই যোৰহাট কাৰাগাৰৰ ভিতৰতে ১৯৪৩ চনৰ ২০ এপ্ৰিলৰ দিনা মাত্ৰ ৪৯ বছৰ বয়সতে সকলোকে কন্দুৱাই তেওঁৰ জীৱনৰ স্বাধীনতা ঘোষণা কৰিলে।

প্ৰকৃততে কমলা মিৰিৰ মৃত্যু হোৱা নাই। দেশৰ, দহৰ, জাতিৰ, সমাজৰ হকে তেওঁ আত্মবলিদান দিলে, যিযে তেওঁক অমৰত্ব প্ৰদান কৰাৰ উপৰি সমগ্ৰ দেশৰ হালোৱা-হজুৱা, চহা-বণুৱাৰ লগতে নবপ্ৰজন্মৰ বাবে দেশপ্ৰেমৰ এক উজ্জ্বল চানেকি দেখুৱাই থৈ গ'ল। তেওঁৰ মৃত্যুত দেশে এজন আদৰ্শবান, নিষ্ঠাবান, সৎ আৰু নিৰ্ভীক দেশপ্ৰেমিক হেৰুৱালে আৰু মিচিং জাতিযে হেৰুৱালে এজন যুগনায়কক। কলমা মিৰিং শ্বহীদ হ'ল। তেওঁৰ মৃত্যুৰ দিনটো ভাৰতীয জাতীয স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা ৰ'ব। তেওঁৰ অকৃত্ৰিম দেশপ্ৰেম আৰু ত্যাগ মানৱ জাতিৰ ইতিসাহে চিৰদিন স্মৰণ কৰিব।

# সোণাৰাম পাএৗং কটকী

নবীন টায়ে

বৰফ শুভ্ৰধাৰ হিমালয়ৰ পটভূমিতে সৃষ্টি কালিদাসৰ হৃদয়-বিদাৰক মহাকাব্য 'মেঘদূত'। এই বৰফ শুভ্ৰধাৰ হিমালয়ৰ বুকুৰ পৰাই ইতিহাসে ঢুকি নোপোৱা কালৰ পৰা সোৱণশিৰী নৈ উৎপত্তি হৈ লক্ষ্মীমপুৰ জিলাৰ ঢকুৱাখানা মহকুমাৰে বৈ গৈ বিশাল ব্ৰহ্মপুত্ৰ নদীৰ লগত বিলীন হৈছে। সোৱণশিৰীয়েই মিচিং সকলৰ প্ৰধান বসতি ঠাই। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য বিলোৱা সোৱণশিৰী নদীৰ দুয়ো পাৰে শাৰী শাৰী সকল গছৰ দৰে লানি নিছিগা শ-শ মিচিং গাঁও। সাধাৰণতে, মিচিংসকল প্ৰকৃতি মুখী আৰু প্ৰকৃতি-প্ৰিয় বুলি খ্যাতি আছে। এই প্ৰকৃতিৰ শীতল বুকুতেই নৈপৰীয়া মিচিং কৃষ্টি-সংস্কৃতি তথা সভ্যতাই গঢ় লৈ উঠিছে। সোৱণশিৰীৰ বুকুতেই সাতুৰি নাদুৰি ডেকা-গাভৰুৱে যৌৱনৰ বিমল আনন্দ উপভোগ কৰি আহিছে। পৃথিৱীৰ ভিতৰত আটাইতকৈ বেছি নাওঁ বাব পৰা নাৰী হৈছে মিচিং নাৰী। সোৱণশিৰীয়ে অন্যহাতে মিচিং জন-জীৱনৰ প্ৰেম-প্ৰীতি আৰু বিৰহ-বেদনাৰো যুগে যুগে সাক্ষী বহন কৰি আহিছে। এই সোৱণশিৰীৰ বুকুৰ কাষলতিতেই লুকাই আছে । সোৱণশিৰীৰ সুষ্মাণে মিচিং লোক-পৰম্পৰা। লোকগীত লোকনৃত্য তথা লোককৃষ্টি সংস্কৃতিক জীপাল কৰি তুলি ধৰি আহিছে। গতিকে সোৱণশিৰী মিচিং জনজীৱনৰ আপোনৰো আপোন।

এই শশ গাঁৱৰ ভিতৰৰে উত্তটামুখ মিচিং গাঁওখনো এখন। এই গাঁৱতে কাৰবাং পাএগাঙৰ ঘৰ। তেওঁ আধ্যাত্মিক ধ্যান-ধাৰণাৰে পুষ্ট এগৰাকী প্ৰগতিবাদী লোক আছিল। তেওঁ ভগৱানৰ প্ৰতি গভীৰ বিশ্বাস আৰু আস্থা ৰাখিছিল। ৰামায়ণ, মহাভাৰত আৰু গীতাৰ মৰ্ম-বাণী আখৰে আখৰে উপলব্ধি কৰিছিল। তেওঁৰ জীৱনাদৰ্শই মিচিংসকলৰ মাজত বাৰুকৈয়ে প্ৰতিফলিত হৈছিল।

কাৰবাং আৰু আঙনী পাএগাঙৰ কেইবাগৰাকীও পুত্ৰ সন্তান আছিল। ইয়াৰে ভিতৰত সোণাৰাম পাএগাং কটকী আছিল আটাইতকৈ কনিষ্ঠ। পাএগাকটকীৰ জন্ম ১৮৮৫ চনৰ অক্টোবৰ মাহৰ পূৰ্ণিমা তিথিত।

সৰ্বসাধাৰণ গাঁৱলীয়া ল'ৰাৰ দৰে জীৱন যাপনৰ পাতনি মেলা সোণাৰাম পাএগাং কটকী বৰ বুদ্ধিদীপ্ত ল'ৰা আছিল। সোৱণশিৰী নৈৰ বুকুত সাঁতুৰি নাদুৰি খেলা কৰা নৈৰ পৰাৰ পৰা জাপলৰা, নাওঁবোৱা, হাবি-জংঘলৰ বৰণীয়া ফুল বুটলা আৰু চৰাই-চিৰিকটি খেদি ফুৰা স্বভাৱজাত গাঁৱলীয়া শিশুৰ সকলো গুণ বিদ্যমান। তদুপৰি বাল্য

কালৰ পৰা তেওঁৰ পঢ়াৰ প্ৰতি বৰ ধাউতি আছিল আৰু ধ্যান-ধাৰনা বৰ উচ্চাকাংক্ষী আছিল। সেয়ে পিতৃ কাবৰাং পাএংঙে তেওঁকো ৰামায়ণ-মহাভাৰতৰ তথা গীতাৰ সাৰ-মৰ্ম বাণী শুনাই— কৰ্মই ধৰ্ম জ্ঞান প্ৰদান কৰিছিল। তেওঁ মহাত্মা গান্ধীৰ আদৰ্শৰেও অনুপ্ৰাণিত হৈছিল।

প্ৰাকৃতিক পৰিবেশৰ পৰিবেষ্টনৰে পৰিবেষ্টিত মিচিং গাঁওবোৰ অটব্য অৰণ্য তথা হাবি-জংঘলৰ মাজৰ অৱস্থিতিয়ে নগৰ চহৰৰ প্ৰভাৱৰ পৰা বহু আঁতৰত ৰাখিছিল। গাঁওবোৰ প্ৰায় সম্পূৰ্ণ ভাৱেই অজাত্তি মূলক ৰাস্তা-ঘাট, আলি-পদূলি, যান-বাহন, দোকান-পোহাৰ, বেহা-বেপাৰ একেবাৰেই নাই তথা বৰ্তমানৰ কোনো সা-সুবিধাই নাছিল। হাবি-বননিতে মিচিং মানুহখিনিয়ে এক উপমানবিক জীৱন যাপন কৰিছিল। এনেকৈ যাতাযত তথা যোগাযোগৰ অভাৱৰ ফলতেই এই নিৰক্ষৰ মিচিং গাঁওবোৰত শিক্ষানুষ্ঠান গঢ় লৈ উঠা নাছিল, যাৰ ফলত অঞ্চলটো শিক্ষাৰ পোহৰৰ পৰা সম্পূৰ্ণ বঞ্চিত হৈছিল। মানৱ জীৱনৰ উত্তৰণত শিক্ষাই মূল সাৰথি। মিচিংসকল শিক্ষাৰ পৰা বঞ্চিত হোৱাৰ বাবে সংস্কৃতিক উত্তৰণো তাহানি হোৱা নাছিল। কিন্তু ইয়াৰ বিপৰীতে সমাজত প্ৰচলিত গোষ্ঠীগত লোকাচাৰ, অন্ধবিশ্বাস আৰু অৰীতিনীতিয়ে এক সংৰক্ষণশীল বৃত্তি-ভিত্তিক কৰ্মৰাজিৰ পোষণ কৰিছিল। অলৌকিক অন্ধবিশ্বাসত ডুব যোৱা মিচিংসকলে নিজ সন্তানক যে শিক্ষাদান কৰিব লাগে সেই কথা তেওঁলোকৰ বাবে সপোনাৰো আগোচৰ আছিল।

মিচিং অধ্যুষিত গাঁওবোৰত কোনো শিক্ষানুষ্ঠান গঢ়ি উঠা নাছিল। ১৮২৬ চনত ঐতিহাসিক ইয়াণ্ডাবু সন্ধিমতে অসম ব্ৰিটিছৰ অধীনলৈ যায় আৰু ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত তথা অসম স্বাধীন হয়। পৰাধীন ভাৰতত শিক্ষানুষ্ঠান বৰ বেছি গঢ়ি উঠা নাছিল। কিন্তু লৰ্ড কাৰ্জন ভাইচৰয় হৈ থকা কালছোৱাত অসমত কিছু শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰে। এই কালছোৱাতে উভটামুখ অয়েঙীয়া মিচিং গাঁৱত এখন প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰা হয়। এই বিদ্যালয়খনেই এই অঞ্চলৰ মিচিং মানুহৰ আশাৰ বন্তি কঢ়িয়াই আনে। এই বিদ্যালয়খনতেই কাবৰাং পাএংঙে পুত্ৰ সোণাৰাম পাএং কটকীক ১০ (দহ) বছৰ বয়সত নাম ভৰ্তি কৰি দিয়ে।

সৰুকালৰ পৰা উচ্চাকাংক্ষী পাএং কটকীয়ে গভীৰ ধ্যান-ধাৰণাৰে পঢ়াত ব্ৰতী হৈ পৰে আৰু মেধাবী ছাত্ৰ হিচাপে শিক্ষক-ছাত্ৰৰ মাজত পৰিচয় দাঙি ধৰে। তেওঁ ১৯০১ চনত প্ৰাথমিক পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হোৱাৰ লগতে বৃত্তিও লাভ কৰে। কিন্তু সেই সময়ত মিচিং বসতি প্ৰধান ঠাইত উচ্চশিক্ষানুষ্ঠান নথকাৰ ফলত সোণাৰাম পাএং কটকীয়ে লক্ষীমপুৰ মধ্য ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰে। বি মূলা বাড়ে তাৰ দুপাততে চিন বুলি কোৱাৰ দৰে পাএং কটকীকো চিনি পাবলৈ বাকী নেথাকিল। একমাত্ৰ পঢ়াত ঢোকা হোৱাৰ বাবে শিক্ষক তথা ছাত্ৰ বন্ধু সকলৰ পৰা তেওঁ সমীহ

আদায় কৰিব পাৰিছিল। ই যি কি নহওক তেওঁ ১৯০৪ চনত মধ্য ইংৰাজী বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱাৰ উপৰিও বৃত্তিও লাভ কৰে । কিন্তু সেই সময়ত গোটেই লক্ষীমপুৰ জিলাতেই উচ্চ শিক্ষাৰ বিদ্যালয় নাছিল, সেয়ে ডিব্ৰুগড়ত প্ৰতিষ্ঠা লাভ কৰা এণ্ট্ৰেন্স শ্ৰেণীত তথা হাইস্কুলত নাম ভৰ্তি কৰিবলৈ যায়। লগত প্ৰয়োজনীয় টালি-টোপোলা লৈ পিতৃ কাৰবাং পাৰ্গ্ৰাঙে সোণাৰাম পাএগং কটকীক ডিব্ৰুগড়লৈ লৈ যায়। অটব্য অৰণ্যৰ সেওঁতা ফালি যাওঁতে যাওঁতে আৰু ডিব্ৰুগড় পাওঁতে সাত দিন লাগিল। ইয়াৰ পৰাই বুজিব পাৰি যে মিচিংসকল কেনে আচহুৱা পৰিবেশ আৰু পৰিস্থিতিত জীৱন নিৰ্বাহ কৰি আছিছে। ১৯০৪ চনত পাএগং কটকীক সপ্তম মান শ্ৰেণীত নাম ভৰ্তি কৰি দিয়ে। আত্ম বিশ্বাসী পাএগং কটকীয়ে গভীৰ অধ্যয়নত মনোনিবেশ কৰি জীৱন ৰথৰ চকা ঘূৰাব ধৰিলে।

কিন্তু অসমীয়াত কথা এষাৰ আছে যে 'বিধিয়ে দিলেও বিধাতাই নিদিয়ে'। সাহস, মনোবল, আত্মবিশ্বাস সবল আছিল যদিও প্ৰকৃতিৰ প্ৰতিকূল পৰিস্থিতিত তেওঁ পঢ়া এৰিব লগা হ'ল। তেওঁ ১৯০৬ চনত নৱম মান শ্ৰেণীত পঢ়ি থাকোতে গোটেই লক্ষীমপুৰ জিলাত 'কলেৰা' বেমাৰে ভয়াবহ ৰূপ ধাৰণ কৰাত হাজাৰ-বিজাৰ মানুহে মৃত্যুক সাৱটি লব লগাত পৰে। মানুহৰ মৃত্যুৰ লেখি শেষ কৰিব নোৱাৰা এক অশুভ পৰিস্থিতি উদ্ভৱ হোৱাত মানুহে গাঁও এৰি পলাই গৈ হাবিয়ে-জংঘলে আশ্ৰয় লব লগাত পৰে। এই অনাকাংক্ষিত পৰিস্থিতিৰ পৰা উত্তটামুখ অয়েঙীয়া গাঁওখনো বাছি নাথাকিল। কাৰবাং পাএগঙেও পৰিয়ালৰ চাৰিটা প্ৰাণীৰ বাদে সকলো হেৰুৱায়। তেওঁ গাঁও এৰি পলাই যায় আৰু হাবিত আশ্ৰয় লয়গৈ। এই দৰে দুমাহ জংঘলত থাকি পুনৰ গাঁৱলৈ ঘূৰি আহে। সেই সময়ত আৰ্থিক অনাতনে তেওঁক বৰ দুৰ্বল কৰি তুলিলে। এনে প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন হোৱাহেতু সোণাৰাম পাএগং কটকীয়ে ইমানতে পঢ়া সামৰি ১৯০৭ চনত পুনৰ টালি-টোপলা লৈ ঘৰৰ ল'বা ঘৰলৈ ঘূৰি আহিব লগাত পৰে আৰু উচ্চাকাংক্ষাৰ উদিত সূৰ্য্য ইমানতে নিৰ্বাপিত হ'ল।

যদিওবা পাএগং কটকীৰ উচ্চ শিক্ষাৰ আশা-আকাংক্ষা কলিতে মৰহি গ'ল তথাপি তেওঁৰ সাহস, মনোবল তথা আত্মবিশ্বাস অটুত আছিল। আলেকজেণ্ডাৰ গ্ৰাহাম বেলে এষাৰ কথা কৈছে - "এখন দুৱাৰ বন্ধ হ'লে আন এখন দুৱাৰ খোল খায়। বন্ধ দুৱাৰখনক লৈ হতাশ নহ'বা, খোলা দুৱাৰখন বিচৰাত মনোনিবেশ কৰা। এয়াই জীয়াই থকাৰ মন্ত্ৰ।" পাএগং কটকীৰো উচ্চশিক্ষা লাভ কৰা দুৱাৰখন বন্ধ হ'ল যদিও নিজৰ মিচিং জাতিটোৰ প্ৰতি কিবা কৰাৰ দুৱাৰ খোল খালে। সেয়ে তেওঁ সংস্কাৰমুখী কৰ্মৰে আলৌকিক অন্ধ বিশ্বাসত ডুবি থকা মিচিং সমাজখনক আধ্যাত্মিক আৰু বৌদ্ধিক দিশত উত্তৰণ ঘটাবলৈ সংকল্পবদ্ধ হয়। এনে উদ্দেশ্য সাৰোগত কৰি মিচিং গাঁওবোৰত শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰাত ব্ৰতী হয়। ইয়াৰ প্ৰথম পদক্ষেপ হিচাপে তেওঁ ১৯০৯ চনত

ঢকুৱাখানাৰ বগৰিগুৰি মিচিং গাঁৱত এখন প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰে আৰু নিজেও শিক্ষাদানত ব্ৰতী হয়।

তদুপৰি নিদ্ৰাৰত অতীতক নিচুকাই শুৱাই থৈ অৱচেতন মিচিং মানুহক চেতনাৰ বোল সানি মানসিক উৎকৰ্ষ সাধন কৰাত অশেষ প্ৰচেষ্টা পাএগং কটকীয়ে কৰিছিল। পিতৃ কাৰবাং পাএগং আধ্যাত্মিক ধ্যান ধাৰণাপুষ্ট ব্যক্তি। পিতৃৰ অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ পাএগং কটকীয়েও ভগবানৰ প্ৰতি গভীৰ বিশ্বাস ৰাখিছিল। পাএগং কটকীৰ মতে আধ্যাত্মিক ধ্যান-ধাৰণাইহে মানৱ সমাজক সুখ-শান্তি শৃংশলাৰে পৰিচালিত কৰে। তেওঁ বৈষ্ণৱ ধৰ্মত অগাধ বিশ্বাস ৰাখিছিল। সেয়ে শ্ৰীশ্ৰীশংকৰ দেৱৰ পদানুসৰণ কৰি বগৰিগুৰি মিচিং গাৱঁত এখন 'নামঘৰ' তথা হৰিমন্দিৰ প্ৰতিষ্ঠা কৰি মিচিং মানুহৰ মাজত বৈষ্ণৱ ধৰ্মৰ ধৰ্মমত প্ৰবৰ্তন কৰি আধ্যাত্মিক তথা বৌদ্ধিক দিশত উত্তৰণ ঘটাবলৈ প্ৰচেষ্টা চলায়। কাৰণ আধ্যাত্মিক ধ্যান-ধাৰণাইহে মানুহক নৈতিক চৰিত্ৰ গঠনত ইন্ধন যোগায়। এইদৰেই পাএগং কটকীয়ে শিক্ষাৰ লগতে হাতধৰা লিগিৰী হিচাপে ভক্তিবাদৰ আন্দোলনো মিচিং সমাজত প্ৰতিষ্ঠা কৰে।

পাএগং কটকীয়ে বগৰিগুৰিত শৃংখলাবদ্ধ সমাজ এখন প্ৰতিষ্ঠা কৰাৰ পিছত তেওঁ লাইমেকুৰী, মেচাকি চাপৰি আদি ভ্ৰমণ কৰি মিচিং মানুহৰ জীৱন যাপনৰ ওপৰত অধ্যয়ন কৰে। শিক্ষাৰ পোহৰ নপৰা এই পিছ পৰা মেচাকি চাপৰিত ১৯১৩ চনত এখন প্ৰাইমেৰী স্কুল প্ৰতিষ্ঠা কৰি নিজেও শিক্ষাদান কৰিছিল। পঢ়াশালিখন প্ৰতিষ্ঠা কৰাৰ উপৰিও তেওঁৰ আধ্যাত্মিক আৰু বৌদ্ধিক চিন্তাধাৰাই মেচাকি চাপৰিত নামঘৰ, পুথিভঁৰাল আৰু মুৰংঘৰ প্ৰতিষ্ঠা কৰিবলৈ তেওঁক উদ্বুদ্ধ কৰে। কাৰণ এনে অনুষ্ঠান-প্ৰতিষ্ঠান প্ৰতিষ্ঠাতাই মানুহৰ চিন্তা-শক্তিৰ শ্ৰীবৃদ্ধি কৰাৰ উপৰিও মানসিক উৎকৰ্ষ সাধন কৰে আৰু মানুহক সংস্কাৰমুখী কৰি গঢ়ি তুলে। পাএগং কটকীৰ সংস্কাৰমুখী কৰ্মৰাজিয়ে নিৰক্ষৰ মিচিং মানুহৰ চকু মেল খোৱালে আৰু মিচিং মানুহবিলাকে ধৰ্ম-কৰ্ম, শিক্ষা-দীক্ষাত ব্ৰতী হ'বলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা সভা-সমিতি পাতি সামাজিক দায়বদ্ধতাৰ কথা ব্যাখ্যা কৰিছিল। তদুপৰি শিক্ষা-দীক্ষা আৰু আধ্যাত্মিক প্ৰগতিবাদী চিন্তাধাৰাই সামাজিক, অৰ্থনৈতিক তথা সাংস্কৃতিক উন্নতিত মানুহৰ প্ৰমূল্যবোধ কি প্ৰকাৰে নিৰূপণ কৰে তাৰো ব্যাখ্যা দাঙি ধৰে। আনহাতে বহু জাতি উপ-জাতি, বিভিন্ন ভাষা-ভাষী, নানান ধৰ্মাৱলম্বী, বিভিন্ন কৃষ্টি-সংস্কৃতিৰ জীৱন ধাৰাৰে ধাৱিত সমাজ জীৱনৰ লগত খোজত খোজ মিলাই আগুৱাই যাবলৈ মিচিং সমাজক আহ্বান জনায়।

যুগ যুগ ধৰি মিচিং মানুহ আৰ্থিক দিশত পিছপৰি থকা কথা কাৰো অবিদিত নহয়। নিৰক্ষৰতা, যাতায়ত যোগাযোগৰ সুচল নোহোৱা পিছপৰা ঠাইত বসতিয়ে ইয়াৰ মূল কাৰণ বুলি কব পাৰি। সেয়ে যিকোনো ব্যৱসায় বাণিজ্যৰ প্ৰতি মিচিংসকল আকৃষ্ট হোৱা নাছিল। তদুপৰি ঘৰুৱা (domestuc) আৰ্থিক ব্যৱস্থায়ো দৈনন্দিন জীৱন-যাপনৰ

পথ সুচল কৰি তুলিব পৰা নাছিল। সেযে ব্যবসায়-বাণিজ্যৰ প্ৰতি কোনো জ্ঞান নথকা প্ৰকৃতিমুখী মিচিং মানুহৰ মাজত আৰ্থিক উন্নতি সাধনৰ পথ প্ৰশস্ত কৰি তো লাৰ প্ৰস্তুতি চলায়। এনে উদ্দেশ্য সাৰোগত কৰি কেইগৰাকীমান বন্ধু-বান্ধৱক লগ লগাই সমবায় সমিতি গঠন কৰে। সেই সময়ত ব্ৰিটিছ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে চিচিমুখত 'চিচি-শ-মিল' বা 'চিচিকল ঘৰ' প্ৰতিষ্ঠা কৰিছিল। ব্ৰিটিছ ইষ্ট-ইণ্ডিয়া কম্পেনীৰ হৰ্তাকৰ্তাক লগ ধৰি কাঠৰ যোগান ধৰা ঠিকা লয়। এইদৰে ইয়াত কাঠ যোগানৰ ধৰি সমবায়খনে আৰ্থিকভাৱে লাভৱান হয়। এই কাম সমবায় সমিতিক গটাই দি পাঞ্জাং কটকীয়ে পুনৰ অন্য এটা বনৌষধি ব্যৱসায় প্ৰতিষ্ঠা কৰে। পাহাৰৰ পৰা বিভিন্ন বনৌষধি গছৰ বাকলি, শিপা, আৰু গছৰ পাত গোটাই এবিধ চালৰ বেমাৰৰ বনৌষধি তৈয়াৰ কৰি ব্যৱসায় আৰম্ভ কৰে। এইদৰে খেমাজিৰ বহু উঠি অহা যুৱকক আৰ্থিকভাৱে লাভৱান কৰায়। এই ব্যৱসায়ো লগৰ লগৰীক গটাই দি তেওঁ পুনৰ অন্য এটা ব্যৱসায় আৰম্ভ কৰে। তেওঁ বেতৰ যোগান ধৰাৰ ঠিকা লৈছিল। ধেমাজিৰ পৰা বেত ডিব্ৰুগড়লৈ যোগান ধৰিছিল। এই ব্যৱসায়তো যথেষ্ট উপকৃত হয়।

সোণাৰামি পাঞ্জাং কটকীয়ে তেওঁৰ ধ্যান-ধাৰণাৰে নিৰক্ষৰ মিচিং জনজীৱনলৈ আধ্যাত্মিক অৰ্থনৈতিক, সামাজিক, শিক্ষা ইত্যাদিত কেনেকৈ সংস্কাৰ সাধন কৰিছিল দাঙি ধৰা হৈছে যদিও তেওঁ আচলতে "মিৰি জাতিৰ বুৰঞ্জী" লিখক হিচাপেহে মিচিং সমাজত সৰ্বজ্ঞাত। তেওঁ ১৯০৪-১৯০৬ চনলৈকে ডিব্ৰুগড়ত পঢ়ি থকা কালছোৱাত বিভিন্ন বুৰঞ্জী পুথি অধ্যয়ন কৰাৰ সুযোগ লাভ কৰে। তাৰে ভিতৰত ভাৰত বুৰঞ্জী, অসম বুৰঞ্জী আৰু ইংলেণ্ডৰ বুৰঞ্জীয়েই প্ৰধান আছিল। তেওঁৰ সেই সময়ত একমাত্ৰ আক্ষেপ আছিল যে কোনো এখন বুৰঞ্জী পুথিত ভুলাক্ৰমেও মিৰি জাতিৰ ইতিবৃত্ত তথা ঘটনা প্ৰবাহৰ বিষয়ে লিপিবদ্ধ কৰা পোৱা নাছিল। সেয়ে তেওঁ মিচিং জনজীৱনৰ ইতিবৃত্তৰ ওপৰত বুৰঞ্জী প্ৰণয়নৰ বাবে সংকল্পবদ্ধ হয় আৰু বুৰঞ্জীৰ সমল বিচৰাত ব্ৰতী হয়।

অতীতৰ ইতিবৃত্ত লিপিবদ্ধ কৰাকে বুৰঞ্জী বুলি কোৱা হয়। মিচিং বা মিৰি জাতিৰো অতীত আছিল। সেয়ে মিচিঙৰ অতীতৰ ঘটনাপ্ৰবাহ ৰোমন্থন কৰি মিৰি জাতিৰ বুৰঞ্জী প্ৰণয়ন কৰিবলৈ আবৰ পাহাৰ, ডফলা পাহাৰ তথা উত্তৰ-পূৰ্বাঞ্চল (নেফা) ভ্ৰমণ কৰিবলৈ পৰিকল্পনা প্ৰস্তুত কৰে। তেওঁ ১৯২১ চনৰ জানুৱাৰী মাহত যাত্ৰা আৰম্ভ কৰি ফেব্ৰুৱাৰী মাহত মিৰি পাহাৰত উপস্থিত হয়। এই অঞ্চলৰ প্ৰধান প্ৰধান জ্ঞানী বৃদ্ধসকলৰ পৰা মিৰি জাতি-উপজাতি, বংশ পৰিচয় তথা আত্মীয় কুটুম্বৰ ইতিবৃত্তৰ সমল আহৰণ কৰে। ১৯২২ চনত তেওঁ মুনহি পাহাৰলৈ যায় আৰু এই পাহাৰত ১০/২০ খনমান গাঁও ভ্ৰমণ কৰে আৰু ইয়াত ছমাহ কাল থাকি সোতৰণ আৰু ওঠৰণ শতিকাৰ লিখিত অলিখিত প্ৰকৃতিমূলক বুৰঞ্জী তথ্যৰ সমল লাভ কৰে। ১৯২২ চনৰ জুলাই মাহত পুনৰ যাত্ৰা আৰম্ভ কৰি ডামাপাহাৰৰ ডাম্ৰ, কিংলিন, ৰেলেন, প্ৰিয়া ইয়াং কিয়াং আৰু জুলিন আদি

বৃহৎ গাঁওবোৰত উপস্থিত হয়গৈ। মুখ্য বৃদ্ধবৃন্দৰ পৰা মিচিং বংশাৱলীৰ উৎপত্তিৰ সবিশেষ তথ্য আহৰণ কৰে। ১৯২৩ চনতো কিছুমান তথ্যভিজ্ঞ 'গামক' লগত লৈ যেৰা পাহাৰ পায়গৈ তাত থকা চিলক, বাৰধি, অয়াং, ৰাগা চিয়াকামা, নামচিং, ৰীযা আৰু শদিয়াৰ গাঁওবোৰ পৰিভ্ৰমণ কৰি বুৰঞ্জীৰ সমল বুটলি লৈছিল।

পাএলং কটকীয়ে মিৰি জাতিৰ বুৰঞ্জী প্ৰণয়নৰ সন্দৰ্ভত ১৩ বছৰ কাল পাহাৰে ভৈয়ামে অধ্যয়ন চলায়। ধৈৰ্য, সাহস, মনোবল আৰু আত্মবিশ্বাসে তেওঁক অৱশেষত বুৰঞ্জীখন সম্পূৰ্ণ কৰাত ইন্ধন যোগালে। কোনো কোনোৰ মতে তেওঁ ১৯২১-২৪ চনৰ ভিতৰত পাণ্ডুলিপি প্ৰস্তুত কৰি ১৯২৪ চনত বুৰঞ্জীখন প্ৰকাশ কৰা বুলি। কিন্তু তেওঁৰ 'মিৰি জাতিৰ বুৰঞ্জী'খনৰ পাতনিমতে বুৰঞ্জীখন ১৯৩৫ চনত প্ৰকাশ কৰা কথাষাৰ তথ্যভিত্তিক ভাবে লিপিবদ্ধ কৰা দেখা যায়।

পাএলং কটকীৰ 'মিৰি জাতিৰ বুৰঞ্জী'খন পূৰ্ণাঙ্গ বুৰঞ্জী বুলি কব পৰা নহ'লেও ইযাত মিচিং বুৰঞ্জীৰ সমল যথেষ্ট বিদ্যামান। মিৰি জাতিৰ বুৰঞ্জীখন মিচিং জনজীৱনৰ এক জীৱন্ত দলিল বা মাইলৰখুঁটি। ইযাত মিৰি বা মিচিং জাতিক ভালকৈ প্ৰতিফলিত কৰিছে। তেওঁ বুৰঞ্জীখন ত্ৰয়োবিংশ অধ্যায়ত সমাপ্ত কৰিছে। মিচিং বা মিৰিসকল বৰ আবৰৰ বংশোদ্ভৱ। সেয়ে প্ৰথম অধ্যায়ৰ পৰা ষষ্ঠ অধ্যাযলৈ পাহৰত থকা কালছোৱাৰ নিবিড় সম্বন্ধৰ বিস্তৃত বিৱৰণ দিয়া আছে।

গ্ৰন্থখনত মিৰি জাতিৰ পৰিচযত তেওঁ এইদৰে কৈছে ঃ "প্ৰকৃতপক্ষে 'মিৰি' বুলি এটা জাতি নাই। মিচিং নামৰ জাতিটোকে ভৈয়ামত মিৰি বোলে। এই মিচিংবোৰ বৰ আবৰৰ ঠালৰে।" আনকি বিদেশী লিখক এলউইন আৰু মেইকেঞ্জী আদিয়েও কব খোজে যে 'মিৰি' শব্দটো ভৈযামতেহে ব্যবহাৰ কৰা দেখা যায। কিন্তু কোনো এখন পাহাৰত মিচিং মানুহক মিৰি বুলি সম্বোধন কৰি মতা শুনা নগৈছিল। যি কি নহওঁক প্ৰথম অধ্যায়ৰ পৰা ষষ্ঠ অধ্যায়লৈ মিৰি দেশৰ সীমা-ৰেখা, বিভিন্ন বৰ আবৰৰ খেল বা ঠাল, বংশ, সাজপাৰ, বিবাহ প্ৰথা, খোৱাবোৱা প্ৰণালী উল্লেখ কৰা আছে। তদুপৰি বৰ আবৰৰ লগত মিৰি বা মিচিং জাতিৰ সামাজিক ধৰ্ম-কৰ্ম, ৰীতি-নীতিৰ নিবিড় সম্বন্ধৰ কথা উল্লেখ আছে। চুটীয়া ৰজা, আহোম ৰজা আৰু ব্ৰিটিছৰ লগত সঘনাই হোৱা যুদ্ধৰ কথাও বৰ্ণনা কৰা আছে।

আনহাতে সপ্তম অধ্যায়ৰ পৰা এয়োবিংশ অধ্যায়লৈ মিৰি সকলে পাহাৰৰ পৰা ভৈয়ামলৈ নামি অহা আৰু ইয়াত থিতাপি লোৱা বিস্তৃত বিৱৰণ দাঙি ধৰিছে। সপ্তম অধ্যায়ত মিৰি বা মিচিঙৰ বসতিৰ সীমা এই দৰে নিৰ্ণয় কৰিছে - "এইকালে শদিয়াৰ পৰা সীমা কৰি তেজপুৰলৈকে ব্ৰহ্মপুত্ৰৰ দুই পাৰে, আনফালে সোৱণশিৰি উজনিৰ পৰা ভাটিয়াই ধনশিৰিলৈকে আৰু খেৰকটীয়া কলংনদীৰ মুখলৈকে মিৰিসকল জুৰি আছে।"

তদুপৰি লোকসংখ্যা গা-খাজনা, অতীতৰ 'গাম'ৰ পৰা গাঁওবুঢ়া হোৱা, মানৱ লগত কথা আৰু অসমীয়া হিন্দুয়ে মিৰি জাতিলৈ ৰূপান্তৰ হোৱা কথা মিৰি জাতিৰ বুৰঞ্জীত লিপিবদ্ধ কৰা আছে। তদুপৰি মিৰি সকলে ব্ৰহ্মাসঙ্গতি বা ----- গুৰুত্ব শকা লোৱা তথা কালসঙ্গতি ধৰ্মমতে 'বাতিখোৱা' সকাম কৰা কথাও উল্লেখ আছে।

উল্লেখযোগ্য যে মিচিংমতে এই পৃথিবীত থকা চেতন-অবচেতন সকলোকে চেদিমেলংএ সৃজিলে বুলি বুৰঞ্জীত উল্লেখ আছে। চেদিমেলং মানে জগতৰ পুৰুষ-প্ৰকৃতি। বুৰঞ্জীখনত মিচিং জাতিৰ বিভিন্ন বংশাৱলী বা ঠাল-খেল (clun) ৰ বিস্তৃত বিৱৰণ তন্নতন্নকৈ দেখুৱা আছে আৰু লগত দেখুৱা আছে কোন বংশ, ঠাল, খেলৰ কি 'গোত্ৰ' মিচিঙৰ সামাজিক প্ৰথামতে একে গোত্ৰৰ মাজত বিবাহিক সোমাব নোৱাৰা সত্যনিষ্ঠ কথাবাৰো লিপিবদ্ধ কৰা আছে। মিচিঙৰ সাজপাৰ, বিহু, সকাম নিকাম, ধৰ্ম্ম কৰ্ম আদি আধ্যাত্মিক ধ্যান-ধাৰণাৰ কথা সুন্দৰকৈ লিপিবদ্ধ কৰা আছে। তদুপৰি মিচিং জাতিক সম্পূৰ্ণ কৃষিজীৱী জাতি হিচাপে বুৰঞ্জীখনত চিহ্নিত কৰিছে আৰু কৃষি উৎপাদনেই মিচিঙৰ আৰ্থিক দিশৰ মাইলৰ খুঁটি বুলি কৈছে। মুঠতে মিৰি জাতিৰ বুৰঞ্জীখন অতীত মিচিঙৰ সামাজিক, শিক্ষা, ৰাজনৈতিক, অৰ্থনৈতিক, কৃষি-সংস্কৃতি, ভাষা ধৰ্ম-কৰ্মৰ কথা সুন্দৰকৈ লিপিবদ্ধ কৰা এক ঐতিহাসিক দলিল। গভীৰ তথ্য-গধুৰ প্ৰচেষ্টা প্ৰশংসনীয়। সোণাৰাম পাএগং কটকী অকল মিৰি জাতিৰ বুৰঞ্জী লিখক হিচাপেই পৰিচিত হোৱা নাছিল। তেওঁ এজন সাহিত্যিকো আছিল। তেওঁ 'মিৰি দুৱান' নামেৰে নামকৰণ কৰি মিচিং ভাষাৰ ওপৰত মূল্যবান পাণ্ডুলিপি এখন প্ৰস্তুত কৰিছিল। মিচিং 'অইনিতম' নামেৰে নামকৰণ কৰি অন্য এখন পাণ্ডুলিপিও প্ৰস্তুত কৰিছিল। উল্লেখযোগ্য যে তেওঁ "মান পৰাজয়" নামৰ গ্ৰন্থ এখনো প্ৰস্তুত কৰিছিল। এই গ্ৰন্থখনত বহু বুৰঞ্জীৰ সমল লিপিবদ্ধ কৰা আছিল। এই গ্ৰন্থকেইখন প্ৰকাশ কৰিবলৈ কোনো এজন ব্যক্তিয়েই আগবাঢ়ি নহাত তেওঁৰ আশা ধূলিসাৎ হয়। কুৰিশতিকাৰ প্ৰথম দহকত সোণাৰাম পাএগং কটকীয়েই মিচিং সম্প্ৰদায়ৰ প্ৰথম শিক্ষিত লোক বুলি কব পাৰি। ইয়াৰ পিছৰ দ্বিতীয় দশকত বীৰু চন্দ্ৰ মিৰি— ১৯১৯ চনত প্ৰথম বিভাগত মেট্ৰিক পাছ, চাৰু চন্দ্ৰ দলে ১৯২৬ চনত প্ৰথম মিচিং বি এ মহিচন্দ্ৰ মিৰি ১৯২৭ চনত বি এচ্ চি তথা মিচিঙৰ দ্বিতীয় গ্ৰেজুৱেট আৰু ইয়াৰ পিছত কৰ্ক দলেৰ নাম উল্লেখ কৰিব পাৰি। এই সকলেই কুৰি শতিকাৰ প্ৰথম আৰু দ্বিতীয় দশকত মিচিঙৰ শিক্ষিত ব্যক্তি হিচাপে পৰিচিত। ইয়াৰ আগতে কোনো মিচিং মানুহে উচ্চশিক্ষা লাভ কৰা নজীৰ পোৱা হোৱা নাই।

সোণাৰাম পাএগং কটকীয়ে মেচাকি চিলাপথাৰৰ চামকাং মিচিং গাৱঁৰ মাজনী তায়েঙক বিয়া কৰায়। বেতৰ কাৰবাৰ লগত বন্ধু-বান্ধৱক গতাই দি তেওঁ উত্তৰামুখ মিচিং গাৱঁলৈ পুনৰ ঘূৰি আহে। তেওঁলোকৰ ৪ গৰাকী ছোৱালী আৰু এগৰাকী পুত্ৰ আছিল। তেওঁৰ সাহস মনোবল আত্মবিশ্বাস আছিল যদিও আৰ্থিক অভাৱ অনাটনে

হাতত লোৱা যিকোনো কাম সামাধা কৰাত প্ৰাচীৰ ৰূপে থিয় দিছিল। তেওঁ প্ৰস্তুত কৰা কিতাপকিখন প্ৰকাশ কৰিব নোৱাৰি বেদনাৰ হৃদযৰ ভাৰ বৈ জীৱন কটাব লগা হৈছিল।

১৯৫০ চনৰ ইতিহাস প্ৰসিদ্ধ প্ৰলয়ংকাৰী ভূমিকম্পত উজনি অসমৰ বিশেষকৈ উত্তৰ পাৰৰ ঠাইসমূহত ভয়াবহ ক্ষতি হয়। মানুহৰ হাহাকাৰ ধ্বনিয়ে আকাশ নিনাদিত কৰি তুলিছিল। এই প্ৰলযংকৰী ভযাবহ ভূমিকম্পতে পাএলং কটকীও সৰ্বস্ব সম্পত্তি হেৰুৱাৰ লগাত পৰি বিষাদ-বিননিৰে যাযাবৰি জীৱন লৈ অনাই বনাই ঘূৰি ফুৰিবলৈ ধৰিলে। সেযে তেওঁ উভতামুখ মিচিং গাঁও এৰি অস্থায়ী ভাবে বৰ্তমান যোৰহাট জিলাৰ গন্ধিয়া মিচিং গাৱঁত আশ্ৰয় লয়। তেওঁৰ 'মিৰি দুৱান' 'অইনিতম' আৰু 'মান পৰাজয' পাণ্ডুলিপিকিখন প্ৰকাশ কৰিব নোৱাৰ হৃদয় বিদাৰক দুখ আৰু ১৯৫০ চনৰ ভযাবহ ভূমিকম্পত সৰ্বস্ব হেৰুওৱা দুখত হৃদয় ভাগি পৰে আৰু ১৯৫২ চনৰ ২০ অক্টোবৰত গন্ধিয়া মিচিং গাঁৱত মৃত্যুক সাৱটি লয়। উল্লেখযোগ্য যে বিভিন্ন পাহাৰীযা ভাষা-ভাষী আৰু ব্ৰিটিছ চৰকাৰৰ মাজত মধ্যস্থতাকাৰী কথাৰ বিনিময কৰ্ম আগবঢ়োৱাৰ বাবে বৃটিছে তেওঁক কটকী উপাধিটো সন্তৱ প্ৰদান কৰিছিল।

মিৰি জাতিৰ বুৰঞ্জীৰ পিতৃপুৰুষ সোণাৰাম পাএলং কটকী আজি নাই। মিচিংসকলে তেওঁক হেৰুৱালে কিন্তু দঃ গ্ৰি- পঃল তথা মিচিং সমাজ যিমান দিনলৈ থাকিব সোণাৰাম পাএলং কটকীও মিচিং সমাজত সিমান দিনেই জীযাই থাকিব। আনকি অনামিচিং তথা অসমীয়া সমাজেও তেওঁৰ অবদান সোঁৱৰাই থাকিব। কাৰণ "তেওঁৰ কৰ্মৰাজিৰ মাজেৰে বৈ আছে অসমীয়া সমাজৰ সংস্কৃতিৰ অংশীদাৰ হোৱা চেতনাৰ প্ৰবল স্ৰোত। ইযাৰ অন্তৰালত উজলি আছে অসমীযাৰ গৌৰব।"

# মহি চন্দ্ৰ মিৰি ঃ ইন্দিৰা মিৰি

নবীন টায়ে

"Lives of great men all remind us
We can make our lives sublime
And departing, leave behind us
Footprint on the sands of time"
-- H W Longfellow

"এইচ্ ডবলিউ লংফে'ল"ৰ এই কালজয়ী কথাবাৰে মহি চন্দ্ৰ মিৰিদেৱৰ জীৱন দৰ্শনতো সোণত সুৰগা চ'বোৱা পৰিলক্ষিত হয়। একোজন মহান ব্যক্তিৰ জীৱনাদৰ্শৰ কৰ্মৰাজিয়ে সৰ্বকালৰ বাবে দীপ্ত প্ৰভাৱ বিস্তাৰ কৰি আহি থকা ইতিহাসৰ পাতে পাতে সোণালী আখৰেৰে জিলিকি থকা দেখিবলৈ পোৱা যায়। মহি চন্দ্ৰ মিৰি মিচিং তথা অসমীয়া জনজীৱনৰেই এজন লেখত লবলগীয়া ব্যক্তি। তেওঁ এজন কৰ্তব্যপৰায়ণ আৰু অসাধাৰণ পাৰিশ্ৰমিক সম্পন্ন পুৰুষ। সাধুতা, নম্ৰতা তেওঁৰ জীৱন-গাঁথা আৰু এনে গুণসম্পন্নতাৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰ সান্নিধ্যতাই মানুহৰ মাজলৈ মৰম-চেনেহৰ নিবিড় সম্বন্ধ কঢ়িয়াই আনিছিল। তেওঁ সংস্কৃতি-প্ৰগতিবাদী চিন্তাধাৰ প্ৰস্ফুৰিত। কঠোৰ পাৰিশ্ৰমিক অধ্যৱসায়েই জীৱন বাটৰ লক্ষ্যত উপনীত হ'বলৈ তেওঁক সমৰ্থবান কৰে। তেওঁ মিচিং সম্প্ৰদায়ৰ প্ৰথমজন বিজ্ঞান স্নাতক আৰু মিচিং সম্প্ৰদায়ৰ প্ৰথম উচ্চপদস্থ বিষয়া।

১৯০২ চনৰ ২১ জুলাইত ঢকুৱাখনাৰ খেৰকটা নদীৰ পাৰত অৱস্থিত আলিমুৰ মিচিং গাঁৱত মহি চন্দ্ৰ মিৰিৰ জন্ম। অভিজাত পৰিয়ালৰ ল'ৰা-ছোৱালীৰ দৰে তেওঁ সোণৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা নাছিল। Neither the bell was ringing nor the drum was beating ceremoniously in the Church, Mondir and Mosjid respectively at the time of his birth তেওঁ সাধাৰণ মিচিং গাঁৱত সাধাৰণ পৰিৱেশত সাধাৰণভাৱে জন্ম হোৱা এগৰাকী মিচিং ল'ৰা। পাছত এই গাঁওখন চাৰিকড়ীয়া নদীৰ পাৰৰ মৌখোৱালৈ স্থানান্তৰ হয়। তেওঁৰ দেউতাকৰ নাম 'দলে মিৰি' আৰু মাকৰ নাম 'পঞ্চমী মিৰি'। দেউতাক এগৰাকী হৃষ্ট-পুষ্ট, ওখ দেখনিয়াৰ লোক আছিল। তেওঁ এগৰাকী দৃঢ়প্ৰতিজ্ঞমনা আৰু প্ৰগতিশীল চিন্তাধাৰাৰে সাৰগৰ্ভ ব্যক্তি আছিল। সকলো শ্ৰেণীৰ মানুহৰ মাজত সহজে আধিপত্য বিস্তাৰ কৰিব পাৰিছিল আৰু সেয়ে সকলো শ্ৰেণীৰ পৰা তেওঁ সমীহ আদায় কৰিব পাৰিছিল।

মিচিং সংস্কৃতি নৈ পৰীয়া সংস্কৃতি। সেয়ে মিচিং মানুহ প্ৰকৃতিমুখী তথা প্ৰকৃতিপ্ৰেমী। তেওঁলোকৰ কৃষ্টি-সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্যও প্ৰকৃতিমুখী। অতীজত মিচিং গাঁওবোৰ হাবি-জংঘলৰ মাজত অৱস্থিত। চাৰিওফালে অটব্য অৰণ্যই গাঁওবোৰ আগুৰি আছিল। বাট-পথ সুচল নাছিল। মুক্ত আকাশৰ তলৰ এই হাবি-জংঘলৰ লগতে নিবিড় সম্বন্ধ গঢ়ি উঠে মহি চন্দ্ৰ মিৰিৰ বাল্য জীৱনত। গাঁৱৰ সাধাৰণ গাঁৱলীয়া ল'ৰাৰ দৰে হাবিয়ে-বননিয়ে চৰাই খেদি ফুৰা, বনৰীয়া ফুল বুটলা, নৈৰ গৰাৰ পৰা জাঁপ মৰা, নৈৰ দাঁতিৰ বালিত বালিঘৰ সজা আৰু গৰু-ম'হ পথাৰত চৰোৱা স্বভাৱজাত গাঁৱলীয়া ল'ৰাৰ চাৰিত্ৰিক বৈশিষ্ট্যসমূহ মিৰিৰ গাতো বিদ্যমান। এনে পৰিৱেশ-পৰিস্থিতিয়ে তেওঁৰ জীৱনত প্ৰকৃতিৰ প্ৰতি থকা ওপৰত ভালপোৱাৰ গভীৰ ৰেখাপাত কৰে।

মিচিং গাঁওবোৰ হাবি-জংঘলৰ মাজত অৱস্থিত হোৱা হেতুকে বহিঃজগতৰ লগত বিভিন্ন দিশত সান্নিধ্য গঢ়ি উঠা নাছিল আৰু ঠিক তেনেদৰে শিক্ষানুষ্ঠান গঢ়ি উঠা নাছিল। সেই সময়ত নগৰ-চহৰৰ লগত যোগাযোগৰ কোনো ব্যৱস্থা নাছিল। কাৰণ মিচিং গাঁওবোৰ নগৰ-চহৰৰ পৰা বহু দূৰৰ অৱস্থিতিয়ে শিক্ষাৰ পোহৰ লাভৰ পৰা বঞ্চিত আছিল। সেইয়ে শিক্ষাৰ মূল্য কি তাক বুজাৰ পৰা বহু আঁতৰত। নিৰক্ষৰ, গোড়ামী আৰু অন্ধবিশ্বাসেৰে প্ৰভাৱিত হোৱা মিচিংসকলক নিজৰ ল'ৰা-ছোৱালীক শিক্ষা দানৰ ব্যৱস্থা যে কৰিব লাগে এই কথা তেওঁলোকৰ বাবে সপোনৰো অগোচৰ তথা কল্পনাতীত। অতীজৰ এনে অসাংস্কৃতিক চিন্তা-ধাৰাই মিচিং সমাজৰ উত্তৰণত পিছ পৰাৰ মূল কাৰণ।

দেউতাকৰ দৰে মহি চন্দ্ৰ মিৰিও বৰ হৃষ্ট-পুষ্ট স্বাস্থ্যবান আছিল। সৰু কালৰ পৰাই পঢ়াত প্ৰবল ধাউতি আছিল। যি মূলা বাঢ়ে দুপাততে চিন বুলি কোৱাৰ দৰে পঢ়াত অতি চোকা আছিল। পঢ়াত চোকা হোৱা হেতু ছাত্ৰ আৰু শিক্ষকৰ মাজত তেওঁ এক পৰিচিত মুখ। তেওঁ শিৱসাগৰত থাকি পঢ়া-শুনা কৰিছিল। স্কুলত পঢ়ি থকা কালছোৱাৰ পৰাই তেওঁক মিচিং মানুহে এগৰাকী কৃতি ছাত্ৰ বুলি জানিছিল। যিকি নহওক অৱশেষত শিৱসাগৰ হাইস্কুলৰ পৰা ১৯২৩ চনত অংকত ডিষ্টিংচনসহ মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। উল্লেখযোগ্য যে তেওঁৰ খুৰাক বীৰোচন্দ্ৰ মিৰিয়ে প্ৰাইভেটকৈ ১৯১৯ চনত মেট্ৰিক পৰীক্ষা দি প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল। তেৰেঁই মিচিং সম্প্ৰদায়ৰ প্ৰথম মেট্ৰিকুলেট। মহি চন্দ্ৰ মিৰিয়ে কটন কলেজত নাম ভৰ্তি কৰে। ১৯২৭ চনত কটন কলেজৰ পৰা সুখ্যাতিৰে পদাৰ্থ বিজ্ঞানত সন্মান সহকাৰে বি এচ চি পাছ কৰে। নিৰক্ষৰ গোড়ামী আৰু অন্ধবিশ্বাসে প্ৰভাৱিত কৰা সোঁতৰ বিপৰীতে মহি চন্দ্ৰ মিৰিয়ে এনেকৈ পঢ়াত কৃতকাৰ্যতা লাভ কৰাটো মিচিং মানুহৰ বাবে অতি প্ৰশংসনীয় হৈ পৰিছিল। তেওঁ অকল পঢ়াতেই চোকা নাছিল। এগৰাকী ভাল কৃতি খেলুৱৈয়ো আছিল। তেওঁ চুটিং, মাছ মৰা, হাতীৰ পিঠিত উঠি ফুৰা, সাপ ধৰা ইত্যাদিত পাকৈত আছিল। এনে সৰ্বগুণাকৰ হোৱা হেতু তেওঁ সহজে Extra Assistant Conservator of Forest চাকৰিৰ পদবীত

নিযুক্তি লাভ কৰিবলৈ সমৰ্থ হয়। তেওঁ এই চাকৰিত নিযুক্তি পোৱাৰ লগে লগে বিভাগীয় প্ৰশিক্ষণৰ বাবে ১৯২৮-২৯ চনত বেংগুনলৈ যায়। বেংগুনৰ পৰা ঘূৰি অহাৰ লগে লগে গুৱাহাটীস্থ কাৰ্যালয়ত কাৰ্যভাৰ গ্ৰহণ কৰে। কিন্তু তেওঁৰ কৰ্ম-দক্ষতা আৰু চৰকাৰৰ প্ৰতি থকা আনুগত্যই বিভাগীয় উচ্চ পদস্থ বিষয়াক আকৰ্ষণ কৰে আৰু তেওঁক ১৯৩০ চনৰ মাজ ভাগত বাগৰীলৈ বদলি কৰে।

কাজিৰঙা বিশ্বৰ দৃষ্টিগোচৰ কেনেকৈ হ'বলৈ পালে তাৰো কাহিনী নথকা নহয়। পৰাধীন ভাৰতৰ ব্ৰিটিচ ভাইচৰয় লৰ্ড কাৰ্জন ১৯০৪ চনত ভাৰতলৈ আহে। তেওঁৰ সহধৰ্মীনীয়ে কাজিৰঙাৰ এক শিঙীয়া গঁড়ৰ কথা জানিবলৈ পাই কাজিৰঙাখন এবাৰ নিজ চকুৰে চোৱাৰ লোভ সামৰিব নোৱাৰি এদিন কাজিৰঙা পালেগৈ। তেতিয়া কাজিৰঙাত গঁড় নিধন যজ্ঞ অবাধে চলি আছিল। এই গঁড় নিধনৰ কথা জানিব পাৰি কাজিৰঙা ৰক্ষণাবেক্ষণ ব্যৱস্থা জৰুৰীভাৱে হাতত লবলৈ লৰ্ড কাৰ্জনক পৰামৰ্শ আগ বঢ়ায়। সেয়ে লগে লগে ১৯০৫ চনৰ ১ জুনত চীফ কমিচনাৰে এক জাননী যোগে কাজিৰঙাক এক সংৰক্ষিত বনাঞ্চল ঘোষণা কৰে। ১৯২৬ চনত কাজিৰঙাক অভয়াৰণ্য ঘোষণা কৰে আৰু ১৯৩৮ চনৰ পৰাহে কাজিৰঙা অভয়াৰণ্যক জনসাধাৰণৰ দৰ্শনাৰ্থে মুকলি কৰি দিয়ে। তদুপৰি ১৯৫৪ চনত এখন আইন প্ৰণয়ন কৰি কাজিৰঙাৰ গঁড় ৰক্ষণাবেক্ষণ ব্যৱস্থা কৰে। ১৯৬৮ চনত কাজিৰঙাক ৰাজ্যৰ প্ৰথমখন ৰাষ্ট্ৰীয় উদ্যানৰ পদমৰ্যাদা প্ৰদান কৰে আৰু ১৯৮৫ চনত ইউনেস্কই ৱৰ্ল্ড হেৰিটেজ চাইট্ হিচাপে ঘোষণা কৰে।

নৈতিক কৰ্তব্যপৰায়ণতা আৰু পৰিশ্ৰমিকতা তেওঁৰ জীৱনৰ হাতধৰা লিপিৰী। চৰকাৰী অনুশাসনৰ প্ৰতি সদায় সতৰ্ক দৃষ্টি ৰাখি কামত আগ বাঢ়িছিল। তেওঁ বাগৰীলৈ আহিয়েই কাজিৰঙা অভয়াৰণ্যক জৰীপ কৰাৰ পৰিকল্পনা হাতত লয় আৰু এই কাম নিষ্ঠাৰে সমাধা কৰা হয়। কিন্তু ইয়াৰ আগতে কোনো সংগঠনে জৰীপ কৰাৰ কাম হাতত লোৱা নাছিল। সেই সময়ত গভীৰ অটব্য অৰণ্য কাজিৰঙা জৰীপ কৰাটোত জীৱন-সংশয়ৰ প্ৰশ্নও নিহিত আছিল। তথাপিতো সকলো প্ৰকাৰৰ অশুভ পৰিস্থিতি আৰু বাধা নেউচি মহি চন্দ্ৰ মিৰিয়ে জৰীপৰ কাম সাহসেৰে সমাপন কৰি ভৱিষ্যতে ল'ব পৰা আঁচনি তৈয়াৰ কৰিছিল। সেই সময়ত কাজিৰঙা ভ্ৰমণ কৰাটো জীৱন-মৰণৰ সমস্যা বুলি বহিঃজগতৰ জ্ঞাত। সেয়ে ব্ৰিটিছ পৰ্যটক E P Geeৰ কাজিৰঙা ভ্ৰমণৰ কথা জানিব পাৰি ১৯৩৪ চনত এগৰাকী বন বিষয়াই তেওঁক বাধা আৰোপ কৰি এইদৰে লিখিছিল,- "No one can enter the place It is all swomps and leeches and even elephants cannot walk there." কিন্তু অনুসন্ধিৎসু মনৰ E P Gee যে এই বাধাৰ বিপৰীতে কাজিৰঙা সুকলমে ভ্ৰমণ কৰে। E P Gee আছিল author of the 'Wild Life of India' and one of the archetects of Kaziranga তেওঁৰ অভিজ্ঞতাৰ

পৰা কাজিৰঙাৰ বিষয়ে এই দৰে লিখিছে,- "I have had privilege to seeing most of the sanctuary and National Park of India and can truthfuly say that Assam is well ahead both in possession of fine showplaces With its fertile soil and heavy rainfall, Assam is blessed with unique fauna and flora and these can be well preserved and early enjoyed in her wild life sanctuary"

মহি চন্দ্ৰ মিৰিয়ে নিষ্ঠাৰে কৰ্তব্য পালন কৰি আহিছিল আৰু কৰ্তব্য পালন কৰাত কোনো প্ৰকাৰে কৃপণালী কৰা নাছিল। কাজিৰঙাৰ বিভিন্ন সমস্যাৰ লগত তেওঁ পৰিচিত হৈ পৰাৰ ওপৰিও ওতপ্ৰোতভাৱে জৰিত হৈছিল। প্ৰতিটো শ্ৰেণীৰ জীৱ-জন্তু তথা চৰাই চিৰিকটিৰ ওপৰত গভীৰ অধ্যয়ন কৰিছিল আৰু তেনেদৰে সংৰক্ষণৰ ব্যৱস্থা হাতত লৈছিল। সেয়ে জীৱ-জন্তুৰ ৰম্য ভূমি কাজিৰঙাক আন্তৰিকতাৰে ভাল পাব পাৰিছিল। আপোনৰো আপোন অনুভূতিৰে সিহঁতক ৰক্ষণাবেক্ষণৰ আঁচনি গ্ৰহণ কৰিছিল। তেওঁ বাগৰীত যোগদান কৰাৰ আগৰ পৰাই চোৰাং চিকাৰীৰ অবাধ গতি আছিল। সেয়ে এনে চোৰাং কাৰবাৰত বাধা আৰোপ কৰাটো ডাঙৰ সমস্যাই দেখা দিছিল। তথাপি কাজিৰঙা বে-দখলদাবীসকলক তাৎক্ষণিকভাৱে উচ্ছেদ কৰে। তেওঁ আনকি দেশীয় নাও লৈ পুৱাই পুৱাই কাজিৰঙা ভ্ৰমণ কৰি চোৰাং চিকাৰী ধৰা পেলাবলৈ কাৰ্য-পন্থা হাতত লৈছিল। আনকি হাতীৰ পিঠিত উঠি অৰণ্যৰ মাজে মাজে ভ্ৰমণ কৰি পৰিস্থিতিৰ বুজ লৈছিল। কাজিৰঙাৰ দক্ষিণ ফালে অৱস্থিত মিকিৰ পাহাৰৰ অতি ওখ পাহাৰৰ টিলাত প্ৰতিদিনে বহি বাইন'কোলাৰৰ সহাযত কাজিৰঙাৰ ওপৰত চাৰিওফালে চকু ৰাখিছিল। এই টিলাটো মহি চন্দ্ৰ মিৰি টিলা বুলি আজি পৰ্যন্ত জনাজাত। আনকি অসম চৰকাৰেও কাজিৰঙা বন মহোৎসৱ (২০০৩) সমাৰোহত এই টিলাটো চৰকাৰী ভাৱে 'মহি মিৰি টিলা' নামেৰে নামকৰণ কৰি জাননী জাৰি কৰিছে।

মহি চন্দ্ৰ মিৰিৰ কৰ্মদক্ষতা আৰু প্ৰশাসনৰ প্ৰতি থকা দায়বদ্ধতাত সন্তুষ্ট হৈ E P Gee যে লিখিছে, "I have talked with the forest officer who was the first to be deputed to survey Kaziranga in the mids of 1930 He found poacher's camp at every beel (small lake) and 40 carcasses of rhinos with horns removed" E P Gee rightly held him as "The man who put Kaziranga in the World Map" It was Miri who became instrumental of making Unicorn Asiatic Rhinoceros known throughout world During his time he caught the first live rhino in Kaziranga which was sent to U S A E P G rightly held him as - "Kaziranga most precisely the rhinos have made the map of Assam more prominently in the world atlas" এইদৰেই মহি চন্দ্ৰ মিৰিয়ে কাজিৰঙাৰ যোগে অসমৰ পৰিচয় প্ৰাক স্বাধীনতাৰ কালতেই বিশ্বৰ দৰবাৰত দাঙি ধৰিছিল। তেওঁৰ কামৰ প্ৰতি থকা প্ৰবল স্পৃহা আৰু একাগ্ৰতাই হাতত

লোৱা যি কোনো কাম সমাধান কৰাত প্ৰধান ভূমিকা পালন কৰিছিল। আগতেই উল্লেখ কৰি আহিছো যে তেওঁ কাজিৰঙাৰ জীৱ-জন্তুৰ ওপৰত গভীৰভাৱে অধ্যয়ন কৰি সেইদৰে কাৰ্যপন্থাও হাতত লৈছিল। কাজিৰঙাৰ মূল্যবান জীৱ জন্তু যেনে, - গঁড়, বাঘ, ভালুক, বনৰীয়া ম'হ আৰু হাতী বা চৰাই-চিৰিকটি ইত্যাদি প্ৰজনন-ফুৰণৰ ওপৰত অধ্যয়ন কৰি এই বিভিন্ন শ্ৰেণীৰ জীৱ-জন্তুৰ সংখ্যা বৃদ্ধিৰ আঁচনি তৈয়াৰ কৰিছিল।

মহি চন্দ্ৰ মিৰি এগৰাকী সুদক্ষ চৰকাৰী কৰ্মচাৰীয়েই নহয় নিষ্ঠাবান সমাজ সেৱকো আছিল। নিৰক্ষৰ, অন্ধবিশ্বাসী মিচিং সমাজত প্ৰগতিৰ কথা কৈ প্ৰকৃত শিক্ষাৰ মূল্য উপলব্ধি কৰি সংস্কৃতিবান হ'বলৈ প্ৰচাৰ চলাইছিল। কেতিয়াবা কেতিয়াবা গাঁৱলৈ আহিলে তেওঁ গাঁৱৰ জংঘল হোৱা ৰাস্তা-পদুলিবোৰ চাফাই কৰি অহা-যোৱাৰ পথ সুগম কৰি তুলিছিল। তদুপৰি দুখীয়া মিচিং ছাত্ৰক আৰ্থিক সাহায্য প্ৰদান কৰি শিক্ষা লাভত উপকৃত কৰিছিল।

মিৰিয়ে সাহিত্য চৰ্চাও কৰিছিল আৰু তেওঁ এগৰাকী কৃতি সাহিত্যিক আছিল। অসমীয়া, ইংৰাজী আৰু সংস্কৃত ভাষাত সুন্দৰকৈ লিখা মেলা কৰিব পৰা ব্যুৎপত্তি লাভ কৰিছিল। তেওঁ সময়ে সময়ে গধুৰ প্ৰবন্ধপাতি লিখি প্ৰকাশ কৰিছিল যদিও সংৰক্ষণৰ অভাৱত কালৰ বুকুত সেইবিলাক কেতিয়াবাই হেৰাই গ'ল। তেওঁ মিচিং ভাষাত পোন প্ৰথম বাৰৰ পাবে এখন Glossary প্ৰস্তুত কৰিছিল। Glossary খন মিচিং ভাষাৰ পৰা অসমীয়া ভাষালৈ ভাঙনি কৰা হৈছিল। এই Glossary খন প্ৰায় এক দশকৰ আগতেই 'প্ৰকাশন পৰিষদক' প্ৰকাশৰ বাবে জমা দিয়া বুলি জানিব পাৰিছিলো। কিন্তু এই Glossary খন ক'ত হেৰাল তাৰো একো উত্তৰদিহ আজি পৰ্য্যন্ত নাপালো। ত্ৰিশৰ দশকত প্ৰস্তুত কৰা এই খন মিচিং জনজীৱনৰ বাবে বৰ অপৰিহাৰ্য্য আছিল বুলি দাবী কৰি আহিছে।

মহি চন্দ্ৰ মিৰি ১৯৩২ চনত ইন্দিৰা সেনাপতিৰ লগত বিবাহ পাশত আবদ্ধ হয়। বিখ্যাত সেনাপতি পৰিয়ালৰ ইন্দিৰা ঘৰখনৰ আলাসৰ লাৰু। তেওঁৰ জন্ম হৈছিল ১৯১০ চনৰ বিজয়া দশমী তিথিত। তেওঁ প্ৰাথমিক শিক্ষা শিলঙতেই লাভ কৰিছিল। পিছত কলিকতা ব্ৰাহ্মাগাৰ্লছ স্কুলৰ পৰা সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ স্কটিছ কলেজৰ পৰা বি এ ডিগ্ৰী লাভ কৰে। কলিকতাত পঢ়ি থকা কালছোৱাত বহুতো বৰেণ্য ব্যক্তিক লগ পোৱাৰ ডাঙৰ সৌভাগ্য ঘটে। সেইসকলৰ ভিতৰত আছিল বিশ্বসাহিত্যিক ৰবীন্দ্ৰনাথ ঠাকুৰ, চাৰ জগদীশ বসু, চাৰ পি চি. ৰয়, সৰোজিনী নাইডু, মহাত্মা গান্ধী, জবাহৰলাল নেহৰু আৰু সুভাষ চন্দ্ৰ বসু। এখেতসকলৰ জীৱনাদৰ্শ আৰু সান্নিধ্যই ইন্দিৰা মিৰিক এক বহল মনৰ মানুহ হিচাপে গঢ় লোৱাত সহায় কৰে।

ইন্দিৰা মিৰিক গাঁৱৰ মুনিহ-তিৰোতাই মিচিং বোৱাৰী হিচাপে অতি ভাল পাইছিল। তাৰ উদাহৰণ হিচাপে ইন্দিৰা মিৰিৰ উক্তি এটা আছিল ঃ "গাঁৱলৈ গ'লে ওচৰ-চুবুৰীয়া

গাঁৱৰ মুনিহ-তিৰোতাসকলে আমাক লগ ধৰিবলৈ, চাবলৈ আহিছিল। লগত আনিছিল কেতিয়াবা তামোল এখন, কেতিয়াবা এটা-দুটা কুকুৰা কণী। মোক মৰম কৰি তাকে দি কৈছিল, আমাৰ কি আছে কি দিম? ইয়াকে দিছো— আমাৰ মৰম বিশ্বাস সব দিছো। কেনেকৈনো পাহৰো বান্ধ এনে সহজ-সৰল হিয়া ভৰা মৰম বিলাক।"

১৯৩৯ চনৰ ২৯ জুলাই। মিচিং তথা অসমৰ এক উদিত সূৰ্য মহি চন্দ্ৰ মিৰিক নিষ্ঠুৰ কালে অকালতে চিৰ-জীৱনৰ বাবে আঁৰকাপোৰ তৰি তেওঁৰ জীৱন নাটৰ অবসান ঘটায়। বিয়াৰ পিছত মাথোঁ সাত বছৰ সহবাস কৰা জীৱন সংগীৰ বিয়োগত ইন্দিৰা মিৰিৰ যেন ক্ৰৌঞ্চ পক্ষীৰ ক্ৰন্দন ধ্বনি ভাহি আহিছিল। চকুপানী দুগালে দুকুল বৈছিল। কপালৰ দীপ্ত সেন্দুৰৰ ফোঁট অকালতে মচি পেলাব লগা হ'ল। মিচিং জনজীৱনেও চকু পানী টুকিলে আৰু টুকিলে কাজিৰঙা অভয়াৰণ্যই তথা বন বিভাগে। ব্ৰিটিছ conservator of forest Machenzie যে এক শোক-বাৰ্তাত এইদৰে কৈছে, "We have lost the jewel of the Forest The editor of 'Kaziranga Compendia' India's first publication on wild life tourism, in 1974 has stated that "In this maidan issue of 'Kaziranga compendia' 'We pay our homage to late Mahi Miri, who has officially the first person to survey the wild life of Kaziranga, control wide spread poaching and advocate conservation of nature in area A brilliant graduate in science and scholar, late Miri hailed from Assam, where the National Park is situated "

The archetect of Kaziranga is no more Death has snatched him away much before his time But what he has left behind us will live for years to come and Miri will live on in the annals of Mising history forever in particular and Assam in general

অকালতে স্বামীক হেৰুৱাই জীৱন বাটত উজুতি খোৱা ইন্দিৰা মিৰিৰ পিছৰ জীৱন দুৰ্বিসহ হৈ পৰে। বৈধব্যৰ যন্ত্ৰনা সহ্য কৰিব পৰা নাই যদিও সৰু সৰু নিজ সন্তানকেইটাক মানুহ কৰাৰ গধুৰ দায়িত্ব মূৰ পাতি লোৱা আৰু লগতে স্বামীৰ ভায়েকহঁতক পঢ়াত চোৱা-চিতা কৰা এশ-এবুৰি সমস্যাই সন্মুখত থিয় দিয়ে। এনে কঠোৰ পৰিস্থিতি মকাবিলা কৰিবৰ বাবে পিতৃগৃহ শিলঙলৈ যাব লগা হয়।

শিক্ষাকেই জীৱনৰ ব্ৰত হিচাপে বাছি-লোৱা ইন্দিৰা মিৰিয়ে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৪৩ চনত বি টি ডিগ্ৰী লাভ কৰে। তেওঁৰ ককায়েক মহেন্দ্ৰ পাল দাস এম পি ৰ লগত জড়িত থাকিবলৈ লয়। এম পি দাসৰ সহযোগত তেতিয়াৰ শিক্ষা মন্ত্ৰীৰ পৰামৰ্শক্ৰমে ১৯৪৫ চনত বিলাতত পঢ়িবলৈ যায়। তেওঁ Edinburgh University ৰ পৰা বি এড ডিগ্ৰী লাভ কৰে। বি এড ডিগ্ৰী লাভ কৰাৰ পাছত Oxford Universityৰ পৰা Course of Teacher's Training Certificate লাভ কৰে। তদুপৰি লণ্ডনলৈ যোৱাৰ আগতে মাদাম মণ্টেশ্বৰীৰ আহ্বানক্ৰমে আহমেদাবাদত মণ্টেশ্বৰী প্ৰশিক্ষণো

এবছৰৰ বাবে গ্ৰহণ কৰে। বিদেশত সুকলমে দুবছৰ শিক্ষা গ্ৰহণ কৰি ঠিক ভাৰত স্বাধীন হোৱাৰ আগে আগে ১৯৪৭ চনত ভাৰতলৈ তথা অসমলৈ ঘূৰি আহে। Survival of the fittest বুলি কোৱাৰ দৰে কিছুদিনৰ পিছত উত্তৰ-পূৱ সীমান্তৰ (NEFA) উপদেষ্টা ওৱাকাৰ চাহাবে নেফাৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ সম্বন্ধে এখন আঁচনি তৈয়াৰ কৰিবলৈ দিয়ে। শিক্ষা বিষয়ৰ সকলো প্ৰশিক্ষণপ্ৰাপ্ত ইন্দিৰা মিৰিয়ে সুদীৰ্ঘ অভিজ্ঞতাৰে শিক্ষাৰ এক বাস্তৱমুখী আঁচনি তৈয়াৰ কৰি ওৱাকাৰৰ হাতত তুলি দিয়ে। তেওঁৰ আঁচনিখনত প্ৰগাঢ় সন্তুষ্ট হৈ শেষত তেওঁক নেফাৰ শিক্ষা বিভাগৰ মুৰব্বী বিষয়াৰ পদত অধিষ্ঠিত কৰে।

নেফাত যেতিয়া চাকৰিত যোগদান কৰে সেই সময়ত গোটেই নেফাত মাত্ৰ দুখন স্কুল আছিল। ইয়াৰ এখন আছিল পাছিঘাটত আৰু আনখন আছিল মেকাত অৰ্থাৎ লোহিত জিলাত। এই দুখন স্কুল অসম চৰকাৰৰ তত্ত্বাৱধানত আছিল। সেই সময়ত নেফাৰ শাসনৰ তলত এখনো স্কুল নাছিল। কিন্তু ইন্দিৰা মিৰি থকা কালছোৱাত অৰ্থাৎ প্ৰায় দহ বছৰৰ ভিতৰত এহেজাৰখন স্কুল প্ৰতিষ্ঠা কৰে। সেই সময়ত নেফা (বৰ্তমান অৰুণাচল প্ৰদেশ)ৰ আটাইবোৰ মুৰব্বী কাৰ্যালয় খিলংত অৱস্থিত আছিল। কিন্তু তেওঁ মুখ্য কাৰ্যালয় খিলঙৰপৰা শদিয়ালৈ বিভাগীয় কামৰ সুবিধাৰ্থে স্থানান্তৰিত কৰে। গতিকে-

"শদিয়ালৈ নাযাবা সংফুঙ্গ নাখাবা
কেঁচা পাতত নাবান্ধিবা লোণ
উপজিযে বুঢ়া হয় কোন?" বোলা কথাষাৰ ইন্দিৰা মিৰিৰ ক্ষেত্ৰত কোনো প্ৰকাৰে প্ৰযোজ্য নহ'ল। এগৰাকী নাৰী হৈ গোটেই নেফা ভ্ৰমণ কৰি মানুহৰ মনৰ বুজ লৈছিল। বিভিন্ন ঠাইত শিক্ষা-প্ৰশিক্ষণ কেন্দ্ৰ প্ৰতিষ্ঠা কৰি শিক্ষাদানৰ ব্যৱস্থা লোৱাৰ উপৰিও শিক্ষাত সাংস্কৃতিক বিপ্লৱ সূচনা কৰে। এগৰাকী ব্যক্তিৰ একক প্ৰচেষ্টাৰে নিবন্ধৰ ৰাজ্য (নেফা) এখনক শিক্ষাৰ দিশত আমূল পৰিবৰ্তন ঘটাই ৰাজ্যখনৰ সাংস্কৃতিক উত্তৰণ ঘটোৱা ক্ষেত্ৰত বোধহয় ইন্দিৰা মিৰিৰ বাদে কোনো নজীৰ নাই বুলি ক'লেও বেছি বঢ়াই কোৱা নুবুজাব। ইন্দিৰা মিৰিয়ে যি ধৰণে নেফাত শিক্ষাৰ আমূল পৰিবৰ্তন আনিলে পিছৰ কালত তেওঁৰ দেওৰেক ৰজনী কান্ত পাতিৰে মুখ্য সচিব হৈ বৰ্তমান অৰুণাচলক সকলো দিশত নৱৰূপ দিয়ে। ইন্দিৰা মিৰিয়ে প্ৰতিষ্ঠা কৰা শিক্ষাৰ ভেটিতেই বৰ্তমান অৰুণাচলৰ সৌধ নিৰ্মাণ হৈছে।

১৯৫৭ চনত ইন্দিৰা মিৰিয়ে নেফা ত্যাগ কৰে আৰু অসমৰ সৰ্বপ্ৰথম Post Graduate Training College যোৰহাটত প্ৰতিষ্ঠাপক অধ্যক্ষা হিচাপে যোগদান কৰে। ১৯৬৫ চনত SCERT য়ো এই এজেখন কলেজত আৰম্ভ কৰে। তেওঁ এইখন কলেজৰো প্ৰতিষ্ঠানক অধ্যক্ষা পদত নিযুক্তি লাভ কৰে। এই পদটো তেওঁ ১৯৬৫-১৯৬৮ চনলৈ অলংকৃত কৰি আছিল। যোৰহাটৰ পৰা গুৱাহাটীলৈ গুচি অহাৰ পিছত ইন্দিৰা মিৰিক

বাণীকান্ত বি টি কলেজৰ অধ্যক্ষা হিচাপে নিযুক্তি দিয়ে। তেওঁ এই পদৰ পৰা ১৯৮৭ চনত অৱসৰ লয় আৰু সমাজ কল্যাণ পৰিষদত সভানেত্ৰী হিচাপে যোগদান কৰে। মুঠতে গুৱাহাটীত প্ৰতিষ্ঠিত প্ৰায়বোৰ কলেজ আৰু আধ্যাত্মিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ সদস্য হিচাপে মৃত্যুৰ আগমুহূৰ্তলৈ কাম কৰি গৈছে। তদুপৰি গুৱাহাটী কইনা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষা আছিল। ১৯৮৮ চনত ইন্দিৰা মিৰিক ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ডি লিট সন্মানীয় উপাধি প্ৰদান কৰে। তদুপৰি কেন্দ্ৰীয় চৰকাৰে ১৯৭৭ চনত ইন্দিৰা মিৰিক পদ্মশ্ৰী উপাধি প্ৰদান কৰে।

ইন্দিৰা মিৰিয়ে অসমীয়া সমাজখনৰ নতুন প্ৰজন্মৰ প্ৰতি আন্তৰিক আহ্বান জনাই কৈছে "আজিৰ অসমীয়াই নিজকে অসমীয়া বুলিবলৈ পাহৰিছে। নাপাহৰিলেও পাহৰিব পাৰিলে ভাল বুলি ভাবে। সেয়েহে কৃষ্টি-সংস্কৃতিলৈ তেওঁলোকে পিঠি দিছে। পাহৰি গৈছে যে এটা জাতিক জীয়াই ৰাখে তাৰ ভাষা কৃষ্টি, সংস্কৃতি আৰু সভ্যতাই। নিজক পাহৰিছে, দেশক পাহৰিছে, সমাজক পাহৰিছে, সমাজত আজি ভাঙোন ধৰিছে। মোৰ তেওঁলোকলৈ আহ্বান তেওঁলোকে যেন এই কৃষ্টি-সংস্কৃতি সভ্যতা নাপাহৰি ইয়াৰ প্ৰসাৰৰ যত্ন কৰে।" ইন্দিৰা মিৰিৰ মুখৰ পৰা নিগৰি অহা প্ৰতিটো শব্দতে দৰ্শনৰ ভাব ফুটি উঠা দেখা যায়।

দুষ্মন্তৰ দৰে এক স্মৃতি বিজৰিত চুমা শকুন্তলাক কণ্ব মুনিৰ আশ্ৰমত যাচি পলাই যোৱাৰ দৰে মহি চন্দ্ৰ মিৰিও ইন্দিৰা মিৰিক প্ৰকৃতিৰ লীলাভূমি তথা প্ৰকৃতিৰ সুঘ্ৰাণ বিলোৱা কাজিৰঙা অভয়াৰণ্যত এৰি থৈ চিৰ জীৱনৰ বাবে পৃথিৱীৰ পৰা বিদায় মাগিলে। এৰি থৈ গ'ল ল'ৰা-ছোৱালীৰ জীৱন গঢ়াৰ এক গধুৰ বোজা। তথাপি সাহসী মনৰ ইন্দিৰা মিৰিয়ে কোনো কৃপণালি নকৰি ল'ৰা-ছোৱালীক শিক্ষিত নাগৰিক হিচাপে গঢ়ি তুলিলে। তেওঁলোকৰ তিনিগৰাকী পুত্ৰ-কন্যা। জ্যেষ্ঠ পুত্ৰ উৎপল মিৰিয়ে কলিকতা Presidency College পৰা বি এচ চি ডিগ্ৰী আৰু গ্লাছগো বিশ্ববিদ্যালয়ৰ পৰা বি ই ডিগ্ৰী লাভ কৰে। তদুপৰি ৰুৰকী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম বিভাগত Master of Engineering Degree লাভ কৰে। অসমৰ বিভিন্ন কাৰিকৰী কলেজত অধ্যাপনা কৰাৰ পিছত অসম কাৰিকৰী শিক্ষা সঞ্চালকালয়ৰ পৰা সঞ্চালক হৈ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। দ্বিতীয় চপলা মিৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জীত এম, এ, ডিগ্ৰী আৰু U S A ৰ পৰাও বুৰঞ্জীত এম, এ, ডিগ্ৰী লাভ কৰে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অধ্যাপিকা হিচাপে কাম কৰি থকা কালছোৱাতে অকাল বিয়োগ ঘটে। তৃতীয় পুত্ৰ মৃনাল মিৰি। দিল্লী বিশ্ববিদ্যালয়ৰ পৰা ফিলছফিত এম এ আৰু কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা পি এইচ, ডি লাভ কৰে। বৰ্ত্তমান উত্তৰ পূব পাৰ্বত্য বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদ অলংকৃত কৰি আছে।

ইন্দিৰা মিৰিয়ে নেফা তথা অৰুণাচল এৰি থৈ অহাৰ পিছত অসমৰ সামূহিক উন্নয়নৰ

তথা শিক্ষাৰ ক্ষেত্ৰত আমুল পৰিৱৰ্তনৰ বাবে নামি পৰে। জীৱনৰ অসংখ্য ঘাত-প্ৰতিঘাতৰ মাজতো কোনো প্ৰকাৰে নিজক বিচলিত নকৰি সন্মুখৰ সমস্যাবোৰৰ সাহসেৰে সন্মুখীন হৈ অসমৰ শিক্ষা জগতত লেখত ল'বলগীয়া প্ৰভাৱ বিস্তাৰ কৰে। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কাৰ্যকৰী কমিটিৰ সদস্যা আছিল তেওঁৰ এই অহোৰাত্ৰ প্ৰয়াস কেতিয়াও অথলে যোৱা নাই, নিশ্চয়কৈ ইয়াৰ প্ৰতিফল অসমীয়া ৰাইজে লাভ কৰিছে। তেওঁ শিক্ষা আৰু শিক্ষা প্ৰদান আঁচনিসমূহৰ সন্দৰ্ভত ইমানেই অভিজ্ঞতাপুষ্ট যে নেফাত থকা কালছোৱাত নেফাৰ বহু ভাষী ভাষাৰ ওপৰত গৱেষণা কৰি এক উমৈহতীয়া ভাষা নেফাৰ বাবে প্ৰস্তুত কৰিবলৈও প্ৰচেষ্টা চলায়। ই যিকি নহওক ইন্দিৰা মিৰি নেফাত থাকোতে নেফাৰ শিক্ষা জগতত অসমীয়া মাধ্যম প্ৰয়োগ কৰি অসমীয়া ভাষা জননীৰ সেৱাৰ মাজেদি অসম ৰাজ্যৰ সেৱা কৰিছিল। অসমীয়া নাৰী শিক্ষাৰ প্ৰচলন আৰু উন্নয়নৰ বাবে তেওঁ যি অৱদান আগ বঢ়াই গৈছে তাক কৰ্মৰ মাপ কাঠিৰ বাদে সময়ৰ মাপ-কাঠিৰে জুখি উলিয়াব নোৱাৰি। নাৰীৰ প্ৰতি কৰা সংস্কাৰ আৰু সাংস্কৃতিক উত্তৰণৰ কথা বিবেচনা কৰিলে ইন্দিৰা মিৰিক অসমীয়া মহিলা সমাজৰ উন্নয়নৰ বাটকটীয়া বুলি ক'ব পাৰি।

মুঠতে ইন্দিৰা মিৰিৰ চিনাকি এটা দিয়াৰ প্ৰযোজন বোধকৰো নায়েই। আজীৱন শিক্ষাব্ৰতী বিদুষী এই মহিলাগৰাকী আপোন মহিমাৰে মহীয়ান। বিভিন্ন দিশৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে ইন্দিৰা মিৰি একাধাৰে আছিল মানৱ সেৱী, প্ৰকৃতি প্ৰেমী, সাহসী, সংস্কাৰ মুক্ত জীৱন-যুদ্ধৰ অপ্ৰতিদ্বন্দ্বী যোদ্ধা। আজিলৈকে অসমত যি সকল মহিয়সী মহিলা তথা মাতৃ পাইছো তাৰ মাজত ইন্দিৰা মিৰি অন্যতম।

ইংৰাজী ৪ ছেপ্তেম্বৰ, ২০০৪ তাৰিখে ইন্দিৰা মিৰিয়ে আমাক এৰি অনন্ত ধামলৈ গতি কৰিলে। তেওঁৰ বিদেহী আত্মাই চিৰ শান্তি লাভ কৰক, এয়ে ভগৱানৰ ওচৰত সকল মিনতি ৰ'ল। তেওঁ মৃত্যুৰ আগদিনা পলমকৈ হ'লেও অসম চৰকাৰে তেওঁলৈ শংকৰদেৱ বঁটা প্ৰদান কৰাৰ কথা ঘোষণা কৰে।

# তৰুণ চন্দ্ৰ পামেগাম

কৃষ্ণৰাম মিলি

"লগ যদি পাওঁ মই আকৌ এবাৰ জীৱন নদীৰ ঘাটত "

"দুম্-জাং-জাং দুম্‌জাং-জাং,
দুম্-দুম্-দী বী-দুল্‌নী?
অই-গু-লুগ্ আঃ-চি-নী
ৰং-কি-য়ী ৰং-কি-লা,
অচা-ঙী দু-ৰঃনী অইয়া ।"

—কণ্ঠশিল্পী বিক্ৰম সিং য়েইন

(দুম্‌জাং-জাং দুম্‌জাং- জাং ঢোলত বোল বজাব ধৰিছে, ৰিঙা ৰিঙা ভাৱনাৰে আমাৰ মন আনন্দত নাচি উঠিছে।)

"পৃগপ্ অইয়া গৃগেঃলা,
ৰাগ বাগ্‌নাম কাংগেলা
ৰুপৌ মীঃয়েজি লুবিলাং ঙম্।"

—গীতিকাৰ তৰুণ চন্দ্ৰ পামেগাম

(তুমি নৈৰ ঘাটলৈ আহি, নৈৰ খহুনীয়াবোৰ চাই চাই তোমাৰ মনত মোৰ প্ৰতি যি যি ভাব আছে, তাকে মোক ক'বা।)

"লুইতৰ চাপৰিত জিলিকে দূৰণিত,
শুকুলা ক'হুৱা বন,
ৰূপালী লুইতৰ বালিত উজলিলে,
চিনাকি অতীত সপোন।"
"ৰিব্ ৰিব্ এজাটি মলয়া বলিলে
পৰশে উলাহী মন,
লুইতৰ চাপৰিত চমকে বিজুলি
চেনাইৰে চিনাকি মন।"

- গীতিকাৰ কৃষ্ণৰাম মিলি

নৈৰ ঘাটলৈ গৈ গৰাখহনীয়াবোৰ চাই চাই চেনাইৰ চিনাকি মনৰ বতৰা ল'বলৈ

একালৰ ৰূপহী মাজুলীৰ দৰদী গীতিকাৰ তথা আজীৱন সাহিত্য সাধক তৰুণ চন্দ্ৰ আজি আৰু নাই। পামেগাম আজি এক চিনাকি অতীত সপোন স্বৰূপ। ১৯৮৩ চনৰ ৩০ আগষ্টত ৫৯ বছৰ বয়সত থৈ সিপুৰীলৈ গ'লগৈ। কিন্তু লুইতৰ পাৰৰ নদীৰ প্ৰতি চপৰা খহনীয়াৰ হেন্দোলনিত লুইতৰ চাপৰিৰ শুকুলা কঁহুৱা বনৰ আঁৰে আঁৰে আজিও যেন শিল্পীগৰাকীৰ সন্তাৰ প্ৰতিধ্বনি শুনা যায়। লুইতৰ ৰূপালী বালিত চিনাকি অতীত আকৌ উজলি উঠে। ৰিব্ ৰিব্ এছাটি মলয়া বতাহে মন পৰশি যায়। লুইতৰ চাপৰিত চকুত বিজুলীৰ চমকনি; চেনেহীৰ চিনাকি মনৰ বতৰা ল'বলৈ আজিও যেন তৰুণচন্দ্ৰই বিচিয়াই মাতে। সাহিত্য সৃষ্টিয়েই আছিল তেওঁৰ মুখ্য উপজীব্য। গতিকে সাহিত্যিকজনাৰ সাহিত্য কৰ্মৰ মাজত নিশ্চয়েই তেওঁক লগ পাই থাকিম, মনৰ কথা পাই থাকিম।

একালৰ ৰূপহী মাজুলী, মিচিংসকলৰ অসম ভৈয়ামৰ প্ৰথম বাসভূমি। একালত ই দক্ষিণৰ ভূমিখণ্ডৰ লগত উপদ্বীপ সদৃশ হৈ সংলগ্ন হৈ আছিল। উত্তৰেদি (বৰ্তমানৰ খেৰকটীয়া সুঁতিয়েদি) লুইত আৰু দক্ষিণেদি দিহিংখন বৈ গৈ লোহিতমুখত উভয়েই লগ লাগিছিল। কোনোৰ মতে ১৭৩৫ চনত কোনোৰ মতে ১৭৫০ চনত গৰাখহনীয়া হৈ ব্ৰহ্মপুত্ৰখন দিহিঙৰ লগত লগ লগাত ব্ৰহ্মপুত্ৰই দক্ষিণেদি গতি কৰিলে, আৰু একালৰ 'মাযালি' 'মাজালী' আৰু 'মজালী' নামেৰে জনাজাত' উপদ্বীপটো বৰ্তমানৰ মাজুলী নামৰ নদী দ্বীপটোলৈ ৰূপান্তৰ হৈছিল। পৃথিৱীৰ অন্যতম বৃহত্তৰ নদীদ্বীপ মাজুলীৰ কমলাবাৰী মৌজাৰ অন্তৰ্গত ২ নং বৰুৱাগাঁৱত ১৯২৪ চনৰ ভাদ্ৰ সংক্ৰান্তিত পিতৃ বোদবৰ পামেগাম আৰু মাতৃ ৰূপজিনি পামেগামৰ ঔৰসত তৰুণচন্দ্ৰ পামেগামৰ জন্ম হয়। তৰুণচন্দ্ৰৰ শৈশৱ আৰু কৈশোৰ পাৰ হৈছিল মাজুলীৰ কেঁচা মাটিৰ পৰশত। চুনী, খেৰ কটীয়া আদি নৈ (সুঁতি)ৰ পানীত সাঁতুৰি-নাদুৰি ডাঙৰ-দীঘল হৈছিল। ল'ৰালি কালত 'দগ্দুগ্' (পেং), 'চৈ' (হয়গুদু), ধপখেলা, পুৰুকি (টাংগুটি) আদি খেল খেলি, পথাৰত গৰু ৰখি শৈশৱ আৰু কৈশোৰ পাৰ কৰিলেও তৰুণ চন্দ্ৰৰ আছিল এটা খেয়ালী মন। এই খেয়ালী মনে তেওঁৰ যাযাবৰী জীৱনক এহাতে যেনেকৈ অস্থিৰ কৰি তুলিছিল, আনহাতে দিছিল তেওঁৰ জীৱনৰ পথ আৰু পাথেয়। মেট্ৰিক (প্ৰৱেশিকা)ৰ বাছনি পৰীক্ষাৰ সময়ত পথ দুৰ্ঘটনাত পিতৃৰ বিয়োগ হোৱাত দিকবিদিক্ হেৰুৱাই কাৰুণ্যৰে ভৰা তৰুণচন্দ্ৰৰ যাযাবৰী জীৱন আৰম্ভ হৈছিল। তেওঁৰ দুখৰ দিন আৰম্ভ হৈছিল। তেওঁৰ দুখৰ দিনত, এষাৰ সান্ত্বনা বাণী শুনাবলৈ আশাৰ এষাৰ বতৰা দিবলৈ হয়তো কোনোবা অগ্ৰজ জনে কৈছিল -

"সখীৰে
আমি যদি তুমি হৈতাম
তুমি হৈতাম আমি "

— বাংলা গীত

"নাপালে নোপজে হেৰোৱাৰ ভয়
নথকাটি জানো নোহোৱা হয়,
পালে পিছে পোৱা পদে
আছে যোৱা বাট শিকি।।
নেপালে নেভাগে পোৱাৰ সপোন
জীৱন যুঁজৰ সজল দাপোন
পোৱাৰ আশাৰে আশা ভৰা মনে
দিয়ে আশা ডিঙা মেলি।।

—ৰত্ন ওজা

অসীম ধৈৰ্য আৰু অক্লান্ত পৰিশ্ৰমী তৰুণে পোৱাৰ সপোন দেখিছিল, আশাৰ ডিঙা মেলিছিল।

তৰুণ চন্দ্ৰৰ পিতৃৰ নাম আছিল বোদবৰ পামেগাম আৰু মাতৃৰ নাম গুণচিৰি পামেগাম। তৰুণ চন্দ্ৰ পামেগামৰ পুতেক তিনিজন— চন্দন (বৰ্তমান গড়মুৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক), কাঞ্চন (বৰুণ) আৰু ৰঞ্জন। আৰু জীয়েক সাতজনী— দীপ্তিমালা, জ্যোতিমালা, প্ৰীতিমালা, নীতিমালা, গীতিমালা, ৰীতিমালা আৰু জেউতিমালা। তৰুণ চন্দ্ৰই লক্ষীমপুৰৰ ন আলিৰ পেগু বংশৰ জীয়ৰী বিভাৰাণীৰ লগত বৈবাহিক পাশত আবদ্ধ হৈছিল। লক্ষীমপুৰৰ ন আলিৰ কন্যা বিভাৰাণীয়ে এদিন আহিছিল মাজুলীৰ কমলাবাৰী মৌজাৰ অন্তৰ্গত ২ নং বৰগএগ্ৰা গাঁৱৰ (গড়মুৰৰ পৰা চাৰি কিঃ মিঃ পশ্চিমে অৱস্থিত) পামেগাম পৰিয়ালৰ বোৱাৰী হৈ। ঘৰৰ লখিমী হৈ তাই দহটাকৈ ল'ৰা-ছোৱালীক জনম দিয়াৰ উপৰিও ভৰণ-পোষণ দিয়াৰ গধুৰ দায়িত্ব পালন কৰিছিল। যাযাবৰী তৰুণেও পৰিবাৰৰ ওপৰত ল'ৰা-ছোৱালীবোৰৰ দায়িত্ব দি আশ্বস্ত হ'ব পাৰিছিল। তেওঁ আছিল কৃষকৰ সন্তান। কৃষি কৰ্মত আত্মনিয়োগ কৰাৰ উপৰিও তেওঁ অভিনয় আদি কৰিছিল। তেওঁৰ সেঁতু নাটকখন বিভিন্ন মঞ্চত অভিনীত হৈছিল। আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰাও এই নাটৰ সম্প্ৰচাৰণ হৈছিল।

সপ্তম শতিকাৰ সংস্কৃত কবি আৰু ব্যাকৰণবিদ ভৰ্তৃহৰিয়ে এষাৰ মূল্যবান কথা কৈছিল।

"বিদ্যা দদাতি বিনয়ং বিনয়াদ যাতি পাত্ৰত্বাম্।
পাত্ৰত্বাদ ধনমাপ্নোতি ধনাদ ধৰ্মস্ততঃ সুখম্।।"

(বিদ্যাই মানুহক বিনয় কৰি তোলে, বিনয়ে যোগ্যতা আনে, যোগ্যতাই ধনাগমন সুচল কৰে, ধনৰ পৰা ধৰ্ম হয়, আৰু তেতিয়াহে সুখ হয়।)

শিশু তৰুণ সৰুৰ পৰাই বিনয়ী আছিল। তেওঁৰ জীৱনলৈ অহা দুৰ্যোগে তেওঁক

কক্ষ নকৰি অধিক বিনয়ী কৰিহে তুলিছিল। তেওঁ শিক্ষা আহৰণ কৰিছিল, কিন্তু শিক্ষাৰ ধাৰাবাহিকতা ৰক্ষিত হোৱা নাছিল। বাৰে বাৰে শিক্ষাৰ যতি পৰিছিল। পুনৰ ধৈৰ্যৰে শিক্ষা আৰম্ভ কৰিছিল। গতিকে শিক্ষাই তেওঁক কিমান বিনয়ী কৰিছিল, সঠিককৈ কোৱা টান। অৱশ্যে বিনয়ে তেওঁলৈ যোগ্যতা কঢ়িয়াই আনিছিল। ধনাগমন আৰু সুখ সেই অনুপাতে তেওঁৰ জীৱনলৈ আহিছিল বুলি ক'ব নোৱাৰি।

শিশু তৰুণৰ শিক্ষাৰ শুভাৰম্ভ ঘৰতেই হৈছিল। এদিন প্ৰাথমিক বিদ্যালয়ত নাম ভৰ্তি কৰি দিয়া হ'ল। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা সাং কৰাৰ পাছত ১৯৩৫ চনত কমলাবাৰী হেমচন্দ্ৰ এম ই স্কুলৰ পৰা শিক্ষা সাং কৰে। সেই সময়ত মাজুলীত কোনো হাইস্কুল নাছিল। গতিকে পামেগামে যোৰহাট উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষা আহৰণ কৰে। ১৯৪২ চনত প্ৰৱেশিকাৰ বাছনি পৰীক্ষাত অৱতীৰ্ণ হয়, কিন্তু প্ৰথমদিনা পৰীক্ষাত অৱতীৰ্ণ হৈ ওলাই আহোঁতে তেওঁৰ খবৰ ল'বলৈ অহা দেউতাকক নিমাতি ঘাটলৈ যোৱা পথত হঠাৎ মিলিটেৰীৰ গাড়ীয়ে চেপি মৰাৰ বাতৰি পাই মৰ্মাহত হ'ল। সেয়েহে ইমানতে শিক্ষা অসমাপ্ত কৰি ঘৰলৈ গুচি আহে। এদিন তেওঁ ভাৰতীয় বায়ু সেনাত চাকৰিত সোমাই (চিলঙত ভৰ্তি হয়) মুম্বাই, লাহোৰ, আম্বালা আদি ঠাইত কিছু বছৰ থকাৰ পাছত সেই চাকৰি এৰি ঘৰলৈ ঘূৰি আহে। ১৯৪৫ চনত জেংৰাই মুখত এখন এম ই স্কুলত শিক্ষকতা আৰম্ভ কৰে আৰু তাৰ পৰাই ১৯[illegible] চনত প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষাত অৱতীৰ্ণ হৈ প্ৰথম বিভাগত উত্তীৰ্ণ হয়। পাছত গড়মুৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ গোস্বামীদেৱৰ আহ্বানক্ৰমে গড়মুৰ বেচৰকাৰী ডাকঘৰৰ পোষ্টমাষ্টৰ আৰু গড়মুৰ এম ই স্কুলৰ প্ৰধান শিক্ষক পদত অধিষ্ঠিত হয়। উক্ত বিদ্যালয়ত শিক্ষকতা কৰি থাকোঁতে প্ৰাইভেটকৈ পৰীক্ষা দি ১৯৬৫ চনত বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। এইখন বিদ্যালয়ত চাকৰি কৰি অৱসৰো গ্ৰহণ কৰে।

তেওঁ মিচিং বানে কেবাং (বানী কৌবাং)ৰ সভাপতি, অসম উচ্চতৰ মাধ্যমিক পৰিষদৰ সদস্য অসম সাহিত্য সভাৰ উপসভাপতি (১৯৬৬) পদ অলংকৃত কৰিছিল। তেওঁ মিচিং সমাজৰ প্ৰথম সাহিত্যিক পেঞ্চন পোৱা লোক।

তৰুণচন্দ্ৰ পামেগামৰ ৰচনাৰাজীৰ আটাইবোৰ আজি পাবলৈ নাই। ভৃগুমুনি কাগয়ুঙৰ ভাষাত "এবাৰ তেওঁৰ যাযাবৰী জীৱনৰ অৱসান ঘটাবলৈ গৈ জন্মস্থান ২ নং ৰবগএগ গাঁৱলৈ গৈ নিগাজিকৈ বাস কৰিবৰ কাৰণে মনস্থ কৰি মাটি ভেটিৰ ব্যৱস্থা কৰিছিল; কিন্তু বাৰিষা সিও তল গ'ল আৰু অতদিনে পামেগামে বুকুৰ উম দি জন্ম দিয়া আৰু সংৰক্ষণ কৰা লেখনীৰ পাণ্ডুলিপি কাগজৰ দ'মটো পানীত তিতি যোৱাৰ লগতে ক'ব নোৱৰাকৈয়ে উঁই পৰুৱাই পাই নিৰাপদে ভক্ষণ কৰি পেলালে ." বিখিনি থাকিল প্ৰায়বোৰ অ'ত ত'ত সিঁচৰতি হৈ আছে। তাৰে কিছু সংকলন হৈছে। উল্লেখযোগ্য

কেইখনমান গ্ৰন্থ হ'ল ঃ

(ক) তৰুণচন্দ্ৰ পামেগাম ৰচনাৱলী (প্ৰথম খণ্ড) অসম সাহিত্য সভা— সংকলক ভৃগুমুনি কাগয়ুং আৰু সহযোগী সম্পাদক দীলিপ কুমাৰ ফুকন। ১৯৮৯ চন।

(খ) Prominant Mising Personalities of Assam (Part-1), Edited by Nabin Taye 1993

(গ) মিচিং সংস্কৃতিৰ আলেখ্য— সম্পাদনা ভৃগুমুনি কাগয়ুং। ১৯৮৯, পৰিবৰ্দ্ধিত সংস্কৰণ।

(ঘ) মিচিং আনুনিঃতম— (মিচিং আধুনিক গীত) তৰুণচন্দ্ৰ পামেগান - (সম্পাদনা ভৃগুমুনি কাগয়ুং)। প্ৰথম প্ৰকাশ ১৯৮৫ , দ্বিতীয় প্ৰকাশ ১৯৮৮ ।

(ঙ) অসমৰ জনজাতি গীতি সংকলন— সংকলক ভৃগুমুনি কাগয়ুং - ১৯৮৭।

(চ) Folk songs of the Misings— Editor Birendra Nath Dutta, 1992

তৰুণচন্দ্ৰৰ ৰচনাৱলী গ্ৰন্থৰ কবিতা শাখাত 'প্ৰথম কুকুৰাৰ ডাক', 'মইনাৰ মাত' আদি পচিশটা পদ্য, গীতৰ শাখাত 'কায়ুমনী অইযা', 'কাজী মলাঃজে অকুম্ অইয়া' আদি যোলটা গীত ; উপন্যাস শাখাত, 'পাহাৰ পুৰী', সমাজৰ শেষ সীমাত' আৰু অগ্নিযুগৰ ফিৰিঙতি' এই তিনিখন উপন্যাস্, একাঙ্কিকা নাট শাখাত 'সেঁতু', 'পৰাচিত', 'যৌতুজালি', 'সংকল্প', 'চোৰ', 'সন্ধি' এই ছখন নাট , মিচিং সাধুকথা শাখাত, 'গাহৰি আৰু কুকুৰা', আকাশখন ওখ হ'ল কেনেকৈ' আদি সাতত্ৰিশটা সাধু , সিদ্ধি সাধু শাখাত 'বেঁটা আৰু ঘৈণী', তই নে মই' আদি ছটা গল্প, গল্পৰ লেছেৰি শাখাত 'আলহী', 'ওভতনি আদি বাৰটা গল্প, আত্মকাহিনী শাখাত 'সৈনিক জীৱন', 'পিতাম্বৰ প্ৰভুৰ সান্নিধ্যৰ সোঁৱৰণ' এই দুটা আত্মজীৱনীমূলক কাহিনী সন্নিবিষ্ট হৈছে। মিচিং আনু নিঃতম' গ্ৰন্থত "কায়ুম নী অইয়া" "কাজী মালাঃজী" আদি পোন্ধৰটা স্বৰচিত মিচিং আধুনিক গীত সংকলিত হৈছে। 'অসমৰ জনজাতি গীতি সংকলন' গ্ৰন্থত 'দৃগ্‌ন তাঙাৰ অমাঙাই" (শীতৰ নিয়ৰ সৰা নাছিল) আৰু "অঃনাম পীত্তাঃ ন, দীংকাংকুবংকা" (পোহনীয়া চৰাইটো উৰি যোৱাগে) আদি দুটা স্বৰচিত আধুনিক মিচিং গীত সন্নিবিষ্ট হৈছে। মিচিং সংস্কৃতিৰ আলেখ্য গ্ৰন্থত নিম্নোক্ত প্ৰবন্ধসমূহ সন্নিবিষ্ট হৈছে। যেনে - 'মিৰি বা মিচিং', 'মিচিং সমাজৰ সাংস্কৃতিক জীৱন ধাৰা', 'মুৰংঘৰ', 'আলি আই লৃগাং', 'মিচিং সমাজত সমবায় প্ৰথা', 'বয়ন শিল্পত মিচিং জীয়ৰী', 'মিচিং ধৰ্মবিশ্বাস আৰু গেনা', 'মিচিঙৰ জন্ম-মৃত্যুৰ শুচি', 'পঃৰাগ', 'মিচিং ঘৰ আৰু ঘৰ লোৱা' আদি।

তৰুণ চন্দ্ৰই পঞ্চম শ্ৰেণীত পঢ়ি থকা কালতেই লিখাত হাত দিছিল। 'মিৰি ছাত্ৰ গণকৰো আহ পথ নহবা বিমন', 'উক্ত এটি ক্ষণ' নামৰ কবিতা সেই সময়তেই স্বৰ্গীয় বেণুধৰ শৰ্মাৰ দ্বাৰা সম্পাদিত 'তৰুণ অসম' নামৰ সাপ্তাহিক কাকতত প্ৰকাশ হৈছিল।

তেওঁৰ কিছু কবিতা বা পদ্য তেতিয়াৰ 'ৰংঘৰ', 'পাৰিজাত', 'পূবেৰুণ', 'দীপক' আলোচনীত প্ৰকাশ হৈছিল। তদুপৰি 'জেউতি', 'আবাহন', 'জয়ন্তী', 'দৈনিক অসম', 'জন শিক্ষা', 'প্ৰকাশ', 'পয়োভৰা', 'অৰুণৰি বিল্লাম', 'অসমৰ জনজাতি', আদিত কবিতা-প্ৰবন্ধ আদি প্ৰকাশ হৈছিল। তেওঁ নিজে দুই-এখন আলোচনী আৰু স্মৃতিগ্ৰন্থও সম্পাদনা কৰিছিল। ১৯৪৮-৪৯ চনত যোৰহাটৰ পৰা প্ৰকাশিত 'আবোহল', ১৯৭৫ চনৰ 'বানী কীবাং'ৰ বঙানদীৰ অধিৱেশনৰ 'বঙানৈৰ বেঙুণি' সম্পাদনা কৰিছিল। তেওঁ 'চকা-মকা' আৰু 'নাৰী' নামৰ দুখন কবিতা পুথি প্ৰকাশ কৰিছিল। ১৯৭৫ চনত 'উনুচেৰি' নামৰ গল্পৰ পুথি প্ৰকাশ কৰে। তেওঁ অসমৰ বিভিন্ন মিচিং এলেকাত ঘূৰি বহুতো সাধু সংগ্ৰহ কৰিছিল, ভালেখিনি লোকগীতো সংগ্ৰহ কৰিছিল। এইবোৰৰ এখন সংকলন ১৯৬২ চনত অসম সাহিত্য সভাই উলিয়াইছিল। Folk songs of the Misings, Editor Birendra Nath Dutta, 1992 (মিচিংসকলৰ লোক-গীত-সম্পাদক বীৰেন্দ্ৰ নাথ দত্ত, ১৯৯২ ) গ্ৰন্থখনত সন্নিৱিষ্ট গীতসমূহ তৰুণচন্দ্ৰ পামেগামৰ দ্বাৰা সংগৃহীত আৰু সংকলিত। পুথিখনত চাৰিটা খণ্ড আছে। প্ৰথম খণ্ডত সন্নিৱিষ্ট সাতোটা গীত, ক্ৰিয়া-কাণ্ডৰ লগত জড়িত গীত আৰু মন্ত্ৰ, দ্বিতীয় খণ্ডত সন্নিৱিষ্ট নটা গীত অনুষ্ঠানমূলক আৰু বং-ধেমালিৰ নৃত্যৰ লগত গোৱা গীত। তৃতীয় খণ্ডৰ পচিশটা গীত নিচুকনি গীত আৰু ধাই নাম। চতুৰ্থ খণ্ডৰ এবষ্টিটা গীত প্ৰেম আৰু আসক্তিৰ গীত 'অইনিতম' আৰু 'কাবান' গীত।

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ পথাৰত তৰুণচন্দ্ৰ পামেগাম এটি চিনাকি নাম। অসম সাহিত্য সভাৰ উপ-সভাপতিৰ পদ অলংকৃত কৰা পামেগাম আছিল একাধাৰে কবি, গল্পকাৰ, নাট্যকাৰ আৰু ঔপন্যাসিক, কথাশিল্পী, প্ৰবন্ধকাৰ আৰু অভিনেতা। তেওঁৰ ৰচনাৰাজিত আছে মাটিৰ মানুহৰ ছবি, মাটিৰ গোন্ধ। তেওঁৰ কবিতাত নৈৰ পৰুনীয়া, চৰণীয়া, চাপৰি, নাৰীৰ মাহাত্ম্য, নৈসৰ্গিক প্ৰকৃতি আৰু মানুহৰ সুখ-দুখ, হাঁহি-কান্দোন আদি অনুভূতিবোৰৰ প্ৰতিফলন ঘটিছে। তেওঁৰ 'আধুনিক মিচিং নিঃতম' আৰু 'অই-নিঃতম'ত ডেকা-গাভৰুৰ সুখ-দুখ, হাঁহি-কান্দোন, বিৰহ-বেদনা আদি অনুভূতিবোৰৰ প্ৰকাশ ঘটিছে। তেওঁৰ গল্পসমূহ মিচিং জনবিশ্বাস আৰু লোককথাৰ আধাৰত ৰচিত হৈছে। প্ৰবন্ধসমূহৰ প্ৰায় ভাগতেই মিচিং সমাজৰ ছবি পৰিস্ফুট হৈছে। তেওঁৰ ৰচনাসমূহ আপোন সুৰেৰে সমৃদ্ধ, নিজস্ব ৰচনাৰীতিৰে পৰিপূৰ্ণ।

১৯৩৮ চনত চুইডিচ একাডেমী (অকামেডি)য়ে মাৰ্কিন লেখিকা পাৰ্ল বাকক তেওঁৰ উপন্যাস 'Good Earth'ৰ সাৰ্থক সৃষ্টিৰ বাবে নোবেল পুৰস্কাৰ প্ৰদান কৰোতে মন্তব্য কৰিছিল - 'For her rich and truly epic description of Peasent's life in China and for her biographical masterpiece' 'গুড আৰ্থ'ত চীনা সংস্কৃতিৰ যোগেদি লেখিকাৰ উৎকৃষ্ট ৰচনাৰ প্ৰতিফলন ঘটিছে। তৰুণ চন্দ্ৰৰ লেখনীতো মিচিং সমাজ আৰু সংস্কৃতিৰ আধাৰত, জীৱনৰ হাঁহি আৰু কান্দোন, সুখ-দুখৰ পৰিস্ফুট হৈছে।

১৯৫৪ চনত চুইডিছ অকাডেমীয়ে আমেৰিকাৰ ঔপন্যাসিক আৰ্নেষ্ট হেমিংৱে (১৮৯৮-১৯৬১)ক নোবেল পুৰস্কাৰ প্ৰদান কৰোতে মন্তব্য কৰিছিল - 'For his powerful mastery of art of Story telling, most recently displayed in 'the old man and the sea' and for his influence on contemporary style' তৰুণ চন্দ্ৰক নোবেল পুৰস্কাৰ যোগ্য সাহিত্যিক বুলি কোৱাৰ ধৃষ্টতা আমাৰ নাই। কিন্তু The old man and the Sea উপন্যাসৰ এই বুঢ়া মাছমৰীয়া ছাণ্টিযাগো, যি বিশাল সমুদ্ৰৰ বুকুত মাছ বিচাৰি দিনৰ পাছত দিন অতিবাহিত কৰিছিল। তেওঁৰ ধৈৰ্য আৰু অধ্যৱসায়ৰ লগত তৰুণ চন্দ্ৰৰ জীৱন জিজ্ঞাসাৰ তুলনা কৰিব পাৰি। যি বাৰে বাৰে বিপৰ্যযৰ সন্মুখীন হৈছে, কিন্তু কোনোদিনে হাৰ মনা নাই। বৃদ্ধ মাছমৰীয়া ছাণ্টিয়াগোৰ দৰেই তৰুণ চন্দ্ৰৰ জীৱন তৰী। সি মৰিছে কিন্তু ভাঙি নপৰে, ধ্বংস হৈছে কিন্তু পৰাজিত নহয়।

# ললিত কুমাৰ দলে

'মনোমতী দলে পাতিৰি

ইংৰাজী সাহিত্য জগতৰ উজ্জ্বল ব্যক্তিত্ব ছেমুৱেল জনছনে (ড জনছন) সাহিত্য আলোচনা প্ৰসংগত জীৱনী সম্পৰ্কে মন্তব্য দিছিল এইদৰে ঃ কোনোবাই এজন লোকৰ জীৱনী লিখিবলৈ হ'লে তেওঁ সেই লোকজনৰ জীৱন হুবহু যেন আছিল তেনেকুৱাকৈয়ে লিখিব লাগিব। মানুহজনৰ বৈচিত্ৰ্যসমূহ আৰু তেওঁৰ বদগুণবোৰো উল্লেখ কৰিব লাগিব। কাৰণ সেই সমস্তই তেওঁৰ চৰিত্ৰ চিহ্নিত কৰে। পিছে এটা অসুবিধা সদায় একে থাকে। ব্যক্তিগত অভিজ্ঞতাৰ পৰাহে, ভাল হওক, বেয়া হওক চৰিত্ৰ এটাৰ আচৰণ আৰু কাৰ্য পুংখানুপুংখ বিৱৰণ দিব পাৰি সঁচা, পিছে জীৱিতজনৰ প্ৰতি থকা শ্ৰদ্ধাৰ কাৰণেই সেইবোৰ প্ৰকাশ কৰিব নোৱাৰি। তেনেবোৰ কথা সদৰী কৰা সময় হোৱালৈ কথাবোৰ মনতেই নৰয়গৈ।"

ডঃ জনছনৰ উক্তিৰ প্ৰতিটো শব্দৰ আক্ষৰিক অৰ্থ বিচাৰি নাপালেও প্ৰয়াত ললিত কুমাৰ দলেৰ জীৱন-বৈচিত্ৰ্যত অনুদঘাটিত ভালেমান বৈশিষ্ট্য চকুত পৰে। নিজৰ বিষয়ে ৰসিক-প্ৰবৰ দলেয়ে ধেমালিৰ চলেৰে কৈছিল ঃ দলে ললিত কুমাৰ, জ্ঞান বুদ্ধি অপাৰ। এই উক্তি নিতান্তই এক উপহাস বা উপেক্ষনীয় ধেমালি নহয়। স্বভাবজাত ৰসিকতাৰে লগৰীয়াসকলৰ আগত এনেবোৰ কথা কৈছিল যদিও দলেৰ জীৱন কালৰ অভিজ্ঞতা, আচৰণ, আৰু কৰ্মক্ষেত্ৰৰ সবিশেষ বিশ্লেষণ কৰিলে এগৰাকী বিশাল ব্যক্তিত্বসম্পন্ন লোকৰ ছবি মানস পটত ভাঁহি উঠে।

মাথোঁ তিনিকুৰি চাৰি বছৰীয়া জীৱন কালছোৱাত ললিত কুমাৰ দলেই সীমাহীন অভিজ্ঞতাৰে পুষ্ট অলেখ ঘাত-সংঘাতৰ তিতা-কেঁহা পালে। অথচ, সকলো প্ৰতিকূলতা অতিক্ৰম কৰি দলেয়ে মৰ্যাদাৰ শীৰ্ষ স্থানলৈ উঠিব পাৰিছিল। দলেৰ বিষয়ে চমুকৈ আলোচনা কৰিবলৈ ল'লে কিছু অতীতলৈ উভতি চাব লাগিব।

বোকাত পদুম ফুল ফুলে। কিন্তু পদুমে মুৰত বোকা লৈ নাহে। ললিত কুমাৰ দলেও বোকাত ফুলা পদুম। লখিমপুৰ জিলাৰ (এতিয়া ধেমাজি জিলা) মৌজা চাপৰিৰ এটা সম্ৰান্ত পৰিয়ালত ১৯২২ চনৰ ২২ মে' সোমবাৰে ললিত কুমাৰ দলে জন্ম হৈছিল। পিতৃ চেনিৰাম দলে আৰু মাতৃ মালতি দলেৰ একমাত্ৰ পুত্ৰ ললিত কুমাৰৰ প্ৰতি অপত্য স্নেহ। কেবাপুৰুষ গাম বাব খাইছিল বাবে তেওঁলোকৰ গাঁওখনক গাম চাপৰি বুলিও কৈছিল। চেনিৰাম দলে আছিল 'পাইক মহল' মৌজাৰ মৌজাদাৰ। সেই সূত্ৰেও পিছলৈ

অঞ্চলটো মৌজা চাপৰি নামেৰে পৰিচিত হয়। যিয়েই নহওক, মৌজাদাৰী কাম-কাজ চলাবলৈ সুবিধাজনক স্থান ব্ৰহ্মপুত্ৰ সুঁতিৰ দক্ষিণ পাৰৰ পৰা উত্তৰ পাৰৰ ওভতা গাঁৱলৈ তেওঁলোক উঠি যায়। মৌজা চাপৰিৰ প্ৰাথমিক স্কুলত ললিত কুমাৰৰ বিদ্যা আৰম্ভ হয়। জন্মগত মেধা লৈ অহা দলেৰ গাত প্ৰতিভাৰ প্ৰচুৰ সম্ভাৱনা দেখি ওচৰ চুবুৰীয়াই তবধ মানিছিল। গ্যেটেই এবাৰ চমৎকাৰ কথা কৈছিল ঃ জনসমুদ্ৰৰ স্ৰোততেই শান্তভাৱে প্ৰতিভাৰ বিকাশ হয়। কিন্তু এইটোও সঁচা যে প্ৰতিভাৰ পূৰ্ণ বিকাশ ঘটিবলৈ আন ভালেমান উপাদানৰো প্ৰয়োজন হয়। প্ৰথম, উপযুক্ত পৰিবেশ আৰু দ্বিতীয়তে বিৰাট ইচ্ছা-শক্তিৰ অবিহনে বিৰাট প্ৰতিভাৰ স্ফুৰণ নহয়। ললিত দলেৰ জীৱন পৰিক্ৰমাত প্ৰতিটো উপাদান আৰু অনুকূল পৰিবেশ ইটোৱে সিটোৰ হাত ধৰাধৰিকৈ আহিছে। পিতৃ-মাতৃৰ একান্ত ইচ্ছানুসৰি তেওঁ ডিব্ৰুগড় জৰ্জ ইনষ্টিটিউছনত নাম ভৰ্তি কৰি স্কুলীয়া শিক্ষাৰ দ্বিতীয় ঢাপত আগ বাঢ়িবলৈ লোৱা সময়তে আকস্মিকভাৱে চৰকাৰী ল'ৰা-হাই স্কুলৰ ষষ্ঠ শ্ৰেণীত নাম লগায়। গেলাতে টেঙা হোৱাদি দ্বিতীয় মহাসমৰৰ বিভীষিকাই বিশ্বজুৰি ক'লীয়া ধোঁৱাৰে ঢকা আকাশৰ দৰে পৰিবেশ গোমা কৰিলে। চাৰিওফালে স্থবিৰতা আহি পৰিল। শিক্ষাৰ ক্ষেত্ৰখনতো ইয়াৰ প্ৰভাৱ বেয়াকৈ পৰিল। ১৯৩৯ চনৰ পৰা ১৯৪৫ চনলৈ ছটা বছৰ ললিত কুমাৰৰ জীৱনৰ আটাইতকৈ স্থবিৰতা আৰু হতাশাৰ কাল বুলি চিহ্নিত হৈছে। সোতৰ বছৰ বয়সৰ ললিত কুমাৰ দলেৰ মনৰ ওপৰতো অদৃশ্য চাপ এটা পৰিল।

ব্ৰহ্মপুত্ৰৰ দিহিংমুখ সুঁতিৰ উত্তৰৰ দ্বীপ গাম চাপৰিত জন্মা ললিত কুমাৰ লালিত-পালিত হৈছিল বৰলুইতৰ পাৰৰ সাৰুৱা মাটিত, সেউজীয়া ধাননিৰ সোণালী শইচৰ মাজত পুষ্ট হৈছিল তেওঁৰ দেহ আৰু বিনন্দীয়া প্ৰকৃতিৰ পৰা অনাবিল আনন্দ লাভ কৰি তেওঁ পৰিপূৰ্ণ কৰিছিল শৈশৱ আৰু কৈশোৰ কাল যৌৱনৰ দোকমোকালিৰ স্বপ্ন-মধুৰ দিন এই আহো, এই আহো পৰতে মহাযুদ্ধৰ বিশ্ববিপৰ্যয়ে বিচ্ছিন্ন কৰা তেওঁৰ শিক্ষা জীৱনৰ ছিগা আগ পুনৰ বিচাৰিবলগীয়া হৈছিল। কিন্তু তাৰ আগতে অৰ্থাৎ ১৯৪৮ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ আগৰ কালছোৱাত দ্বিধাদ্বন্দ্ব, হতাশগ্ৰস্ততাই তেওঁৰ প্ৰচুৰ ক্ষতি কৰিলে। শৈশৱ, কৈশোৰ কালছোৱাত তেওঁ আছিল পৰিয়ালৰ আলাসৰ লাডু। তেওঁৰ নাছিল কি? মিচিং সমাজৰ বাৰগাম ফৈদৰ প্ৰথম গাম খিতাপ দিছিল আহোম স্বৰ্গদেৱে তেওঁৰ পিতৃ কাৰবাং গামৰ পঞ্চম পুত্ৰ চেনীৰাম দলেক। সমাজৰ শ্ৰদ্ধেয় ব্যক্তি আছিল তেওঁ। খ্যাতি আৰু সন্মানৰ আসনত বহি চেনীৰামে আনহাতে অধিকাৰী হৈছিল অগাধ সম্পত্তিৰ। চাৰি-পাঁচটা হাতী, গৰু-ম'হেৰে ভৰা গোহালি, ধান-মাহ-সৰিয়হেৰে উভেনদী ভঁৰাল, ইমূৰৰ পৰা সিমূৰলৈ মনিব নোৱৰা মাহৰৰ। বাৰি-বেটীৰে পৰিবেষ্টিত পৰিয়ালটৈ দিনে-নিশাই অবাধে আহিছিল ওচৰ চুবুৰীয়া গাঁওবাসী, ইষ্ট-কুটুম্ব, আলহী-দুলহী। অতিথিপৰায়ণ পৰিয়ালটোৱে মাছে-মঙহে, গাখীৰে-পানীয়ে

আলহীক আপ্যায়ন কৰি পৰিতৃপ্ত হৈছিল। বজা মহাৰজাৰ দৰে বসন ভূষণ পৰিধান কৰি আঢ্যৱন্ত পৰিয়ালৰ গৌৰৱত গৌৰৱান্বিত গাম পৰিয়ালক সকলোৱে শ্ৰদ্ধা-ভক্তি আৰু সমীহ কৰি চলিছিল। সেই পৰিয়ালৰ উদিত সূৰ্যক সাময়িক পলৰীয়া মেঘে ঢাকিব খুজিও ঢাকিব নোৱাৰিলে। যদিও ললিত কুমাৰক কুমন্ত্ৰীয়া মনৰ কমোৱা তুলাৰ দৰে উৰি ফুৰিবলৈ অন্তৰৰ পাৰ ভগা আৱেগে যেনি তেনি বিধ্বস্ত কৰিছিল তথাপি তেওঁ শেহত স্থিৰ হৈছিল। সপ্তম শ্ৰেণীমানতে তেওঁ পঢ়া-শুনাৰ প্ৰতি উদাসীন হৈ পৰিছিল। উদাসীন স্বভাব গঢ় লৈ উঠাত তেওঁ সাধু সন্ন্যাসীৰ বেশ ধাৰণ কৰিলে। ভগৱদ ভক্তিত গদ গদ হৈ পৰিছিল। ডাঢ়ি-চুলি ৰাখি সাইলাখ বীৰ শিৱাজীৰ দৰে কেশ ধৰি কঁকালত তৰোৱাল আঁৰি, মুৰত পাগুৰি মাৰি বগচুৰা ঘোঁৰা এটাৰ পিঠিত উঠি ইখনৰ পৰা সিখন গাঁৱলৈ গৈ পৰিয়াল-পৰিজন, আত্মীয় স্বজনৰ খবৰ লোৱাত ব্যস্ত হৈ পৰিল। বিহাৰী সাজি কুস্তি শিকি শৰীৰ চৰ্চা কৰিবলৈও ধৰিলে। ১৯৪২ চনত দ্বিতীয় মহাসমৰৰ সময়ত তেওঁ উজনিৰ মাৰ্ঘেৰিটালৈ গৈ ব্যৱসায় আৰম্ভ কৰিলে। যুদ্ধ শামকটাত গাঁৱৰ ল'ৰা নিজ গাঁৱলৈ উভতি আহিল। কানি বৰ্জৰিহে সকলোকে কম বেছি পৰিমাণে লজ্জিছিল। সংগ দোষত মিচিং গাঁৱৰ ইখৰ-সিখৰত বহি চিলিমত কানি অথাই কানি খোৱা অভ্যাস কৰিলে। পিছে মাতৃৰ বঙা চকু দেখি আৰু নিজৰ ভুল উপলব্ধি কৰিব পাৰি হাঁহি মুখে সেই বদভ্যাস ত্যাগ কৰিলে। তেওঁ মাজে সময়ে কৰা আন দুই-এটা ঘটনাই আমোদৰো সৃষ্টি কৰিছিল। তেওঁ নিমখৰ ব্যৱসায়ো কৰিছিল। এবাৰ নিমখ বোজাই কৰা নাওখন পানীত বুৰ যোৱাত পানীত ডুব মাৰি নিমখ উদ্ধাৰত লাগিছিল। পানীত গলি পমি নিমখৰ অস্তিত্ব যে নাইকিয়া হয়, সেই কথা পাছত বুজি পাই নিজৰ কৃতকৰ্মৰ বাবে নিজে হাঁহিলে। আন এটা কথাৰ পৰা ললিত কুমাৰৰ সককালৰ নিৰ্বোধ কালিদাসৰ দৰে মূঢ়তাৰ বাবে পুতৌ জন্মিলেও ললিত কুমাৰৰ স্বভাব-সুলভ হাস্যবোধৰ বাবে আমোদৰ খোৰাক দিয়ে। এবাৰ হেনো তেওঁ ঈশ্বৰৰ নামত ধ্যানস্থ হৈ থকা অৱস্থাত চকু মেলি চাই দেখে এযোৰ উজ্জ্বল জ্যোতি তেওঁৰ ফালে ওচৰ চাপি আহি আছে— ক্ষন্তেক পাছতে সমুখেৰে সাউৎকৈ ক'লা মেকুৰী এটা পাৰ হৈ যোৱাতহে বুজিব পাৰিলে স্বয়ং ভগৱানৰ আবিৰ্ভাব নহয়— চিকাৰ সন্ধানী বিড়ালীহে। সেই দৰে পছ চিকাৰ, মৌৰ বাহত খোঁচ মৰা বিধৰ নিচাবোৰতো আছেই। তেওঁক লৈ যিমান জল্পনা কল্পনা আছিল তাৰ বিপৰীতে মুৰ কামোৰণিও কম নাছিল। ল'ৰাই শিক্ষা-দিক্ষা লাভ কৰি বৰ মানুহ হ'ব, ভাল চাকৰি-বাকৰি কৰি বংশৰ মুখ উজ্জ্বলাব ইত্যাদিবোৰ পিতৃ-মাতৃৰ সপোন থান-বান কৰি ল'ৰাই উদেশত বা কলাই দিছিগে দিপাঙে ঘূৰি ফুৰাত হতাশ বিমৰ্ষ হৈ পিতৃ-মাতৃয়ে উপায়ন্তৰ হৈ সুমতি হওক বুলি পূজা-পাতল কৰা সাতজনীয়া, নজনীয়া, এঘাৰজনীয়া ভকতক মাতি চাউল পিজাবলৈ দিয়া মিচিং পূজাৰ ভাগি - 'তাঃত যাঃয়ম লুতাদ', 'দঃঞি পঃলম লুতাদ', 'চিত্‌কিন্‌ কেনে', চিনে মেঃলম লুতাদ' আদি আগবঢ়োৱা

কৃতবোৰতো আছেই। ঘৰ-সংসাৰ পাতি দিলে। উদাসীন ললিত কুমাৰ দলে সংসাৰৰ মাজত বন্দী কৰি পিতৃ-মাতৃয়ে তেওঁক অমিলি দলেৰ লগত বিবাহ পাশত আৱদ্ধ কৰিলে।

জন্মগত বুদ্ধি-বৃত্তি থকা সত্বেও ললিত কুমাৰৰ ভাগ্য-বিপৰ্যয় ঘটিছিল সাময়িকভাৱেহে। বিবাহিত ললিত কুমাৰে সাংসাৰিক জীৱনত হাবুডুবু নাখাই পুনৰ শিক্ষা জীৱনলৈ ঢাপলি মেলিলে। ডিব্ৰুগড চৰকাৰী ল'ৰা হাইস্কুলৰ প্ৰধান শিক্ষক দণ্ডীৰাম দেউৰীৰ পৰামৰ্শ ক্ৰমে ললিত কুমাৰে পঢ়াত মনোনিবেশ কৰিলে। প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীলৈ আহি কটন কলেজত ভৰ্তি হ'ল। কটন কলেজৰ পৰা আই এ আৰু ১৯৫২ চনত বি এ ডিগ্ৰী লাভ কৰিলে। তেওঁ গুৱাহাটীৰ আৰ্ল ল কলেজত আইন পঢ়িবলৈ ল'লে। কটন কলেজৰ ছাত্ৰ ৰূপে থকা কালত সহপাঠীসকলৰ মাজত তেওঁৰ সৰলতা, হাস্য বোধৰ বাবে জনপ্ৰিয় হৈ পৰিছিল। আনহাতে বিবাহিত ললিত কুমাৰ ছাত্ৰাবাসৰ আৱাসীসকলৰ মানত ককাইদেউ, দাদা, গাঁওবুঢ়া, ৰসিক প্ৰৱৰ বুলিও সুপৰিচিত আছিল। তেওঁৰ ইংৰাজী ভাষাটো প্ৰিয় আছিল গুণে ভাষাটোত বুৎপত্তি লাভ কৰিছিল। সেইকাৰণে তেওঁ সলসলীয়াকৈ ইংৰাজীত বক্তৃতা দিব পাৰিছিল। অসমীয়া, বাংলা, হিন্দীও তেওঁৰ মুখত আখৈ ফুটাদি ফুটিছিল। কটন কলেজত অনুষ্ঠিত তৰ্ক প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি তিনিবাৰ শ্ৰেষ্ঠ তাৰ্কিক ৰূপে পুৰস্কৃত হৈছিল। ছাত্ৰাৱস্থাৰে পৰা তেওঁ মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰুৰ ৰাজনৈতিক ক্ষেত্ৰখনৰ প্ৰতি আকৰ্ষিত হয়। তেওঁ শিক্ষা জীৱনৰ সিমানতে ওৰ পেলাই সক্ৰিয় ৰাজনীতিত নামিলে। সেই কাৰণে আইনৰ ডিগ্ৰী তেওঁৰ লোৱা নহ'ল।

তেওঁ কটন কলেজত পঢ়ি থকা কালতে ১৯৫০ চনৰ প্ৰলয়ংকৰী বৰভূইকঁপৰ প্ৰকোপত পৰে সমগ্ৰ অসম। উজনি অসম হয় অধিক ক্ষতিগ্ৰস্ত। ললিত কুমাৰৰ ওভতা গাঁৱৰ লগতে 'পাইক মহল' মৌজাৰ প্ৰায় সাতাইশখন গাঁও ভূমিকম্পত সম্পূৰ্ণৰূপে বিধ্বস্ত হয়। সেই বিপৰ্যয়ৰ পাছত দলেৰ পৰিয়ালৰ গৰুমৰা অঞ্চলৰ পুমি গাঁৱলৈ উঠি যায়। উত্তৰপৰীয়া ৰাইজৰ অবৰ্ণনীয় দুখ-দুৰ্দশাৰ পৰত ললিত কুমাৰ দলেৰ দৰদী মন স্থিৰেৰে নাথাকিল। সেই দুৰ্যোগৰ মুহূৰ্তত তেওঁ ৰাইজৰ মাজত থিয় হৈ সাহায্যমূলক নানান কামত জড়িত হৈ পৰিল। সাতাইশখনকৈ গাঁও উচ্ছন্ন হোৱাত তেওঁলোকৰ ঘৰুৱা বিপৰ্যযো আহি পৰিল। মৌজাদাৰী উঠি যোৱাত বিপৰ্যয় দুগুণে বাঢ়িল।

১৯৫৭ চনত অনুষ্ঠিত সাধাৰণ নিৰ্বাচনত ধেমাজি-মৰাণ সমষ্টিৰপৰা কংগ্ৰেছ প্ৰাৰ্থীৰূপে অসম বিধান সভালৈ তেওঁ নিৰ্বাচিত হৈছিল। ইয়াৰ বাই কাৰণ হ'ল বি এ পাছ কৰাৰ পাছতে তেওঁ তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা আদি নেতৃবৰ্গৰ সান্নিধ্যলৈ আহিবলৈ সুযোগ পাইছিল। অৱশ্যে ইয়াৰ অন্তৰ্নিহিত এটা কাৰণ আছিল। ১৯৫২ চনত ডিব্ৰুগড় কাছাৰী ময়দানত অনুষ্ঠিত বিপুল জন সভাত তেওঁ দিয়া তেজোদ্দীপ্ত ভাষণে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। তাৎপৰ্যপূৰ্ণ কথা যে সেইখন

সভাত স্বযং ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰু উপস্থিত আছিল। সেই সভাতেই দলেৰ সাবলীল, তথ্য গধুৰ ভাষণত মুগ্ধ হৈ তেওঁক কংগ্ৰেছত যোগদান কৰিবলৈ মুকলি আহ্বান জনায়। দলেৰ সক্ৰিয় ৰাজনীতিত যোগদান আৰু বিধান সভাৰ সদস্য পদ লাভৰ গুৰি কথাও সেয়াই আছিল।

১৯৫৮ চনত চলিহাৰ মুখ্যমন্ত্ৰীত্বৰ কালত দলে সংসদীয় সচিব (পাৰ্লিয়ামেন্টৰী চেক্ৰেটৰী) নিযুক্ত হয় একমাত্ৰ দক্ষতা আৰু একাগ্ৰতাৰ বাবেই। অতি কম দিনৰ ভিতৰতে সকলো সতীৰ্থৰ আস্থা আৰু প্ৰিয়ভাজন হৈ পৰা ললিত দলে মানুহজন বিধায়ক ৰূপে নিজ সমষ্টিতো জনপ্ৰিয় হয়। সেয়েহে ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত পুনৰ তেওঁ ধেমাজি-ঢকুৱাখনা সংৰক্ষিত সমষ্টিৰ পৰা নিৰ্বাচিত হৈ চলিহা মন্ত্ৰী সভাত বন দপ্তৰৰ উপ-মন্ত্ৰীৰূপে যোগদান কৰে। মন কৰিবলগীয়া যে মিচিং সম্প্ৰদায়ৰ পৰা এই সন্মান তেৱেঁই প্ৰথম লাভ কৰে। অসমৰ জনজাতীয় বাবে বহনীয়া ভাবা-সাহিত্য সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা-আকৰ্ষণ বৃদ্ধি কৰিবলৈ তেওঁ ভালেমান গঠনমূলক আঁচনি হাতত লৈছিল। আনহাতে জনজাতীয়-জনগোষ্ঠীসমূহৰ বসতি প্ৰধান অঞ্চল ভ্ৰমণ কৰি ভাব বিনিময় কৰি সৌহাৰ্দ্য সম্প্ৰীতিৰো পৰিবেশ সৃষ্টি কৰিছিল। তদুপৰি জনজাতিসকলক ৰাষ্ট্ৰীয় ঘাইসুঁতিলৈ আনিবলৈ তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। এই মহান উদ্দেশ্য আগত ৰাখি তেওঁ ১৯৬৬ চনত কুলাজানত বহা মিচিং বানে কেবাঙৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে। অতি তাৎপৰ্যপূৰ্ণ যে ইন্দিৰাগান্ধীক সেই অধিবেশন উদ্বোধন কৰিবলৈ আমন্ত্ৰণ জনোৱা হৈছিল। ইতিমধ্যে ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ তাচখণ্ডত আকস্মিক পৰলোক প্ৰাপ্তি ঘটাত ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰীৰ আসনত অধিষ্ঠিত হয়। কীবাং উদ্বোধনৰ ভাৰ স্বাভাৱিকতে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ ওপৰত পৰিল। ভাৰতৰ প্ৰথম মহিলা প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে মিচিংসকলৰ চহকী সংস্কৃতিক সন্মান জনাই মিচিং ফুলাম সাজপাৰ পিন্ধি উদ্বোধন কৰা দৃশ্য বহুতো লোকৰ স্মৃতিত এতিয়াও সজীৱ হৈ আছে। সেইখন সভাত নেফাৰ দায়িং ইৰিং, নাগালেণ্ডৰ মুখ্যমন্ত্ৰী চিলো আও আৰু অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা প্ৰমুখ্যে কেবাগৰাকী মন্ত্ৰীয়ে যোগদান কৰি অনুষ্ঠানৰ শোভাবৰ্দ্ধন কৰিছিল। মহামিলনৰ ক্ষেত্ৰক তীৰ্থভূমিলৈ ৰূপান্তৰিত কৰিছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু সুৰ সম্ৰাট ড° ভূপেন হাজৰিকাৰ যোগদানে। যাৰ সাংগঠনিক দক্ষতাৰ ফলত উত্তৰ-পূব অঞ্চলৰ প্ৰায় সকলো জনগোষ্ঠী একত্ৰে মিলিত হোৱাৰ প্ৰয়াস লাভ কৰিছিল সেই গৰাকী প্ৰশস্ত হৃদয়ৰ গৰাকী ললিত কুমাৰ দলেই পৰৱৰ্তী কালত বানে কীবাঙৰ সভাপতিৰ পদ অলংকৃত কৰে। একে সময়তে তেওঁ ধেমাজি কংগ্ৰেছৰো সভাপতিৰ পদ লাভ কৰে।

ৰাজনৈতিক ধামখুমিয়াত এই গৰাকী জননেতাই ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনত একেটা সমষ্টিতে পৰাজয় বৰণ কৰিব লগীয়া হয়। পিছে কৰ্মদ্যোগী দলে বহি থকা

বিধৰ নেতা নহয়। তেওঁ জন সেবাৰ বিভিন্ন ক্ষেত্ৰত নিজকে ব্যস্ত ৰাখে। ইতিপূৰ্বে ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছতো আকস্মিক দুৰ্যোগ নামে। ১৯৬৯ চনত কংগ্ৰেছৰ বিভাজন ঘটে। অসমৰ দেৱকান্ত বৰুৱা এগৰাকী শক্তিশালী নেতা ৰূপে কেন্দ্ৰত সুপ্ৰতিষ্ঠিত হোৱাত ললিত কুমাৰ দলেয়েও ইন্দিৰা গান্ধীৰ ফৈদত থাকি দলক আগবঢ়াই নিয়ে। ৰাষ্ট্ৰীয় কংগ্ৰেছে জটিল কালছোৱাৰ সংগী ললিত কুমাৰ দলেৰ ওপৰত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিৰ গুৰুভাৰ অৰ্পণ কৰে। ১৯৭১ চনৰ পৰা ১৯৭৮ চনলৈকে এই দায়িত্ব তেওঁ সুচাৰুৰূপে পালন কৰি নিজৰ কৰ্মদক্ষতা আৰু বিচক্ষণতাৰ পৰিচয় দিয়ে।

অতি সুখৰ কথা যে ১৯৭৭ চনত অনুষ্ঠিত লোকসভাৰ নিৰ্বাচনত লক্ষীমপুৰ সমষ্টিৰপৰা তেওঁৰ নিকট্তম প্ৰতিদ্বন্দ্বী জনতা দলৰ স্বৰ্গীয় মহানন্দ বৰাক ৬৫ হেজাৰ ভোটত হৰুৱাই লোকসভালৈ নিৰ্বাচিত হৈছিল। মিচিং সম্প্ৰদায়ৰপৰা সংসদলৈ নিৰ্বাচিত তেওঁ প্ৰথমগৰাকী সদস্য হোৱাৰ গৌৰৱ অৰ্জন কৰে। অসমৰ আৰ্থ-সামাজিক ক্ষেত্ৰৰ সমস্যাসমূহত তেওঁ গভীৰভাৱে মনোনিবেশ কৰিছিল আৰু এইবোৰৰ নিবাৰণৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

ললিত কুমাৰ দলেৰ ৰাজহুৱা জীৱন নিকা আছিল। গান্ধীবাদী দলে এগৰাকী নিষ্ঠাবান কংগ্ৰেছ কৰ্মী আছিল আৰু সততে মূৰত গান্ধী টুপিটো পৰিধান কৰি এক সৰল, অনাড়ম্বৰ আৰু আদৰ্শ জীৱন-যাপন কৰিছিল। তেওঁ কাহানিও দুৰ্নীতিক প্ৰশ্ৰয় দিয়া নাছিল।

তেওঁ অসমৰ এগৰাকী উপমন্ত্ৰী হৈযো ভালেমান উন্নয়নমূলক কামত হাত দিছিল। বিশেষকৈ নিজৰ সমষ্টিৰ বাদেও উত্তৰ পাৰৰ অনুন্নত অৱস্থাৰ উন্নতি সাধন কৰিছিল। তেওঁৰ অক্লান্ত চেষ্টা আৰু শ্ৰমৰ ফলত উত্তৰ পাৰৰ ব্ৰহ্মপুত্ৰৰ মথাউৰি, উত্তৰ লক্ষীমপুৰৰপৰা জোনাইলৈকে যোৱা ৰে'ল লাইনৰ নিৰ্মাণ, ঘাইপথৰ উন্নতি সাধন, প্ৰশাসনীয় সুবিধালৈ লক্ষ্য ৰাখি ধেমাজি আৰু জোনাই মহকুমা গঠন কৰি উত্তৰ লক্ষীমপুৰ মহকুমাক পূৰ্ণ পৰ্যাযৰ জিলাৰ কেন্দ্ৰস্থল ৰূপে গঢ়ি সুকীযা লক্ষীমপুৰ জিলা গঠন কৰাটো তেওঁৰ কৃতিত্ব বুলি ক'ব লাগিব।

ললিত কুমাৰ দলেৰ প্ৰায় চাৰি দশক কালৰ ৰাজনৈতিক জীৱনত নিজৰ অঞ্চলটোৰ, সমষ্টি আৰু সমগ্ৰ উত্তৰপাৰৰ সমস্যাৱলীৰ উপৰিও ৰাজ্য আৰু ৰাষ্ট্ৰৰ সমস্যাৱলীৰ প্ৰতি সদা সতৰ্ক দৃষ্টি ৰাখিছিল। সমস্যাৰ গভীৰতা উপলব্ধি কৰি সেইবোৰৰ নিৰাকৰণৰ বাবে হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনি গ্ৰহণ কৰিছিল। বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰী, শৰৎ চন্দ্ৰ সিংহৰ সতীৰ্থ আৰু ৰাজনৈতিক সহযাত্ৰী ৰূপে ৰাজ্যখনৰ উন্নযনৰ দিশত যৌথ অভিযান চলাইছিল। দল আৰু চৰকাৰ চলোৱা দুইটা কামৰ অংগাংগী সম্পৰ্ক ৰক্ষা কৰা দৃষ্টান্ত দলেয়ে পৰিচ্ছিন্ন ৰূপত অক্ষুণ্ণ ৰাখিছিল।

সেই কাৰণে ওপৰ মহলত তেওঁ অজাত-শত্ৰু আছিল। তেওঁৰ কাৰ্যকালছোৱাত বহুকেইগৰাকী মেধাবী আৰু প্ৰতিভাবান ৰাজনীতিকৰ সমাবেশ ঘটিছিল। অসমৰ ৰাজনীতিৰ এই ভোটাতৰাবোৰৰ নিবিড় সান্নিধ্যলৈ আহি ললিত কুমাৰ দলেই এগৰাকী পৰিপক্ক ৰাজনীতিক ৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল।

দলেয়ে অসমৰ জনজাতীয় জনগোষ্ঠীৰ প্ৰতিনিধি ৰূপে ১৯৫৭-৫৮ চনত ইউ এন. ধেবৰ কমিটিক সাক্ষ্য দি জনজাতীয় সমস্যাসমূহৰ যুক্তিপূৰ্ণ দাবী উত্থাপন কৰাৰ লগতে বিশ্বাসযোগ্য তথ্যবো যোগান ধৰি কেন্দ্ৰীয় চৰকাৰৰ পৰা প্ৰাপ্য সুবিধা আদায় কৰিছিল। অসম ট্ৰাইবেল সংঘৰ তেওঁ মুখ্য ভূমিকা গ্ৰহণ কৰিছিল ১৯৬৬ চনতে। তেওঁ বানী কৌবাং বা মিচিং ৰায়ত বিশেষ সন্মিলনৰ সভাপতি নিৰ্বাচিত হৈ সমূহ জনজাতিক একত্ৰিত কৰিবলৈ চলোৱা প্ৰয়াসৰ কথা আগতে উল্লেখ কৰা হৈছেই। 'ভাৰতীয় আদিম জাতি সেৱক সংঘ' নামৰ স্বেচ্ছাসেৱী সংগঠনৰ এগৰাকী নিষ্ঠাবান সদস্য ৰূপে দলেৰ সেৱা স্মৰণীয় হৈ আছে। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ আৰু দক্ষিণপাৰৰ সুকীয়া সুকীয়া সমস্যাত জৰ্জৰিত সৰ্বসাধাৰণ ৰাইজৰ প্ৰতি তেওঁৰ নৈতিক দায়িত্ব আছিল বুলি তেওঁ উপলব্ধি কৰিছিল। সেইবাবে ডিব্ৰুগড় মহকুমাটো নৈৰ দুয়োপাৰে বিস্তৃত যদিও যোগাযোগৰ বিচ্ছিন্নতাৰ বাবে সদায় আহুকালৰ সন্মুখীন হৈ আহিছিল। তদুপৰি, দুয়োটা পাৰৰ যাতায়াতৰ সুবিধাৰ নিমিত্তে ঘাট নিৰ্মাণ কৰাইছিল, ডাঙৰ আলি নিৰ্মাণৰ উপৰি শিক্ষা প্ৰতিষ্ঠান নিৰ্মাণ কৰিছিল। প্ৰণিধান যোগ্য যে উত্তৰপৰীয়া ৰাইজৰ সুবিধাৰ্থে জন-স্বাস্থ্য কাৰিকৰী বিভাগৰ কাৰ্যালয় স্থাপন দলেৰ ঐকান্তিক প্ৰচেষ্টাৰ ফল। অতি দুৰ্গম ভিতৰুৱা অঞ্চললৈ আলি-পদুলি নিৰ্মাণ কৰি দলেয়ে অভিলেখ স্থাপন কৰিছিল। স্মৰণযোগ্য যে চিচিমুখ-চিচি কলঘৰ পথ , চিচি কলঘৰ টেকেলিফুটা পথ, পূব চিচিমুখ ডাঠ বনাঞ্চল আৰু সৰু বৰ নৈ-উপনৈৰে পৰিপূৰ্ণ অঞ্চলত অকাজান হাইস্কুল স্থাপন তথা ধেমাজি কলেজ প্ৰতিষ্ঠাত ললিত কুমাৰ দলেৰ ভূমিকা আছিল অনন্য আৰু একক। তেওঁৰ অন্তৰ আছিল উদাৰ। দান বৰঙণি দিয়াতো তেওঁৰ হাতৰ মুঠি সদায় খোলা আছিল। উদাহৰণ স্বৰূপে পূৰমী ভিলা এম ভি স্কুল স্থাপনৰ বাবে তেওঁ ছবিঘা মাটি দান কৰি নিজৰ বিদ্যানুৰাগী মন আৰু মহানুভৱতাৰ পৰিচয় দিছিল। সমবায়-আন্দোলনবো তেওঁ এগৰাকী অগ্ৰগণ্য ব্যক্তি আছিল। ভিতৰুৱা আৰু পিছপৰা অঞ্চল খাটি খোৱা দুখীয়া পৰিয়ালৰ সুবিধাৰ নিমিত্তে তেওঁ সমবায় সমিতি গঠন কৰি গ্ৰামাঞ্চলৰ ৰাইজক উৎসাহিত কৰিছিল। তুলনামূলক ভাৱে পিছপৰা উত্তৰপৰীয়া ৰাইজৰ সৰ্বাংগীন উন্নয়ন আৰু পৰিবহন, যাতায়ত আদিকে ধৰি প্ৰশাসনীয় দিশৰ অভাৱ অভিযোগ লাঘৱৰ বাবে ললিত কুমাৰ দলেৰ পৰিকল্পিত আৰু দূৰদৰ্শী প্ৰচেষ্টাৰ ফলতেই উন্নয়নৰ ভালেমান দিশ চকুত পৰে।

সদা হাস্যমুখৰ, মাতৃভাষা মিচিঙক প্ৰমুখ্য কৰি বিভিন্ন ভাষাত উদাত্ত ভাষণেৰে বিমুগ্ধ কৰিব পৰা ব্যক্তিত্বৰ অধিকাৰী ললিত কুমাৰ দলেৰ কৰ্মজীৱন তেনেই চুটি হ'ল।

তেওঁ ১৯৮১ চনৰ নিৰ্বাচনৰ প্ৰাৰ্থী হৈয়ো বিশেষ পৰিস্থিতিত নিৰ্বাচন স্থগিত ৰখাত ৰাইজৰ প্ৰতিনিধি হোৱাৰ পৰা বঞ্চিত হ'ল। কিন্তু অন্যত্ৰ তেওঁৰ কৰ্মব্যস্ততাৰ অন্ত পৰা নাছিল। শাৰীৰিক আৰু মানসিক অত্যন্ত শ্ৰমৰ বাবে তেওঁ নৰিয়াত পৰে। সেই যে ১৯৮৩ চনতে শয্যা ল'লে— অসমৰ ভিতৰে-বাহিৰে নানান চিকিৎসা কৰিও দলেয়ে আৰোগ্য লাভ কৰিব নোৱাৰিলে। ১৯৮৬ চনৰ ১৮ মাৰ্চ তাৰিখে এইগৰাকী সৰ্বৰহী জননেতাৰ দেহাৱসান ঘটিল।

তিনিজন পুত্ৰ আৰু চাৰি গৰাকী কন্যা সন্তান, পত্নী অমিলি দলে, অগণন আত্মীয়-স্বজন-গুণমুগ্ধক এৰি গুৱাহাটীৰ কাছাৰী বস্তিৰ বাসভৱনতে শেষ নিশ্বাস ত্যাগ কৰা ললিত কুমাৰ দলেৰ সংগ্ৰামী আৰু উৰ্দ্ধমুখী সত্তা চিৰ জ্যোতিস্মান হৈ ৰ'ব। লৰালিৰে পৰা গীত-মাত, ব্যংগ-কৌতুকত নিমগ্ন ললিত কুমাৰৰ ইংৰাজী কাব্য প্ৰীতি আছিল অতুলনীয়। তেওঁৰ কণ্ঠনিসৃত এইছ ডব্লিউ বিছামৰ সেই কাব্য পংক্তি ঃ

'God washes the eyes by tears,
Untill they can behold the invisible land
Where tears shall come to more 'আজিও নীৰৱে তেওঁৰ কবৰ স্থানত এপিটাফৰূপে অনুৰণিত হৈ আছে।

পৰক আপোন কৰি এই প্ৰতিভাধৰ জননেতাগৰাকীৰ নশ্বৰদেহ লীন হ'লেও তেওঁৰ কীৰ্তিৰ পতাকা অম্লান বদনে উৰি আছে, উৰি থাকিব।

# মেঘৰাজ কৰ্মকাৰ

**কমল কুমাৰ তাঁতী**

অসমৰ চাহ জনগোষ্ঠী সমাজৰ লেখক-সাহিত্যিকসকলৰ ভিতৰত ভোটাতৰা-ৰূপে জিলিকি থকা এটা নাম হৈছে স্বৰ্গীয় মেঘৰাজ কৰ্মকাৰ। চাহ জনগোষ্ঠীৰ সমাজ, সাহিত্য, সংস্কৃতিৰ ওপৰত এতিয়ালৈকে যিসকল শিল্পী-সাহিত্যিকে অৱদান আগবঢ়াই গৈছে, তাৰ ভিতৰত সাহিত্যিক পেঞ্চনাৰ মেঘৰাজ কৰ্মকাৰ আগৰণুৱা। চাহ জনগোষ্ঠীৰ পথিকৃৎ লেখক মেঘৰাজ কৰ্মকাৰে তেওঁৰ লেখা-মেলাৰ মাজেদি চাহ-জনগোষ্ঠীৰ আত্ম পৰিচয়ৰ দৃষ্টিভংগীক এক বিশালায়তন দিছিল।

যি সময়ত অসমৰ চাহ বাগিচাবোৰত চাহ শ্ৰমিকসকলে একমাত্ৰ কঠোৰ শ্ৰমৰ মাজতে নিজকে বিলীন কৰি দিছিল, প্ৰায় নিৰক্ষৰ জনগোষ্ঠীটোৰ আত্মপ্ৰকাশ বা বিকাশৰ কোনো চেতনাই নাছিল, সেই সংকটকালীন সময়ত মেঘৰাজ কৰ্মকাৰদেৱে জীৱনৰ বিভিন্ন ঘাত-প্ৰতিঘাত অতিক্ৰম কৰিও সাহিত্য চৰ্চাৰ অংকুৰণ ঘটাই তাক বিকশাই তোলাৰ ক্ষেত্ৰত অৰিহণা যোগাইছিল— যাৰ মাজেৰে অসমৰ সবাতোকৈ অৱহেলিত-নিষ্পেষিত জনগোষ্ঠীটোৰ সমাজজীৱন, কলা-সংস্কৃতি আৰু আন আন গুৰুত্বপূৰ্ণ দিশবোৰ উন্মোচিত হৈছিল।

মেঘৰাজ কৰ্মকাৰৰ পূৰ্বপুৰুষসকল আহিছিল বিহাৰৰ পৰা ১৯২৩ চনৰ জানুৱাৰী মাহত জামিৰা চাহ বাগিচাৰ কাষৰ গাঁৱত মেঘৰাজ কৰ্মকাৰৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম স্বৰ্গীয় বাহাদুৰ কৰ্মকাৰ আৰু মাতৃৰ নাম স্বৰ্গীয়া কুসুম কৰ্মকাৰ। তেওঁৰ তিনিবছৰ বয়সতে মাকৰ মৃত্যু হোৱাত মাতামহ স্বৰ্গীয় ৰাধানাথ কৰ্মকাৰৰ তত্ত্বাৱধানত তেওঁ ডাঙৰ-দীঘল হয়।

১৯৩৫ চনত জামিৰা পাত্ৰগাঁও মজলীয়া বিদ্যালয়ৰ পৰা মজলীয়া শিক্ষা শেষ কৰি সেই বছৰতে বৰ্তমানৰ বাগীৰৰ নীলমণি ফুকন উচ্চ মাধ্যমিক বিদ্যালয়ত ভৰ্তি হয়। ১৯৪১ চনত প্ৰবেশিকা পৰীক্ষাত অৱতীৰ্ণ হৈছিল যদিও সফলতা লাভ কৰিব নোৱাৰিলে। বিভিন্ন সমস্যাৰ মাজেদি গৈ ১৯৬০ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

দ্বিতীয় মহাসমৰৰ সময়ত তেওঁ এজন চফল ডেকা। সেইসময়ৰ অৰ্থনৈতিক মন্দাৱস্থাই অৱশ্যম্ভাৱী কৰি তোলা কঠোৰ বাস্তৱতাৰ মুখামুখি হ'ল তেওঁ। তৎসত্বেও হতাশ নহৈ সেইসময়ত বৃটিছ সৈন্য লিডুৰ পৰা ব্ৰহ্মদেশৰ সীমান্তলৈ যাব পৰাকৈ ৰাস্তা বন্ধা যি কাম চলিছিল, উক্ত কামত তেওঁ এজন মহৰী হিচাপে যোগদান কৰে। কিছুদিনৰ

পিছতে ৰাস্তা বন্ধা কাম শেষ হোৱাত তেওঁ ল'ক'ম'টিভ ৱৰ্কশ্বপত সাধাৰণ ক্লিনাৰ হিছাপে চাকৰিত সোমায়। কিন্তু কৰ্মদক্ষতাৰ গুণত তেওঁ কিছুদিনৰ ভিতৰতে শ্বেড্‌ক্লাৰ্কলৈ পদোন্নতি লাভ কৰে। এনেসময়তে তেওঁ টান নৰিযাত পৰিল আৰু লিডু এৰি ঘৰলৈ ঘূৰি আহিবলগীয়া হয়।

১৯৪৫ চনত শ্ৰীমতী ৰাজৱতী সিঙৰ সৈতে তেওঁ বিবাহপাশত সোমায়। ১৯৪৬ চনত তেওঁ মোহনাঘাটৰ কিছু দূৰত থকা টিংখং প্ৰাথমিক বিদ্যালয়ত প্ৰধান শিক্ষক হিছাপে নিযুক্ত হয়। সেই বিদ্যালযত এবছৰ প্ৰধান শিক্ষক হিছাপে কাৰ্যকাল চলোৱাৰ পাছত ১৯৪৭ চনৰ ৯ নৱেম্বৰত বৰবৰুৱা ৰামেশ্বৰ উচ্চ মাধ্যমিক বিদ্যালযত কাৰ্যালয সহকাৰী হিছাপে নিযুক্তি লাভ কৰে। ১৯৬০ চনত তেওঁ ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰদ্বাৰা পৰিচালিত 'বিশাৰদ' পৰীক্ষাত উত্তীৰ্ণ হয় আৰু পিছৰ বছৰৰ পৰা উক্ত বিদ্যালযতে অতিৰিক্ত হিন্দী শিক্ষকৰ পদ গ্ৰহণ কৰে। শিক্ষকতাৰ লগে লগে ৰাষ্ট্ৰভাষা হিন্দীৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কামত নিজকে আত্মনিয়োগ কৰে। তদুপৰি Auxilary Cadet Corps ৰ অফিচাৰ হিছাপেও শিক্ষাৰ্থী বাহিনী পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে।

অসম পঞ্চায়তীৰাজৰ প্ৰথমটো পঞ্চাযত নিৰ্বাচনত মেঘৰাজ কৰ্মকাৰ জামিৰা গাঁও পঞ্চাযতৰ প্ৰথম গৰাকী সভাপতি নিৰ্বাচিত হয। পিছৰটো গাঁও পঞ্চাযতৰ নিৰ্বাচনত চাকৰীয়ালসকল সভাপতি পদত প্ৰাৰ্থী হ'ব নোৱাৰা চৰকাৰী নিৰ্দেশ ঘোষণা হোৱাত জামিৰা গাঁও পঞ্চায়তলৈ সদস্য নিৰ্বাচিত হয়।

১৯৫২ চনৰ প্ৰথমটো সাধাৰণ নিৰ্বাচনত মেঘৰাজ কৰ্মকাৰদেৱে 'সৰ্বদল'ৰ প্ৰাৰ্থীৰূপে লাহোৱাল সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিবলৈ লৈছিল যদিও ঘৰুৱা আৰু ব্যক্তিগত কাৰণত ই সম্ভৱপৰ নহ'ল। তাৰ পিছৰ পৰা তেওঁ সক্ৰিয দলীয ৰাজনীতিৰ পৰা আঁতৰি থাকে। সক্ৰিয় ৰাজনীতিত নাথাকিলেও সামাজিক কাম-কাজ, সংস্কৃতি আৰু সাহিত্য-চৰ্চাৰ সৈতে তেওঁ সদায়েই ওতঃপ্ৰোতভাৱে জড়িত আছিল।

মেঘৰাজ কৰ্মকাৰৰ প্ৰতিভা আছিল বহুমুখী, তথাপিও তেওঁৰ মূল পৰিচয আছিল এজন বিশিষ্ট, পথিকৃৎ লেখক-সাহিত্যিক আৰু চিত্ৰকৰ হিছাপে। ছাত্ৰ অৱস্থাৰ পৰাই তেওঁ সাহিত্য চৰ্চাত মনোনিবেশ কৰে। ১৯৩৬ চনত ডিব্ৰুগড়ৰ অগ্ৰণী শিক্ষানুষ্ঠান জৰ্জ ইন্সটিটিউশ্যনৰ ছাত্ৰ আছিল আৰু উক্ত বিদ্যালযৰ হাতেলিখা মুখপত্ৰ 'জ্যোতি'ৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল। এই হাতেলিখা আলোচনীখনৰ একেলেথাৰিযে চাৰিটাকৈ সংখ্যা সম্পাদনা কৰাৰ উপৰি তেওঁ নিজে লিখা প্ৰবন্ধ আৰু চিত্ৰ অংকন প্ৰকাশ কৰিছিল।

মেঘৰাজ কৰ্মকাৰে ১৯৪১ চন মানত অধ্যাপক প্ৰভুদাম মাৰিক চাৰোৱানৰ নেতৃত্বত গঠিত হোৱা আসাম টি লেবাৰ এছোছিযেচনৰ মুখপত্ৰ 'উদ্ধাৰ'ত তেওঁৰ কেইটামান সুচিন্তিত প্ৰবন্ধ প্ৰকাশ পাইছিল। তেওঁৰ এইসমূহ লেখনীৰ উদ্দেশ্য আছিল, কু-সংস্কাৰ আৰু অন্ধবিশ্বাসৰ বলি হোৱা চাহ শ্ৰমিক সমাজখনৰ সংস্কাৰসাধন। তেওঁৰ

এনেবোৰ উদ্দেশ্যধৰ্মী, সংস্কাৰধৰ্মী লেখাসমূহ সমসাময়িক সামাজিক প্ৰেক্ষাপটত অতি প্ৰয়োজনীয় বুলি বিবেচিত হৈছিল। 'উদ্ধাৰ'ত প্ৰকাশিত তেওঁৰ 'যুগৰ পৰিবৰ্তন' নামৰ প্ৰবন্ধটিয়ে সেইসময়ত পঢ়ুৱৈৰ মাজত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল।

ডিব্ৰুগড়ৰ ওচৰৰ বৰবৰুৱা ৰামেশ্বৰ উচ্চ মাধ্যমিক বিদ্যালয়ত হিন্দী শিক্ষক হিছাপে চাকৰি কৰা সময়চোৱাত উক্ত বিদ্যালয়ৰ মুখপত্ৰ 'চেতনা' হাতে লিখা অৱস্থাত প্ৰকাশ পাইছিল আৰু ইয়াৰ প্ৰথম সংখ্যাৰ বেটুপাতৰ পৰিকল্পনা, অংকন আৰু অংগসজ্জাৰ মাজতেই তেওঁৰ শৈল্পিক মনৰ মূৰ্ত প্ৰকাশ ঘটা পৰিলক্ষিত হৈছিল।

চাহ জনগোষ্ঠীৰ পথিকৃৎ লেখক মেঘৰাজ কৰ্মকাৰৰ অজস্ৰ প্ৰবন্ধ পাতি 'উদ্ধাৰ', 'নীলাচল', 'নাগৰিক', 'সোণৰ অসম' আদি বিভিন্ন বাতৰি-কাকত, আলোচনী আদিত অসমীয়া ভাষাৰ উপৰি হিন্দী, ইংৰাজী ভাষাত প্ৰকাশিত হৈছিল। এই প্ৰবন্ধবোৰৰ মাজেৰে তেওঁ চাহ জনগোষ্ঠীৰ মাজত বৌদ্ধিক বিকাশ ঘটাবলৈ অহোপুৰুষাৰ্থ কৰিছিল। মেঘৰাজ কৰ্মকাৰৰ লেখনিসমূহৰ মূল ভেটি হৈছে সমসাময়িক সমাজখনৰ নিৰ্মোহ আলোচনা। তেওঁ বিশেষভাৱে গুৰুত্ব আৰোপ কৰিছে চাহ শ্ৰমিক সমাজত চলি থকা কু-সংস্কাৰ, অন্ধবিশ্বাস আদি দূৰীকৰণৰ ওপৰত। সেয়ে এই লেখাবিলাকৰ মাজেদি তেওঁৰ সুচিন্তা আৰু মননশীলতা প্ৰকাশ পাইছে। পিছপৰা চাহ জনগোষ্ঠী সমাজৰ যি পৰিবেশত তেওঁ বসবাস কৰিছিল, সেই চাহ জনগোষ্ঠী সমাজখনৰ হুবহু প্ৰতিচ্ছবিয়েই তেওঁৰ লেখনিত মূৰ্তমান হৈ উঠিছিল।

চাহ জনগোষ্ঠীৰ সামগ্ৰিক সমস্যাৰাজি আৰু সংকটৰ ভেটিত মেঘৰাজ কৰ্মকাৰদেৰে কেইখনমান সৰু সৰু পুস্তিকা লিখি প্ৰকাশ কৰিছিল। এই পুস্তিকাবোৰৰ শিৰোনামা আছিল এনেধৰণৰ : 'পানকে ভাঠি'', 'কৰম একাদশী', 'সহৰাই পৰব', 'দশভুজা দুৰ্গামাতা', 'যৌৱনেৰ ভালমন্দ' আৰু 'খেলিমেলি'। এই পুস্তিকা কেইখনৰ বিষয়-বস্তুৰ পৰা সহজে অনুমান কৰিব পাৰি যে, চাহ শ্ৰমিক সমাজখনৰ সৈতে তেওঁৰ অতি নিবিড় সম্পৰ্ক আছিল।

মেঘৰাজ কৰ্মকাৰে হিন্দী ভাষাৰ পৰা কেইবাটাও কবিতা অসমীয়া ভাষালৈ অনুবাদ কৰি পাঠকসমাজৰ সমাদৰ লাভ কৰাৰ লগে লগে অনুবাদ সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ দক্ষতা প্ৰতিপন্ন কৰিবলৈ সমৰ্থ হৈছিল। তদুপৰি তেওঁৰ স্বৰচিত কবিতা আৰু সাধুকথাৰ ভালেকেইখন পুথি প্ৰকাশ হৈ ওলাইছে।

১৯৭৫ চনৰ ১৪ এপ্ৰিল তাৰিখে যোৰহাটৰ হাতীগড় চাহ বাগিচাত স্বৰ্গীয় দেউৰাম তাছাৰ বাসভৱনত চাহ জনগোষ্ঠীৰ বহুকেইগৰাকী সাহিত্য-সংস্কৃতিকপ্ৰেমী ব্যক্তিক ঐক্যবদ্ধ হৈ 'অসম চাহ মজদুৰ সাহিত্য-সংস্কৃতি পৰিষদ' নামেৰে এটি সাহিত্য-সংস্কৃতি সংগঠনৰ জন্ম দিছিল। সংগঠনটোৰ প্ৰতিষ্ঠাপক সভাপতি নিৰ্বাচিত হয় মেঘৰাজ কৰ্মকাৰ। এই সংগঠনটোৰ জৰিয়তে চাহ জনগোষ্ঠীৰ বিভিন্ন বিষয়ৰ সংগ্ৰহ আৰু সম্পাদনাৰ পৰিকল্পনা হাতত লৈছিল। মেঘৰাজ কৰ্মকাৰে নিজে চাহ জনগোষ্ঠীৰ মাজত

প্ৰচলিত 'শালুক বচন' (নীতি কথা প্ৰবচন) সমূহৰ সংগ্ৰহ আৰু সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিছিল। তেওঁৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলস্বৰূপে ১৯৮৪ চনত 'শালুক বচন' নামৰ কিতাপখন প্ৰকাশিত হয়, য'ত ১৯০৭টা প্ৰবচন সন্নিবিষ্ট হৈছে। চাহ জনগোষ্ঠীৰ মাজত মুখে মুখে প্ৰচলিত এই প্ৰবচনসমূহৰ সংগ্ৰহ আৰু প্ৰকাশ সঁচাকৈয়ে চাহ জনগোষ্ঠী তথা অসমীয়া সাহিত্যৰ বাবে তেওঁৰ এক উল্লেখনীয় অৱদান।

মেঘৰাজ কৰ্মকাৰে অসমীয়া ভাষা-সাহিত্যলৈ, অসমীয়া জাতিলৈ যি অৱদান আগবঢ়াই থৈ গৈছে, তাৰেই ফলশ্ৰুতি হিছাপে অসম চৰকাৰে তেওঁলৈ 'সাহিত্যিক পেঞ্চন' আগবঢ়াইছিল।

মেঘৰাজ কৰ্মকাৰ অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থাৰ লগত নিবিড়ভাৱে জড়িত আছিল। ১৯৬৭ চনত তেখেতৰ উদ্যোগতে জামিৰা চাহ বাগিচাত বৰবৰুৱা আঞ্চলিক চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা গঠিত হয। ১৯৭০ চনত চেপন চাহ ৰাগিচাত অনুষ্ঠিত হোৱা 'অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা'ৰ অধিবেশনত, তেওঁ অংকন কৰা প্ৰতীকৰ সৈতে পতাকা আৰু স্বৰচিত এটি সমবেত গীত সন্থাই আনুষ্ঠানিকভাৱে গ্ৰহণ কৰে।

চাহ জনগোষ্ঠীৰ শিল্প-সাহিত্যিক বিকশাই তোলাৰ ক্ষেত্ৰত মেঘৰাজ কৰ্মকাৰদেৱে যিখিনি অৱদান আগবঢ়াই থৈ গৈছে, চাহ জনগোষ্ঠীৰ সামগ্ৰিক বিকাশৰ স্বাৰ্থত সঁচাকৈয়ে সেইবোৰ অমূল্য সম্পদ।

# দেউৰাম তাছা

**কমল কুমাৰ তাঁতী**

অসমৰ চাহ জনগোষ্ঠী সমাজৰ এজন প্ৰাতঃস্মৰণীয় ব্যক্তি হৈছে স্বৰ্গীয় দেউৰাম তাছা। বহুমুখী প্ৰতিভাৰ অধিকাৰী স্বৰ্গীয় দেউৰাম তাছা চাহ জনগোষ্ঠীৰ উঠি অহা নতুন প্ৰজন্মৰ বাবে এক অনুকৰণীয় ব্যক্তিত্ব, নিজা জনগোষ্ঠীপ্ৰেমী ভালপোৱাসকলৰ বাবে তেওঁ আত্মপৰিচয়ৰ এক প্ৰতীক, চাহ জনগোষ্ঠীৰ কবি, লেখক, সাহিত্যসেৱীসকলৰ বাবে তেখেত বাটকটীয়া-পিতৃপুৰুষ, অন্তহীন অনুপ্ৰেৰণাৰ উৎস।

চাহ-জনগোষ্ঠীৰ এগৰাকী বিশিষ্ট লেখক-সাহিত্যিক দেউৰাম তাছাদেৱৰ জন্ম হৈছিল যোৰহাটৰ ওচৰৰ চেনিমৰা চাহ বাগিচাৰ এক শাখা হাতীগড় চাহ বাগিচাত, ১৯৪২ চনত। তেখেতৰ পিতৃ আছিল স্বৰ্গীয় নৰসিংহ তাছা আৰু মাতৃ আছিল লীলাৱতী তাছা।

চাহ জনগোষ্ঠীৰ প্ৰথম চামৰ উচ্চশিক্ষিত ব্যক্তিসকলৰ মাজৰ এজন স্বৰ্গীয় দেউৰাম তাছাদেৱে শিক্ষা জীৱনৰ পাতনি মেলিছিল হাতীগড় চাহবাগিচাৰ প্ৰাথমিক বিদ্যালযত। তেওঁ স্কুলীয়া শিক্ষা সাং কৰে চেনিমৰা উচ্চ ইংৰাজী বিদ্যালয়ত। যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছত তেওঁ শিক্ষক হিছাপে কৰ্মজীৱনৰ পাতনি মেলিছিল। উচ্চ শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকা তাছাদেৱে বহু পলমকৈ হ'লেও ১৯৮৪ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে।

স্নাতক হোৱাৰ পিছত দেউৰাম তাছাদেৱে শিক্ষক হিছাপে কৰ্মজীৱনৰ পাতনি মেলিছিল যদিও পিছলৈ পি ডব্লিউ ডি বিভাগৰ কেৰাণী, সামাজিক শিক্ষা বিভাগৰ সংগঠক, বিদ্যালয়সমূহৰ এছ আই আদি বিভিন্ন পদবীত কাম কৰাৰ পিছত মৃত্যুৰ আগমুহূৰ্ত্তলৈকে খণ্ড প্ৰাথমিক শিক্ষা বিষয়া হিছাপে কাৰ্যনিৰ্বাহ কৰি আছিল।

স্বৰ্গীয় দেউৰাম তাছাদেৱৰ প্ৰথম পৰিচয় চাহ জনগোষ্ঠীৰ এগৰাকী বিশিষ্ট লেখক-সাহিত্যিক হিছাপে। তেওঁ স্কুলীয়া জীৱনৰ পৰাই হাতত কলম তুলি লয়। তেখেতৰ প্ৰথম প্ৰকাশিত লেখা আছিল এটি কবিতা— 'ঈশ্বৰ' শীৰ্ষক এই কবিতাটি প্ৰকাশ পাইছিল স্কুলৰ মুখপত্ৰ 'ঝৰণা' নামৰ আলোচনীত। তেখেতৰ দ্বিতীয়টি প্ৰকাশিত লেখাৰ সৈতে জড়িত হৈ আছে এটি দুখদায়ক ঘটনা— বিটো ঘটনাৰ স্মৃতি তেখেতে ওৰেজীৱন মনৰ মাজত লৈ ফুৰিছিল। তেখেতৰ ভ্ৰাতৃ আৰু চাহ জনগোষ্ঠীৰ এজন বিশিষ্ট লেখক

ডিম্বেশ্বৰ তাছাদেৱে এটা প্ৰবন্ধত এই ঘটনাটোৰ বিষয়ে এনেদৰে লিখিছে— "স্কুলীয়া জীৱনৰ পৰাই হাতত কলম তুলি লোৱা দেউৰাম তাছাৰ কাপৰ পৰা নিগৰি ওলাইছিল "ঈশ্বৰ" নামৰ কবিতা এটি আৰু স্থান পাইছিল স্কুলৰে মুখপত্ৰ 'ঝৰণা' নামৰ আলোচনীখনিত। নিজৰ প্ৰথম লেখাটিয়ে ছপা আখৰেৰে 'ঝৰণা'ৰ পাতত স্থান পোৱাৰ প্ৰেৰণাত তেওঁৰ মনত জন্ম হৈছিল নতুন উদ্যমেৰে নতুনকৈ সৃষ্টি কৰাৰ মানসিকতা। কিন্তু তাতেই লাগিল কেনা— স্কুলৰ মুখপত্ৰ 'ঝৰণা'ত 'টম-থম' নামৰ গল্পটি প্ৰকাশ হোৱাৰ লগে লগে স্কুলৰ শিক্ষাগুৰুসকলৰ চকু কপালত উঠিল— চাহ বাগিচাৰ মজদুৰ ল'ৰাৰ কাপৰ পৰা এনে সুন্দৰ নিভাঁজ অসমীয়াত লেখা গল্পটিৰ সৃষ্টি হোৱাটো কেনেকৈ সম্ভৱ হ'ল? নিশ্চয় ক'ৰবাৰ পৰা নকল কৰি নিজৰ নামত প্ৰকাশ কৰিছে। স্কুলত হুৱা-দুৱা লাগিল। কোমলমতীয়া সাহিত্যসেৱীৰ অংকুৰে গজালি মেলিব খোজা বয়সতে ছাত্ৰজনক শিক্ষাগুৰুসকলে কাণত ধৰাই 'টম-থম' গল্পটি যে তেওঁৰ নিজস্ব সৃষ্টি নহয়, আনৰ পৰা ধাৰ কৰি লেখাহে বুলি কোৱাবলৈ বাধ্য কৰাইছিল। সেই কথা শুনি অন্তৰত বৰ আঘাত পাইছিলো। দাদাই আমাক সেই কথাখিনি কওঁতে নিজেও আৱেগিক হৈ পৰা পৰিদৃশ্যমান হৈছিল। স্কুলীয়া জীৱনতে পোৱা কোমলমতীয়া চাহ বাগিচাৰ ছাত্ৰজনৰ অন্তৰত লগা আঘাতে কাপ-মৈলাম সামৰি থ'বলৈ বাধ্য কৰাইছিল— হয়তো সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ অৱদান ছাত্ৰাৱস্থাতে বাধা নপৰা হ'লে ইয়াতকৈয়ো আৰু বেছি পালোহেঁতেন বুলি ধাৰণা হয়।" (স্বৰ্গীয় দেউৰাম তাছাৰ সাহিত্য প্ৰতিভা— এক আলোকপাত', ডিম্বেশ্বৰ তাছা, 'জাৱা', ১৯৯৯)।

স্বৰ্গীয় দেউৰাম তাছাদেৱৰ সাহিত্যিক জীৱনৰ এক উল্লেখযোগ্য টাৰ্ণিং পইণ্ট হ'ল, মৰিয়নি কলেজৰ প্ৰাক্তন অধ্যক্ষ তথা অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক স্বৰ্গীয় হৰিপ্ৰসাদ নেওগদেৱৰ সান্নিধ্য লাভ। স্বৰ্গীয় নেওগদেৱৰ অনুপ্ৰেৰণা আৰু তাগিদাতে দেউৰাম তাছাই এলানি প্ৰবন্ধ লিখি উলিযালে আৰু সেইবোৰ যোৰহাট সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত 'সাহিত্য-দূত' নামৰ আলোচনীখনৰ পাতত "চাহ বাগিচাৰ লোক-সংস্কৃতিত দৃষ্টিপাত" নামেৰে ধাৰাবাহিকভাৱে প্ৰকাশিত হ'ল। এই প্ৰবন্ধলানিয়ে পাঠকসমাজৰ সমাদৰ লাভ কৰাৰ লগে লগে সমালোচক- সাহিত্যিকসকলৰো দৃষ্টি আকৰ্ষণ কৰিলে। পিছলৈ সেই প্ৰবন্ধলানিকে অসম সাহিত্য সভাই 'চাহ বাগিচাৰ পূজা-পৰ্ব' নামকৰণেৰে গ্ৰন্থাকাৰে প্ৰকাশ কৰে। "চাহ বাগিচাৰ পূজা-পৰ্ব" শীৰ্ষক গ্ৰন্থখনেই তেখেতৰ প্ৰথম প্ৰকাশিত কিতাপ।

অসম সাহিত্য সভাই প্ৰকাশ কৰা তেখেতৰ আন আন মূল্যবান গ্ৰন্থসমূহ হৈছে 'চাহ বাগিচাৰ মাজত প্ৰচলিত সাধু' (১৯৭৭), 'চাহ বাগিচাৰ জাতি-জনজাতি' (১৯৮৬), 'চাহ বাগিচাৰ শব্দ সম্ভাৰ আৰু খণ্ড বাক্য' (১৯৯০)। উপৰোক্ত গ্ৰন্থকেইখনৰ বাহিৰেও নিজস্ব প্ৰচেষ্টাৰে প্ৰকাশিত হোৱা গ্ৰন্থকেইখন হৈছে— 'চাহ বাগিচাৰ ভাঙনি কহনি', চাহ বাগিচাৰ কুইজ' আৰু শেষত চাহ বাগিচাৰ জনজীৱনৰ ওপৰত ৰেখাপাত কৰা

ব্যংগাত্মক লিমাৰিক জাতীয় একমাত্র কবিতা পুথি— 'চাহ বাগিচাৰ পুৰাণ কাব্য' (১৯৯৬)। 'চাহ বাগিচাৰ লোকগীতত খাদ্য সম্ভাৰ' নামৰ পুথিখন এতিয়াও পাণ্ডুলিপি আকাৰে অপ্ৰকাশিত অৱস্থাতেই আছে। তদুপৰি বিভিন্ন বিষয়ৰ ওপৰত লেখা অজস্ৰ প্ৰবন্ধ-পাতি আদি অসমৰ বিভিন্ন বাতৰি-কাকত আলোচনী, স্মৃতিগ্ৰন্থ আদিত সিঁচৰতি হৈ আছে। অসম সাহিত্য সভাই তেখেতৰ প্ৰায়বোৰ ৰচনা, প্ৰবন্ধ-পাতি একত্ৰ কৰি ইতিমধ্যে 'দেউৰাম তাছা ৰচনাৱলী' শীৰ্ষক এক বৃহদাকাৰ সংকলন প্ৰকাশ কৰি উলিয়াইছে।

অসম সাহিত্য সভাৰ সৈতে সক্ৰিয়ভাৱে জড়িত স্বৰ্গীয় দেউৰাম তাছাই চাহ জনগোষ্ঠীৰ এগৰাকী বিশিষ্ট সাহিত্যিক হিছাপে অসম সাহিত্য সভাৰ বোকাখাত অধিৱেশনৰ সাংস্কৃতিক সন্মিয়াৰ উদ্বোধকৰ আসন অলংকৃত কৰিছিল। বহুমুখী প্ৰতিভাৰ অধিকাৰী তাছাদেৱ কেৱল এজন লেখক বা সাহিত্যসেৱীয়েই নাছিল, তেখেত আছিল একেধাৰে এজন সু-অভিনেতা, সুদক্ষ ফুটবল খেলুৱৈ আৰু সুবক্তা। ডিম্বেশ্বৰ তাছাদেৱে লিখিছে— "মহাপুৰুষ শংকৰদেৱৰপৰা আৰম্ভ কৰি যিকোনো বিষয়ৰ ওপৰত তেওঁৰ দখল থকা বাবে সাবলীলভাৱে ৰাজহুৱা সভা-সমিতিত বক্তৃতা প্ৰদান কৰি সকলোৰে প্ৰিয়পাত্ৰ হ'ব পাৰিছিল। তেওঁৰ ভাষ্যমতে এজন সুবক্তা হ'বলৈ হ'লে তিনিটা 'পি'ৰ কথা মনত ৰাখিব লাগিব— প্লেন, প্ৰিপাৰেশন আৰু প্ৰেজেণ্টেশন। কিয়নো যিটো বিষয়ৰ ওপৰত বক্তব্য প্ৰদান কৰা হ'ব সেই বিষয়টোৰ ওপৰত আগতীয়াকৈ 'প্লেন' বা আঁচনি যুগুত কৰি তাক 'প্ৰিপাৰেশন' কৰাটো একান্ত দৰকাৰ আৰু কোন শ্ৰেণীৰ মানুহৰ আগত নিজৰ বক্তব্য প্ৰদান কৰা হ'ব সেইজনৰ লক্ষ্য কৰিহে নিজৰ বক্তব্য যিজনেই প্ৰদান কৰিবলৈ সক্ষম হ'ব সেইজনৰ বক্তব্যই মনোগ্ৰাহী হ'ব আৰু তেৱেঁই সুবক্তা ৰূপে সকলোৰে আগত পৰিগণিত হ'ব। (পূৰ্বোক্ত প্ৰবন্ধ)।

অসম সাহিত্য সভাৰ সৈতে সক্ৰিয় কাৰ্যনিৰ্বাহক সদস্যৰূপে জড়িত হৈ থাকিলেও, দেউৰাম তাছাই অনুভৱ কৰিছিল যে চাহ জনগোষ্ঠীৰ এখন নিজস্ব সাহিত্য সভাৰ প্ৰয়োজন। সেইমতে তাছাদেৱৰ উদ্যোগতে ১৯৭৫ চনৰ ১৪ এপ্ৰিল তাৰিখে যোৰহাটৰ হাতীগড় চাহ বাগিচাৰ তেখেতৰ বাসভৱনতে চাহ জনগোষ্ঠীৰ সাহিত্য - সংস্কৃতি পৰিষদ' নামেৰে এটি সাহিত্য-সংস্কৃতি সংগঠনৰ জন্ম হয়। চাহ-জনগোষ্ঠীৰ এজন সু-সাহিত্যিক সুশীল কুৰ্মীদেৱে এই সংগঠনটোৰ জন্ম কাহিনীৰ বিষয়ে বিতংভাৱে লিখিছে— 'সাহিত্যিক দেউৰাম তাছাক মই যিদৰে জানো' শীৰ্ষক এটি প্ৰবন্ধত — "১৯৭৫ চনৰ জানুৱাৰী মাহৰ কথা। তেতিয়া আমি ডিব্ৰুগড়ত। বকুল চাহ বাগিচাত চাহ জনজাতি ছাত্ৰ সন্থাৰ অধিৱেশন হৈছে। ডিব্ৰুগড চহৰৰ পৰা বকুল চাহ বাগিচা কিছু আঁতৰত। আমি সকলো তাতে আছো। অধিৱেশনলৈ সু-সাহিত্যিক দেউৰাম তাছাও আহিছে। প্ৰথম চিনাকিতে মানুহজন সকলোকে আপোন কৰি ল'ব পাৰে। আমিও তাৰ পৰা বাদ পৰা নাছিলোঁ। এইটো তেখেতৰ এটা বৰ ডাঙৰ গুণ। মানুহজনৰ চেহেৰা-

পাতি বৰ সুন্দৰ। শকত-আৱত। ওখ-পাখ। বগা। দেখাত বাগানীয়া মানুহ যেন নালাগে। চিনি নোপোৱা মানুহে তেওঁক কেতিয়াও বাগানীয়া মানুহ বুলি নক'ব। কথা-বতৰা অমায়িক। অধিবেশন শেষ কৰি যোৰহাটৰ ঘৰলৈ যাবৰ বেলিকা ডিব্ৰুগড়ৰ চৌকিডিঙি চৰকাৰী বাছ আস্থানত আমাক ক'লে যে, অসম সাহিত্য সভাৰ দৰে আমিও এটা চাহ বাগিচাৰ সাহিত্য সভা গঠন কৰিব লাগে। তেতিয়ালৈকে আমাৰ কোনো সাহিত্য সভা নাছিল। এতিয়া বিভিন্ন নামকৰণেৰে কেইবাখনো সাহিত্য-সাংস্কৃতিৰ সভা গঠন হৈছে লগতে তাছাদেৱে সভাখন যোৰহাটত পাতিবলৈ ক'লে। থকা-মেলা, খোৱা-বোৱাৰ দায়িত্ব সকলো তেখেতে ল'লে। তেখেতৰ কথামতে সেই বছৰেই এপ্ৰিল মাহত সভাখন যোৰহাটত আহ্বান কৰা হ'ল। আহ্বায়ক আছিল চেনীৰাম কুৰ্মী, কমলা নায়ক আৰু এই লেখক (সুশীল কুৰ্মী)। সভাখন যোৰহাটৰ হাতীগড় চাহ বাগিচাত তেখেতৰ বাসভৱনত হৈছিল। সভাখন দুদিনীয়া আছিল। সৰ্বসম্মতিক্ৰমে 'অসম চাহ মজদুৰ সাহিত্য-সংস্কৃতি পৰিষদ' গঠন কৰা হয়। সভাপতি হয় মেঘৰাজ কৰ্মকাৰ, উপ-সভাপতি হয় দেউৰাম তাছা, সাধাৰণ সম্পাদক হয় নাৰায়ণ ঘাটোৱাৰ আৰু সহকাৰী সম্পাদক হয় এই লেখক (সুশীল কুৰ্মী)। এনেদৰেই তাছাদেৱৰ নিঃস্বাৰ্থ প্ৰচেষ্টাত গঢ় লৈ উঠে চাহ জনজাতি সমাজৰ সাহিত্য-সংস্কৃতিৰ এটি অনুষ্ঠান। ডিবৰু বাছ আস্থানত কোৱা তাছাদেৱৰ কথাবাৰতে জন্ম পালে এটি অনুষ্ঠান। তাছাদেৱৰ ই এক ব্যক্তিত্বৰে প্ৰভাৱ'। (সাহিত্যিক দেউৰাম তাছাক মই যিদৰে জানো', সুশীল কুৰ্মী, 'ইনঝৰ', ২০০২)।

অসমৰ চাহ জনগোষ্ঠীৰ শিল্প-সাহিত্যক বিকশাই তোলাৰ ক্ষেত্ৰত স্বৰ্গীয় দেউৰাম তাছাদেৱে যিখিনি অৱদান আগবঢ়াই থৈ গৈছে, চাহ জনগোষ্ঠীৰ সামগ্ৰিক বিকাশৰ স্বাৰ্থত সঁচাকৈয়ে সেইবোৰ অমূল্য সম্পদ। ১৯৯৬ চনৰ ১৮ জুলাই তাৰিখে অসমৰ চাহ জনগোষ্ঠী সমাজৰ ভোটাতৰা স্বৰূপ এইগৰাকী সাহিত্যিকে অকালতে নিজা বাসভৱনত ইহ সংসাৰৰ পৰা চিৰদিনৰ বাবে বিদায় মাগে।

# চেনীৰাম কুৰ্মী

**পদুমী গাজলু**

সেউজ সংস্কৃতিৰ ঐতিহ্য বিচাৰিবলৈ গ'লে আমাৰ বৰেণ্য ব্যক্তিসকলৰ ভিতৰত প্ৰয়াত চেনিৰাম কুৰ্মী অন্যতম। যি গৰাকী ব্যক্তিৰ ব্যক্তিত্ব চাহ জনগোষ্ঠীৰ বাবেই নহয়, সমগ্ৰ অসমবাসীৰ বাবে অনুধাৱন-যোগ্য। ইযাণ্ডাবু সন্ধিৰ চৰ্ত অনুসৰি অসম দেশ ইংৰাজৰ অধীনলৈ যোৱাত যি চাহ শিল্পৰ পৰম্পৰাৰ উন্মেষ ঘটিছিল তাত আত্মনিয়োগ কৰিবৰ বাবে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা যিসকলক মিছা প্ৰলোভন দেখুৱাই অনা হৈছিল তেওঁলোকেই বৰ্তমান 'চাহ জনগোষ্ঠী' ৰূপে পৰিচিত। এনেহেন সময়তে দক্ষিণ বিহাৰৰ হাজাৰিবাগ জিলাৰ পৰা তেওঁৰ পূৰ্বপুৰুষসকল অসমলৈ আহিছিল। বংশানুক্ৰমে এই অসমৰ মাটি-পানী বতাহত বিলীন হৈ গ'ল তেওঁলোক। পাহৰি গ'ল যত শোষণ-নিৰ্যাতনৰ কথা।

কম সময়ৰ ভিতৰতে নিজৰ বহুমুখী প্ৰতিভাৰে সমাজ এখন পৰিবৰ্তন কৰা বৰ সহজ কথা নহয়। নিজৰ চিন্তা-চৰ্চাৰে নিৰক্ষৰ চাহ জনগোষ্ঠীয় সমাজখনক অন্ধকাৰৰ পৰা পোহৰলৈ লৈ অহাই কুৰ্মীৰ উদ্দেশ্য আছিল। জ্যোতি আৰু বিষ্ণুৰাভাৰ দৰে হাতত জ্যোতি লৈ আগবাঢ়ি আহিছিল চাহ জনগোষ্ঠী সমাজক অজ্ঞানতাৰ আন্ধাৰৰ পৰা পোহৰলৈ আনি সংস্কৃতিৰ জগতৰ লগত পৰিচয় কৰাই দিবলৈ। কুৰ্মীয়ে বৰ্ণাঢ্য সেউজ সংস্কৃতি গঢ়িবলৈ বৰাক আৰু ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে তেওঁৰ নিজস্ব প্ৰচেষ্টাৰে যি অৱদান দি থৈ গ'ল ই অসমীয়া সংস্কৃতিৰ ভঁৰালত এক আপুৰুগীয়া সম্পদ।

প্ৰয়াত চেনিৰাম কুৰ্মী আছিল জনতাৰ শিল্পী। সৎ চিন্তা, সৎ আদৰ্শ, সৎ কৰ্মই আছিল যি গৰাকী ব্যক্তিৰ সংগী তথা আজীৱন 'সত্যম শিৱম সুন্দৰম'ৰ পবিত্ৰতাৰে যাৰ জীৱনৰ আৰাধনা। সেইগৰাকী মহান পুৰুষ প্ৰয়াত কুৰ্মীয়ে বুঢালুইতৰ দুয়োপাৰে উত্তৰ আৰু দক্ষিণ পাৰত মহামিলনৰ যোগসূত্ৰ স্থাপনৰ দ্বাৰা অসমী আইৰ বুকুত এক সৌধ নিৰ্মাণ কৰি গ'ল - 'সুৰ সমলয়ৰ এক ঐক্যতান।'

একো একোজন বৰেণ্য ব্যক্তিৰ বিষয়ে আমি কিয় জানিব লাগে সেই সম্পৰ্কে কবিয়ে কৈছে -

"মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ
আমিও কৰিব পাৰো জীৱন গঢ়িত
অভিনয় শেষ হ'লে আয়ু বেলি মাৰ গ'লে
থৈ যাব পাৰো খোজ সময় বালিত।।"

মেহনতি আৰু সৰ্বহাৰাৰ শোষণ আৰু নিষ্পেষণ মষিমূৰ কৰি এখন সুন্দৰ সমাজ প্ৰতিষ্ঠা কৰাৰ পক্ষপাতী আছিল তেওঁ। আৰ্থিক দিশত স্বচ্ছলতা নথকা হেতুকে তেওঁ বহুতো পৰিকল্পনাক বাস্তৱ ৰূপ প্ৰদান কৰিব নোৱাৰিলে। তেওঁ বহল মনৰ অধিকাৰী আছিল। সেই সময়ত চৰকাৰৰ ফালৰ পৰাও তেওঁ একো সা-সুবিধা নোপোৱাত মনৰ বহু আশা মনতে চূ বমাৰ হৈছিল। অৱশ্যে শিল্পীৰ সুকীয়া মনোভাবৰ বাবে নিজৰ অভাব-অভিযোগখিনি আনৰ আগত বেছিকৈ প্ৰকাশ কৰিবলৈ ইচ্ছুক নাছিল।

চেনিৰাম কুৰ্মীৰ জন্ম হৈছিল ১৯৩৭ চনত বৰ্তমান শোণিতপুৰ জিলাৰ গড়পাৰা গাঁৱত (গোৱালপাৰা)। পিতৃ প্ৰয়াত নাৰায়ণ কুৰ্মী, মাতৃ জনীযা কুৰ্মীৰ ঔৰসত কুৰ্মীৰ জন্ম হয়। সৰুতে মাকক হেৰুৱাবলগীয়া হোৱাত বহু কষ্টেৰে জীৱনটো অতিবাহিত কৰিছিল। যাৰ বাবে জীৱনৰ প্ৰতিটো মুহূৰ্ত উজুটি খাব লাগিছিল। সৰুৰে পৰা তেওঁ অধ্যৱসায়ী তথা দায়িত্বশীল আছিল। তেওঁৰ স্কুলীয়া জীৱন আৰম্ভ হৈছিল ওচৰৰে চেনিমাৰী প্ৰাইমেৰী স্কুলত। ঢেকীয়াজুলী হাইস্কুলৰ পৰা তেওঁ মেট্ৰিক পাছ কৰে। ঘৰুৱা আৰ্থিক অৱস্থা বৰ সবল নোহোৱা হেতুকে তেওঁ ইটা ভাটাৰ ব্যৱসায় আৰম্ভ কৰে। কিন্তু ইয়াৰ দ্বাৰা বিশেষ লাভান্বিত নোহোৱাত এই কাম বন্ধ কৰি উচ্চ শিক্ষাৰ বাবে তেজপুৰৰ পৰা ডিব্ৰুগড় জিলালৈ যায় ১৯৬৩ চনত। ডিব্ৰুগড়ৰ কানৈ মহাবিদ্যালয়ৰ পৰা ১৯৬৮ চনত তেওঁ আই এচ চি পাছ কৰে। ১৯৭৪ চনত তেওঁ বিবাহ পাশত আবদ্ধ হয়। চেনীৰাম কুৰ্মীৰ সুযোগ্যা পত্নী আছিল তৰুণ গগৈ নেতৃত্বাধীন অসম মন্ত্ৰীসভাৰ এগৰাকী কেবিনেট মন্ত্ৰী প্ৰযাত ৰূপম কুৰ্মী (খালকো)। তেওঁলোকৰ দুই পুত্ৰ কল্লজ্যোতি আৰু ৰূপজ্যোতি।

কলাৰ অনুৰাগী কুৰ্মীয়ে ১৯৭০ চনত যোৰহাটৰ মণিৰাম শীলৰ ঘৰত থাকি চাহ মজুদুৰ কলা-কৃষ্টিৰ উৎকৰ্ষ সাধনৰ বাবে 'ফ্ৰেণ্ডচ চিনে ও আৰ্ট প্ৰডাকচন' নামৰ এটি অনুষ্ঠানৰ সৌধ নিৰ্মাণ কৰিছিল। ইয়াৰ জৰিয়তে তেওঁ এখনি পূৰ্ণদৈৰ্ঘ্যৰ চলচিত্ৰ নিৰ্মাণৰ পৰিকল্পনা কৰিছিল। এই সংস্থালৈ যোৰহাটৰ জিতু-তপন, মাখন শৰ্মা, মণিৰাম শীল আদি প্ৰমুখ্যে স্বনামধন্য ব্যক্তি তথা শিল্পীসকলৰ সুআগমন ঘটিছিল। কিন্তু আৰ্থিক দিশত দুৰ্বল আন্তঃগাঁঠনিৰ বাবে এই পৰিকল্পনাৰ সফল ৰূপায়ণ বাধাপ্ৰাপ্ত হ'ল। "ৰতন লাল" নামৰ কথাছবিৰ লগত তেওঁ জড়িত আছিল।

ফ্ৰেণ্ডচ্ চিনে এণ্ড আৰ্ট প্ৰডাকচন'ৰ জৰিয়তে প্ৰয়াত চেনিৰাম কুৰ্মীযে চাহ আৰু প্ৰাক্তন চাহ মজদুৰ সম্প্ৰদায়ৰ সংস্কৃতি কেন্দ্ৰিক কেইবাখনো সফল প্ৰদৰ্শনীৰ আঁত ধৰিছিল। এইবোৰৰ ভিতৰত উল্লেখনীয় হ'ল— ১৯৭১ চনত চেপন চাহ বাগিচাত আৰু ১৯৭৪ চনত বকুল চাহ বাগিচাত অনুষ্ঠিত অসম মজদুৰ জনজাতি ছাত্ৰ সন্থাৰ বাৰ্ষিক অধিবেশনত পতা চাহ মজদুৰ সাংস্কৃতিক প্ৰদৰ্শনী। এই ক্ষেত্ৰত এই প্ৰদৰ্শনী দুখন সঁচাকৈয়ে প্ৰশংসনীয়। চাহ মজদুৰ সংস্কৃতিৰ বাহক পঁজাঘৰ, আ-অলংকাৰ, বাদ্য-

যন্ত্ৰ, সাজ-পোছাক আৰু দৈনন্দিন জীৱনৰ ব্যৱহাৰ্য অন্যান্য সামগ্ৰী প্ৰদৰ্শনেৰে তেওঁ অসংখ্য কলাপ্ৰেমী ৰাইজৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। এনে প্ৰদৰ্শনীৰ আয়োজনেৰে অসমৰ বিভিন্ন ঠাইৰ চাহ শ্ৰমিকসকলৰ মাজত সমন্বয় সাধন কৰি তেওঁ সমাজ সংগঠক ৰূপে যি আপ্ৰাণ চেষ্ট চলাইছিল সেয়া ইতিহাসৰ পাতত সঁচাকৈয়ে বিৰল দৃষ্টান্ত। নান্দনিক সজ্জাৰে সজ্জিত তেওঁৰ প্ৰদৰ্শনীসমূহ তেওঁৰ উৎকৃষ্ট কলা দক্ষতাৰ পৰিচায়ক।

ফ্ৰেণ্ডচ্ চিনে এণ্ড আৰ্ট প্ৰডাকচন'ৰ জৰিয়তে পোন প্ৰথবাৰৰ বাবে অসমত প্ৰকাশিত হৈছিল এখনি সফল মাহেকীয়া বাৰ্তালোচনী 'মাদল'। কুৰ্মী আছিল তাৰ প্ৰকাশক। সম্পাদক গণেশ কুৰ্মী।

চাহ মজদুৰ কৃষ্টি-সংস্কৃতিৰ বৃহত্তৰ উন্নয়নৰ খাতিৰত চলোৱা আপ্ৰাণ চেষ্টাই সেই সময়ৰ অসম চাহ মজদুৰ সংঘ যোৰহাট শাখাৰ সম্পাদক ´গজেন তাঁতীৰ বুকুত খলকনি তুলিছিল। তেওঁ ১৯৭২ চনত কুৰ্মীৰ অসম চাহ মজদুৰ সংঘৰ কেন্দ্ৰীয় কাৰ্যালয়ত এটি চাকৰিৰ সুবিধা কৰি দিয়ে। এই সময়তে তেওঁ অসম চাহ মজদুৰ সংঘৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ 'চাহ মজদুৰ' মুখপত্ৰখনৰ সহকাৰী সম্পাদক আছিল। ইয়াৰ যোগেদি তেওঁ অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰাৰ উপৰিও কাকতখনৰ সুন্দৰ সাজ-সজ্জাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছিল। সাহিত্যিক, সাংবাদিকৰ ওপৰিও এজন সুদক্ষ চিত্ৰকৰৰ গুণেৰেও তেওঁ বিভূষিত আছিল।

ডিব্ৰুগড়ত চাকৰি কালতে অনাতাঁৰ কেন্দ্ৰৰ লগতো তেওঁ তেতিয়াৰ পৰাই জড়িত হৈ পৰে। এই অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত আসৰৰ গুৰি-বঠা ধৰতো ব্যক্তি জনাই আছিল প্ৰয়াত চেনিৰাম কুৰ্মী।

তেওঁৰ প্ৰচেষ্টাত 'আসৰ' অনুষ্ঠান মুকলি কৰা হয়। আসৰৰ সুৰ সমলয় তেওঁৰ অৱদান। তেওঁৰ হাতৰ পৰশতে উদ্বোধন হোৱা 'আসৰ'ৰ দ্বাৰা শিল্পীৰ প্ৰাণত জীৱন্ত হৈ থাকিল চাহ জনগোষ্ঠীৰ সংস্কৃতি। আজিও বৰ্তি আছে 'আসৰ'ৰ আৰহ সংগীতৰ সুৰৰ অপূৰ্ব সৃষ্টি। এইগৰাকী শিল্পীৰ অনুপ্ৰেৰণাত সুপ্ত হৈ থকা চাহ জনগোষ্ঠীৰ কলা-কৃষ্টি কেৱল বিকশিত হোৱাই নহয় এক জীৱন্ত ৰূপত উদ্ভাৱিত হৈ উঠিল তথা আজি যাৰ বিনিময়ত চাহ জনগোষ্ঠী সমাজে নিজস্ব গীত-মাত আসৰৰ জৰিয়তে আত্মপ্ৰকাশ কৰিবলৈ সুযোগ পাইছে।

চেনিৰাম কুৰ্মী নতুন পুৰুষৰ বাবে পথ-প্ৰদৰ্শক স্বৰূপ। এই মহান শিল্পীগৰাকীৰ প্ৰচেষ্টাত চিনামৰা চাহ বাগিচাত সাংসদ পৱন সিং ঘাটোৱাৰৰ শহুৰেক মণিৰাম শীলৰ ঘৰত ঝুমইৰ আখৰা হৈছিল। তেওঁ অসমৰ চুকে-কোণে গৈ মানুহৰ মনৰ বুজ লৈছিল। চাহ জনগোষ্ঠীৰ সুখ-দুখ, যন্ত্ৰণাই তেওঁৰ অন্তৰ স্পৰ্শ কৰিছিল। যাৰ ফলত তেওঁ বিভিন্ন চিত্ৰ কলাৰ মাধ্যমেৰে তাক প্ৰকাশ কৰাৰ চেষ্টা কৰিছিল। তেওঁ এনে এগৰাকী ব্যক্তি

আছিল যিয়ে নিজে আঁকা চিত্র ভাস্কৰ্যসমূহ আনক উপহাৰত দিয়ে। তেওঁ সেয়া সংৰক্ষণ কৰি ৰখাৰ কোনো প্ৰয়োজনবোধ কৰা নাছিল। তেওঁ বহুত কাৰ্টুনো আঁকিছিল— অইল পেইন্টিং, ৱাটাৰ কালাৰ, ওৱাচ— পেইটিং আদিতো তেওঁ সিদ্ধহস্ত আছিল।

অবশ্যে সেই সময়ত মানুহৰ কলাৰ প্ৰতি সিমান ধাউতি নাছিল। সেয়ে হ'লেও কুৰ্মীয়ে নিজৰ অক্লান্ত পৰিশ্ৰমেৰে কলাৰ সাধনা কৰি গ'ল আজীৱন। ঝুমইৰ সম্বন্ধেও তেওঁ গভীৰভাবে চিন্তা কৰিছিল। তেওঁ নিজেই সুন্দৰ ঝুমইৰ গীত পৰিবেশণ কৰিছিল আৰু বহুতো ঝুমইৰ ৰচনা আৰু সংগ্ৰহ কৰিছিল। সৌন্দৰ্যৰ প্ৰতি তেওঁৰ আকৰ্ষণ বেছি আছিল। এগৰাকী শিল্পীৰ (ঝুমইৰ) পৰিবেশন কৰা, আ-অলংকাৰৰ পৰা আনকি ভৰিত পিন্ধা নূপুৰৰ ঝুনুক-ঝানাক শব্দয়ো তেওঁৰ অন্তৰ স্পৰ্শ কৰিছিল। মুঠতে তেওঁ নিখুঁতভাৱে প্ৰতিটো শিল্প-কৰ্মৰ লগত বাস্তৱ জীৱনত মানুহৰ গভীৰ অনুভূতিক বিশ্লেষণ কৰা শিল্পী মনৰ পৰিচায়ক আছিল। তেওঁৰ কলাসুলভ মনটোৰ বাবেই ঘৰখনো বৰ সজ্জিত হৈছিল। ৰজনীগন্ধা ফুল তেওঁৰ বৰ প্ৰিয় আছিল। সৌন্দৰ্যশালী মনটো সঁচাকৈ প্ৰশংসনীয়। তেওঁ আশা কৰিছিল যে চাহজনগোষ্ঠী সমাজৰ পৰা এগৰাকী মহিলাও যদি শান্তি নিকেতনৰ দৰে শিক্ষানুষ্ঠানৰ শিক্ষাৰে শিক্ষিত হ'ব পাৰে তেন্তে নিশ্চিতভাৱে সমাজখনে কিছুদূৰ আগুৱাব পাৰিব।

প্ৰয়াত কুৰ্মীয়ে ১৯৬০ চনৰ পৰা ১৯৭০ চনলৈকে অসম কুৰ্মী ক্ষত্ৰিয় মহাসভা আৰু অসম কুৰ্মী ক্ষত্ৰিয় ছাত্ৰ পৰিষদৰ বিভিন্ন বিষয-বাব অলংকৃত কৰিছিল। অসমৰ বিভিন্ন ঠাইত ভ্ৰমি সমাজ সংস্কাৰ কৰা তেওঁ জীৱনৰ লক্ষ্যৰূপে বাছি লৈছিল। সত্তৰৰ দশকৰ আগভাগতে কুৰ্মীয়ে ক্ষত্ৰিয় জাতিৰ মুখপত্ৰ হিছাপে এখনি আলোচনী প্ৰকাশ কৰা হৈছিল। কুৰ্মী ইয়াৰ সম্পাদক আছিল। এই খনেই আছিল চাহ জনগোষ্ঠীৰ প্ৰথম আলোচনী।

"কুৰ্মী ক্ষত্ৰিয় মহাসভাৰ" পৰাই চেনিৰাম কুৰ্মীয়ে ভাৰতৰ বিভিন্ন ঠাইলৈ গৈছিল। বিশেষকৈ বিহাৰৰ হাজাৰিবাগ, পশ্চিমবংগৰ পুৰোলিয়া আদি জিলালৈ গৈ বিভিন্ন শিক্ষামূলক সভা, ধৰ্মালোচনা সভা, ছাত্ৰ-ছাত্ৰীৰ শিক্ষামূলক সভা, সমাজ সংস্কাৰ আদিত তেওঁ অগ্ৰণী স্থান গ্ৰহণ কৰিছিল। ইয়াৰ দ্বাৰা তেওঁ যুৱ সমাজৰ বাবেও এখন সুন্দৰ মঞ্চ তৈয়াৰ কৰি থৈ গৈছে।

চেনিৰাম কুৰ্মী আছিল চাহ জনগোষ্ঠীৰ প্ৰগতিবাদী চিন্তা-চৰ্চাৰ এগৰাকী নমস্য ব্যক্তি। যি গৰাকী ব্যক্তিৰ অকাল বিয়োগত চাহ জনগোষ্ঠীয়েই নহয় অসমেও হেৰুৱালে চিৰসুন্দৰৰ আৰাধনা কৰা এগৰাকী শিল্পী। উল্লেখ্য যে, এছিয়াৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ সংস্থা 'আই এন টি ইউ চি' (INTUC) বৃহৎ সংগঠনৰ চাহ মজদুৰ সংঘৰ 'এটি কলি দুটি পাত'ৰ যি প্ৰতীক সেয়া সৃষ্টিৰ জনকো চেনিৰাম কুৰ্মী। তদুপৰি অসম চাহ মজদুৰ

সংঘই বৰ্তমানেও ব্যৱহাৰ কৰা 'Writing pad'ৰ Symbolic প্ৰতীক হৈছে। তাকো অংকন কৰিছিল চেনিৰাম কুৰ্মীয়ে।

চেনিৰাম কুৰ্মীৰ অসমীয়া ভাষাৰ লগতে বাংলা ভাষাতো যথেষ্ট বুৎপত্তি আছিল। ইয়াৰ লগতে তেওঁ অন্যান্য ভাষাৰ চৰ্চাও অব্যাহত ৰাখিছিল। তেওঁৰ ব্যক্তিগত পুথিভঁৰালত বহু মূল্যবান গ্ৰন্থৰ সমাবেশ ঘটিছিল। গণেশ কুৰ্মীয়ে 'কাঁচা সোণা'ত সেযেহে লিখিছিল যে "He was a man of versatile genius "প্ৰকৃততে, কুৰ্মীয়ে "একাডেমিক" শিক্ষা অৰ্জন কৰাতকৈ সমাজ সেৱা কৰাটোকহে জীৱনৰ চৰম লক্ষ্য বুলি বিবেচনা কৰিছিল। সেয়ে বিষ্ণু ৰাভাৰ দৰে তেওঁ অসমৰ বিভিন্ন ঠাইত ঘূৰি বিভিন্ন জনগোষ্ঠীৰ কলা-সংস্কৃতিৰ সোণ বুটলি অসমীয়া সংস্কৃতিত সোণতে সুৱগা চৰালে।

চেনিৰাম কুৰ্মী চাহ জনগোষ্ঠীৰ বাবে যুগান্তকাৰী পুৰুষ আছিল। কিন্তু সেই সময়ত মানুহৰ কলাৰ প্ৰতি সিমান ধাউতি নাছিল। তেওঁ চাহ জনগোষ্ঠীৰ বৃহৎ স্বাৰ্থৰ বাবে যথেষ্ঠ কষ্ট কৰিছিল।

কলা-সংস্কৃতি অবিহনে এটা জাতিৰ অস্তিত্ব বিপন্ন হ'ব। কলাৰ-সংস্কৃতিৰ পূজাৰী চেনিৰাম কুৰ্মীয়ে আজীৱন নিজ চেষ্টাৰে চাহ জনগোষ্ঠীৰ অন্ধকাৰাচ্ছন্ন জগতক সংস্কৃতিৰ বৃহৎ জ্যোতিপুঞ্জৰ অংশীদাৰ হোৱাত পথ-প্ৰদৰ্শন কৰিছিল। কলাৰ প্ৰতি উৎসৰ্গিত তেওঁ জীৱন নাটৰ যৱনিকা পৰিছিল ১৯৯০ চনৰ ডিচেম্বৰ মাহত তেওঁৰ মৃত্যুৱে চাহজনগোষ্ঠীৰে নহয় অসমৰ জাতীয় জীৱনতো ক্ষতি কৰিলে। দুই পুত্ৰ এৰি মাক-বাপেক দুয়ো এক অজান দেশলৈ গুচি গ'ল। থৈ গ'ল মাথোঁ দুটি প্ৰতীক শ্ৰীপূৰ্ব জ্যোতি কুৰ্মী আৰু শ্ৰীৰূপজ্যোতি কুৰ্মী।

# ছানু খেৰীয়া

**কপিলাচ তাঁতী**

আজি প্ৰায় দুশ বছৰতকৈ অধিক কাল পূৰ্বে সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ পৰা আমাৰ দেশলৈ বেপাৰ-বাণিজ্য কৰিবলৈ অহা ইংৰাজসকলে অসমলৈ আহি চাহ খেতি কৰিবলৈ ধৰে। এই চাহ খেতি কৰিবলৈ পোনতে চীন দেশৰ বনুৱা আৰু পাছত থলুৱা লোকক বনুৱা হিছাপে খটায যদিও চীনালোকসকল গুচি যোৱাত থলুৱা লোকসকলেও ইংৰাজৰ অধীনত কাম কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰি কৃষি কামত মনোনিবেশ কৰে।

সেযে উপায়ন্তৰ হৈ ১৮৪১ চনৰ পৰা ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ পৰা যেনে— বঙ্গদেশ, ছোটনাগপুৰ, মধ্যপ্ৰদেশ, উৰিষ্যা, তামিলনাডু, বিহাৰ, উত্তৰ প্ৰদেশ আদি ঠাইৰ পৰা বনুৱা সংগ্ৰহ কৰি অসমলৈ অনা হৈছিল। তেনেকৈ আহিছিল ছানু খেৰীয়াৰ পূৰ্ব পুৰুষো মধ্যপ্ৰদেশৰ পৰা।

ছানু খেৰীয়াৰ ককাদেউতাক ছাহানী খেৰীয়া মধ্যপ্ৰদেশৰ খেৰীয়া গাঁৱৰ পৰা অসমলৈ আহে আৰু চাহ বাগিচাৰ কামত নিযোজিত হয।

ছানু খেৰীয়াৰ জন্ম হয় ১৯১১ চনত বেঙেনাখোৱা গাঁৱৰ (বেঙেনাখোৱা গ্ৰান্ট গাঁও) এটি দুখীয়া চাহী পৰিয়ালত। পিতৃ বুধু খেৰীযা আৰু মাতৃ মঙ্গলী খেৰীয়া। পিতৃ বুধু খেৰীয়া "কিংচলী আসাম টি কোম্পানীত" তেতিয়াৰ ই. ক্ৰেয়াৰ স্মিথৰ বাগিচাৰ চৰ্দাৰ আছিল।

১৯১৬ চনত দেউতাকে ছানু খেৰীয়াক বেঙেনাখোৱা হামদৈ প্ৰাথমিক বিদ্যালযত নাম ভৰ্তি কৰি দিযে। তেওঁ হামদৈ প্ৰাথমিক বিদ্যালযৰ পৰা জলপানি পাই উত্তীৰ্ণ হয। তাৰ পাছত ১৯২১ চনত গোলাঘাট বেজবৰুৱা গৱৰ্ণমেন্ট হাইস্কুলত নাম ভৰ্তি কৰে তাৰ পৰা দ্বিতীয় বিভাগত হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন মহাবিদ্যালযত উচ্চ শিক্ষাৰ বাবে নাম ভৰ্তি কৰে। কিন্তু ঘৰুৱা আৰ্থিক অৱস্থা টনকিয়াল নোহোৱা বাবে দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ অৱস্থাতে ১৯৩১ চনত কলেজীয়া শিক্ষা সিমানতে সামৰিব লগা হয, আৰু তেতিয়াৰে পৰা কৰ্ম সংস্থানৰ বাবে বিভিন্ন ঠাইত প্ৰচেষ্টা চলাবলগীয়া হয়।

পোনতে তেওঁ কিছুদিন গোলাঘাট টাউন প্ৰাইমেৰী স্কুলত শিক্ষকতা কৰিছিল।

পাছত ১৯৩৫ চনত গোলাঘাট গডকাপ্তানি বিভাগত আলি মহৰিৰ কাম আৰম্ভ কৰি পিছলৈ সেই বিভাগতে কেৰাণী হৈ দহ বছৰ চাকৰি কৰে। সেই সময়ৰ পৰাই খেৰীয়াই চাহ মজদুৰসকলৰ উন্নতিৰ বাবে কাম কৰিবলৈ আৰম্ভ কৰে।

চাকৰি কৰি থকা সময়ত কংগ্ৰেছৰ সংগঠনৰ কামত ছেগা-চোৰোকাকৈ লাগি আছিল যদিও ১৯৩৪ চনত দলৰ সাধাৰণ সদস্য হিচাপে জনহিতকৰ কামত লিপ্ত হৈ পৰে আৰু ১৯৪৫ চনত কংগ্ৰেছত সক্ৰিয় সদস্য হিচাপে যোগদান কৰে।

১৯৪৭ চনৰ জানুৱাৰী মাহৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছে তেওঁক শিৱসাগৰ জিলাৰ নাজিৰা সমষ্টিৰ বাবে মনোনয়ন দিয়ে আৰু তাৰ পৰাই তেওঁ বিপুল ভোটত বিজয়ী হয়। ১৯৪৫ চনত ৰাজনৈতিক মতৰ অমিল হোৱাত কংগ্ৰেছ দল কংগ্ৰেছ আৰু ছ'চিয়েলিষ্ট দলত বিভক্ত হয়। সেই সময়ত অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে "শ্ৰমনুবা শাখা" নাম দি চাহ শ্ৰমিকৰ মাজত সংগঠন গঢ়ি তুলিবলৈ চেষ্টা চলায়। উক্ত শাখাৰ দায়িত্ব বহন কৰে ৰবীন কাকতিয়ে আৰু ছানু খেৰীয়াই ৰবীন কাকতি, বিজয় চন্দ্ৰ ভাগৱতী, অমিয়কুমাৰ দাস কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আদি শ্ৰমিক নেতাৰ সৈতে চাহ শ্ৰমিকৰ মাজত উক্ত সংগঠনৰ কাম শক্তিশালী কৰি তোলে। এই সংগঠনৰ দায়িত্ব বিশেষকৈ খেৰীয়াৰ ওপৰত ন্যস্ত কৰা হৈছিল। তেওঁ এজন চাহ জনগোষ্ঠীৰ বিধায়ক তথা অসম চাহ মজদুৰ সংঘৰ প্ৰতিষ্ঠাপক সভাপতি আছিল বাবে সমগ্ৰ অসমৰ চাহ শ্ৰমিকৰ মাজত সংগঠন গঢ়ি তুলি শান্তি-সম্প্ৰীতিৰ যোগে একত্ৰিত কৰি এক শক্তিশালী অনুষ্ঠান গঢ়ি তোলাত সফলতা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। তদুপৰি ১৯৪৮ চনৰ ২ মে' তাৰিখে অসম চাহ কৰ্মচাৰী সংঘৰ গোলাঘাট শাখাৰ প্ৰথম অধিবেশনত তেওঁ কাৰ্যকৰী কমিটিৰ সদস্যও নিৰ্বাচিত হৈছিল।

সংগঠনৰ কাম কৰিবলৈ যাওঁতে তেওঁ অনেক বাধা-বিঘিনি অতিক্ৰম কৰিব লগা হৈছিল। বহুতো সময়ত নিজৰ জীৱনো বিপদাপন্ন হৈ পৰিছিল। বহু সময়ত ব্ৰিটিছ চাহ মালিকৰ দ্বাৰা তীব্ৰ বাধাৰ সন্মুখীন হৈছিল। সেই সময়ত বাগিচাৰ ভিতৰত কোনো সভা-সমিতি পাতিবলৈ দিয়া নহৈছিল। আনকি কুকুৰ তথা চকীদাৰ লগাই বাগিচাৰ পৰা খেদি পঠিওৱা হৈছিল। আৰু তেনে কৰিবলৈ যাওঁতে কেতিয়াবা ব্ৰিটিছ চাহাবৰ সৈতে হতাহতি হোৱাৰ উপৰিও তেওঁলোকে বন্দুক ৰাইফলেৰে ভীতি প্ৰদৰ্শন কৰিছিল। তথাপি খেৰীয়া আৰু তেওঁৰ সহকৰ্মীসকলে মৃত্যুকো নেওচি অসীম ধৈৰ্যেৰে সংগঠনৰ কাম কৰি গৈছিল। তেওঁ আপ্ৰাণ চেষ্টাৰ ফলত আজি "অসম চাহ মজদুৰ সংঘ" অসম ৰাজনৈতিক জগতত এটি প্ৰভাৱশালী অনুষ্ঠান হিচাপে পৰিগণিত হৈছে।

খেৰীয়া ১৯৪৬ চনতে 'অসম চাহ মজদুৰ সংঘ' গোলাঘাট শাখাৰ সভাপতি নিৰ্বাচিত হয আৰু মৃত্যুৰ সময়লৈকে তেওঁ সেই আসনখন শুৱনি কৰি আছিল। ১৯৪৮ চনৰ পৰা

১৯৫৮ চনলৈকে চাহ শ্ৰমিকৰ বৃহত্তৰ স্বাৰ্থৰ বাবে তেওঁ আন্তৰিকতাৰে কাম কৰি চাহ শ্ৰমিকৰ সংগঠন সক্ৰিয় কৰি তোলে। উল্লেখযোগ্য যে অসম চাহ মজদুৰ সংগঠন উজনি অসমৰ গোলাঘাট মহকুমাত ১৯৪৬ চনৰ অক্টোবৰ মাহৰ ২৫ তাৰিখে প্ৰথমখন সভা খেৰীয়াৰ সভাপতিত্বত কৰুণাটিং চাহ বাগিচাত অনুষ্ঠিত হৈছিল। সভাখন গোলাঘাট মহকুমাৰ বেতিয়নী চাহ বাগিচাৰ মুক্তিযুঁজাৰু দীনবন্ধু তাঁতীৰ প্ৰচাৰ আৰু সংগঠনত অনুষ্ঠিত হৈছিল। ১৯৫২ চনত (মেধি চৰকাৰ) তেওঁক কংগ্ৰেছে গোলাঘাট পশ্চিম (মৰঙি) সমষ্টিত মনোনযন দিযে আৰু তেওঁ নিৰ্বাচনত জযী হয। ১৯৬২ চনত সৰুপথাৰ সমষ্টিৰ পৰা বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৫৭ চনৰ পৰা ১৯৬১ চনৰ ভিতৰত অসম চাহ মজদুৰ সংঘ আৰু ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ অসম শাখাৰ উপ-সভাপতি নিৰ্বাচিত হয়। সেই সময়তে গোলাঘাট পূব আঞ্চলিক পঞ্চায়তৰ তদৰ্থ সভাপতি হয। তদুপৰি গোলাঘাট জিলা কমিটিৰ তেওঁ ধন ভৰালী আছিল। অসম সমবায় সংঘ গোলাঘাট শাখাৰ ১৯৫০ চনৰ পৰা ১৯৭৩ চনলৈকে তেওঁ সভাপতি হৈ আছিল। খেৰীযা বিভিন্ন ৰাজহুৱা অনুষ্ঠান, স্কুল-কলেজ আদিৰ সমাজৰ উন্নযনমূলক কামৰ লগত জড়িত হৈ আছিল।

তেওঁ ছবি আঁকি ভাল পাইছিল। অংক বিষয়তো তেওঁ তীক্ষ্ণ আছিল। গছত উঠা, হাবি কটা আৰু সৰুৰে পৰাই এজন ভাল খেলুৱৈ হিছাপে দৌৰ প্ৰতিযোগিতাত কৃতিত্ব প্ৰদৰ্শন কৰিছিল। তেওঁ এক মাইল দৌৰত সদায প্ৰথম স্থান লাভ কৰিছিল। বনগীত, বিহুগীত তেওঁৰ প্ৰিয় আছিল আৰু সংগীত সাধনাও কৰিছিল। নানান ৰসিকতাৰে সমনীযাৰ মন আকৰ্ষণ কৰিব পাৰিছিল।

খেৰীযা শিক্ষকসকলৰো প্ৰিয়পাত্ৰ আছিল। কিযনো ছাত্ৰজীৱনত থাকিবলগীয বিশেষ গুণ কিছুমান তেওঁৰ গাত আছিল। তেওঁ এজন মেধাৱী ছাত্ৰ আছিল। অন্তৰৰ সৰলতা আৰু অমাযিকতা তেওঁৰ শিৰৰ ভূষণ আছিল। আৰু এনেবোৰ গুণৰ বাবেই তেওঁ শিক্ষকৰ মাজত প্ৰিয পাত্ৰ হৈছিল।

শ্ৰমপ্ৰিয খেৰীযাই কৈছিল "মই এজন মজদুৰ পৰিয়ালৰ দৰিদ্ৰ ল'ৰা, মই গোলাঘাটৰ পৰা ফৰকাটিঙলৈ সৰুকালৰ পৰা গৰু-গাড়ী চলাইছিলো। গান্ধীজীযে শ্ৰমক উচিত কৰ্ম বুলি সন্মান কৰিবলৈ কৈছিল। শ্ৰমৰ মাজেৰেহে স্বৰাজৰ আচল সুখ পাব পাৰি।" খেৰীযাই এই কথাষাৰ সকলোৰে আগত ব্যক্ত কৰিছিল। সঁচাকৈ এই কথাষাৰ আমাৰ উঠি অহা নতুন চাম পুৰুষৰ কাৰণে অতি আৱশ্যকীয কথা। খেৰীযাই এইষাৰ কথা মৰ্মে মৰ্মে উপলব্ধি কৰি কেৱল কথাৰে নহয কাৰ্যত দেখুৱাই থৈ গৈছে। খেৰীযাই অনুভৱ কৰিছিল যে লাজ বা সংকোচ কৰিলে জীৱনত কোনোদিনে মানুহে উন্নতিৰ জখলাত উঠিব নোৱাৰে। শ্ৰমৰ যোগেদিহে নিজক আৰু দেশক উন্নতিৰ পথত আগুৱাই নিব পৰা যায।

খেৰীয়াৰ জীৱনটোৱেই আছিল কৰ্মময়। সৰুকালত তেওঁ গৰু-গাড়ী চলাইছিল, আনকি বৃদ্ধ বয়সতো তেওঁ পথাৰলৈ গৈ হাল-কোৰ বাইছিল। ১৯৩৫ চনৰ পৰা ১৯৪৫ চনলৈকে গড়কপ্তানি বিভাগত চাকৰি কৰি থকা কালছোৱাত তেওঁ নিতৌ বিভাগীয় কামত গোলাঘাটৰ পৰা মৰঙি, নুমলীগড়লৈকে চাইকেলেৰে অহা-যোৱা কৰিছিল। অহা-যোৱা কৰা সময়ত গাঁও অঞ্চল তথা বাগিচাসমূহৰ স্বাধীনতা-আন্দোলনৰ গোপন বাৰ্তা সন্তৰ্পনে কঢ়িয়াই নি বিপ্লৱী বীৰ শঙ্কৰ বৰুৱা, ৰাজেন বৰুৱা আদি ব্যক্তিসকলক সহায় আগবঢ়াইছিল।

খেৰীয়াক সৰ্বদা কৰ্ম-ব্যস্ততাৰ মাজত পোৱা গৈছিল। কেতিয়াবা কোৰ মাৰি থাকোতে, কেতিয়াবা বাৰীত জেওৰা দি থাকোতে, কেতিয়াবা পথাৰত হাল বাই থাকোতে নাইবা ধান দাই থাকোতে লগ পোৱা গৈছিল।

এদিন মহেন্দ্ৰ মোহন চৌধুৰীয়ে গোলাঘাটলৈ আহি বিধায়ক খেৰীয়াৰ খবৰ লওঁতে পথাৰত থকা বুলি জানিবলৈ পাই তেওঁ পথাৰলৈ গৈ দেখে যে তেওঁ বোকাৰে লুতুৰি-পুতুৰি হৈ যুৱক এজনৰ চৰিত্ৰৰ প্ৰমাণ পত্ৰ (Character Certificate) লিখি আছে।

খেৰীয়াই ইচ্ছা কৰা হ'লে মন্ত্ৰীৰ পদো ল'ব পাৰিলেহেঁতেন। উচ্চ পদৰ লালসা তেওঁৰ নাছিল, সেয়ে সেইবোৰ তেওঁ স্বইচ্ছাই প্ৰত্যাখান কৰিছিল। এবাৰ বিমলা প্ৰসাদ চলিহাৰ চৰকাৰৰ দিনত খেৰীয়াক সংসদী সচিবৰ (Parliamentary Secretary)ৰ পদত নিযুক্তি দিব খুজিছিল কিন্তু খেৰীয়াই সেই পদ প্ৰত্যাখ্যান কৰি কৈছিল "মই এই দায়িত্ব ল'লে অধিক সময় ৰাজধানীত থাকিব লাগিব আৰু সেয়ে হ'লে মোৰ সমষ্টিৰ উন্নয়নমূলক কামবোৰত চকু দিবলৈ অসমৰ্থ হৈ পৰিম। গতিকে মই বিধান সভাৰ সদস্য হৈয়ে সন্তুষ্ট।" এয়া আছিল খেৰীয়াৰ খোলা মনৰ কথা।

সাংগঠনিক দিশতো খেৰীয়াৰ ৰৰঙণি উল্লেখযোগ্য। অসমত ব্ৰিটিছ চৰকাৰৰ তলত বিভিন্ন দিশৰ লগতে চাহ শ্ৰমিকসকলৰো পানীত হাঁহ-নচৰা অৱস্থা হৈছিল। সেয়ে চাহ শ্ৰমিকসকলে ব্ৰিটিছ চাহ মালিক গোষ্ঠীৰ বিৰুদ্ধে বিদ্ৰোহী হৈ পৰিছিল। এই বৃহৎ চাহ জনগোষ্ঠীক অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে "বনুৱা শাখা" নাম দি, শ্ৰমিকৰ মাজত সংগঠন কৰিবলৈ চেষ্টা কৰে। ছানু খেৰীয়াই চাহ বাগিচাৰ শ্ৰমিকসকলৰ মাজত এই সংগঠন গঢ়ি তুলিবৰ বাবে আগবাঢ়ি আহিছিল। ফল স্বৰূপে অসমৰ ৰাজনীতিত বৰ্তমান সবাতোকৈ প্ৰভাৱ পেলোৱা অনুষ্ঠান 'অসম চাহ মজদুৰ সংঘ' শক্তিশালী অনুষ্ঠান হিচাপে জনা যায়। সেয়ে 'অসম চাহ মজদুৰ সংঘ' প্ৰতিষ্ঠা হোৱাত খেৰীয়াই এই সংঘৰ প্ৰতিষ্ঠাপক সভাপতিৰ দায়িত্ব বহন কৰিব লগা হৈছিল।

খেৰীয়াই কিতাপ পঢ়ি বৰ ভাল পাইছিল। আজৰি সময় পালে কিতাপ পঢ়িছিল। বিশেষকৈ আধ্যাত্মিক তত্ত্ব থকা কিতাপসমূহে তেওঁক অধিক আকৰ্ষণ কৰিছিল। শংকৰী

ধৰ্ম আৰু কলা-কৃষ্টিৰ প্ৰতি তেওঁ বিশেষভাৱে আকৃষ্ট হৈছিল। কীৰ্তন, দশম, নামঘোষা, ভাগৱত আদি ধৰ্ম গ্ৰন্থসমূহ তেওঁৰ বৰ প্ৰিয় আছিল।

অসমবাসীৰ ঐক্য আৰু সংহতিৰ ক্ষেত্ৰত খেৰীয়াই মহৎ অৱদান আগবঢাই গৈছে। গাঁৱৰ কৃষক আৰু চাহ বনুৱাসকলৰ মাজত ঐক্য, মিলাপ্ৰীতিৰ ভাব গঢি তোলাত তেওঁ বিশেষ অৱদান আগবঢায়। ৰাজহুৱা সভা বা বিধান সভাৰ মজিয়াত দিয়া বক্তৃতাসমূহত তেওঁৰ এই ভাৱ ধাৰা প্ৰকাশ পাইছিল। সেয়ে তেওঁক গাঁৱলীয়া কৃষক আৰু চাহ বনুৱাসকলে সমানে ভাল পাইছিল। খেৰীয়াই গান্ধীজীৰ জীৱন-দৰ্শনেৰে নিজৰ জীৱন গঢিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সপ্তম শ্ৰেণীত পঢি থকা কালতে তেওঁৰ গান্ধীজীৰ সৈতে সাক্ষাৎ হৈছিল। ব্ৰিটিছ ছাহ মালিকৰ তলত দাস হিছাপে কাম কৰা চাহ শ্ৰমিকৰ বিভিন্ন সমস্যাৱলীৰ কথা তেওঁ গান্ধীজীৰ আগত দাঙি ধৰিছিল। গান্ধীজীয়ে তেওঁক আশীৰ্বাদ যাচি কৈছিল যে শ্ৰমিকৰ মাজত ঐক্যবদ্ধ সংগঠনেহে নিজা সমস্যাসমূহৰ সমাধান কৰিব পাৰিব। খেৰীযাই গান্ধীজীৰ আদৰ্শাৱলী হাতে-কামে পালন কৰিছিল।

১৯৪৭ চনৰ ৩ ছেপ্তেম্বৰ তাৰিখে অসম বিধান সভা পৰিষদৰ (Assam Legislative Council) সভাকক্ষত অনুষ্ঠিত সভাত সেই ২ টা প্ৰস্তাৱ গৃহীত হয। প্ৰথমটো প্ৰস্তাৱত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ এটা শাখা অসমত স্থাপন কৰিবলৈ সিদ্ধান্ত লোৱা হয। দ্বিতীয়টো প্ৰস্তাৱত এখন কাৰ্যনিৰ্বাহ কমিটি গঠন কৰা হয়। সেই কমিটিৰ সভাপতি আছিল কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, উপ সভাপতি ˚দলবীৰ সিং লোহাৰ, ˚ পৰশুৰাম দত্ত, ˚কামাখ্যা চৰণ বৰঠাকুৰ, সম্পাদক ˚ৰবীন কাকতি। সদস্যসকলৰ ভিতৰত ˚ছানু খেৰীযাও অন্যতম আছিল।

১৯৪৮ চনৰ জুলাই মাহত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ অসম শাখাৰ কাৰ্যকৰী কমিটি এখন গুৱাহাটীৰ কামৰূপ একাডেমী স্কুলত বহে। এই সভাখনত এখনি আঁচনি লোৱা হৈছিল আৰু আঁচনিখন প্ৰস্তুতকৰণত তেওঁ মুখ্য ভূমিকা গ্ৰহণ কৰে। কমিটিৰ সম্পাদক ৰবীন কাকতি, আৰু ছানু খেৰীযা আৰু দুৰ্গেশ্বৰ শইকীয়া আদিয়েও ইয়াত ভূমিকা লয়।

১৯৪৮ চনৰ শেষৰ ফালে 'অসম চাহ মজদুৰ সংঘ' নামে এখন ফেডাৰেচন গঠন কৰা হয়। ইযাৰ সভাপতি আছিল ছানু খেৰীয়া, সাধাৰণ সম্পাদক ˚দুৰ্গেশ্বৰ শইকীযা। খেৰীয়াই সংঘৰ প্ৰতিষ্ঠাপক সভাপতিৰ দায়িত্ব লৈ অশেষ কষ্ট কৰি অসমৰ আটাইবোৰ বাগিচালৈ যাব লগা হৈছিল।

স্বৰ্গীয ছানু খেৰীযাৰ বিষয়ে নাৰাযণ ঘাটোৱাৰে লিখা মতে আমাৰ দেশ স্বাধীন হোৱাৰ পূৰ্বে ছাহ শ্ৰমিকৰ মাজত তেনে ধৰণৰ শ্ৰমিক সংগঠন নাছিল। ১৯৪৬ চনত প্ৰাদেশিক কংগ্ৰেছে অসমৰ শ্ৰমিকসকলৰ মাজত সংগঠন কৰিবৰ উদ্দেশ্যে এটি বনুৱা শাখা (Labour front) খুলি ইয়াৰ দায়িত্বভাৰ ˚ৰবীন কাকতিৰ ওপৰত অৰ্পণ কৰা

হৈছিল তেওঁক সহায় কৰিবলৈ স্বইচ্ছাই আগবাঢ়ি আহিছিল খেৰীয়া। সংগঠনৰ কামত খেৰীয়াক দেখি শ্ৰমিকৰ মাজত উদ্দীপনাৰ ভাব জাগি উঠিছিল আৰু শ্ৰমিকসকলৰ সংগঠন-শক্তি বৃদ্ধি পাবলৈ ধৰিলে। বাগিচাৰ বনুৱাসকলৰ ল'ৰা, ডেকা, বুঢ়া-বুঢ়ী সকলোৰে মুখে মুখে ছানু খেৰীয়াৰ নামেই। সেয়ে সংগঠনৰ কথা উঠিয়ালে প্ৰসঙ্গ ক্ৰমে শ্ৰমিকসকলে *খেৰীয়াৰ নামেই লয়।

১৯৪৬ চনৰ ১৫ মাৰ্চ তাৰিখে নেঘেৰিটিং বাগিচাত অনুষ্ঠিত এখন বৃহৎ শ্ৰমিক সভাত সভাপতিৰ আসনৰ পৰা *খেৰীয়াই দিয়া তেজোদ্দীপ্ত ভাষণ শুনি সেই সময়ৰ প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি আৰু গোলাঘাট জিলাৰ কংগ্ৰেছৰ প্ৰধান সম্পাদক গঙ্গাৰাম গগৈ হাতীবৰুৱাই ভূয়সী প্ৰসংশা কৰে। এইদৰে শ্ৰমিক জনগোষ্ঠীৰ মাজৰ পৰা ওলোৱা প্ৰথম শ্ৰমিক নেতা হিছাপে *খেৰীয়া গৌৰৱৰ অধিকাৰী হ'য়ে। এঁফালে অসম বিধান সভাৰ শ্ৰমিক প্ৰতিনিধি আনফালে ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ অস ৷ শাখাৰ নেতা *খেৰীয়া শ্ৰমিক সকলৰ অনুপ্ৰেৰণাৰ উৎস আছিল। *খেৰীয়াৰ দক্ষতাৰ বাবে ১৯৫১ চনত প্ৰাদেশিক শ্ৰমিক উপদেষ্টা বৰ্ডে (Assam Provincial Labour Advisory Board) অসম আঞ্চলিক উপদেষ্টা সমিতিৰ (Assam Regional Employment Advisory Committee)ৰ সদস্য নিৰ্বাচিত হৈছিল।

দেশ স্বাধীনতাৰ পিছত প্ৰাদেশিক ভিত্তিত অসম চাহ মজদুৰ সংঘ গঠন কৰা হয়। সৰ্বেশ্বৰ বৰদলৈ প্ৰমুখ্যে শ্ৰমিক নেতাসকলে এই সংঘ গঠনত যথেষ্ট অৰিহণা যোগাইছিল। ছানু খেৰীয়া যে কেৱল শ্ৰমিকৰ উন্নয়নমূলক কামত আবদ্ধ আছিল তেনে নহয় গাঁৱৰ কৃষক ৰাইজৰ লগতো তেওঁৰ নিবিড় সম্পৰ্ক আছিল। কাৰণ তেওঁ নিজেও এজন প্ৰকৃত খেতিয়ক আছিল। বহু সময়ত ৰাইজে তেওঁক কিবা কামত লগ ধৰিবলৈ যাওঁতে পথাৰতেই লগ পাইছিল। খেৰীয়া এজন কৰ্মযোগীৰ দৰে অবিৰাম সমাজ সেৱাৰ কামৰ লগত ঘৰুৱা কামতো ব্যস্ত থকা দেখা গৈছিল।

১৯৪৭ চনত এবাৰ বোকাখাত চাহ বাগিচাত এখন বনুৱা সভালৈ যাওঁতে ৰাতিপুৱা দেৰগাঁৱৰ পৰা এখন চৰকাৰী বাছত গৈ সভাখন শেষ হোৱাৰ পিছত ঘৰলৈ আহিবলৈ বাছখন ধৰিব নোৱাৰাত বোকাখাটৰ পৰা দেৰগাঁৱলৈ নিশা খোজ কাঢ়ি আহিব লগা হৈছিল। এবাৰ বাদুলি পাৰ চাহ বাগিচাত এখন সভাৰ কাৰণে চাহাবৰ অনুমতি বিচাৰি বঙলালৈ যাওঁতে চাহাবে অনুমতি নিদিয়াত চাহাব আৰু খেৰীয়াৰ মাজত হতাহতি হৈছিল। আনকি চাহাবজনে তেওঁক বন্দুক টোৱাই ভীতি প্ৰদৰ্শন কৰিছিল। সেইদৰে ডিফলু চাহ বাগিচাতো সভা এখনৰ বাবে লিখিত আবেদন জনোৱা হৈছিল যদিও সভাৰ সময় পাৰ হৈ যোৱা পৰ্যন্ত চাহাবৰ পৰা কোনো অনুমতি নোপোৱাত তেওঁ চাহাবৰ বঙলালৈ যাব লগা হয়। চাহাবে তেওঁক নানা তিৰস্কাৰ কৰি হতাহতি কৰে আৰু চকিদাৰৰ হতুৱাই উলিয়াই দিবলৈ আৰু সভা নাপাতিবলৈ নিৰ্দেশ দিয়ে। কিন্তু ডিফলু চাহ বাগিচাৰ

শ্ৰমিকে চাহাবৰ এই নিৰ্দেশ প্ৰত্যাখ্যান কৰে আৰু হৰ্ষধ্বনিৰে সভাখন সফলতাৰে অনুষ্ঠিত কৰে।

এনেদৰে তেওঁ সংগঠনৰ কামত আৰু সভা-সমিতি আদি বিভিন্ন ঠাইলৈ যাওঁতে প্ৰায়বোৰ ঠাইলৈ চাইকেলেৰে আৰু খোজ কাঢ়িয়েই অহা যোৱা কৰিছিল। তেওঁৰ ঘৰুৱা জীৱন বৰ আড়ম্বৰহীন আছিল। থকা-মেলা, পিন্ধন-উৰণ, খোৱা-বোৱা আদি বৰ সহজ-সৰল বিধৰ আছিল। তেওঁ খাদীবস্ত্ৰ পৰিধান কৰিছিল।

কণ-কণ ল'ৰা-ছোৱালীক তেওঁ বৰ মৰম কৰিছিল। ল'ৰা ছোৱালীবোৰক পঢ়া-শুনাৰ প্ৰতি গুৰুত্ব দিবলৈ উপদেশ দিছিল। নিজৰো পঢ়া-শুনাৰ প্ৰতি ধাউতি আছিল। জীৱনৰ শেষৰ কালছোৱাত তেওঁ বেছিকৈ আধ্যাত্মিক গ্ৰন্থসমূহ অধ্যয়ন কৰিছিল।

'কৰ্মই যে ধৰ্ম' এই কথাষাৰৰ ওপৰত তেওঁ বিশ্বাস ৰাখিছিল। কৰ্মৰ জৰিয়তে যে সমাজসেৱা, দেশ সেৱা আৰু মানব সেৱা কৰিব পাৰি উক্ত কথাষাৰ নিজৰ জীৱনত প্ৰয়োগ কৰি দেখুৱাইছিল। ভগৱানৰ প্ৰতি তেওঁৰ অটল বিশ্বাস আৰু ভক্তিভাব আছিল। তেওঁৰ জীৱনত ভয় বোলা কথাটো নাছিল। অশেষ মনোবল একনিষ্ঠভাব, স্বাৱলম্বিতা আদি তেওঁৰ জীৱনৰ অংগ আছিল। অন্যায়ৰ বিৰুদ্ধে সদায় যুঁজিছিল। ১৯৭৩ চনৰ ৬ জুলাই তাৰিখে এই মহান ব্যক্তিগৰাকীয়ে ইহলীলা সম্বৰণ কৰে।

# হেমৰাম পাতৰ

ড° ভূপেন শৰ্মা
মিলেশ্বৰ পাতৰ

জনগোষ্ঠীয় স্বকীয়া স্থিতি আৰু স্ব-শাসনকামিতাৰ অগ্ৰগতিপৰ্ব বিভিন্ন ৰাজনৈতিক-সামাজিক-অৰ্থনৈতিক কাৰণত প্ৰতিপন্নকৰণৰ বাবে সমষ্টিগতভাৱে স্বৰান্বিত হোৱাটো লক্ষ্য কৰিলেও সামগ্ৰিকভাৱে অসমীয়া জাতি সত্তাৰ অংগ হিচাপে তিৱাসকলে অসমীয়া বৃহৎ জাতীয়তাবাদকে সৌ সিদিনালৈকে মনে মনে গ্ৰহণ কৰিছিল আৰু আজিলৈকেও তেনে ভাৱনা বীণৰ শ্ৰুতিশ্ৰাব্য অনুৰণন নিজম পৰা নাই। বৃহত্তৰ সামাজিক-সাংস্কৃতিক মঞ্চখনত অসমত বসবাস কৰা সকলো জনগোষ্ঠীয় ব্যক্তিৰ চেতনাত ঔদাৰ্য আৰু সমন্বয়-প্ৰৱণতা সময়ান্তৰৰ স্থিতিলত সংঘাতে ম্লানতো কৰিবই পৰা নাই, বৰং এতিয়াও উজ্জলাইহে ৰাখিছে। জাতীয় স্বাৰ্থৰক্ষাৰ প্ৰসঙ্গ যেতিয়াই উপস্থাপিত হৈছে, কোনো সংকীৰ্ণ বিচ্ছিন্নতাবোধে তিৱাসকলক মূল সুঁতিৰপৰা তিলমানো 'ফাৰাক' কৰা নাই। পৰাধীন ভাৰতক বিদেশী বৃটিছ শাসকৰ কবলৰপৰা মুক্ত কৰাৰ সহিংস-অহিংস (দুয়োটা দিশ স্বাধীনতা আন্দোলনৰ লগত কম বেছি পৰিমাণে জড়িত হৈ থকাটো এটা প্ৰমাণিত ঐতিহাসিক সত্য) সংগ্ৰামত সমগ্ৰ ভাৰতবৰ্ষৰ অগণন মুক্তিকামী জনতাৰ লগত অসমৰ তিৱাসকলো ঐকান্তিকতাৰে জাতীয়তাবাদী মনোভাৱেৰেই চামিল হৈছিল, তেওঁলোকে দেশক স্বাধীন কৰাৰ কৰ্মব্ৰত পৰম নিষ্ঠা আৰু সততাৰে পালন কৰিছিল, আনকি সশস্ত্ৰ গেৰিলা প্ৰতিৰোধৰ নায়ক-নায়িকাস্বৰূপ হৈ পৰা বহুতো তিৱা তৰুণ-তৰুণী বৃদ্ধ-বৃদ্ধাৰ দেহ অত্যাচাৰী শাসকৰ চপেটাঘাতত ক্ষতবিক্ষত হৈছিল আৰু জেল-হাজোত খটাটো তুচ্ছ কথা হুইদ হ'বলৈকেও কুণ্ঠাবোধ কৰা নাছিল। স্বাধীনতা সংগ্ৰামৰ কালছোৱাত নানান দ্বন্দ আৰু প্ৰতিৰোধ লেওচি যিসকল ভাৰতীয় ব্যক্তিয়ে ব্ৰিটিছৰ বিৰুদ্ধে গণ অভ্যুত্থানৰ জন্ম দিছিল, সেইসকলৰ মূল অৱলম্বন আছিল কোনো দিনে নাম যশস্যালাভৰ আকাঙ্ক্ষাৰ পিছত নদৌৰা, ইংগিত পালেই আত্মাহুতি দিবলৈ কেৰেপ নকৰা সাধাৰণ শ্ৰেণীৰ মানুহৰ নিভাজ দেশপ্ৰেম।

*হেমৰাম পাতৰ এই দলৰে এগৰাকী সাধাৰণ শ্ৰেণীৰ মানুহ, অথচ বিৰল অসাধাৰণত্বৰে মূৰ্তিমান হোৱা ভাৰতৰ স্বাধীনতা আন্দোলনৰ অন্যতম তিৱা ছহিদ।*

বৰ্তমানৰ মৰিগাঁও জিলা তেতিয়া অবিভক্ত নগাঁও জিলাৰ অংগ আছিল। সাম্প্ৰতিক মৰিগাঁওৰ বাৰপূজীয়া গাঁৱত হেমৰাম পাতৰৰ জন্ম হৈছিল। এই লেখকদ্বয়ে বহু চেষ্টা কৰা সত্ত্বেও হেমৰাম পাতৰৰ জন্মৰ দিন-তাৰিখতো বাদেই, আনকি চনটো সম্পৰ্কেও সঠিক আৰু নিৰ্ভৰযোগ্য তথ্য উদ্ধাৰ কৰিব নোৱাৰিলে। সেই কালত উচ্চ আৰু উচ্চ মধ্যবিত্ত তথা ব্ৰাহ্মণ গোসাঁই আদিৰ পৰিয়ালৰ বাহিৰে সাধাৰণ শ্ৰেণীৰ মানুহৰ ঘৰত জন্ম সোঁৱৰণী লিখিত ৰূপত ৰখাৰ ব্যৱস্থা তেনেকৈ চালু হৈ থকা নাছিল। সম্ভৱতঃ হেমৰাম পাতৰৰ ঘৰতো নাছিল। তেওঁৰ উত্তৰ পুৰুষেও ককাক-আজোককাকৰ দিনৰ পুৰণি তথ্য পাতিৰ গুৰুত্ব যে অসীম হ'ব পাৰে, সেইটো বোধহয় সম্যকভাৱে উপলব্ধি কৰিব নোৱাৰিলে। আনকি পাতৰৰ শৈক্ষিক জীৱনৰ বিষযেও পানী নসৰকা বিৱৰণ দিব পৰা উত্তৰাধিকাৰী বিচাৰি পোৱা নগ'ল।

দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰিলেও হেমৰাম আছিল আশৈশৱ সাহসী আৰু কৰ্মনিষ্ঠ। চহা দেউতাকক তেওঁ খেতিৰ কাম-কাজত শৈশৱ-উত্তীৰ্ণ নোহোৱা কালৰে পৰাই আনকি সহায় কৰিছিল। ঘৰুৱা কামত সহায় কৰিছিল মাককো। স্থানীয় বাৰপূজীয়া প্ৰাথমিক বিদ্যালয়ত পঢ়া-শুনা কৰি থকা সময়তে শিক্ষকৰ পৰা অন্যান্য ছাত্ৰ-ছাত্ৰীৰ লগতে (ছাত্ৰীৰ সংখ্যা আছিল আঙুলিৰ মূৰত লেখিব পৰা) তেওঁ ভাৰতৰ পৰাধীনতাৰ কাহিনী শুনিছিল আৰু দেশত যে স্বাধীনতা লাভৰ বাবে এক অহিংস আন্দোলন চলি আছে তাৰো বা-বাতৰি পাইছিল। সেই সময়ত বিদ্যালয়বোৰতো পঠন-পাঠনৰ মাজত স্বাধীনতাৰ বিষয়টো গোপনে গোপনে চৰ্চিত হৈছিল।

বাৰপূজীয়া গাঁওখন আছিল ঘাইকৈ তিৱা সম্প্ৰদায়ৰ মানুহেৰে ঠাহ্ খোৱা। ১৯২০ চনৰ অসহযোগ আন্দোলন, ১৯২১ চনৰ গণ আন্দোলন, ১৯৪২ চনত বৃটিছ বিতাড়নৰ বাবে আৰম্ভ হোৱা ভাৰত-ত্যাগ আন্দোলনৰ প্ৰভাৱ নগাঁও জিলাত বাৰুকৈয়ে পৰিছিল আৰু বাৰপূজীয়া অঞ্চলতো সেই প্ৰভাৱী ঢৌৱে খৌকি বাথৌ কৰিছিল। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ অহা সময়ত তেওঁৰ স্বাধীনতা প্ৰয়াসী আহ্বানে জনসাধাৰণৰ অন্তৰ গভীৰভাৱে স্পৰ্শ কৰিছিল। গাঁৱে-ভূয়েও এই আহ্বানৰ ঢৌ বাগৰি গৈছিল। বাৰপূজীয়া অঞ্চলৰ ডেকা শক্তিকো মহাত্মা গান্ধীৰ উদাত্ত অহিংস সংগ্ৰামৰ বাণীয়ে উদ্বুদ্ধ কৰিছিল। সেই সময়ত বাৰপূজীয়া অঞ্চলৰ তৰুণসকলৰ ভিতৰত গুণাভিৰাম বৰদলৈ, তিলক ডেকা, নন্দীৰাম ডেকা, জয়কান্ত মহন্ত, মাটিৰাম ডেকা, ৰূপনসিং দাস আৰু হেমৰাম পাতৰক গভীৰভাৱে আলোড়িত কৰিছিল গান্ধীজীৰ আদৰ্শ আৰু স্বাধীনতাৰ আহ্বানে।

১৯৪২ চনৰ ৮ আগষ্টত তদানীন্তন বোম্বাইত ভাৰতীয় জাতীয় কংগ্ৰেছৰ মহাসভাই ব্ৰিটিছ শাসকসকলক স্বেচ্ছাই ভাৰত এৰি গুচি যাবলৈ আহ্বান জনাই

'ভাৰত ত্যাগ' আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। 'ভাৰতৰ ভাগ্য নিৰ্ধাৰণ কৰিব ভাৰতীয়ই, সাম্ৰাজ্যবাদী বৃটিছে নহয়'— এনে এক মূলমন্ত্ৰদীক্ষিত হৈ দেশপ্ৰেমিক নেতা মহেন্দ্ৰ হাজৰিকাৰ নেতৃত্বত একে চনৰে ১৮ আগষ্টত নগাঁওৰ বহাত অনুষ্ঠিত হৈছিল এখন প্ৰতিবাদী সভা। এই সভাত সমমনোভাবাপন্ন বহুতো সতীৰ্থৰ লগত অংশ গ্ৰহণ কৰিছিল বাৰপুজীয়াৰ হেমৰাম পাতৰে। এই প্ৰতিবাদী সভাত 'হুলেৰে হুল নাকাটিলে নহ'ব' ধৰণৰ সহিংসা বিশ্বাসী মনোভাবৰ আন্তঃপ্ৰবাহ এটাও ডেকাসকলৰ মনৰ উপত্যকাৰ মাজেৰে বৈ গৈছিল। গণতান্ত্ৰিক আন্দোলনৰ মাধ্যমেৰে ইমান বছৰ ব্ৰিটিছৰ বিৰুদ্ধে যুঁজাৰ পিছতো যে কাংক্ষিত স্বাধীনতা হাতৰ মুঠিলৈ অহা নাই, সেই অনুভৱে অহিংস পন্থাত বিশ্বাসী বহু ভাৰতীয়ৰ মনত খেদ-ক্ষোভ-হতাশা সৃষ্টি কৰিছিল আৰু অস্ত্ৰেৰে নুযুঁজিলে বৃটিছক যে ভাৰতৰ মাটিৰপৰা উচ্ছন্ন কৰিব নোৱাৰিব— তেনে ভাবেও তেওঁলোকক হিংসাৰ পথলৈ ক্ৰমান্বয়ে ঠেলি নিছিল। প্ৰকৃতাৰ্থত কিছু সংখ্যক দেশপ্ৰেমিকৰ মনত হিংসাৰ পথটোৰ প্ৰতি এক ধৰণৰ জাতীয়তাবাদী অনুৰক্তিৰ উন্মেষ ঘটাইছিল।

হেমৰাম পাতৰকো এই সহিংস পথটোৱে আকৰ্ষণ কৰিছিল। সতীৰ্থসকলৰ লগত আলাপ-আলোচনাৰ অন্তত তেওঁ এই মত পোষণ কৰিছিল যে ব্ৰিটিছৰ পুলিচ-মিলিটাৰীৰ বন্দুক বেয়নেটৰ বিৰুদ্ধে শান্ত নিকত্তাপ কণ্ঠে 'আমাক সানুগ্ৰহে স্বাধীনতা দিয়ক' বুলি বিননি জুৰিলেই বৃটিছ শাসকে মহাদানী শুক্ৰাচাৰ্যৰ দৰে 'তথাস্তু' বুলি নকয়।

সেই সময়তে নগাঁওৰ বেবেজীয়াত বৃটিছৰ পুলিচে দুগৰাকী কংগ্ৰেছ কৰ্মীক গুলিয়াই হত্যা কৰে। তাৰিখটো আছিল ১৯৪২ চনৰ ২৬ আগষ্ট। বেবেজীয়াত থকা দলং এখনৰ তলত লুকাই থকা বৃটিছ পুলিচে অপ্ৰৰোচিতভাৱে এনেকৈ স্বাধীনতাৰ বাবে অহিংস আন্দোলনত ব্ৰতী দুগৰাকী নিৰ্জু কংগ্ৰেছ সদস্যক হত্যা কৰাৰ বাতৰি সমগ্ৰ নগাঁও জিলাতেই বনজুইৰ দৰে বিয়পি পৰে। স্বাভাৱিকভাৱেই এই বিয়পনৰ মাজতেই সৃষ্টি হয় শংকা, উত্তেজনা, প্ৰতিশোধ, পোটকৰ দাবাগ্নি। স্বাধীনতা-সংগ্ৰামীসকলৰ এটা গোটে প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ বাবে গোপন আঁচনি কম দিনৰ ভিতৰতে যুগুতাই উলিয়াই। যিহেতু বৃটিছ সৈন্যসকল ৰে'ল বা স্থলপথেৰে মটৰযানত আৰোহণ কৰি প্ৰতিবাদী স্বাধীনতাপ্ৰয়াসী জনতাক নিৰ্যাতন দিবলৈ আহ-যাহ কৰিছিল, গতিকে পথত থকা আৰু ৰে'ল লাইন সংযোগী দলং ধ্বংস কৰিলে এনে আহ-যাহ ব্যাহত হ'ব বুলি বিশ্বাস কৰি নগাঁও বাহিনী সাজু হ'ল এনে আঁচনি ৰূপায়ণৰ বাবে। অধুনা মৰিগাঁওৰ কপাহেৰা, ভকতগাও, বামুনবৰি, কাঁহীগুৰি, টাঙোনমৰা, বাৰপুজীয়া, চৰাইবাহী (বৰ্তমান নগাঁও জিলাধীন) আদি অঞ্চলৰ বাহিনী একত্ৰিত হৈ এদিন আগবাঢ়িল বহা-জোঙালবলহ অভিমুখে। দলটো দুটা ভাগত বিভক্ত হ'ল ঃ এটা দলে

ৰে'ল লাইনৰ ক্ষতিসাধন কৰা কামত প্ৰবৃত্ত হ'ল, আনটো দলে ঘাইআলিত থকা দলং ভাঙিবলৈ আৰম্ভ কৰিলে।

ব্ৰিটিছ মিলিটাৰীয়ে এই কথাৰ সম্ভেদ পাই বন্দুক-বাৰুদলৈ জোঙালবলাহ অভিমুখে যাত্ৰা কৰিলে। পুলিচ অহা বুলি জানিব পাৰি দুটা দলৰ বহু মানুহে ফৰিং ছিটিকা দি ছত্ৰভংগ দিলে। নপলাল মাত্ৰ গুণাভিৰাম বৰদলৈ আৰু হেমৰাম পাতৰৰ দৰে কেইগৰাকীমান নিৰ্ভীক ডেকা।

তাৰ পৰিণতিও সহজেই অনুমেয়।

বৃটিছ পুলিচৰ গুলিত ঢলি পৰিল এই দুটা ডেকা।

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত দেশৰ বাবে প্ৰাণ অকাতৰে আহুতি দিয়া বহু দেশপ্ৰেমিকৰ ত্যাগ-গাঁথা হয়তো লিপিবদ্ধ হোৱা নাই।

হেমৰাম পাতৰ এই সকলৰে এগৰাকী।

# গিৰিধৰ পাতৰ

ড° ভূপেন শৰ্মা
মিলেশ্বৰ পাতৰ

আমাৰ দেশৰ প্ৰাক্-স্বাধীনতা কালত জন্মগ্ৰহণ কৰা যিসকল তিৱা ব্যক্তিয়ে গভীৰ অধ্যবসায় আৰু কৃচ্ছ্ৰসাধনেৰে কেৱল ব্যক্তিগত প্ৰতিষ্ঠা আৰু খ্যাতিৰ পিচে পিছে নদৌৰি তিৱাসকলৰ লগতে সামগ্ৰিকভাৱে অসমীয়া জাতিটোৰে মান-সম্মান উজ্জলাই উত্তৰ পুৰুষলৈ অনুপ্ৰেৰণাৰ ভাৱমণ্ডল এৰি থৈ যোৱাৰ অহোপুৰুষাৰ্থ কৰিছিল, তেওঁলোকৰ ভিতৰত স্বৰ্গীয় গিৰিধৰ পাতৰৰ নাম অন্যতম স্মৰণীয় স্থানাংক। এক কথাত গিৰিধৰ পাতৰক তিৱাসকলৰ আত্ম-প্ৰতিষ্ঠাৰ সংগ্ৰামৰ এগৰাকী পৰম উল্লেখযোগ্য পুৰোগামী সেনানায়ক বুলি অভিহিত কৰা হয়।

এটা নিম্ন-মধ্যবিত্ত পৰিয়ালত গিৰিধৰ পাতৰৰ জন্ম। নগাঁও জিলাৰ গান্ধীবৰী এখন অখ্যাতনামা পিচপৰা গাঁও, এই গাঁৱতেই মহেশ্বৰ পাতৰৰ পুত্ৰ গিৰিধৰৰ জন্ম হয় ১৯৩৯ চনত। গিৰিধৰ অসাধাৰণ প্ৰতিভাশালী ছাত্ৰ নহ'লেও ছাত্ৰজীৱনত তেওঁ নানান দিশত কৃতিত্ব দেখুৱাইছিল— বিশেষকৈ খেল-ধেমালি, তৰ্ক-প্ৰতিযোগিতা, আবৃত্তি ইত্যাদি বিষয়ত। জাজৰি হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত তেওঁ নগাঁৱৰ এ ডি.পি মহাবিদ্যালয়ৰ পৰা স্নাতক হিচাপে উত্তীৰ্ণ হয় আৰু পিচত গুৱাহাটীৰ জে বি ল কলেজৰ পৰা এল এল বি ডিগ্ৰী লাভ কৰে। চৰকাৰী চাকৰিৰ প্ৰতি তেওঁৰ বিশেষ কোনো অনুৰাগ নাছিল, সেয়েহে তেনে চাকৰিৰ প্ৰতি মন নেমেলি তেওঁ ওকালতি বৃত্তিকে জীৱনৰ পাথেয় হিচাপে গ্ৰহণ কৰে। এই বৃত্তিৰ মাজেৰে জনসাধাৰণৰ লগত আন্তৰিক হৃদয়-সংযোগ অক্ষুণ্ণ হৈ থাকিব বুলি তেওঁ মনে-প্ৰাণে বিশ্বাস কৰিছিল। তেওঁৰ যিসকল বন্ধু-বান্ধৱ এতিয়াও জীৱিত, গিৰিধৰ পাতৰৰ এনে হৃদয়-বৃত্তিৰ সবল, আন্তৰিক বিশ্বাসৰ কথা তেওঁলোকে এতিয়াও উষ্ণ আবেগেৰে স্মৰণ কৰে।

ওকালতিৰ বাবে ডিগ্ৰী লোৱাৰ কিছুকাল পিছতেই পাতৰে নগাঁও বাৰ এছ'চিয়েচনত যোগদান কৰে আৰু এগৰাকী অধিবক্তা হিচাপে কম সময়ৰ ভিতৰতে প্ৰভূত জনপ্ৰিয়তা অৰ্জন কৰিবলৈও সক্ষম হয়। কিন্তু বিশেষ ব্যক্তিগত কাৰণত তেওঁ তেওঁৰ কৰ্মস্থলী নগাঁৱৰ পৰা মৰিগাঁৱলৈ সলনি কৰে আৰু মৰিগাঁও বাৰ এছ'চিয়েচনত অধিবক্তা হিচাপে যোগদান কৰি ইয়াতেই স্থায়ীভাৱে বসবাস কৰিবলৈ লয়।

ওকালতি জীৱন এগৰাকী নিষ্ঠাবান অধিবক্তা হিচাপে আৰম্ভ কৰাৰ পিচত তেওঁ

এগৰাকী বিদুষী মহিলা ৰঙ্গিলী মাস্তাৰ লগত পৰিণয় সূত্ৰে আবদ্ধ হয়। ধৰমতুলৰ ওচৰৰ বিহুবৰি গাঁৱৰ ৰঙ্গিলী মাস্তা এম এ বি টি ডিগ্ৰীধাৰী মহিলা হোৱা সত্ত্বেও গৃহকৰ্মত আছিল অতি নিপুণ আৰু তেওঁ তেওঁৰ স্বামী আৰু সন্তান দুটিৰ প্ৰতি বিশেষ যত্ন আৰু সহায়-সহযোগ আগবঢোৱাত আগৰণুৱাৰ ভূমিকা লৈছিল।

গিৰিধৰ পাতৰে আইনৰ ছাত্ৰ হৈ থকা সময়ৰে পৰা ৰাজনৈতিক আৰু সংগঠনমূলক কামত মনোনিবেশ কৰিছিল। শোষিত, নিষ্পেষিত আৰু অৰ্থনৈতিকভাৱে অনগ্ৰসৰ শ্ৰেণীৰ মানুহৰ প্ৰতি গিৰিধৰৰ আছিল অসীম সহানুভূতি। তেওঁ এই শ্ৰেণীৰ মানুহৰ সৰ্বাত্মক উত্তৰণৰ সপোন বাস্তৱত পৰিণত কৰিব বিচাৰিছিল। তেওঁৰ মন লাহে লাহে বাঁও গণতান্ত্ৰিক বাস্তৱবাদৰ প্ৰতি ঢাল খাইছিল। বামপন্থী ৰাজনৈতিক মতবাদত বিশ্বাসী গিৰিধৰ পাতৰে প্ৰথমতে এছ এফ আই নামৰ ছাত্ৰ সংগঠনটোত এগৰাকী সদস্য হিচাপে যোগ দি পিছত ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ সদস্য পদ লয়। জে বি ল কলেজৰ ছাত্ৰ সন্থাৰ সম্পাদক হৈ থকা সময়ত তেওঁ বিভিন্ন গণতান্ত্ৰিক আন্দোলনৰ নেতৃত্ব দিযে। এগৰাকী বলিষ্ঠ, নিৰ্ভীক, বাস্তৱবাদী নেতা আৰু সংগঠক হিচাপে গিৰিধৰৰ খ্যাতি গুৱাহাটীযা সমাজত লাহে লাহে বিযপি পৰে। কমিউনিষ্ট পাৰ্টিৰ এগৰাকী সদস্য হিচাপে মস্কোত অনুষ্ঠিত তিনিমহীয়া এক ৰাজনৈতিক প্ৰশিক্ষণ অনুষ্ঠানত গিৰিধৰ পাতৰে অংশগ্ৰহণ কৰাৰ সুযোগ পায়। এই ভ্ৰমণে পাতৰক বৈশ্বিক বাঁওপন্থী ভাবনা, আদৰ্শ, শ্ৰেণীসংগ্ৰাম তথা ৰাজনৈতিক বীক্ষণ সন্দৰ্ভত নতুন নতুন অভিজ্ঞতাৰে সমৃদ্ধ কৰে, লগতে সংস্কাৰ তথা শোধনবাদৰ বিভিন্ন কৰ্মধাৰা সম্বন্ধেও তেওঁৰ বিবিধ অৱগতি হয।

১৯৭২ চনত তেওঁ 'সদৌ অসম তিৱা (লালুং) যুৱ ছাত্ৰ সম্মিলন'ৰ সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হয আৰু তাৰ বাৰ বছৰৰ পিচত ১৯৮৪ চনত এই সম্মিলনৰ সভাপতি হিচাপে তেওঁক অধিষ্ঠিত কৰা হয। কিন্তু বিধায়িনী ক্ষমতা লাভৰ উদ্দেশ্য আগত লৈ বিধাযক হোৱাৰ বাসনাৰে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি কেৱল প্ৰথমবাৰৰ বাবেই নহযস দ্বিতীযবাৰতো তেওঁ সফলতা লাভ কৰিব নোৱাৰিলে। ভোটৰ লগত জড়িত ৰাজনীতি আৰু ইযাৰ সমীকৰণৰ লগত বাস্তৱ-নিৰ্ভৰ জনমুখী ৰাজনৈতিক আদৰ্শৰ বাস্তৱাযন যে তুলাচনীত সমান সমান ওজন লৈ সন্তুলিত হ'ব নোৱাৰে, দুবাৰৰ পৰাজযে গিৰিধৰক সেই কথা বাৰুকৈযে হৃদযংগম কৰোৱাইছিল। পিচত তেওঁ এনে নিৰ্বাচনকেন্দ্ৰিক প্ৰতিদ্বন্দ্বিতাৰ পৰা নিজকে নিলগাই ৰাখে।

কিন্তু জনজাতীয় সাংগঠনিক কাম-কাজৰ আৱৰ্তৰ পৰা গিৰিধৰ পাতৰ আঁতৰি নগ'ল। তেওঁৰ জনমুখী লিপ্ততা কিমান গভীৰ আছিল— এই কথাই তাৰে প্ৰমাণ দাঙি ধৰে। তেওঁক ভালপোৱা আৰু তেওঁৰ নেতৃত্বত অটল বিশ্বাস ৰখা মানুহৰ সংখ্যা আছিল অগণন। জনজাতীয় কৰ্মী-বন্ধু আৰু সতীৰ্থসকলে তেওঁৰ নেতৃত্ব

কোনো প্ৰশ্ন উপস্থাপন নকৰাকৈ মানি লৈছিল। তাৰ কাৰণ হ'ল— গিৰিধৰ আছিল এক কথাৰ মানুহ আৰু নীতিৰ প্ৰতি আনুগত্য ৰখা ব্যক্তি। বৈষয়িক প্ৰলোভন আৰু স্থূল ক্ষমতা-লিপ্সাই গিৰিধৰ পাতৰক অলপো টলাব পৰা নাছিল। এই ব্যক্তিগৰাকীৰ ৰাজনৈতিক আৰু ব্যক্তিগত সততা আছিল সেয়েহে সন্দেহৰ উৰ্ধত। তেওঁৰ ওপৰত অগাধ বিশ্বাস আছিল কাৰণেই পিছত 'সদৌ অসম ট্ৰাইবেল সংঘ'ৰ সভাপতিৰ দায়িত্বও তেওঁ নিৰ্বাহ কৰিবলগীয়া হৈছিল। এই পদত তেওঁ দুটা কাৰ্যকাল কটাই জনজাতীয় লোকৰ সৰ্বাংগীণ হিতৰ বাবে আত্মোৎসৰ্গ কৰিছিল।

১৯৯০ চনৰ পৰা ১৯৯৫ চনলৈকে 'স্বায়ত্ব শাসিত লালুং জিলা দাবী পৰিষদ'ৰ আইন উপদেষ্টা হিচাপেও গিৰিধৰ পাতৰে মূল্যবান সেবা আগবঢ়াইছিল। গিৰিধৰ পাতৰে সৰ্বান্তঃকৰণে এনে ধাৰণা কৰিছিল যে স্বায়ত্বশাসিত লালুং জিলা গঠিত হ'লে তেনে জিলাখনৰ সকলো জনগোষ্ঠীয় অজনগোষ্ঠীয়ে অধিবাসীৰে চাৰ্বিক উন্নয়ন সম্ভৱপৰ হ'ব।

মৰিগাঁও জিলাৰ 'সমন্বিত জনজাতীয় উন্নয়ন প্ৰকল্প'ৰো তেওঁ কিছুকালৰ বাবে অধ্যক্ষ আছিল। তদুপৰি জিলাখনৰ 'ভূমি বন্দৱস্তী উপদেষ্টা সমিতি'ৰো আছিল এগৰাকী অন্যতম সদস্য।

গিৰিধৰ পাতৰ আছিল এগৰাকী সুলেখকো। তিৱাসকলৰ আৰ্থ-সামাজিক-সংস্কৃতিক ইছুসমূহ লৈ তেওঁ বিভিন্ন কাকত-আলোচনীত বহুতো মূল্যবান প্ৰবন্ধ-পাতি লিখি থৈ গৈছে। 'তিৱা সিন্নাং লাই' নামৰ গ্ৰন্থখন তেওঁৰ অন্যতম শ্ৰেষ্ঠ সাহিত্য-কৃতি। নিজৰ মাতৃভাষা আৰু নিজ জনগোষ্ঠীৰ উন্নতিৰ বাবে অহোপুৰুষাৰ্থ কৰিলেও গিৰিধৰ পাতৰ আছিল আন ভাষা-সংস্কৃতিৰ প্ৰতিও সমানে অনুৰাগী আৰু দায়বদ্ধ। তেওঁৰ এই উদাৰ্য এক বিৰল ব্যক্তিত্বৰে অনুপম চানেকি। জনগোষ্ঠীয় স্বশাসন আৰু পৃথক লালুং জিলাৰ দাবীৰ প্ৰতি গভীৰ আনুগত্যৰ মাজতো সামগ্ৰিকভাৱে 'অসমীয়াত্ব'ৰ প্ৰতি তেওঁৰ চেতনাগত দৰদ আছিল অপৰিসীম, কোনো বিচ্ছিন্নতাবাদী প্ৰৱণতাই তেওঁৰ উদাৰনৈতিক মনোভাব বিন্দুমাত্ৰও সংকুচিত কৰিব পৰা নাছিল। এইটো সম্ভৱ হৈছিল তেওঁৰ বামপন্থী আদৰ্শৰে পৰিপুষ্ট মননশীলতাৰ বলত। এনে এগৰাকী ব্যক্তি যে কেৱল তিৱাসকলৰ বাবেই নহয়, সমগ্ৰ অসমবাসীৰ বাবেই যে আদৰ্শস্থানীয় হৈ থাকিব, তাত ধনিষ্ঠমানো সন্দেহ নাই।

১৯৯৬ চনত গিৰিধৰ পাতৰ ডাঙৰীয়াৰ দেহাৱসান ঘটে। তিৱাসকলৰ লগতে সদৌ অসমবাসীৰ বাবে পৰম দুৰ্ভাগ্য যে মাত্ৰ সাতাৱন বছৰতে এই গৰাকী বিৰল প্ৰতিভাবান ব্যক্তিক অকালতে হেৰুৱাবলগীয়া হ'ল।

কিন্তু গিৰিধৰ পাতৰৰ জীৱনাদৰ্শ আৰু কৃতিৰ মৃত্যু কেতিয়াও নঘটে।

# ধীৰসিংহ দেউৰী

ড° ভূপেন শৰ্মা
মিলেশ্বৰ পাতৰ

অসমৰ বুৰঞ্জী প্ৰসিদ্ধ ফুলগুৰিৰ পূব শালমৰা গাঁৱৰ কানুৰাম দেউৰীৰ একমাত্ৰ সন্তান ধীৰ সিংহ দেউৰী আছিল অবিভক্ত নগাঁও জিলাৰ লালুং (তিৱা) সম্প্ৰদায়ৰ এজন অপ্ৰতিদ্বন্দ্বী নেতা। ১৯০২ চনত তেওঁৰ জন্ম। জন্মৰ কিছু দিনৰ পিচতেই মাতৃ বিয়োগ হোৱাত মোমায়েকৰ ঘৰত থাকি ডাঙৰ-দীঘল হৈছিল। অতি মেধাৱী ছাত্ৰ ধীৰ সিংহ দেউৰীয়ে ১৯১৬ চনত M V Leaving Certificate পৰীক্ষাত অসমৰে ভিতৰত প্ৰথম হৈ চৰকাৰৰ পৰা 'মেডেল আৰু জলপানি পাইছিল। ১৯২১ চনত নগাঁও চৰকাৰী উচ্চ ইংৰাজী স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত 'অংক' আৰু 'সংস্কৃত' বিষয়ত লেটাৰসহ তেওঁ প্ৰথম বিভাগত উত্তীৰ্ণ হয় আৰু চৰকাৰৰ পৰা জলপানি লাভ কৰে। কটন কলেজৰ পৰা আই এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতে শিক্ষা জীৱনৰ সমাপ্তি ঘটায় আৰু বিবাহপাশত আবদ্ধ হয়। তেখেতে কলেজত পঢ়া জীৱনত জনজাতীয় ছাত্ৰ হিচাপে উচ্চবৰ্ণৰ ছাত্ৰৰ পৰা হেয় ব্যৱহাৰ পোৱাত ট্ৰাইবেল ছাত্ৰসকলে সুকীয়াকৈ হোষ্টেলত থাকি পঢ়িব লগা হৈছিল। সেয়ে তেওঁ পৰৱৰ্তী কালত জনজাতিসকলৰ আৰ্থ-সামাজিক উন্নয়নৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল আৰু ট্ৰাইবেল সংঘ প্ৰতিষ্ঠা কৰাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল।

মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হোৱা স্বাধীনতা আন্দোলনৰ সময়ত ব্ৰিটিছ চৰকাৰে ভাৰতবাসীক স্বাধীনতাৰ বিনিময়ত একাধিক ক্ষমতা দি ১৯৩৫ চনত 'ইণ্ডিয়া এক্ট' গৃহীত কৰাৰ পাছত অসম বিধান সভাৰ বাবে ১৯৩৭ চনৰ নিৰ্বাচনৰ প্ৰস্তুতি চলে। সেই সময়ত নগাঁও জিলাৰ পৰা জনজাতি প্ৰতিনিধি হিচাপে ধীৰসিংহ দেউৰী নিৰ্বাচিত হয়। অসম বিধান সভাত ভীমবৰ দেউৰী, কাৰ্কচন্দ্ৰ দলে, ৰূপনাথ ব্ৰহ্ম আদি জনজাতীয় নেতাসকলৰ লগ হৈ ব্ৰিটিছ চৰকাৰৰ ওচৰত জনজাতিসকলৰ বাবে বিভিন্ন দাবী উত্থাপন কৰিছিল। ট্ৰাইবেল বেল্ট আৰু ব্লক গঠনৰ বাবে দাবী কৰি ব্ৰিটিছ প্ৰশাসনক তাৰ প্ৰতি আনুগত্য প্ৰদৰ্শন কৰিবলৈ বাধ্য কৰাইছিল। তেওঁ ১৯৩৭ চনৰ পৰা ১৯৪৫ চনলৈ বিধান সভাত প্ৰতিনিধিত্ব কৰিছিল। স্বাধীনোত্তৰ কালৰ ১৯৫৭ চনত কংগ্ৰেছ দলৰ হৈ বিধান সভালৈ পুনৰ নিৰ্বাচিত হৈছিল। মন্ত্ৰীত্বৰ পদ

নলৈ সদস্য হিচাপেই ৰাইজৰ কাম কৰি তেওঁ জনপ্ৰিয় হৈছিল। নগাঁও চহৰলৈ বিভিন্ন কামত অহাযোৱা কৰা ট্ৰাইবেল লোকসকলৰ থকা-মেলাৰ সুবিধাৰ বাবে হয়বৰগাঁও অঞ্চলত এটি 'জনজাতি জিৰণি ঘৰ' তেওঁ সাজি দিয়ে। বিভিন্ন সময়ত তেওঁ জনজাতিসকলৰ কল্যাণৰ বাবে চিন্তা কৰি কাম-কাজ কৰিছিল। জনজাতিসকলৰ ভূমি সংৰক্ষণৰ ক্ষেত্ৰত ভৱিষ্যতে হ'ব পৰা সমস্যাৰ কথা চিন্তা কৰিয়েই তেওঁ অসমত 'ট্ৰাইবেল বেল্ট আৰু ব্লক' গঠনৰ পোষকতা কৰিছিল আৰু ব্ৰিটিছ চৰকাৰৰ পৰা আদায় কৰাত অগ্ৰণী ভূমিকা লৈছিল। ১৯৭৭ চনৰ ২৫ নৱেম্বৰ তাৰিখত ৰাস পূৰ্ণিমা তিথিত ৭৫ বছৰ বয়সত তেওঁ ইহলীলা সম্বৰণ কৰে।

তিৱাসকলৰ ৰাজনৈতিক সচেতনতা আৰু জাগৰণৰ পটভূমি বিচাৰ কৰিলে ধীৰ সিংহ দেউৰীয়ে দেখুৱাই থৈ যোৱা পথটো এতিয়াও তেওঁটোত হেৰাই যোৱা নাই। জনজাতীয় ৰাইজৰ সৰ্বাত্মক কল্যাণৰ বাবে বিধানসভাৰ মজিয়াত বক্তব্য উপস্থাপনৰ কৰাৰ উপৰিও হাতে কামে তেওঁলোকৰ বাবে নিস্বাৰ্থভাৱে কাম কৰি যাবলৈ দেউৰীয়ে যি দায়বদ্ধতা দেখুৱাইছিল, তাৰ শুভ দিশবোৰ তিৱাসকলৰ সাম্প্ৰতিক ৰাজনৈতিক মতাদৰ্শত প্ৰোথিত হ'লে ধীৰসিংহ দেউৰীৰ আদৰ্শাত্মক সপোনৰ সফল বাস্তবায়ন হ'লহেঁতেন বুলি বিশ্বাস কৰিব পাৰি।

# ইন্দ্ৰসিং দেউৰী

ড° ভূপেন শৰ্মা
মিলেশ্বৰ পাতৰ

ইন্দ্ৰসিং দেউৰী তিৱা জনগোষ্ঠীৰ আত্ম-প্ৰতিষ্ঠাৰ আন্দোলনৰ অগ্ৰণী নেতা। কাৰ্বি আংলং জিলাৰ আমচৈ বৰবংখাই গাঁৱত তেওঁৰ জন্ম। তেওঁ আছিল পাহাৰীয়া লালুং সংস্কৃতিৰ সাধক। তিৱাসকলৰ, বিশেষকৈ পাহাৰ অঞ্চলত বসবাস কৰা তিৱাসকলৰ আৰ্থ-সামাজিক অনুন্নত অৱস্থাই ইন্দ্ৰ সিং দেউৰীক বাৰুকৈয়ে চিন্তিত কৰি তুলিছিল। এই পিছপৰা লোকসকলক কেনেদৰে আগবঢ়াই নিব পাৰি, আধুনিক সভ্যতাৰ সৈতে কেনেদৰে পৰিচয় কৰাই দিব পাৰি তেওঁ সততে সেই চিন্তা কৰিছিল। পাহাৰ অঞ্চলত বসবাস কৰা তিৱাসকল নানা প্ৰকাৰে বঞ্চিত হৈ থকা বুলি অনুভৱ কৰি তেওঁ সুকীয়া জিলা গঠনৰ দাবী কৰিছিল আৰু স্বাযত্ত শাসিত লালুং পাহাৰ জিলা দাবী সমিতি গঠন কৰি পিছলৈ তাৰ সভাপতিৰ দাযিত্ব লৈ সংগ্ৰাম কৰিছিল। ১৯৬৫ চনত অসমৰ তদানীন্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ ওচৰত স্বায়ত্ত শাসিত লালুং পাহাৰ জিলা গঠনৰ দাবীৰে তেওঁ স্মাৰক পত্ৰ দাখিল কৰিছিল। তদানীন্তন প্ৰধানমন্ত্ৰী প্ৰয়াত ইন্দিৰা গান্ধীৰ ওচৰলৈ গৈ এই দাবী সজোৰে উত্থাপনো কৰিছিল। পৰৱৰ্ত্তী সময়ত কাৰ্বি আংলং স্বাযত্ত পৰিষদত তেওঁ কাৰ্যবাহী সদস্য হিচাপে যোগদান কৰে আৰু অঞ্চলৰ লোকসকলৰ কল্যাণৰ কামত নিজকে আত্মনিয়োগ কৰে। লালুংসকলৰ কৃষ্টি আৰু সংস্কৃতিৰ সংৰক্ষণ আৰু প্ৰচাৰ প্ৰসাৰৰ ক্ষেত্ৰতো তেওঁ বিশেষ ভূমিকা পালন কৰিছিল। ইদং আমথি ছদ্মনামেৰে লালুং কৃষ্টিৰ বিভিন্ন বিষয় সম্পৰ্কে বিভিন্ন লেখা-মেলাও কৰিছিল। তিৱা জনগোষ্ঠীৰ আত্ম-চেতনা জাগ্ৰত কৰাৰ ক্ষেত্ৰত আগবঢ়োৱা অৱদানৰ বাবে ইন্দ্ৰসিং দেউৰী সদায স্মৰণীয় হৈ ৰ'ব। ১৯৬৬ চনত ডিফুত এইগৰাকী তিৱা জননেতাৰ মৃত্যু হয।

# জয়ভদ্র হাগজেৰ

**পৰমানন্দ মজুমদাৰ**

অসমৰ সমাজ আৰু ৰাজনীতিত জয়ভদ্র হাগজেৰ এজন বৰণ্যে ব্যক্তিত্ব। এজন সমাজ সংস্কাৰক আৰু সংগ্রামী নেতা হিচাপে তেওঁক সকলোৱে শ্রদ্ধা কৰিছিল। ডিমাছাসকলৰ মাজৰ তেৱেঁই আছিল প্রথম উচ্চ শিক্ষিত লোক। ডিমাছাসকলৰ তেওঁ আছিল হিয়াৰ আমঠু। ডিমাছাসকলৰ গান্ধী বুলিও তেওঁ খ্যাতিমান হৈছিল।

জয়ভদ্র হাগজেৰৰ জন্ম ১৯১৪ চনৰ ২ এপ্রিলত উত্তৰ কাছাৰ জিলাৰ নানাদিছা গাঁৱত। তেওঁৰ পিতৃ হৈচ'ৰাম হাগজেৰ আৰু মাতৃ বিংগলাইদি লাংথাছা। পিতৃ-মাতৃৰ পাঁচটি সন্তানৰ জয়ভদ্র আছিল একমাত্র পুত্র সন্তান। বিদ্যালয়লৈ পলমকৈ গৈছিল যদিও জয়ভদ্রই শিক্ষা জীৱনত নিজৰ মেধাৰ পৰিচয় দিছিল আৰু ইয়াৰ বাবে বৃত্তিও লাভ কৰিছিল। নিজ গাঁও নানাদিছাত তেওঁ কিছু প্রাথমিক শিক্ষা গ্রহণ কৰাৰ পিছত তেওঁ ১৯২৪ চনত হাফলঙৰ ৱেলছ মিছন প্রাইমাৰী স্কুলত ভর্তি হয়। এই প্রাইমাৰী স্কুলখন আছিল প্রেচবিটেৰিয়ান মিছনেৰীৰ অধীনৰ আৰু ইয়াৰ মাধ্যম আছিল ইংৰাজী। জয়ভদ্রই প্রতিদিনে নানাদিছাৰ পৰা জংঘলেৰে পূর্ণ পথেৰে খোজকাঢ়ি হাফলঙলৈ গৈ শিক্ষা গ্রহণ কৰিছিল। পিছত এটি বৃত্তি লাভ কৰি ছাত্রাবাসত থকাৰ খৰচ বহন কৰিব পৰা হোৱাত হাফলঙত ছাত্রাবাসত থাকি শিক্ষা গ্রহণ কৰে। এম ই পৰীক্ষাত তেওঁ প্রথম বিভাগ লাভ কৰে। ইয়াৰ পিছত তেওঁ চিলং গৱৰ্ণমেণ্ট হাইস্কুলত ভর্তি হয়। ১৮৮০ চনত প্রতিষ্ঠাপিত এইখনেই আছিল চিলঙৰ প্রথম হাইস্কুল। এই স্কুলখনো পৰিচালনা কৰিছিল প্রেচবিটেৰিয়ান মিছনেৰীসকলে। এই স্কুলৰ পৰাই ১৯৩৪ চনত জয়ভদ্রই কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্রথম বিভাগত মেট্রিক পৰীক্ষাত উত্তীর্ণ হয়। একে বিশ্ববিদ্যালয়ৰ অধীনতে ১৯৩৬ চনত তেওঁ কটন কলেজৰ পৰা প্রথম বিভাগত ইণ্টাৰমেডিয়েট পৰীক্ষাত উত্তীর্ণ হয়। চিলেটৰ এম চি কলেজত তেওঁ স্নাতক শ্রেণীত ভর্তি হয় আৰু ১৯৩৮ চনত ইংৰাজীত সন্মান সহ বি এ পৰীক্ষাত সফলতা লাভ কৰে।

চিলেটত শিক্ষা গ্রহণৰ সময়ছোৱাতে জয়ভদ্রই Progressive Dimasa Kachari Association নামে এটি সংগঠন গঢ়ি তোলে। ডিমাছা ভাষাত ইয়াৰ নাম হ'ল '*হিমছাহানগ্রাওনি দল*'। ইয়াৰ অর্থ হ'ল *এখোজ আগবাঢ়ি থকা লোকৰ সংগঠন।*

এই দলত চিলেটত থকা ডিমাছা ছাত্ৰৰ উপৰিও ডিমাছা সৈন্য আৰু পুলিচকো অন্তৰ্ভুক্ত কৰা হৈছিল। জয়ভদ্ৰ আৰু তেওঁৰ সহযোগীসকলে তেওঁলোকক ইংৰাজী আৰু বাংলা ভাষাত শিক্ষা প্ৰদান কৰিছিল আৰু তেওঁলোকক পৰিয়াললৈ চিঠি লিখাত সহযোগ কৰিছিল। সংগঠনটো তেওঁলোকৰ বাবে হৈ পৰিছিল গৌৰৱ আৰু শক্তিৰ আধাৰ। জয়ভদ্ৰই সদায়ে এই প্ৰেৰণা তেওঁলোকৰ মাজত যাতে অব্যাহত থাকে তাৰ প্ৰতি চকু ৰাখিছিল। তেওঁৰ শিক্ষিত বন্ধুসকলৰ সৈতে বহি ডিমাছাসকলৰ উন্নতিৰ পথৰ সন্ধান কৰিছিল, যাতে শিক্ষা সম্পূৰ্ণ কৰাৰ পিছত তেওঁলোকে নিজকে আত্মনিয়োগ কৰিব পাৰে।

১৯৩৮ চনত বি.এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত জয়ভদ্ৰই নগাঁৱত আৰু তেজপুৰত সহকাৰী কাৰাগাৰ অধীক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৩৯ চনত পিতৃৰ মৃত্যুৰ পিছত তেওঁ মৌজাদাৰৰ দায়িত্ব বহন কৰে। ১৯৪২ চনত জয়ভদ্ৰ ব্ৰিটিছ চৰকাৰ হাতত গ্ৰেপ্তাৰ বৰণ কৰিবলগীয়া হয়। চৰকাৰে প্ৰতিৰক্ষা বিধিৰ অধীনত তেওঁৰ বিৰুদ্ধে অভিযোগ আনে। চৰকাৰৰ অভিযোগ আছিল ঃ জয়ভদ্ৰই ম্যানমাৰ সীমান্তত ব্ৰিটিছ আৰু তেওঁলোকৰ সহযোগীসকলে জাপানৰ বিৰুদ্ধে কৰা যুদ্ধত উত্তৰ কাছাৰৰ পাহাৰৰ মানুহখিনিক নেতৃত্ব দিবলৈ অস্বীকাৰ কৰিছিল। ব্ৰিটিছ চৰকাৰৰ দৃষ্টিত হাগজেৰ হৈ পৰিছিল এজন ধ্বংসকাৰী লোক, কিন্তু সৰল ডিমাছাসকলৰ বাবে তেওঁ আছিল তেওঁলোকৰ নেতা, যি চৰকাৰৰ প্ৰবঞ্চনাৰ বলি হৈ গ্ৰেপ্তাৰ বৰণ কৰিবলগীয়া হৈছে। পিছত তেওঁক বেইলত মুক্তি দিয়া হৈছিল যদিও এমাহৰো অধিককাল গৃহবন্দী কৰি ৰখা হৈছিল। ইযাৰ পিছত তেওঁ মৌজাদাৰ পদৰ পৰা অব্যাহতি লৈ জীৱিকা নিৰ্বাহৰ বাবে পথ নিৰ্মাণৰ ঠিকা কৰিবলৈ ল'লে। ১৯৪৪ চনত তেওঁ ভাৰতীয় বায়ু বাহিনীত এজন চাৰ্জেণ্ট হিচাপে যোগদান কৰে। পোনতে তেওঁ মিলিটেৰীত যোগ দিয়াৰ উদ্দেশ্যে চিলঙলৈ গৈছিল যদিও নিৰ্বাচক মণ্ডলীয়ে তেওঁক বায়ুসেনাত যোগ দিবলৈ পৰামৰ্শ দিয়ে আৰু তেওঁ কলিকতালৈ গৈ সেই বিভাগত নাম ভৰ্তি কৰে। পিছে জয়ভদ্ৰক তেওঁৰ গুণমুগ্ধ সকলে দীৰ্ঘদিন বাহিৰত থকাটো নিবিচাৰিলে। তেওঁলোকে তেওঁক চাকৰি ইস্তাফা দি উত্তৰ কাছাৰৰ ৰাজনীতিৰ গুৰিয়াল হোৱাৰ কাৰণে অনুৰোধ জনালে। এনে অনুৰোধ জয়ভদ্ৰই নেওচিব নোৱাৰিলে। ১৯৪৭ চনৰ ডিচেম্বৰ মাহত তেওঁ চাকৰিৰ পৰা অব্যাহতি লৈ নিজৰ জিলালৈ উভতি আহে।

জয়ভদ্ৰই ডিমাছাসকলৰ মাজলৈ উভতি আহি সমাজ সংগঠনৰ কামত একাগ্ৰপতীয়াকৈ মনোনিবেশ কৰিবলৈ ল'লে। ১৯৪৮ চনত উত্তৰ কাছাৰ জিলাৰ মাইবঙত তেওঁ গঠন কৰে 'ডিমাছা জলাইৰাওনি দল'। ই আছিল ডিমাছা যুবকৰ সংগঠন। ইয়াৰ সভাপতিৰ দায়িত্ব লয় জয়ভদ্ৰই আৰু সোণাৰাম থাওছেনৰ সংগঠনৰ সম্পাদকৰ দায়িত্ব দিয়া হয়। জলাইৰাওনিৰ জন্মৰ দুবছৰ পিছত জয়ভদ্ৰই

কাছাৰ জিলাৰ বিজয় নগৰৰ ছোৱালী নিৰুপমা বৰ্মনক জীৱন সঙ্গিনী হিচাপে গ্ৰহণ কৰে। তেওঁ নিজে স্থাপন কৰা গাঁও বাউজেনত বিবাহ কাৰ্য সম্পন্ন কৰা হয়। বাউজেনৰ অৰ্থ হ'ল চিন্তাৰ আধাৰ বা শক্তি। নিজ হাতেৰে নিজৰ আদৰ্শৰে তেওঁ গাঁওখন গঢ়ি তুলিছিল। এই গাঁও আছিল তেওঁৰ শ্ৰমৰ মৰ্যাদাৰ প্ৰতিবিম্ব যেন। ই আছিল স্ব-নিৰ্ভৰশীল গাঁওৰ আদৰ্শস্বৰূপ। দিয়ুং নদীৰ ওচৰৰ মাহুৰ ৰে'লষ্টেচনৰ কাষত স্থাপিত বাউজেৰতেই জয়ভদ্ৰই সামাজিক কৰ্মকাণ্ডত লিপ্ত হৈ নিজকে এজন সমাজকৰ্মী হিচাপে পৰিচয় দিয়ে। তেওঁ সকলোকে সময় দিছিল। ডেকা বুঢ়া উভয়কে তেওঁ লেখা-পঢ়াৰ বাবে আগ্ৰহ জন্মাইছিল। অগ্ৰজসকলে তেওঁৰ পৰা পৰামৰ্শ গ্ৰহণ কৰিছিল।

জীৱিকা হিচাপে তেওঁ গ্ৰহণ কৰা পথ নিৰ্মাণৰ ঠিকাৰ কাম-কাজৰ মাজতো এক সামাজিক দৃষ্টিভংগী আছিল। কাৰণ ৰে'লপথেৰে কেৱল সংযোগ হোৱা উত্তৰ কাছাৰ জিলাত পথৰ অৱস্থা আছিল শোচনীয়। সেয়ে পথ নিৰ্মাণৰ প্ৰয়োজনীয়তা জয়ভদ্ৰই অনুভৱ কৰিছিল। তেওঁ নিজে কামৰ অগ্ৰগতি পৰিদৰ্শন কৰিছিল। তদুপৰি নিৰ্মাণৰ খৰচো তেওঁ তন্নতন্নকৈ পৰীক্ষা কৰিছিল।

১৯৫২ চনত অনুষ্ঠিত প্ৰথম অসম বিধান সভা নিৰ্বাচনত জয়ভদ্ৰই নিৰ্দলীয় সদস্য হিচাপে প্ৰতিদ্বন্দ্বিতা কৰি বিধানসভালৈ নিৰ্বাচিত হয়। তেওঁৰ গান্ধীবাদী দৃষ্টিভংগীয়ে সেই সময়ৰ কংগ্ৰেছৰ নেতাসকলক আকৰ্ষণ কৰে আৰু তেওঁক জাতীয় দলটিত যোগদান কৰিবলৈ আমন্ত্ৰণ কৰে। তেওঁ এই আমন্ত্ৰণ গ্ৰহণ কৰে আৰু মৃত্যু পৰ্যন্ত কংগ্ৰেছৰ প্ৰতি দায়বদ্ধতা প্ৰকাশ কৰে। ১৯৫২ চনত অনুষ্ঠিত প্ৰথম জিলা পৰিষদৰ নিৰ্বাচনতো জয়লাভ কৰে যদিও তেওঁ জিলা পৰিষদৰ সদস্য পদ ত্যাগ কৰে, কিয়নো তেওঁ এম.এল.এ হিচাপে সেৱা আগবঢ়াবলৈহে মনস্থ কৰে। এই সময়ছোৱাত নগা পাহাৰ, মিজো পাহাৰ, গাৰো, খাচী আৰু জয়ন্তীয়া পাহাৰ অসমৰ অন্তৰ্ভুক্ত আছিল। পৰৱৰ্তী কালত এই পাহাৰীয়া অঞ্চল কেইটি একোখন ৰাজ্য হিচাপে স্বীকৃতি হয়। ৰাজ্যপালে তেওঁক উত্তৰ কাছাৰ জিলা পৰিষদৰ সদস্য হিচাপে মনোনীত কৰে, কিয়নো তেওঁ জিলাখনৰ অবিসম্বাদী নেতা আছিল আৰু প্ৰথম জিলা পৰিষদৰ নিৰ্বাচনতো পথ প্ৰদৰ্শকো আছিল তেৱেঁই। ১৯৫৪ চনলৈকে তেওঁ পৰিষদৰ কাৰ্যবাহী সদস্য হিচাপেও নিযুক্তি হৈ আছিল।

সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলাৰ সদৰ ঠাই নিৰ্বাচন কৰা হৈছিল ডিফু চহৰক। নিৰুপমা হাগজেৰে লিখা এখন ৰচনাৰ পৰা জনা যায় সদৰ ঠাইৰ বাবে ৫ খন ঠাইৰ নাম প্ৰস্তাৱ কৰা হৈছিল। ঠাই কেইখন হ'ল ডিফু, হাফলং, ফুলনি, তাৰাদূৰী আৰু তাৰাবাছা। নিৰ্বাচনৰ বাবে গঠিত ছজনীয়া বাছনি কমিটিৰ অন্যতম সদস্য আছিল জয়ভদ্ৰ হাগজেৰ। বাকীসকল সদস্য আছিল চিলং ৰাজধানীৰ পৰা বৈদ্যনাথ মুখাৰ্জী, টি এ ডি মন্ত্ৰী মিঃ সুব্ৰমানিয়ম, টি.এ ডি চেক্ৰেটাৰী, মিকিৰ

পাহাৰৰ পৰা খৰচিং টেৰাং, বিধান সভাৰ সদস্য, জিলাৰ উপায়ুক্ত চি এচ.বুথ আৰু সুৰথ চন্দ্ৰ দাউলাগুপু ই এ চি.। এই কাহিনী বিৱৰি নিৰুপমা হাগজেৰে লিখিছে :

'সেই সময়ত মিকিৰ পাহাৰতো আলিবাট নাছিল। সেয়ে ৪-৫ টা মান হাতী বন্দোবস্ত কৰি ১৯৫৩ চনৰ জানুৱাৰী মাহত হাতীৰ পিঠিত উঠি সদৰ ঠাইৰ বাছনি কমিটিৰ সদস্যসকলে প্ৰস্তাৱিত ঠাইবোৰ ভ্ৰমণ কৰিলে। তেওঁলোক হাফলঙৰ পৰা আহিছিল। সেই সময়ত আমি স্বৰ্গীয় ৰামকান্ত দাউলাগুপুৰ ঘৰত আছিলো। ইয়ালৈ সদস্যসকল ৰে'লেৰে আহিছিল। প্ৰস্তাৱিত ৫ খন ঠাই পৰীক্ষা-নিৰীক্ষা কৰি বাছনি কমিটিৰ সদস্যসকল এদিন চিলঙত মিলিত হয়। সকলোৱে ঐক্যমত পোষণ কৰি সকলো ঠাইৰ পৰা মধ্যস্থল হিচাপে ডিফুকেই সদৰ ঠাই কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। '

এনেদৰে সংযুক্ত জিলাখনৰ ডিফু কেন্দ্ৰভূমি হৈ পৰে। হাতী, বাঘ, ভালুকৰ ঠাই ডিফু সদৰ হোৱাৰ পিছত ক্ৰমান্বয়ে উন্নতিৰ পথত আগবাঢ়ে।

১৯৫৩ চনত জয়ভদ্ৰ হাগজেৰৰ বড়ো সাহিত্য সভাৰ লগতো সম্পৰ্ক ঘটে। তেওঁক বড়ো সাহিত্য সভাৰ সভাপতি নিৰ্বাচন কৰা হয়। সভাৰ হাফলঙত অনুষ্ঠিত দ্বিতীয় অধিবেশনত তেওঁ সভাপতিত্ব কৰে। বড়ো সাহিত্য সভাৰ জন্মলগ্নতে জড়িত হৈ তেওঁ সংগঠনটি ঠন ধৰি উঠাৰ আন্তৰিকতাৰে সঁহাৰি জনোৱাৰ ফলস্বৰূপেই তেওঁক কেবাবাৰো সভাপতিৰ আসন যচা হয়। ১৯৫৪ চনত তেওঁক অসম চৰকাৰৰ সংসদীয় সচিব নিযুক্ত কৰা হয়। একে বছৰতে পশ্চিমবংগৰ জলপাইগুৰি জিলাৰ মহাকালগুৰিত অনুষ্ঠিত তৃতীয় বড়ো সাহিত্য সভাৰ অধিবেশনতো তেওঁ সভাপতিত্ব কৰে। ১৯৫৫ চনত দৰং জিলাৰ টংলাত অনুষ্ঠিত চতুৰ্থ বড়ো সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰে। ১৯৫৬ চনত তেওঁক অসমৰ গডকাপ্তানি বিভাগৰ উপমন্ত্ৰী নিযুক্ত কৰা হয়। এই সময়তে চিলং-বালট পথ নিৰ্মাণৰ কাম আৰম্ভ হয়। এই বছৰতে গোৱালপাৰা জিলাৰ কাজলগাঁৱত অনুষ্ঠিত পঞ্চম বড়ো সাহিত্য সভাৰ অধিবেশনত তেওঁ সভাপতিত্ব কৰে। ১৯৫৭ চনত অনুষ্ঠিত দ্বিতীয় বিধানসভা নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি তেওঁ পৰাজয় বৰণ কৰে। তেওঁক উত্তৰ কাছাৰ জিলা পৰিষদৰ পুনৰ সদস্য মনোনীত কৰা হয়। ১৯৫৮ চনত তেওঁ ৰাজ্যসভালৈ নিৰ্বাচিত হয়। ১৯৬১ চনত হাফলঙত অনুষ্ঠিত সৰ্বদলীয় পাহাৰৰ নেতা সকলৰ সভাত (All Party Hill Conference) তেওঁ সভাপতিত্ব কৰে। তেওঁক ইয়াত যোগদান কৰিবলৈ আহ্বান জনোৱা হয়। কিন্তু তেওঁ যোগদানৰ পৰা বিৰত থাকে। কিয়নো এই সংগঠন পৃথক ৰাজ্য গঠনৰ পক্ষে আছিল। তেওঁ আছিল পৰ্বতীয়া জিলা স্বায়ত্ত শাসনৰ মৰ্যাদা প্ৰদানৰ পক্ষে। ১৯৬২ চনত তেওঁ দ্বিতীয়বাৰৰ বাবে বিধানসভালৈ নিৰ্বাচিত হয় আৰু ৰাজ্যসভাৰ পৰা পদত্যাগ কৰে। এই বছৰতে উত্তৰ কাছাৰ জিলাৰ মাছৰ সমষ্টিৰ পৰা তেওঁ জিলাপৰিষদৰ সদস্য হিচাপেও নিৰ্বাচিত হয়। ১৯৬৪

চনত গোৱালপাৰা জিলাৰ মালাগুৰি, ১৯৬৫ চনত কামৰূপ জিলাৰ মঙ্গলপুৰ আৰু ১৯৬৬ চনত গোৱালপাৰাৰ কোকৰাঝাৰত অনুষ্ঠিত ক্ৰমে ষষ্ঠ, সপ্তম আৰু অষ্টম অধিবেশনত জয়ভদ্ৰই দক্ষতাৰে বড়ো সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰে। ১৯৫৩ ৰ পৰা একেৰাহে দহবছৰকাল তেওঁ বড়ো সাহিত্য সভাক নেতৃত্ব দিয়ে।

১৯৬৭ চনত জয়ভদ্ৰ হাগজেৰ তৃতীয়বাৰৰ বাবে হাফলং সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্বাচিত হয় আৰু মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই তেওঁক শিক্ষা বিভাগৰ ৰাজ্যমন্ত্ৰীৰ দায়িত্ব দিয়ে। এনে সম্মানীয় মন্ত্ৰীত্ব পদত নিযুক্ত হোৱা জয়ভদ্ৰই আছিল প্ৰথম অবিভক্ত অসমৰ জনজাতীয় সম্প্ৰদায়ৰ লোক। ১৯৭০ চনত তেওঁক জনজাতি অঞ্চলৰ উন্নয়ন, সংখ্যালঘু আৰু সংস্কৃতি বিভাগৰ কেবিনেট মন্ত্ৰীৰ দায়িত্ব অৰ্পণ কৰা হয়। এই চনতে ২ যেত্ৰুৱাৰীত উত্তৰ কাছাৰে সুকীয়া জিলাৰ মৰ্যাদা পায়। ইয়াৰ আগেয়ে ১৯৬৯ চনত মিকিৰ পাহাৰ 'কাৰ্বিং আংলং' নামেৰে সুকীয়া জিলা হিচাপে ঘোষণা কৰা হৈছিল। ১৯৭২ চনত বিনা প্ৰতিদ্বন্দ্বিতাৰে জয়ভদ্ৰ চতুৰ্থবাৰৰ বাবে অসম বিধান সভালৈ নিৰ্বাচিত হয়। শৰৎচন্দ্ৰ সিংহৰ নেতৃত্বত গঠিত মন্ত্ৰী সভাত তেওঁক পশু চিকিৎসা, কাৰাগাৰ আদিৰ কেবিনেট মন্ত্ৰীৰ দায়িত্ব দিয়া হয়। কিন্তু তেওঁ নিজৰ কাৰ্যকাল সম্পূৰ্ণ কৰিব নোৱাৰিলে। ১৯৭৩ চনত বিধান সভাৰ এটি অধিবেশনত উত্তৰ দান কালতে তেওঁৰ কৰ্মময় জীৱনৰ অৱসান ঘটে। তেওঁ উত্তৰ দান কৰিবলৈ অধিবেশনত উপস্থিত আছিল আৰু ইয়াৰ বাবে বিবৃতিও প্ৰস্তুত কৰিছিল। তেওঁ উত্তৰদান কৰিলে কিন্তু বিবৃতিটো সম্পূৰ্ণ কৰিব নোৱাৰিলে। দিনটো আছিল ১৯৭৩ চনৰ ১৮ জুলাই। বিধান সভাৰ মজিয়াতে তেওঁ মূৰ্ছা যায়। তেওঁক চিকিৎসালয়লৈ নিয়া হয় যদিও চিকিৎসকসকলে তেওঁৰ জ্ঞান আৰু ঘূৰাই আনিব নোৱাৰিলে।

জয়ভদ্ৰ হাগজেৰ আছিল এজন সবল প্ৰাণৰ জননেতা। মানুহৰ কল্যাণেই আছিল তেওঁৰ জীৱনৰ ব্ৰত। শিক্ষিত-অশিক্ষিত, জনজাতীয়-অজনজাতীয়, হিন্দু-মুছলমান সকলো তেওঁৰ বাবে আছিল সমান। তেওঁৰ এই অভিব্যক্তিৰ বাবেই উত্তৰ কাছাৰ জিলাত সকলো সম্প্ৰদায়ে সমানেই গুৰুত্ব পাইছিল আৰু কোনো ধৰণৰ সাম্প্ৰদায়িক বিৰোধৰ সুৰুঙা উলিওৱাৰ সুযোগ তেওঁ কেতিয়াও দিয়া নাছিল। ডিমাছাসকলকে ধৰি অসমৰ জনজাতি সকলক বিকশিত কৰাত তেওঁ সদায় উৎস সহযোগ কৰিছিল। কিন্তু তেওঁ কোনো কালেই বিচ্ছিন্নতাবাদক প্ৰশ্ৰয় দিয়া নাছিল। জয়ভদ্ৰ হাগজেৰ সঁচা অৰ্থত আছিল অসমৰ জাতীয় সংহতিৰ প্ৰতীক।

# সোণাৰাম থাওছেন

**পৰমানন্দ মজুমদাৰ**

জনজাতি সমাজখনৰ পৰা ওলাই অহা সোণাৰাম থাওচেন এজন অগ্ৰণী পুৰুষ। উত্তৰ কাছাৰ জিলাৰ ডিমাছাসকলক আৰ্থ-সামাজিক তথা শৈক্ষিক বিকাশত সোণাৰামে বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল। ৰাজনীতিত প্ৰৱেশৰ মাজেৰে তেওঁ অসমৰ ৰাজনীতিতো সাবলীল ভূমিকা লৈছিল।

সোণাৰাম থাওচেনৰ জন্ম ১৯২২ চনৰ ২৬ জানুৱাৰীত উত্তৰ কাছাৰ জিলাৰ বইলা গাঁৱত। এই গাঁও মাইবাং থানাৰ অন্তৰ্গত। তেওঁৰ পিতৃ আৰু মাতৃ আছিল গোৱেনদাও আৰু ৰংজাদি। পিতৃ আৰু মাতৃ দুয়োগৰাকী আছিল অশিক্ষিত। পিতৃ গোৱেনদাও আছিল গাঁওবুঢ়া। পিছলৈ তেওঁ মৌজাদাৰৰ দায়িত্বও লৈছিল। সোণাৰামৰ শৈশৱকাল অতিবাহিত হৈছিল নিজৰে গাঁৱতে। সেই সময়ত বইলা গাঁৱৰ ওচৰে পাজৰে কোনো পঢ়াশালি নাছিল। সোণাৰামে প্ৰাথমিক শিক্ষা লব লগা হৈছিল গাঁৱৰ পৰা ন মাইল দূৰৈত মাইবাঙত থকা প্ৰাথমিক বিদ্যালয়ত। প্ৰাথমিক শিক্ষা গ্ৰহণৰ পিছত সোণাৰামে হাফলঙৰ হাফলং পাবলিক হাইস্কুলত নাম ভৰ্তি কৰে। এই বিদ্যালয়ৰ পৰা তেওঁ প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। আনুষ্ঠানিক শিক্ষা ইমানতে অন্ত পৰিছিল যদিও সোণাৰাম প্ৰবল শিক্ষানুৰাগী। পৰৱৰ্তী কালতো নানা বিষয়ত তেওঁ জ্ঞান আহৰণ কৰিছিল যোগাযোগ পাঠ্যক্ৰমৰ মাজেৰে। এনে মাধ্যমেৰে তেওঁ ইংৰাজী বিষয়ত ডিপ্লমা পাইছিল ইংলণ্ডৰ ৰ'ন'টো কলেজৰ পৰা। ইয়াৰ পিছত সাংবাদিকতা বিষয়তো তেওঁ শিক্ষা লাভ কৰে মুম্বাইৰ ইণ্টাৰনেচ'নেল কাৰেচ্‌পনডেন্স স্কুলৰ পৰা।

দ্বিতীয় মহাসমৰৰ সময়ত সোণাৰামে ভি ডি পি চুপাৰভাইজাৰ হিচাপে যোগদান কৰে। এই পদ পুলিচৰ উপ-পৰিদৰ্শকৰ সমপৰ্যায়ৰ আছিল। এই পদত অধিষ্ঠিত হোৱাৰ পিছত তেওঁ নিজ গাঁৱলৈ উভতি আহি এখন নৈশ বিদ্যালয় স্থাপন কৰে। এই বিদ্যালয়খন পিছত শিক্ষা বিভাগৰ অধীনলৈ আহে আৰু শিক্ষা বিভাগে সোণাৰামক শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি থাকিবলৈ আবেদন জনায়। কিন্তু তেওঁ অনিচ্ছা প্ৰকাশ কৰি মাইবাঙত এখন গোলামালৰ দোকান দিয়ে। অৱশ্যে ব্যৱসায়ত তেওঁ কৃতকাৰ্য হ'ব নোৱাৰিলে। তেওঁ দোকানখন বন্ধ কৰিব লগা হয়।

সোণাৰাম লাহে লাহে সামাজিক কাম-কাজত জড়িত হৈ পৰে। পিছপৰা

ডিমাছাসমাজখনক নতুন গতি দিবলৈ তেওঁ চিন্তা-চৰ্চা কৰিবলৈ ল'লে। তেওঁৰ সৈতে এই সময়তে জয়ভদ্ৰ হাগজেৰৰ যোগাযোগ হয়। ১৯৪৮ চনত হাগজেৰ উদ্যোগত মাইবাঙত অনুষ্ঠিত হোৱা 'ডিমাছা ডলোইযাওনি'ৰ প্ৰতি সোণাৰামেও উষ্ম সহযোগ আগবঢ়ায়। ডিমাছা যুৱকসকলক সংগঠিত কৰাৰ উদ্দেশ্যে গঠিত এই দলটিৰ সভাপতি নিৰ্বাচিত হয় জয়ভদ্ৰ হাগজেৰ। সংগঠনটোৰ সম্পাদকৰ দায়িত্ব ল'বলৈ সোণাৰাম আগবাঢ়ি আহে।

সোণাৰাম আছিল সাংস্কৃতিৰ পূজাৰী। ১৯৫৩ চনত হাফলঙৰ নিজৰ ঘৰত 'বুচু' উৎসৱ পতাৰ কথা তেওঁ এঠাইত স্মৰণ কৰিছে। এই বছৰতে তেওঁ ডিমাছা ডেকা পুৰুষ আৰু মহিলাৰ দল এটিক চিলঙলৈ লৈ গৈছিল, সাংস্কৃতিক অনুষ্ঠান অনুষ্ঠিত কৰিবলৈ। তেওঁ ডিমাছাসকলৰ সাংস্কৃতিক তুলি ধৰিবলৈ সদায় যত্ন কৰিছিল।

১৯৫২ চনত সোণাৰামে সক্ৰিয়ভাৱে ৰাজনীতিত প্ৰৱেশ কৰে। ১৯৫২ চনত তেওঁ প্ৰথমবাৰৰ বাবে অনুষ্ঠিত উত্তৰ কাছাৰ জিলা পৰিষদৰ নিৰ্বাচনত সদস্য নিৰ্বাচিত হয়। তেওঁ পৰিষদৰ কাৰ্যবাহী সদস্যৰ দায়িত্ব বহন কৰে। এই সময়তে অসমত গঠিত হয় বড়ো সাহিত্য সভা। সোণাৰামক বড়ো সাহিত্য সভাৰ সম্পাদক নিৰ্বাচন কৰা হয়। প্ৰতিষ্ঠাপক সম্পাদক ৰূপে তেওঁ বড়ো সাহিত্য সভাই বিস্তৃতি লাভ কৰাত অৰিহণা আগবঢ়ায়। ১৯৬২ চনত তেওঁ উত্তৰ কাছাৰ জিলা পৰিষদৰ মুখ্য কাৰ্যবাহী সদস্য নিৰ্বাচিত হয় আৰু ১৯৭০ চনত তেওঁ পৰিষদৰ অধ্যক্ষ পদত অধিষ্ঠিত হয়। অধ্যক্ষৰ দায়িত্ব সুচাৰুৰূপে চলোৱাৰ পিছত তেওঁ অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৭৭ চনত তেওঁক পৰ্বতাঞ্চল, মাটি সংৰক্ষণ আদি বিভাগত মন্ত্ৰী দপ্তৰৰ দায়িত্ব দিয়া হয়।

ৰাজনৈতিক কৰ্মকাণ্ডৰ সৈতে যুক্ত হোৱাৰ উপৰি সোণাৰাম সমাজ সংস্কাৰমূলক কামতো আন্তৰিকতাৰে অংশগ্ৰহণ কৰিছিল। ১৯৮২ চনত মাইবাঙত অনুষ্ঠিত ডিমাছাসকলৰ সামাজিক অনুষ্ঠান 'দাবা দিহিয়ানি দজ'ৰ অভিবৰ্তনত তেওঁ যোগদান কৰে। অভিবৰ্তনে তেওঁকেই অনুষ্ঠানটিৰ সভাপতিৰ দায়িত্ব বহন কৰিবলৈ আহ্বান জনায় আৰু তেওঁ এই আহ্বান ৰক্ষা কৰি সভাপতিৰ কাৰ্যভাৰ লয়। অভিবৰ্তনত লোৱা এক উল্লেখনীয় সিদ্ধান্ত আছিল : সকলো কছাৰী সম্প্ৰদায়ৰ মাজত বিবাহক গ্ৰহণযোগ্য বুলি অভিবৰ্তনে ঐক্যমত পোষণ কৰে।

সোণাৰাম শিক্ষাব্ৰতী। ডিমাছা সমাজখনক শিক্ষাৰ পোহৰেৰে আলোকিত কৰিবলৈ তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। কিয়নো শিক্ষাৰ ক্ষেত্ৰত ডিমাছাসকল আছিল পাহাৰীয়া জিলাখনৰ অতি পিছপৰা জনগোষ্ঠী। নিৰক্ষৰতা যেন আছিল তেওঁলোকৰ

পৰিচয়। সোণাৰামে সামাজিক তথা ৰাজনৈতিক কাম-কাজৰ মাজতে সময় উলিয়াই ডিমাছা ভাষাৰে বৃহৎ ডিমাছাসমাজখনক শিক্ষাৰ পোহৰ বিলাবলৈ পুথি ৰচনাত হাত দিয়ে। ১৯৫৫ চনত তেওঁ লিখি উলিয়ায় 'ফুৰিজেন' নামৰ ডিমাছা ভাষাৰ পুথি। এই পুথিৰ দ্বিতীয়টো খণ্ড তেওঁ লিখি উলিয়ায় ১৯৮৬ চনত। ভাষা তাত্বিক দৃষ্টিকোণৰ পৰা ১৯৯৪ চনত তেওঁ ৰচনা কৰে 'ডিমাছা ভাষা বিজ্ঞান পৰিচয়'। ডিমাছা বুৰঞ্জীৰ আভাস দিবলৈকে তেওঁ ইংৰাজী ভাষাত "Introduction of Dimasa History" নামেৰে এখন পুথি প্ৰণয়নতো আগবাঢ়িছিল, কিন্তু তেওঁ এই কাম সম্পূৰ্ণ কৰিব নোৱাৰিলে। তেওঁ 'গদাইন হবাহ' নামৰ এখন নাটক লেখাৰ কথাও জনা যায়।

আমি পূৰ্বেই উল্লেখ কৰিছো যে সোণাৰাম সাংবাদিকতাৰ প্ৰতিও আছিল আগ্ৰহশীল। ডাকযোগে তেওঁ সাংবাদিকতাৰ শিক্ষা গ্ৰহণ কৰিছিল। এই শিক্ষাক তেওঁ অথলে যাব দিয়া নাছিল। ডিমাছাসকলক বহিৰ্জগতৰ লগত পৰিচয় কৰাৰ উদ্দেশ্যে তেওঁ ১৯৭২ চনত 'গদাইন খুৰাজ' নামেৰে ডিমাছা ভাষাত এখন সাপ্তাহিক কাকত প্ৰকাশ কৰে। কাকতখনৰ তেওঁ মুখ্য সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰে। পিছত 'হবুগদাইন' নামৰ আন এখন কাকতৰ সৈতেও তেওঁ যুক্ত হৈ উত্তৰ কাছাৰত সংবাদ সেৱা বিস্তাৰত অৰিহণা যোগায়।

সোণাৰাম থাওছেন এজন সৌন্দৰ্যপিয়াসী নাগৰিক আছিল। হাফলং চহৰৰ শতবৰ্ষ উপলক্ষে প্ৰকাশিত এখন স্মৃতিগ্ৰন্থত তেওঁ সৌন্দৰ্যপুৰী হাফলং চহৰৰ সৌন্দৰ্যৰ অবক্ষয় অহা দেশীয়সকলৰ বিৰুদ্ধে খেদ প্ৰকাশ কৰি লিখা বাংলা ৰচনা এখনত এনেদৰে উল্লেখ কৰিছে :

*'প্ৰাক স্বাধীনতা যুগে হাফলং নগৰ পালিকাৰ কৰ্ণধাৰ ছিলেন স্বয়ং মহকুমাধিপতি এক ৰেলেৰ ইনজিনিয়াৰ ছিলেন সহকাৰী। ওখনকাৰ দিনে এ দুটি পদ সাদা চামড়াৰ লোকেৰাই প্ৰায় অলঙ্কৃত কৰছেন। তাঁদেৰ দিনে হাফলং এৰ সৌন্দৰ্য অবক্ষয় বা অবচয় হয়নি একটুকুও। কিন্তু যেই ভাৰতীয় বাদামী ৰঙেৰ দখলে আসল সেদিন থেকে শুৰু হলো সৌন্দৰ্য অবক্ষয়েৰ পালা। Beauty spot বা সুদৃশ্য স্থান বলে পৰিচিত ও ৰক্ষিত গোল্‌ফ ফিল্ড, লেডীস পাৰ্ক বিনষ্ট হলো জেলা পৰিষদ আসাৰ পূৰ্বেই। তবে জেলা পৰিষদেৰ হাতেও সাজ ৰক্ষা হয়নি হাফলং এৰ সৌন্দৰ্য মোট কথা আমৰা ভাৰতীয়ৰা উপজাতি বা অনুপজাতি — সকলেই শৃঙ্খলা ও সুন্দৰেৰ ৰক্ষক নই, বৰং ৰে ভক্ষক বলা যায়।'*

হাফলঙৰ আয়তন বৃদ্ধি কৰাৰ তেওঁ আবেদন জনাইছিল। হাফলঙত কেন্দ্ৰীভূত হৈ থকা কাৰ্যালয়সমূহৰো কিছু মফচল অঞ্চলত স্থাপনৰ পৰামৰ্শ দি অঞ্চলটোৰ সমবিকাশত গুৰুত্ব দিছিল। ৰচনাখনত তেওঁ উল্লেখ কৰিছে :

*'হাফলং এ ছোট বড ৮৫ টি অফিস আছে। সেগুলোব সবটি হাফলংএ বসাব মানে হয় না। লোকের সার্থেই এ সবের অনেকটা মফস্বল টাউনগুলিতে স্থানান্তর হতে পারে। হাফলং শহবেব আয়তন বৃদ্ধি কবতে পারে প্রয়োজনে। শুধু ভাঙবার নয় গড়ার দিকেও মতি হউক আমাদের। আমাবাও অনাদি অনন্ত কালের এ নাট্যশালায় ক্ষণস্থায়ী কুশীলব মাত্র। আমাদেব অভিনয় যেন কলঙ্কময় না হয়।*

সোণাবামব হবি আছিল পুথি পঢ়া আৰু বাগিচা গঢ়া। ডিমাছাসকলব বাবে তেওঁ আছিল এটি প্রাণোচ্ছল ব্যক্তিত্ব। ১৯৯৬ চনত এই গবাকী দবদী ব্যক্তিব জীৱনাবসান ঘটে।

# সুৰথ চন্দ্ৰ দাওলাগুপু

পৰমানন্দ মজুমদাৰ

উত্তৰ কাছাৰৰ এজন মেধাসম্পন্ন ব্যক্তি সুৰথ চন্দ্ৰ দাওলাগুপু আছিল এজন সুদক্ষ প্ৰশাসক। এজন উচ্চ প্ৰশাসনিক বিষয়া হিচাপে তেওঁ অসমৰ বিভিন্ন ঠাইত কাৰ্যনিৰ্বাহ কৰি শেষত ৰাজনীতিত যোগদান কৰিছিল। এজন ৰাজনৈতিক নেতা হিচাপে অসম মন্ত্ৰী সভাত তেওঁ দক্ষতাৰ পৰিচয় দিছিল।

সুৰথ চন্দ্ৰৰ জন্ম হয় ১৯২৩ চনত হাফলঙৰ পৰা ৩০ কিলোমিটাৰ দূৰৈৰ গুজুং গাঁৱত। হাফলঙৰ মিছন হাইস্কুলত তেওঁ ষষ্ঠমানলৈ শিক্ষা গ্ৰহণ কৰে। ইয়াৰ পিছত তেওঁ শিক্ষা লাভ কৰে চিলঙৰ গবৰ্ণমেণ্ট হাইস্কুলত। এই স্কুলৰ পৰা ১৯৪০ চনত তেওঁ মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয়। কটনৰ পৰা ১৯৪১ চনত কলাশাখাত ইণ্টাৰ মেডিয়েট পৰীক্ষাত উত্তীৰ্ণ হৈ চিলেটৰ মুৰাৰী চন্দ কলেজত স্নাতক শ্ৰেণীত ভৰ্তি হয়। ১৯৪৫ চনত এই কলেজৰ পৰা ডিষ্টিংচন লৈ কলা শাখাত স্নাতক ডিগ্ৰী লাভ কৰে। স্নাতক ডিগ্ৰী লৈ সুৰথ চন্দ্ৰ এজন প্ৰশাসনিক বিষয়া হোৱাৰ মনস্থ কৰি অসম প্ৰশাসনিক সেৱাৰ পৰীক্ষাত বহে। তেওঁ অসম প্ৰশাসনিক সেৱালৈ নিৰ্বাচিত হয় আৰু তেওঁক চৰকাৰে সোণাইত উপ-প্ৰতি সমহৰ্তা হিচাপে নিযুক্তি দিয়ে। স্বাধীনতা লাভৰ পূৰ্বে সংবিধান প্ৰস্তুত কৰাৰ বাবে উত্তৰ-পূব অঞ্চলৰ পৰা সুৰথ চন্দ্ৰক অন্যতম সদস্য নিৰ্বাচিত কৰা হৈছিল।

১৯৪৮ চনত সুৰথ চন্দ্ৰ অৰুণা মেচৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। অৰুণা আছিল ধৰাৰাম মেচ আৰু বিষ্ণু ৰাভাৰ ভগ্নী মনোমোহিনী মেচৰ কন্যা।

১৯৪৯-৫০ চনত সুৰথ চন্দ্ৰই নাজিৰাৰ উপ-প্ৰতি সমাহৰ্তা হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৫২-৬০ চনত তেওঁ মিকিৰ পাহাৰ জিলা পৰিষদৰ সচিব হিচাপে কাৰ্যনিৰ্বাহ কৰে। এই সময়তে সংযুক্ত কাছাৰ আৰু মিকিৰ পাহাৰ জিলাৰ সদৰ ঠাইৰ বাছনিৰ বাবে চৰকাৰে গঠন কৰা ৬ জনীয়া বাছনি কমিটিৰ সুৰথ চন্দ্ৰকো অন্যতম সদস্য হিচাপে নিৰ্বাচন কৰা হৈছিল। এই কমিটিৰ আন এজন সদস্য আছিল জয়ভদ্ৰ হাগজেৰ। ১৯৬২-৬৪ চনৰ সময়ছোৱাত সুৰথ চন্দ্ৰই ক্ৰমে ডিব্ৰুগড়, ধেমাজি আৰু যোৰহাটত অতিৰিক্ত সহকাৰী আয়ুক্ত হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৬৫-৬৬ চনৰ সময়ছোৱাত তেওঁ হাইলাকান্দি আৰু কৰিমগঞ্জত মহকুমাধিপতি হিচাপে দায়িত্ব বহন কৰে। ১৯৬৮ চনত তেওঁ গুৱাহাটীত প্ৰশাসনিক ষ্টাফ কলেজত প্ৰবক্তা হিচাপে যোগদান কৰে। ১৯৬৯-৭০ চনত তেওঁ জনজাতি পৰিকল্পনা বিভাগ

আৰু অনুসূচিত জনজাতি কল্যাণ বিভাগৰ উপ-সচিবৰ দায়িত্বত থাকে। ১৯৭১-৭৪ চনৰ সময়ছোৱাত চিলং আৰু দিছপুৰত তেওঁ মুখ্যমন্ত্ৰীৰ প্ৰধান ব্যক্তিগত সচিবৰ দায়িত্ব চম্ভালে।

১৯৭৪ চনত সুৰথ চন্দ্ৰই স্বেচ্ছাই অৱসৰ গ্ৰহণ কৰি ৰাজনীতিত যোগদান কৰে। ১৯৭৩ চনত জয়ভদ্ৰ হাগজেৰৰ মৃত্যুত খালী হোৱা হাফলং বিধান সমষ্টিত ভাৰতীয় কংগ্ৰেছে তেওঁক প্ৰাৰ্থী হিচাপে থিয় কৰায়। সুৰথ চন্দ্ৰ বিধানসভালৈ নিৰ্বাচিত হৈ কেবিনেট মন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰে। ১৯৭৭ চনলৈকে তেওঁ মন্ত্ৰীত্বৰ দায়িত্বত থাকে। ১৯৭৭ চনৰ নিৰ্বাচনত তেওঁ পৰাজিত হয়।

১৯৮০ চনত এই গৰাকী সুদক্ষ প্ৰশাসনিক বিষয়া তথা ৰাজনীতিকৰ জীৱনাৱসান ঘটে।

# দেছনদাও হোজাই

**পৰমানন্দ মজুমদাৰ**

উত্তৰ কাছাৰৰ জনহিতৈষী পুৰুষসকলৰ ভিতৰত দেছনদাও হোজাই অন্যতম। উত্তৰ কাছাৰ জিলাৰ সমাজ বিৱৰ্তনত দেছনদাওৰ ভূমিকা লেখত লবলগীয়া। জিলাৰ পিছপৰা জনজাতিৰ উন্নয়নৰ অৰ্থে নিঃস্বাৰ্থভাৱে তেওঁ বিভিন্ন কাৰ্যসূচী ৰূপায়ণত ভাগ লৈছিল।

দেছনদাও হোজাইৰ জন্ম ১৯২০ চনৰ ১ মাৰ্চত মাইবাঙৰ ওচৰৰ গালাফং গাঁৱত। তেওঁৰ পিতৃ আছিল ধানহাম হোজাই আৰু মাতৃ আছিল ফৰম'লা হোজাই। দেছনদাওৰ জন্মৰ পিছতে পৰিয়ালটি গালাফং গাঁও এৰি আহি সেউজীয়া মনোভিৰাম দৃশ্যৰে ভৰপুৰ দিদাওদিপ গাঁৱত থিতাপি লয়। এই গাঁৱতে দেছনদাৱে শৈশৱকাল অতিবাহিত কৰে।

সেই সময়ত হাফলঙত বেলচ মিছন স্কুলেই আছিল শিশুসকলৰ উল্লেখনীয় একমাত্ৰ শিক্ষাৰ প্ৰতিষ্ঠান। ১৯৩০ চনত দেছনদাওক এই স্কুলত ভৰ্তি কৰোৱা হয়। ১৯৩৬ চনত তেওঁ প্ৰাথমিক শিক্ষা সাং কৰি ক্ৰমে চিলং আৰু চিলেটত হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰি কৃতিত্বৰে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছৰ কালত এৰাধৰাকৈ তেওঁৰ শিক্ষা গ্ৰহণ চলি থাকে। সেই সময়ত উত্তৰ কাছাৰত উচ্চ শিক্ষাৰ কোনো প্ৰতিষ্ঠান নাছিল। ১৯৬৪ চনত হাফলঙত কলেজ প্ৰতিষ্ঠা হোৱাৰ পিছত তেওঁ এই কলেজত ভৰ্তি হৈ স্নাতক ডিগ্ৰী লাভ কৰে।

দেছনদাৱে কোনো চৰকাৰী চাকৰি কৰিবলৈ ইচ্ছা কৰা নাছিল। তেওঁ এজন সমাজকৰ্মী হিচাপে যুক্ত থাকিহে ভাল পাইছিল। হাফলং চহৰৰ বজাৰ সমিতিৰ তেওঁ দহবছৰ জুৰি সম্পাদকৰ দায়িত্বত থাকি চহৰখনৰ অৰ্থনৈতিক তথা শৈক্ষিক বিকাশত অৰিহণা যোগাইছিল। মাইবাঙত মধ্য ইংৰাজী বিদ্যালয় স্থাপনত দেছনদাৱে সক্ৰিয় ভূমিকা লৈছিল। এই সময়তে ৰাজনৈতিক কৰ্মৰ লগতো তেওঁ জড়িত হৈ পৰে। ১৯৪৫ চনত হাফলঙত গঠিত হয় উত্তৰ কাছাৰ পাৰ্বত্য জনজাতি পৰিষদ। ইয়াৰ সভাপতিৰ পদত নিৰ্বাচিত হয় হামধন মোহন হাফলংবাৰ। সম্পাদকৰ গুৰু দায়িত্ব বহন কৰে দেছনদাৱে।

উত্তৰ কাছাৰৰ শিক্ষাৰ অগ্ৰগতি আছিল শোচনীয়। উচ্চ শিক্ষাৰ ক্ষেত্ৰত

শিক্ষানুষ্ঠান গঢ়ি উঠা নাছিল। জয়ভদ্র হাগজেৰ, সুৰথ চন্দ্ৰ দাওলাগুপুয়ে জিলাৰ বাহিৰলৈ গৈ উচ্চ শিক্ষা গ্ৰহণ কৰি আহিছিল। হাগজেৰেই আছিল পাহাৰীয়া জিলাখনৰ প্ৰথম স্নাতক। দাওলাগুপু উচ্চ প্ৰশাসনিক বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ সুযোগ পাইছিল। গতিকে এক ৰাজনৈতিক আন্দোলন গঢ়ি তুলিবলৈ যুৱকৰ সংখ্যা আছিল অতি সীমিত। ক'বলৈ গ'লে, দেছনদাৱেই আছিল একমাত্ৰ যুৱক, যি গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত জনজাতি অঞ্চল উপ-সমিতিত পাহাৰৰ জনজাতিৰ হৈ সাক্ষ্য দিছিল।

১৯৪৯ চনত গোপীনাথ বৰদলৈ মুখ্যমন্ত্ৰী হিচাপে হাফলঙত উপস্থিত হয়। দেছনদাৱে তেওঁৰ বন্ধুসকলৰ সৈতে মুখ্যমন্ত্ৰীক লগ ধৰে। বৰদলৈ উপসমিতিয়ে জনজাতি পৰিষদৰ পৰামৰ্শ গ্ৰহণ কৰে। চতুৰ্থ দশকৰ অন্তিমকালৈ উত্তৰ কাছাৰৰ জনসংখ্যা সৰ্বাধিক ৩১,০০০ জনহে আছিল, কিন্তু পৰিষদে সোচ্চাৰভাৱে অসম বিধান সভাৰ বাবে এটা সমষ্টি গঠন কৰিবলৈ দাবী জনালে। ১৯৫০ চনৰ আগষ্ট মাহত গোপীনাথ বৰদলৈৰ মৃত্যুৰ আগে আগে উত্তৰ কাছাৰ পাহাৰ জিলা উপদেষ্টা কমিটি গঠন কৰা হয় আৰু দেছনদাওক অসম চৰকাৰে উক্ত সমিতিৰ এজন সদস্য নিযুক্ত কৰে। দেছনদাওক এগৰাকী নেতা হিচাপে গণ্য কৰি চৰকাৰে ১৯৬২ চনত নতুনকৈ গঠিত জিলা পৰিষদৰ সদস্য মনোনীত কৰে।

১৯৫৭ চনৰ পৰা ২০ বছৰ ধৰি দেছনদাও উত্তৰ কাছাৰ জিলা পৰিষদৰ বিচাৰক আছিল। দক্ষতাৰে তেওঁ বিচাৰকৰ ভূমিকা পালন কৰিছিল আৰু জনজাতীয় আইনসমূহ বুজিব পৰাকৈ নিপুণভাৱে সৈতে ব্যাখ্যা কৰিছিল। দেছনদাও জিলা পৰিষদৰ প্ৰথম বিচাৰক আছিল। যতন কুমাৰ থাওছেন আছিল 'তেওঁৰ অনুগত বিচাৰক। দুয়োগৰাকীয়ে জিলা পৰিষদৰ বিচাৰ ব্যৱস্থাক বিশিষ্ট ৰূপ দিছিল। প্ৰথাগত আৰু আইনগত বিধানৰ আধাৰত বিভিন্ন গোচৰৰ ৰায় তেওঁলোকে পাৰদৰ্শিতাৰে দিছিল। জিলা পৰিষদৰ পুৰণি নথিপত্ৰই সেই কথাকে প্ৰতিপন্ন কৰে। দেছনদাওৰ বিশ্ববিদ্যালয়ৰ আইনৰ ডিগ্ৰী নাছিল আৰু যতন কুমাৰ থাওছেনে উপ বিচাৰক হৈ থকা কালত এই ডিগ্ৰী লাভ কৰিছিল। তেওঁলোকে আদালতৰ নিয়ম ভালদৰে অনুসৰণ কৰিছিল।

জিলা পৰিষদে দেছনদাওক অতিৰিক্তভাৱে পৰিকল্পনা আৰু উন্নয়নৰ দায়িত্বও দিছিল। ১৯৫৬ চনৰ পৰা ছবছৰলৈ তেওঁ নগৰৰ বিত্তীয় বিভাগৰ অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰে। তেওঁৰ অধ্যক্ষতাৰ সময়তে পথ উন্নয়নে অধিক ভাৱেই বিস্তৃতি লাভ কৰিছিল। দেছনদাওৱে উন্নয়ন দেখি উৎসাহিত হৈ পৰিছিল।

দেছনদাও পাহাৰ জিলাখনৰ সমবায় আন্দোলনৰ লগতো যুক্ত হৈ পৰিছিল আৰু প্ৰয়োজনীয় সামগ্ৰীৰ বিতৰণৰ ব্যৱস্থা উন্নত কৰাত তেওঁ গুৰুত্ব দিছিল। হাফলং

সমবায় সমিতিয়ে পাইকাৰী হাৰত ধান সংগ্ৰহ কৰাৰ দায়িত্ব লৈছিল। এই ক্ষেত্ৰত তেওঁ বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। সমবায় সমিতিখনৰ তেওঁ অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰি ১৯৯৩ চনত অৱসৰ গ্ৰহণ কৰে। ১৯৭৫ চনত হাফলং মহাবিদ্যালয় প্ৰাদেশিকীকৰণ হোৱাৰ আগলৈকে তেওঁ আছিল মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্য। সেই সময়ত পাৰ্বত্য অঞ্চলত কানি সেৱন আছিল এটা প্ৰধান সমস্যা। কানিৰ প্ৰচলন বন্ধ কৰিবৰ বাবে তেওঁ দেহেকেহে খাটিছিল। জিলা (কানি) প্ৰতিৰোধ সমিতিৰ তেওঁ দীৰ্ঘকাল ধৰি সভাপতি হিচাপে নেতৃত্ব দিছিল।

দেছুনদাৱে সক্ৰিয় ৰাজনীতিতো অংশ লৈছিল। তেওঁ নিৰ্বাচনতো প্ৰতিদ্বন্দ্বিতা কৰিছিল কিন্তু জয়লাভ কৰিব পৰা নাছিল। ১৯৫২ চনত তেওঁ বিধান সভাৰ নিৰ্বাচনত অতি কমসংখ্যক ভোটৰ ব্যৱধানত পৰাজিত হয়। জিলা পৰিষদৰ বিচাৰকৰ পৰা অৱসৰ লোৱাৰ পিছত তেওঁ দ্বিতীয়বাৰৰ বাবে মনোনয়ন লাভ কৰে। পৰিষদৰ সদস্য হিচাপে তেওঁৰ দ্বিতীয়টো কাৰ্যকাল আৰম্ভ হয় ১৯৮০ চনত আৰু ১৯৮৩ চনৰ চেপ্তেম্বৰ মাহলৈকে তেওঁ কাৰ্যনিৰ্বাহ কৰে।

স্বাধীনতাৰ পৰৱৰ্তীকালত জিলাখনৰ আৰ্থ সামাজিক বিকাশৰ দেছুনদাও হোজাই আছিল এজন অগ্ৰদূত। এইজন মহানুভৱ ব্যক্তিৰ অসুস্থতাৰ বাবে স্বাস্থ্য ভাঙি পৰে আৰু ১৯৯৩ চনৰ ২১ ডিচেম্বৰত দেহাৱসান ঘটে।

# শম্ভুধন ফংলো

পৰমানন্দ মজুমদাৰ

ডিমাছাসকলৰ সংগ্ৰামী ইতিহাসৰ বীৰ শম্ভুধন ফংলো এটি উজ্জ্বল ব্যক্তিত্ব। ঊনবিংশ শতিকাত ব্ৰিটিছৰ বিৰুদ্ধে শম্ভুধন ফংলোৱে বীৰত্বৰে যুঁজদি জনসাধাৰণৰ মাজত ব্ৰিটিছ বিৰোধী চেতনা জগাই তুলিছিল।

শম্ভুধনৰ জন্ম হয় ১৮৫০ চনৰ ১৬ মাৰ্চৰ মাইবাঙৰ কাষৰ লংকৰ গাঁৱত। তেওঁৰ পিতৃ আৰু মাতৃৰ নাম আছিল দেপ্ৰনদাও ফংলো আৰু কাঁথাইদি। শম্ভুধনে শৈশৱকালটো লংকৰ গাঁৱতে কটায়। ইয়াৰ পিছতে পৰিয়ালটি গুনজুঙলৈ উঠি যায়। সেই ঠাইত কিছুদিন থকাৰ পিছত হাফলঙৰ ওচৰৰ দিয়ুং নদীৰ উত্তৰ পূব পাৰত থকা বৰ্তমানৰ নানাদিছা গাঁৱৰ কাষৰ থাওপাৰা গাঁৱলৈ উঠি যায়। শম্ভুধনে তেওঁৰ ডেকাকালৰ এছোৱা গুৰুত্বপূৰ্ণ সময় এই গাঁৱতে কটায়। গাঁৱৰ যুৱক-যুৱতীসকলৰ সামাজিক আৰু সাংস্কৃতিক কাম-কাজত তেওঁ নেতৃত্ব দিছিল। ডিমাছাসকলৰ অতি গুৰুত্বপূৰ্ণ বাৰ্ষিক উৎসৱ 'হেংচো বিচু' তেওঁৰ নেতৃত্বতে উদ্‌যাপন কৰা হৈছিল। কিছুকাল এই অঞ্চলত থকাৰ পিছত পৰিয়ালটিয়ে সেই ঠাইও ত্যাগ কৰি মাহুৰ ৰে'ল ষ্টেচনৰ ওচৰৰ চেমডিকৰ গাঁৱত বাস কৰিবলৈ লয়। এই গাঁৱতে শম্ভুধনে গাঁৱৰে গাভৰু নাছাদিক বিবাহ কৰায়।

শম্ভুধন সৰুৰে পৰা চিন্তাশীল প্ৰকৃতিৰ আছিল। ভগবান শিৱৰায়ৰ প্ৰতি আছিল তেওঁৰ অচল ভক্তি। লাহে লাহে শম্ভুধনৰ মনত মাতৃভূমি আৰু মানুহৰ কল্যাণৰ অৰ্থে কাম কৰাৰ বাসনা প্ৰবল হ'বলৈ ধৰিলে। দেশত ব্ৰিটিছৰ ৰাজ চলাটো তেওঁ মুঠেই পছন্দ কৰা নাছিল। মাতৃভূমিক ব্ৰিটিছ ৰাজৰ কবলৰ পৰা মুক্ত কৰাৰ কাৰণে তেওঁ শিৱৰায়ৰ আশীৰ্বাদ বিচাৰিলে। দিয়ু নদীৰ মাজত থকা এটি শিলত সাতদিন ধৰি তেওঁ তপস্যাত বহিল। তাৰ পিছৰ পৰা শম্ভুধনৰ মানসিকতাৰ তথা আচাৰ ব্যৱহাৰৰ লক্ষণীয়ভাৱে পৰিবৰ্তন হ'বলৈ ধৰিলে। বিভিন্ন উপলক্ষত তেওঁৰ শাৰীৰিক আৰু মানসিক শক্তিৰ মুক্ত প্ৰকাশ ঘটিল। ব্ৰিটিছ বিৰোধী সংগ্ৰামত দেহেকেহে নামি পৰিল। ব্ৰিটিছৰ বিৰুদ্ধে যুঁজাৰ অৰ্থে তেওঁ এদল স্থানীয় যুৱকক সংগঠিত কৰিলে। মাইবং তেওঁৰ বৈপ্লৱিক কাম-কাজৰ কেন্দ্ৰ হৈ পৰিল। ইয়াতে তেওঁ যুৱকসকলক সশস্ত্ৰ সংগ্ৰামৰ বাবে প্ৰশিক্ষণ দিলে। শম্ভুধনৰ এই বৈপ্লৱিক বাহিনী মাদাইৰাও নামেৰে জনাজাত হৈ পৰিল। ১৮৮২ চনৰ ১৫ জানুৱাৰীত তেওঁৰ নেতৃত্বত এই বাহিনীটোৱে গুণজুঙত থকা ব্ৰিটিছাধীন উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ মহকুমাৰ মুখ্য

কাৰ্যালয় ধ্বংস কৰে। এই ঘটনাৰ পিছত উত্তৰ কাছাৰ জিলাৰ তেতিয়াৰ উপায়ুক্ত মেজৰ বয়ডৰ নেতৃত্বাধীন এদল ব্ৰিটিছ সেনাৰ সৈতে মাইবঙত শম্ভুধনৰ প্ৰবল সংঘৰ্ষ লাগে। এই সংঘৰ্ষত গুৰুতৰভাৱে আহত হৈ মেজৰ বয়ডৰ মৃত্যু হয়।

শম্ভুধনে এই বিদ্ৰোহৰ প্ৰেৰণা পাইছিল ১৯৫৭ চনৰ চিপাহী বিদ্ৰোহৰ পৰা। এই বিদ্ৰোহ ভা· ৰ বিভিন্ন প্ৰান্তলৈ বিয়পি পৰিছিল আৰু বিদ্ৰোহ কেৱল চিপাহীসকলৰ মাজ. › আবদ্ধ হৈ থকা নাছিল। কাছাৰ জিলাৰ বৰ্তমান হাইলাকান্দি জিলাৰ মোহনপুৰতো ১৮৫৭ চনত বহুতো বিদ্ৰোহী ছহীদ হৈছিল। এই মহাবিদ্ৰোহৰ লগত লিপ্ত হোৱাৰ কাৰণে মণিৰাম দেৱান আৰু পিয়লি ফুকনক ব্ৰিটিছে ফাঁচী দিছিল। বঙ্গদেশত ১৮৫৯-৬২ চনত সংঘটিত হৈছিল নীল বিদ্ৰোহ, যি বিদ্ৰোহত বহুতো কৃষিজীৱী লোকৰ মৃত্যু হৈছিল। শম্ভুধনে ইয়াৰ পৰাই প্ৰেৰণা পোৱাৰ কথা নিৰুপমা হাগজেৰে 'উত্তৰ কাছাৰৰ চমু বুৰঞ্জী' শীৰ্ষক ৰচনাত সেই কাহিনী এনেদৰে উল্লেখ কৰিছে ঃ

'এনে ঘটনাৰ বতাহ বা খা-খবৰ উত্তৰ কাছাৰ পাহাৰে কন্দৰেও আহি সোমাইছিল। ফলত নিৰক্ষৰ হ'লেও স্বাধীনচেতিয়া শম্ভুধন ফাংলোছাৰৰ অন্তৰত এই খবৰে কাঁইটৰ দৰে বিন্ধিবলৈ ল'লে। তেওঁ তেতিয়াই বিদ্ৰোহীৰ দল গঠন কৰিবলৈ লাগিল। বৃটিছে উত্তৰ কাছাৰক হাত কৰাৰ লগে লগে শম্ভুধনৰ দলো মূৰ দাঙি উঠিল। পূৰ্বোক্ত ১৮৮০ চনত ইংৰাজে গুঞ্জুঙত সদৰ ঠাই প্ৰতিষ্ঠা কৰাৰ ২ বছৰ পাছতেই ১৮৮২ খৃষ্টাব্দৰ জানুৱাৰী মাহত মহকুমাৰ সদৰ ঠাইৰ কাৰ্যালয় আৰু চৰকাৰী কৰ্মচাৰীসকলৰ অস্থায়ী বাসস্থান পুৰি চাৰখাৰ কৰা হয়। মেজৰ বয়েডে ২৫ জন চিপাহী লগত লৈ শিলচৰৰ পৰা ঘোঁৰাৰে পাহাৰ-পৰ্বত অতিক্ৰম কৰি উত্তৰ কাছাৰৰ মাইবাঙত উপনীত হয়। মেজৰ বয়েডে চিপাহীসকলক লগত লৈ শম্ভুধনৰ শিবিৰৰ ফালে আগবাঢ়ি যায়। কিম্বদন্তিমতে শম্ভুধনক আলিঙ্গন কৰাৰ মানসেৰে মেজৰ বয়ড— 'বন্ধু আহা।' বুলি সম্বোধন কৰি আগবাঢ়ে। কিন্তু শম্ভুধনে ভাবিলে যে সেই মুহূৰ্তত তেওঁক ধৰি পেলোৱাৰ পাংহে পাতিছে। লগে লগে তেওঁ মেজৰ বয়ডৰ বাহুত চোকা দাৰে ঘপিয়াই আঘাত কৰে।

এই ঘটনাৰ পিছত শম্ভুধনে তেওঁৰ পৰিয়ালবৰ্গ আৰু অনুগামীসকলৰ সৈতে দক্ষিণ কাছাৰলৈ যায়। অঞ্চলটোৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি ব্ৰিটিছৰ বিৰুদ্ধে বৈপ্লৱিক সংগ্ৰাম সংগঠিত কৰাত আত্মনিয়োগ কৰে। নিজৰ পৰিয়ালবৰ্গক খাচপুৰ এলেকাৰ এগ্ৰালিন (এগ্ৰাতাল) গাঁৱত ৰাখি অনুগামীসকলৰ সৈতে তেওঁ ভুবন পাহাৰত থাকিবলৈ ল'লে। পাহাৰত তেওঁ তামৰ মুদ্ৰা পুতি আৰু তুলসী গছৰ পুলি ৰুই শিৱৰ উপাসনাৰ বাবে এক পবিত্ৰ পৰিৱেশ গঢ়ি তোলে। এই ঠাইত থাকোতে ব্ৰিটিছৰ বিৰুদ্ধে পুনৰ আক্ৰমণ কৰিবলৈ তেওঁ আঁচনি কৰে। এক গোপন সূত্ৰৰ জৰিয়তে শম্ভুধনৰ আঁচনি

সম্পৰ্কে ব্ৰিটিছৰ কৰ্ণগোচৰ হয়। শম্ভুধনে এগ্ৰালিনত থকা পৰিয়ালবৰ্গক দেখা কৰিবলৈ অহাৰ কথা জানিব পাৰি ব্ৰিটিছ বাহিনীয়ে ১৮৮৩ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনা শম্ভুধনক আক্ৰমণ কৰে। এই আক্ৰমণত শম্ভুধনে প্ৰাণ ৰক্ষা কৰিব নোৱাৰিলে। শম্ভুধনৰ বীৰত্বপূৰ্ণ জীৱনৰ ইয়াতেই অন্ত পৰে। ব্ৰিটিছ বিৰোধী সংগ্ৰামৰ শম্ভুধন এজন স্মৰণীয় ছিচাপে সদায় ইতিহাসত জিলিকি থাকিব।

শম্ভুধনৰ মৃত্যুৰ পিছত তেওঁৰ পত্নী নাছাদিয়ে একমাত্ৰ কন্যা ডুবেদিৰ সৈতে উত্তৰ কাছাৰলৈ উভতি আহি উত্তৰ কাছাৰৰ লংমো গাঁৱত থাকিবলৈ লয়। ১৯২৮ চনত তাতেই নাছাদিৰ মৃত্যু হয়।

# ভদন্ত শাসনবংশ মহাথেৰ

**ললিত শ্যাম**

ভদন্ত শাসন বংশ মহাথেৰ অসম তথা উত্তৰ-পূব ভাৰতৰ অন্যতম বিশিষ্ট বৌদ্ধ ভিক্ষু। তেওঁ সুদীৰ্ঘ প্ৰায় ৫৭ বছৰ উপসম্পদা ব্ৰতত ব্ৰতী হৈ বৌদ্ধ দৰ্শন, পালি আৰু টাই ভাষাৰ মূল্যবান লিখনিৰে অসমীয়া সাহিত্য জগতলৈ অপৰিসীম বৰঙণি আগবঢাই আহিছে। সেয়ে, তেওঁ বৌদ্ধ সাহিত্যিক হিছাপে অসম চৰকাৰৰ পৰা এককালীন আৰ্থিক সাহায্য লাভ কৰিছে।

মহাথেৰদেৱে বৌদ্ধ দৰ্শন, সাহিত্য, কলা-সংস্কৃতি আদিৰ সৰ্ব্বাঙ্গীণ উৎকৰ্ষতাৰ বাবে আৰু অহিংসা, শান্তি, মৈত্ৰী আৰু বিশ্বভ্ৰাতৃত্ববোধ বহনকাৰী ৰূপে জীৱন উৎসৰ্গা কৰি অহোপুৰুষাৰ্থভাৱে কাম কৰি আহিছে। সমগ্ৰ অসম তথা উত্তৰ-পূব ভাৰতৰ বৌদ্ধ সমাজৰ বয়োজ্যেষ্ঠ আৰু অগ্ৰণী এইজনা ব্যক্তিৰ জীৱনৰ এটি ৰেখাপাত কৰিব খুজিছো।

মহাথেৰদেৱৰ গৃহী নাম আছিল শ্ৰীচুচেন শ্যাম। তেওঁ বিৰাট টাই (শ্যান) জাতিৰ খাময়্যাং জনগোষ্ঠীৰ পাংয়ক বংশৰ থেৰবাদী বৌদ্ধ ধৰ্ম্মীৰ লোক। ১৯২৬ চনৰ কাতি পূৰ্ণিমাৰ দিনা তেওঁৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম স্বৰ্গীয় ইলাম শ্যাম আৰু মাতৃৰ নাম স্বৰ্গীয়া পাদৈ শ্যাম আছিল। তেওঁলোক শিৱসাগৰ জিলাৰ চলাপথাৰ শ্যাম (খাময্যাং) গাওঁ নিবাসী আছিল। তেওঁলোক অতি সাহসী, বিনয়ী, নম্ৰ আৰু পৰিশ্ৰমী আছিল। কৃষিয়েই তেওঁলোকৰ প্ৰধান জীৱিকা আছিল। তেওঁ এটি ডাঙৰ পৰিয়ালৰ লোক। পৰিযালত তেওঁৰ ডাঙৰ বাইদেৱেক স্বৰ্গীয়া গণৰী শ্যামৰ উপৰিও স্বৰ্গীয় খেতংশ্যাম, অংগিশ্যাম, শ্ৰীচুচেন শ্যাম (শাসন বংশ মহাথেৰ) স্বৰ্গীয় ৰোহিনী শ্যাম আৰু ঠানু শ্যাম পাঁচজন ভাই-ককাই আছিল।

মহাথেৰদেৱে গাঁৱৰ প্ৰাথমিক বিদ্যালযত শিক্ষা সাং কৰি ১৯৪০ চনত নাজিৰা হাইস্কুলত নাম লগায়। তেওঁ পঞ্চমমান শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাৰ লগে লগে ভাৰতৰ স্বাধীনতা আন্দোলন আৰম্ভ হয় আৰু কম বয়সতে স্কুলীয়া অৱস্থাতে আন্দোলনত জঁপিয়াই পৰে। পিছলৈ, কেইবাবছৰো তেওঁ ঘৰত খেতি-বাতি কৰি দুখ-কষ্টৰ মাজেৰে দিন কটাবলৈ লয়।

এইদৰে দিন কটোৱাৰ পিছত তেওঁ ধৰ্মৰ ফালে গভীৰ মনোনিৱেশ কৰিবলৈ লয় আৰু বঙ্গভাষাত বৌদ্ধ ধৰ্মৰ কিতাপসমূহ অধ্যয়ন কৰিবলৈ লয় আৰু বঙ্গভাষাত বৌদ্ধ ধৰ্মৰ কিতাপসমূহ অধ্যয়ন কৰিবলৈ আৰম্ভ কৰে। গাঁৱলীয়া পৰিৱেশত থাকিও নিতৌ বৌদ্ধ (পালি আৰু টাই) বন্দনা, প্ৰাৰ্থনা, ধ্যান আদিত নিবদ্ধ হৈছিল।

তেওঁৰ উপযুক্ত বয়স হোৱাত মাক-দেউতাকে বিয়া কৰাবলৈ কোৱা সত্ত্বেও বিয়া নকৰাই বৌদ্ধভিক্ষু হৈ 'বহুজনৰ হিতৰ বাবে বহুজনৰ সুখৰ বাবে' জীৱন ত্যাগ কৰিবলৈ সিদ্ধান্ত লয়।

তেওঁ বৌদ্ধ ভিক্ষু হোৱাৰ আগতে ডেকা কালছোৱাত তেওঁৰ একালৰ বন্ধু শ্ৰীচালি শ্যাম আৰু হৌকং ৰাজ্যৰ ভিক্ষু উৰাংগাম মহাগুৰুদেৱৰ চেলাপথাৰ শ্যাম বৌদ্ধ বিহাৰত আছিল) সৈতে ১৯৪৭ চনৰ ২৮ ডিচেম্বৰত বৰ্মাদেশ (ম্যানমাৰ) ভ্ৰমণৰ উদ্দেশ্যে খোজেৰে যাত্ৰা কৰে লিডু লেখাপানী পথেদি। দুৰ্গম পথেৰে যাত্ৰা আৰম্ভ কৰি শিলগেটত উপস্থিত হয় আৰু তাৰ পিছত পাটকাই পৰ্বত অতিক্ৰম কৰি অগ্ৰসৰ হয়। নিশা হোৱাৰ লগে লগে তেওঁলোকে পাটকাই পৰ্বতৰ সুবিধাজনক ঠাইত ৰাতিটো কটাই পিছদিনা খুউব পুৱাতে চুঙাৰ ভাত খাই পুনৰ খোজেৰে যাত্ৰা আৰম্ভ কৰে। এইদৰে দিনটোত ২০-২৫ মাইল দুৰ্গম পাহাৰীয়া পথেদি খোজকাঢ়ি গৈ 'সংখেউ নংয়াঙ' নামৰ ঠাইত উপস্থিত হয় আৰু দুদিনৰ মূৰত পাটকাই পৰ্বত অতিক্ৰম কৰিবলৈ সক্ষম হয়।

এইদৰে ১৫-২০ দিন খোজকাঢ়ি গৈ তেওঁলোকে হৌকং দেশ পালেগৈ। ইয়াৰ পিছত যাত্ৰা আৰম্ভ হ'ল বৰ্মাৰ (ম্যানমাৰ) 'মেকিনা' নামৰ ঠাইলৈ। এই ঠাইত জিৰণি লোৱাৰ পিছত তেওঁলোকে ১৫ দিন খোজকাঢ়ি গৈ এটি পাহাৰ অতিক্ৰম কৰিলে। এইদৰে গৈ 'মেকিনা' পালেগৈ আৰু সেই সময়তে অনুষ্ঠিত হৈ থকা এটা ডাঙৰ বৌদ্ধ উৎসৱ উপভোগ কৰিবৰ উদ্দেশ্যে মেকিনা বৌদ্ধ বিহাৰত থাকিবলৈ লয়। সেই বিহাৰতে ১০ দিন মান থকাৰ পিছত 'হোপেং' নামৰ ঠাইলৈ মটৰগাড়ীৰে যাত্ৰা কৰে। তাত থকা বৌদ্ধ বিহাৰত তেওঁলোকে দুমাহ মান কটায়। সেইসময়তে তেওঁলোকৰ টকা-পইছাৰ নাটনি হোৱাত অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছিল। ফলত, উৰাংগাম মহাগুৰুদেৱে অকলেই মান্দালে, ৰেংগুন আদি ঠাইত ভ্ৰমণ কৰিবলৈ যাব লগা হয়। অৱশ্যে সেই বিহাৰৰ ভিক্ষুজনে মহাথেৰ আৰু তেওঁৰ বন্ধুজনক গৰুগাড়ীৰে বহু গাঁও, ঠাই আৰু ধ্যানৰ আশ্ৰম দেখুৱালেগৈ।

এইদৰে 'হোপেঙত' দুমাহ অতিবাহিত কৰাৰ পিছত আৰু মহাগুৰুদেৱ ঘূৰি আহিলত তাত আৰু দুই-চাৰিদিন থাকি 'মোগং' নামৰ গাঁৱলৈ যাত্ৰা কৰে। সেই সময়ছোৱাত মহাথেৰদেৱে বৰ্মী ভাষাত কথা-বতৰা ক'ব পৰা হ'ল। সেই গাঁওখন 'মুংৰি-মুংৰাম' বুলি জনাজাত। বুৰঞ্জীৰ মতে টাই খাময়াং (শ্যাম) জনগোষ্ঠীৰ লোকসকল সেই ঠাইৰ পৰা অসমলৈ আহিছিল। সেই ঠাইৰ মানুহখিনিয়ে বৰ্মীৰ উপৰিও টাই ভাষা কয়।

বৰ্মাদেশত (ম্যানমাৰ) বৌদ্ধ ভিক্ষু হ'বলৈ মহাথেৰদেৱে ইচ্ছা কৰিছিল যদিও কিছুমান অসুবিধাৰ বাবে ই হৈ নুঠিল। এনেদৰে কেইমাহমান ধৰি থকাৰ পিছত পুনৰ

একেটা পথেদি ঘৰলৈ বুলি যাত্ৰা আৰম্ভ কৰি হৌকং দেশ পালেহি। যেতিয়া উৰাংগাম মহাগুৰুৰে নিজ ঠাই পালেহি, তেতিয়া তেওঁ কেইমাহমান তাতে থাকিবলৈ ইচ্ছা কৰে। কিন্তু, মহাথেৰ আৰু তেওঁৰ বন্ধুজনে তাত থাকিবলৈ অনিচ্ছা প্ৰকাশ কৰাত সেই সময়তে অসমলৈ বেহা-বেপাৰ কৰিবলৈ অহা চিংফৌ লোক কেইজনমানৰ লগত ১৫-২০ দিন খোজ কাটি আহি লিডু পালেহি। এইদৰে আহি তেওঁ ১৯৪৮ চনৰ অক্টোবৰ মাহত নিজ জন্মস্থান চলাপথাৰ শ্যাম গাঁও পায়হি। সেই সময়ত তেওঁ চলাপথাৰ বৌদ্ধ বিহাৰত ত্ৰিপুৰা প্ৰদেশৰ পৰা আহি থকা ভদন্ত বুদ্ধদত্ত ভিক্ষুৰ সান্নিধ্যলৈ আহে আৰু তেওঁৰ পৰা শিক্ষা গ্ৰহণ কৰে। তাৰ পাছত তেওঁ ১৯৪৮ চনৰ ২৮ ডিচেম্বৰত বুদ্ধদত্ত ভিক্ষুৰ লগত বুদ্ধ গযা, সাৰানাথ, কুশীনগৰ, লুম্বিনী আদি বৌদ্ধ তীৰ্থ স্থান সমূহ দৰ্শনৰ অৰ্থে ৰাওনা হয। বুদ্ধগযাত কলিকতাৰ শ্ৰীমৎ ধৰ্ম ধাৰ মহাস্থবিৰদেৱক লগ পায় আৰু তাতে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰি শ্ৰমণ দীক্ষা গ্ৰহণ কৰে। শ্ৰমন দীক্ষা গ্ৰহণৰ পিছত তেওঁ পাকিস্থান ভ্ৰমণ কৰে।

তেওঁ স্বদেশলৈ প্ৰত্যাবৰ্তন কৰাৰ পিচত ১৯৫০ চনৰ ২৮ ডিচেম্বৰত পালি শিক্ষা গ্ৰহণৰ উদ্দেশ্যে কলিকতা অভিমুখে ৰাওনা হয়। তাত তেওঁ বিশিষ্ট বৌদ্ধ শিক্ষাবিদ আৰু পণ্ডিত শ্ৰীমৎ ধৰ্মধাৰ সসাস্থবিৰ, শ্ৰীমৎ ধৰ্মপাল ভিক্ষু, শ্ৰীমৎ অনুমদৰ্শী ভিক্ষু, শ্ৰীবুদ্ধ দত্ত ভিক্ষুৰ ওচৰত পালি আৰু বৌদ্ধ দৰ্শনৰ শিক্ষা লাভ কৰিছিল।

তাৰ পিছত তেওঁ ১৯৫৭ চনত বিহাৰ প্ৰদেশৰ নালন্দা বিশ্ববিদ্যালযত পালি বিষয়ত এম এ পঢ়িবলৈ যায। তিনিবছৰ কঠোৰ অধ্যয়নৰ পিছত ১৯৫৯ চনত সুখ্যাতিৰে এম এ (পালি) পাছ কৰে আৰু স্বৰ্ণ পদক লাভ কৰে।

উচ্চ শিক্ষা সাং কৰি ১৯৫৯ চনৰ ডিচেম্বৰ মাহত নিজ জন্মস্থানলৈ আহে আৰু ১৯৪৮ চনতে সদৌ অসম বৌদ্ধ মহাসভাৰ দ্বাৰা প্ৰতিষ্ঠিত চলা জ্ঞানোদয় পালি বিদ্যালয়ৰ অধ্যক্ষৰ দায়িত্ব বহন কৰে। সেইদিন ধৰি অসম তথা উত্তৰ-পূব ভাৰতত মৃতপ্ৰায় পালি শিক্ষাৰ উৎকৰ্ষতাৰ বাবে তেওঁ দেহে-কেহে লাগি যায়। তেওঁৰ অশেষ চেষ্টাৰ ফলত চলা জ্ঞানোদয পালি বিদ্যালয়খন এক আগশাৰীৰ পালি শিক্ষানুষ্ঠান হিচাবে গঢ়ি উঠিবলৈ সক্ষম হৈছে। এই শিক্ষানুষ্ঠানখন ইতিমধ্যে প্ৰাদেশিকীকৰণ কৰা হৈছে। শিক্ষানুষ্ঠানখনৰ লগতে বৌদ্ধ দৰ্শন, টাই আৰু পালি সাহিত্যৰ বহুতো অমূল্য পুথি আৰু আলোচনী আদিৰে পৰিপুষ্ট এটি পুথিভড়াল আছে। শিক্ষানুষ্ঠানখনৰ কাষতে 'চলাপথাৰ বৌদ্ধ বিহাৰ' নামেৰে নবনিৰ্মিত এটি বিৰাট ডাঙৰ বৌদ্ধ বিহাৰ আছে। তেওঁ বৌদ্ধ বিহাৰখনৰো অধ্যক্ষ।

এইবিলাকৰ ওপৰিও মহাথেৰদেৱে ১৯৩৯ চনত প্ৰতিষ্ঠিত সমগ্ৰ অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বৌদ্ধসকলৰ জাতীয় অনুষ্ঠান আৰু বিশ্ব বৌদ্ধ ভাতৃত্ব সংঘৰ আঞ্চলিক কেন্দ্ৰ সদৌ অসম বৌদ্ধ মহাসভাৰ সভাপতি আৰু সাধাৰণ সম্পাদক, সদৌ অসম

ভিক্ষুৰ সংঘৰ সভাপতি, অসম সংস্কৃত বোৰ্ডৰ সদস্য, অসম ত্ৰিপিটক প্ৰকাশনী বোৰ্ডৰ সম্পাদক ইত্যাদি কেইবাটা সংগঠন আৰু অনুষ্ঠানৰ বিষয়বাবৰ দায়িত্ব বহন কৰি আহিছে।

তেওঁ কেইবাবাৰো দেশ-বিদেশত অনুষ্ঠিত বৌদ্ধ-সম্মিলন আৰু আলোচনা-চক্ৰত অসমৰ হৈ যোগদান কৰিছে।

বৰ্তমানলৈকে মহাথেৰদেৱে ৩২ খনতকৈ অধিক পালি আৰু বৌদ্ধ গ্ৰন্থ ৰচনা কৰিছে আৰু বিভিন্ন আলোচনী আদিত প্ৰবন্ধ লিখিছে।

অহিংসা, সাম্য, মৈত্ৰী আৰু ধীৰ-স্থিৰ স্বভাৱৰ ৭৯ বছৰীয়া এই মহান পুৰুষজনে মানৱৰ কল্যাণ, শান্তি, ঐক্য-সংহতি প্ৰতিষ্ঠাৰ হকে কাম কৰাৰ প্ৰয়াস অব্যাহত ৰাখিছে এতিয়াও। তেওঁৰ সান্নিধ্য বিচাৰি ভাৰতৰ ওপৰিও ম্যানমাৰ, থাইলেণ্ড, কম্বোডিয়া, লাওচ, ভিয়েটনাম, চীন, জাপান, জাৰ্মানী, অষ্ট্ৰেলিয়া, আমেৰিকা আদি দেশৰ বহুতো গুণী-মানি ভিক্ষু, শিক্ষাবিদ আৰু পণ্ডিতৰ আগমন ঘটিছে। তেওঁ থকা বৌদ্ধ বিহাৰ আৰু চলাপথাৰ শ্যাম গাঁওখনি ঐতিহ্যপূৰ্ণ টাই কলা-সাংস্কৃতিক আৰ্হিত গঢ়লৈ উঠাৰ ক্ষেত্ৰত তেওঁৰ অৱদান অতুলনীয়। নিতৌ তেওঁৰ পৰিচালনাতে বৌদ্ধ বিহাৰত সমবেত ৰাইজৰ মুখত উচ্চাৰিত হৈছে - 'বুদ্ধং শৰণং গচ্ছামি, ধৰ্মং শৰণং গচ্ছামি, সংঘং শৰণং গচ্ছামি।

# আইম্যাখেং গোহাঁই

**ভিপেথৌন গোহাঁই**

উদ্যোগী নগৰী নাহৰকটীয়া আৰু শিল্পজাত চহকী নগৰী জয়পুৰৰ পৰা দুই কিলোমিটাৰ সমমধ্যম বুঢ়ীদিহিঙৰ নিলগত "নামফাকে গাওঁ"। যান্ত্রিক কৰণ আধুনিক সমাজবাদ গতিবোধৰ মাজেৰে অতিবাহিত সেই এৰিব নোৱৰা আপোন আপুৰুগীয়া স্ব-কৃষ্টি ভালপোৱা সংস্কৃতিৰে দায়বদ্ধ নামফাকে সমাজ। এই সৰু গাঁওখনৰ মাজ-মজিয়াত সৃষ্টিশীল প্রকৃতিৰ কৃপাত— স্বৰ্গীয় আইম্যাখেং গোহাঁইদেৱ ১৯২১ চনৰ ১২ মেত জন্ম গ্রহণ কৰে। তেখেতৰ পিতৃ স্বৰ্গীয় চৈম্যাত ছেং, মাতৃ স্বৰ্গীয়া ইপ্যাঙুন। পিতৃ-মাতৃৰ তিনিজন পুত্র সন্তান আৰু চাৰিগৰাকী জী আছিল। টাইসকলৰ "আই" শব্দ নামৰ বিশেষত্ব হ'ল জ্যেষ্ঠপুত্র। নাম অনুযায়ী স্বৰ্গীয় আইম্যাখেং গোহাঁই পিতৃ-মাতৃৰ প্রথম পুত্র। কালক্রমত একে গাঁৱৰ ৱেইকেন বংশৰ স্বৰ্গীয় চাম জে আৰু স্বৰ্গীয়া ইমৌ খামৰ জী শ্রীমতী য়ে চাওজেত গোহাঁইৰ সৈতে ১৯৪৩ চনত বিবাহ হয। তেখেতসকলৰ দুগৰাকী জী। বৰজী শ্রীমতী যেজিংচন গুৱাহাটী মহানগৰীৰ বাসিন্দা। শ্রীহৰেন চেতিযাৰ পৰিবাৰ। সৰুজী শ্রীমতী ইখ্য গোহাঁই মোৰ (ভিপেথৌন গোহাঁই) পৰিবাৰ, বৰ্তমান নাহৰকটীযা লংজং গাঁৱৰ নিবাসী।

সৃষ্টিশীল প্রকৃতিৰ কৃপাত আমোল মোলোৱা সুগন্ধি বীজৰ দৰে, স্বৰ্গীয আইম্যাখেং গোহাঁইদেৱ এই "নামফাকে" সৰু গাওঁখনৰ লগত ওতঃপ্রোতভাৱে জড়িত ৰাখি টাইফাকে সামাজিক বিকাশৰ বাবে শাৰীৰিক পৰিশ্রম আৰু মানসিক অধ্যৱসায়েৰে স্নায়ুশক্তি সঞ্চালন কৰি কোনো দিশৰ ভাষ্য বা লিখনৰ পৰা অবোধ-গম্য হৈ নৰ'ল। সেই অতীতৰ জীৱিত শৰীৰৰ অনুভূতিবোৰ এখনি সমাজৰ ছায়া হৈ নিলগতে থাকি সমাজ জীৱনৰ কাহিনীবোৰৰ অনুপ্রাণিত হৈ লিখনি প্রবন্ধৰ মাধ্যমেৰে প্রকাশিত কৰি সমাজৰ উৎকৰ্ষ সাধন কৰিছিল। আদিপুৰুষৰ পৰা আৰম্ভ কৰি টাইফাকে সমাজৰ পৰম্পৰা আচাৰ-ব্যৱহাৰ, লোক ৰীতিনীতি, কৃষ্টি সংস্কৃতি, ধৰ্মীয় লোকাচাৰ, বংশাৱলী সমাহাৰ ইত্যাদি লিখনিৰ মাধ্যমেৰে প্রকাশিত কৰি অসমৰ বাৰেৰহণীয়া সংস্কৃতিৰ সমন্বয়ৰ এনাজৰীৰে টাইফাকে লোক সমাজৰ জাতীয় চেতনা যোগাই দিব পাৰিছিল। ইমানতেই সামৰ্থ্য নাৰাখি বহিঃবিশ্ব জগতৰ চুকে কোণে যাত্রা কৰি সমাজৰ বাবে প্রভাৱ বিস্তাৰৰ প্রচেষ্টাও কম অপূৰণীয় অৰিহণা নহয়। ধাৰাবাহিক কালৰ কত যায় কত আহে সমাজৰ বাবে এৰি থৈ অহা

প্ৰত্যেকৰেই নিজস্ব চৰিত্ৰৰ অৱদান আছে। যদিও স্বৰ্গীয় আইম্যাখেং গোহাঁইদেৱ ব্যক্তিগত কালৰ জিৰণি বিহীন হাতৰ কলমৰ স্বাক্ষৰিত টোকাৰ পৰাই আজি ব্যক্তিৰ কৃতিত্বৰে এক সমাজৰ অনুভূত হয়।

স্বৰ্গীয় আইম্যাখেং গোহাঁইদেৱ গঢ় দি অহা জন্মগত স্থিতিস্থাপক স্বভাৱ চৰিত্ৰ কৰ্মনিষ্ঠ ব্যক্তি আছিল। উদ্যমেৰে লাগি থাকিব পৰা নেৰা-নেপেৰা চেষ্টাৰ স্বত্তাৰ হেতুকে শৈশৱ কালৰ পৰা শিক্ষাত উত্তীৰ্ণ হৈ সিদ্ধি লভিব পাৰিছিল। এম ভি বৃত্তি পৰীক্ষাত বৃত্তি সহ এম ই পৰীক্ষাত প্ৰথম বিভাগ, ১৯৪১ চনত মেট্ৰিক পৰীক্ষাত ভূগোল বিষয়ত লেটাৰ সহ প্ৰথম বিভাগ, ১৯৪৩ চনত ইণ্টাৰমেডিয়েট পৰীক্ষাত প্ৰথম বিভাগ (কলিকতা বিশ্ববিদ্যালয়)। আজি গোহাঁই দিয়া অতীতৰ সোঁৱৰণি প্ৰতিলিপিৰ লিপিবদ্ধই কোনোবা নিৰ্দিষ্ট প্ৰতিষ্ঠানত ওলমাই থৈ অহা উত্তীৰ্ণ তালিকাসমূহৰ পৰিণতিৰ পৰিণাম নিশ্চয় কোনোবা এক সমাজৰ ব্যক্তিৰে পৰিচয়।

প্ৰাৰম্ভণি কৰ্মসেৱা নাহৰকটীয়া এম ভি স্কুলৰ শিক্ষকতা। পাছত নাহৰকটীয়া হাইস্কুলত শিক্ষকতা। স্থায়ী কৰ্মসেৱা হিচাপে অৰুণাচলৰ কৃষি পৰিদৰ্শকৰ পৰা পদোন্নতি হৈ জিলা কৃষি প্ৰাধিকাৰী হিচাপে ১৯৮০ চনত অৱসৰ গ্ৰহণ কৰে। সামাজিক সেৱা কৰ্মময় জীৱন ৰূপে আনৰ দুখত দুখী, সুখত সুখী ভালপোৱা ধৰ্মপ্ৰাণ চৰিত্ৰৰ সমভাগী হৈ চৰকাৰী চাকৰি পৰিবেশৰ মাজেৰে সুযোগ সুবিধানুযায়ী সময়ৰ সদব্যৱহাৰ পৰিণাম পৰিজ্ঞানৰ উপলব্ধি কৰিব পাৰিছিল। সদৌ অসম বৌদ্ধ সমিতিৰ সাধাৰণ সম্পাদক হিচাপে ১৯৪৬ চনত আৰু দ্বিতীয়বাৰৰ বাবে ১৯৫৩ চনত কাৰ্যভাৰ গ্ৰহণ কৰি শৃংখলাবদ্ধভাৱে সেৱা আগবঢ়াই নিয়া কম দক্ষতা নহয়। বৌদ্ধ ধৰ্মাৱলম্বী সমাজৰ আপোন হৈ ১৯৬১ চনত বিশ্ব বৌদ্ধ ষষ্ঠ আন্তৰ্জাতিক মহা সম্মিলনলৈ কম্বোডিয়াৰ নম্‌পেনত প্ৰতিনিধি হিচাপে যোগদান কৰিছিল। অসমৰ ইমূৰী চুকৰ "নামফাকে গাওঁ" সেই দুকুৰি অতীতৰ নীৰৱ নিঃসংগত স্কুলৰ পৰা বিশ্ব অট্টালিকা কম্বোডিয়ালৈ আকাশী উৰণৰো আপেক্ষিকভাৱে সমাজৰ গৌৰৱ কঢ়িয়াই আনিছিল। এই যাত্ৰাই যেন সমাজ সেৱাৰ এক নৱ জাগৰণৰ নতুন প্ৰেৰণা, ন বিকাশৰ নতুন স্পন্দন। কঢ়িয়াই অনা বহিঃবিশ্ব অট্টালিকা কম্বোডিয়া ৰহণীয়া আস্বাদৰ অভিজ্ঞতা হৃদয়ত আলিঙ্গন কৰি সময়ত সমাজৰ এক সংস্কৰণৰ উপহাৰ ৰূপে যাচি দিব পাৰিছিল।

১৯৮১ চনত সদৌ অসম বৌদ্ধ সমিতিৰ সভাপতি হৈ পাঁচজনীয়া প্ৰতিনিধিৰ প্ৰধান হিচাপে ১৯৮৪ চনত ১৪শ বিশ্ব বৌদ্ধ ভাতৃত্ব শ্ৰীলঙ্কাৰ কলম্বোত আৰু ১৯৮৬ চনত ১৫শ বিশ্ব বৌদ্ধ ভাতৃত্ব নেপালৰ কাঠমাণ্ডুত বহা সাধাৰণ অধিবেশনলৈ যোগদানে সামাজিক সেৱাত ব্যক্তিগত জীৱনৰ অধিক উজ্জ্বল কৰি

তুলিছিল। সদৌ অসম বৌদ্ধ সমিতি বিশ্ব বৌদ্ধ মহাসমিতিৰ পঞ্জিভুক্তই অসমৰ বৌদ্ধ ধৰ্মাৱলম্বী সমাজ, বিশ্ব বৌদ্ধ সমাজৰ সৰল-সহজ ভাতৃত্ব সমন্বযৰ "দযা-কৰুণা-মৈত্ৰী" নীতিৰ চৰিত্ৰৰে হেজাৰ জন উপকৃত হৈছে।

একনিষ্ঠ লোকৰ মনৰ দৃঢতা আৰু আত্মবিশ্বাস সিদ্ধি লভাৰ দৰে স্বৰ্গীয আইম্যাখেং গোহাঁইদেৱৰ কৰ্মময জীৱনৰ শেষ পৰিচ্ছেদৰ সুভাষ আনন্দেৰে লভিব পাৰিছিল। প্ৰাকৃতি উৰ্বৰা সাৰুৱা মাটিৰ উৎপন্ন কৃষি গুণাগুণৰ প্ৰাধিকাৰীৰ পৰা অৱসৰ লোৱাৰ পাছত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ টাই ডিপ্লোমা পাঠ্যক্ৰমৰ শিক্ষকতা ও মহৎলোকৰ আদৰ্শৰ চমু পৰিচয। এক বিশালমুখী বিশ্ববিদ্যালয শৈক্ষিক পৰিবেশৰ বহুদিনৰেপৰা আশা কৰি অহা এবছৰীযা পাঠ্যক্ৰম (১) দু-বছৰীযা টাই ডিপ্লোমা পাঠ্যক্ৰম উন্নীতকৰণ, (২) টাই ভাষাৰ "আহোম বুৰঞ্জী", (৩) টাই ভাষাৰ প্ৰাথমিক পাঠ, (৪) পু-ছুন-লান পুথি দুবছৰীযা পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কৰা জীৱন-চৰিত্ৰৰ গুণাগুণ সাফল্যমণ্ডিত।

সম্প্ৰতি অসমৰ টাইভাষা সম্মুখীন হোৱা সংকটাপন্ন গতিৰোধৰ প্ৰচেষ্টা আৰু পাৰস্পৰিক ভাব বিনিময়ৰ একাদিক্ৰমে সজীৱ কৰি তোলাৰ মনোভাৱেৰে (৫) বৈশালী অভিযান, (৬) পাতাল বৰবৰুৱা, (৭) মিঙ্গিমাহা বন্দুলা অনুবাদৰ কম অবদান নহয। ইযাৰ উপৰিও (৮) চাওলুং ছুকাফা আৰু ছুকাফাৰ দিবস পালনৰ তাৎপৰ্য (৯) আহোম স্বৰ্গদেউ সকল ইন্দ্ৰবংশী নে শ্বাংবংশী, (১০) মেদাম-মেফি, (১১) বান-ৰুং, (১২) ক্ৰমবিকাশৰ টাই আহোমৰ ধৰ্ম-সংস্কৃতি আৰু বৰ্তমানৰ ইয়াৰ স্থিতি, (১৩) দেও বুৰঞ্জী আৰু লেংডনৰ উপৰিপুৰুষ, (১৪) আহোম বুৰঞ্জীত খুনলুং-খুইলাইৰ উপৰিপুৰুষৰ বৃত্তান্ত, (১৫) আহোম বুৰঞ্জী ভাষা সাহিত্যৰ এক চমু পৰ্যালোচনা ইত্যাদি প্ৰবন্ধ প্ৰকাশিত কৰি সমাজৰ আত্মীয সাম্প্ৰতিক ঐক্য ভাতৃত্ব জগাই তুলিছিল। ইযাৰ উপৰিও ১৯৯২ চনত তৃতীয় আন্তৰ্জাতিক ভাষাতত্ত্ব সম্মিলনত থাইলেণ্ডৰ বেংককত যোগদান কৰি অসমৰ (১৬) টাই ভাষাৰ ভাষাতত্ত্ব, ধ্বনিতত্ত্ব, ৰূপতত্ত্ব (প্ৰকাশিত Pan Asiatic Linguistic, Volume II) (১৭) Suja Naraha a named of a Tai Scripture describing the Morality, translated into English for Jame L Edwards, Florida, U S A, published in 1998-99 এনে গুৰু পাৰদৰ্শিতা এক সমাজৰ ব্যক্তিৰ কৃতিত্বৰে উপকাৰ সাধন ঘটাইছিল।

টাই ফাকে সমাজ দাপোণৰ প্ৰমূল্যবোধেৰে অকল ব্যক্ততেই সীমাবদ্ধ নাৰাখি (১৮) টাইফাকে সকলৰ চমু ইতিবৃত্ত, (১৯) টাইফাকে সকলৰ বস্তু সংস্কৃতি, (২০) টাই সাহিত্য আলোকপাত, (২১) কিছু টাই সংস্কৃতি সংকলন, (২২) টাইফাকে সকলৰ ভাষা এটি চমু পৰিচয, (২৩) নামফাকে গাঁও আৰু অসমীয়া তথা ভাৰতীয় সংস্কৃতিলৈ তেওঁলোকৰ অবদান, (২৪) কথিত টাইভাষা, (২৫) অসমৰ টাইসকলৰ

মাজত প্ৰচলিত "ৰামকথা" ৰামায়ণ, (২৬) টাই ভাষা সম্বন্ধীয়, (২৭) টাইফাকে জনজাতি সমাজৰ "স্ত্ৰী"ৰ স্থান লিখনি প্ৰবন্ধৰ মাজেৰে প্ৰকাশিত কৰি কুৰি বিংশ শতাব্দীযুগৰ এক সমাজৰ মুকলিবাট বিকাশৰ কম উৎকৃষ্ট অৱদান নহয়। সম্যক জ্ঞানৰথৰ সাৰথি হৈ (২৮) বৌদ্ধ ধৰ্ম কি? (২৯) অভিধৰ্ম সাধাৰণ পৰিচয় অনুবাদৰ লক্ষ্যই আছিল সমাজৰ নৈতিকতা, অহিংসা বৌদ্ধিক জ্ঞান বিকাশৰ অনুকল্পে জাতীয় চেতনা জগাই তুলিছিল। সময়ৰ অমলিন ৰূপৰ সূক্ষ্ম লক্ষ্যাৰে প্ৰভাৱ বিস্তাৰৰ একে কেন্দ্ৰিক কৰি (৩০) টাইফাকে সকলৰ ধৰ্ম উৎসৱ বিশ্বাস বিশেষত্বৰ লিখনি কলমৰ (১) পয়ছাংকেন (২) পযনৌন হৌক্ (৩) বৰ্ষাবাস (৪) চালেই (মধুপূৰ্ণিমা) (৫) মে-পি, (৬) পয়-অকৱা (৭) পয-ছিমি-থং (৮) পয-কাথিং, (৯) মাইলোমকাই, (১০) পয-চেতিনৌন-ছি, (১১) মাংকাপা, (১২) পয়-ছাং-আল্লাং, (১৩) টাইফাকে সকলৰ চাও-ছৌ-উপাসনা, (১৪) টাইখামতিসকলৰ ছাস-লৌং-কাম-ক, (১৫) টাইখামযাং সকলৰ নাং-হু-তং-উপাসনা। ইযাৰ উপৰিও টাই আহোমৰ (১৬) ফুৰা লুং-তৰ্পণ, (১৭) বান-ফি (১৮) ওমফা উপাসনা ইত্যাদি প্ৰবন্ধ পুথি আকাৰৰ স্মৃতি গ্ৰন্থৰ আশাৰ ৰেঙনি লেৰেলি গ'ল। Tai Institute and Reserach Centreৰ বাবেও অহোপুৰুষাৰ্থভাৱে যত্ন কৰিছিল। সেই উদ্যোগো নীৰৱে ৰ'ল।

মৃত্যু জন্মগত প্ৰাপ্য। মৃত্যু সৃষ্টিৰ প্ৰলয়ৰ শক্তিয়ে কামৰ সাধনা অনিবাৰ্য। ই চিৰন্তন সত্য। ব্যক্তিৰ ব্যক্তিত্বৰে সমাজৰ কামাৰ বাবে সুখ আৰু দুখক আলিঙ্গন কৰি অবিৰামভাৱে জীৱন সংগ্ৰামৰ কাৰ্যসূচীত আত্ম বিসৰ্জন দিব পাৰিছিল। কল্পনাৰ অতীত সন্ধিক্ষণত হঠাৎ এদিন গতানুগতিকালৰ পাৰ নোপোৱা প্ৰকৃতি ধুমুহা ৰতাহ জাকৰ এগছি চাকিৰ দীপ্তি যেন স্বৰ্গীয় আইম্যাখৌং গোহাঁইদেৱ ২০০০ চনৰ ১৩ মাৰ্চত নিমিষতে প্ৰগতিকালৰ নিদ্ৰাদেৱী এন্ধাৰৰ বুকুত চিৰকালৰ ক্ষেত্ৰত সকলোকে এৰি থৈ এক স্বপ্নৰ মৰীচিকা হৈয়ে ৰ'ল।

বৈ গ'ল সমাজৰ বাবে ব্যক্তিৰ কৃতিত্বৰ জীৱন চৰিত্ৰ। নৈতিকতা কৰ্মময় জীৱনৰূপে সময়ৰ সদব্যৱহাৰ, শৃংখলাবদ্ধ বিশ্বাস মাত্ৰাত সবৃদ্ধিময় উজ্জ্বল জীৱনৰূপে চিৰ সেউজী পযোভৰে স্বৰ্গগত আত্মাৰ চিৰশান্তি হওক।